# তোৰে মোৰে আলোকৰে যাত্ৰা

চন্দ্ৰপ্ৰসাদ শইকীয়া




প্ৰকাশক

বাণী মন্দিৰ
নতুন বজাৰ
ডিব্ৰুগড়- ৭৮৬০০১

বাণী মন্দিৰ
বাণীবাৰী, পাণবজাৰ
গুৱাহাটী- ৭৮১০০১

**TORE MORE ALOKARE YATRA: A novel based on the life of Jyotiprasad, written by Chandra Prasad Saikia and published by Surjya Hazarika M. Com., Bani Mandir, Ranibari, Panbajar, Guwahati-781001,
1st Edition-1992
Price- Rs.50·00 only**

---

প্ৰকাশক : সূৰ্য্য হাজৰিকা
বাণী মন্দিৰ
ৰাণীবাৰী, পাণবজাৰ
গুৱাহাটী- ৭৮১০০১

প্ৰথম প্ৰকাশ - ১৫ ডিচেম্বৰ, ১৯৯২

বেটুপাত - অৰুণ নাথ

মূল্য - ৫০·০০ টকা

মুদ্ৰণত - চন্দ্ৰকান্ত প্ৰেছ প্ৰাঃ লিমিটেড
তৰুণ নগৰ, গুৱাহাটী - ৭৮১০০৫

এই গ্ৰন্থত জ্যোতিপ্ৰসাদৰ আলোকমণ্ডিত জীৱনক সম্পূৰ্ণ ঔপন্যাসিকৰ দৃষ্টিৰে চোৱাৰ প্ৰয়াস কৰা হৈছে। এই উপন্যাসত কল্পনাৰ স্থান ইমান প্ৰবল যে জ্যোতিপ্ৰসাদৰ জীৱনীমূলক বাস্তৱ সমল ইয়াত পোৱাৰ আশা বৃথা, যদিও তেওঁৰ জীৱন-বৃত্তান্তৰ আধাৰতে এই ৰচনা প্ৰতিষ্ঠিত। তেওঁৰ কালৰ অসমৰ সামাজিক-সাংস্কৃতিক-ৰাজনৈতিক জীৱনৰ ওপৰত এক সম্মোহিত আলোকপাতো ইয়াত কৰাৰ চেষ্টা কৰা হৈছে। জ্যোতিপ্ৰসাদৰ শ্বাসৰুদ্ধ জীৱনৰ প্ৰথম আঠাইশ বছৰৰ কাহিনীৰ আধাৰত উপন্যাস-খনৰ এই প্ৰথম খণ্ড সমাপ্ত।

মাতৃৰ পবিত্ৰ স্মৃতিত

## ॥ এক ॥

পূৰ্ণিমাৰ দুদিনৰ আগৰ শৰতৰ ৰাতি।

এজাক ক্ষণস্থায়ী ৰবৰুণৰ পিছৰ স্নিগ্ধ জোনাকে চাৰিদিশ আলোকিত কৰিলে। দ্ৰুতগতিৰে এটাৰ পিছত এটাকৈ তৰাৰ প্ৰকাশে সমস্ত বিশাল আকাশ কৰিলে উদ্ভাসিত।

বাটচ'ৰাৰ কাষৰ বেলগছৰ পাতৰ মাজেৰে ৰাশি ৰাশি জোনাকৰ পোহৰ নামি ঘৰৰ সন্মুখৰ ফুলনিক এক বৰ্ণাঢ্য ৰূপ দিলে। বেলৰ পাতৰ পৰা তীব্ৰ ৰূপালী বৰণৰ একোটা একোটা পানীৰ টোপাল তললৈ সৰি পৰিল।

দক্ষিণৰ ব্ৰহ্মপুত্ৰৰ পৰা উটি আহিল জাহাজৰ এক গম্ভীৰ উকি।

ঘৰৰ ভিতৰৰ পৰা, পকী নামে নামকৰণ কৰা এক বিতোপন বাসভৱনৰ পৰা, এটা কিশোৰ ওলাই আহি আৰ্ক-সদৃশ বাৰাণ্ডাত থিয় দিলেহি। শৈশৱৰ দিন অতিক্ৰমি সদ্য-কৈশোৰত প্ৰবেশ কৰা এক কিশোৰ। পৰিধানত তাৰ মাতৃয়ে ঘৰতে চিলোৱা পায়জামা, এটা পাঞ্জাবী। মূৰৰ চুলি বিশৃঙ্খল। শুদা ভৰি।

বাৰাণ্ডাৰ পৰা নামিয়েই সেই কিশোৰ চঞ্চল হৈ পৰিল। তাৰ দৃষ্টি উন্মুখ। অশান্ত। ফুলনিৰ সীমা অতিক্ৰমি তাৰ দৃষ্টি নিক্ষেপিত হ'ল বেলৰ পাতৰ পৰা ৰূপালী স্বপ্নৰ গৰিমাৰে তললৈ পৰা ৰবৰুণৰ টোপালত। তাৰ পিছতে দ্ৰুতগতিৰে ইফালে সিফালে চাৰিওফালে চাই সি আলোকিত পোহৰৰ বিশালতাত মুগ্ধ হ'বলৈ ধৰিলে।

এইবাৰ দুটা চকু তাৰ বিশালতৰ হ'ল। ভূমিৰ স্পৰ্শৰ পৰা বিচ্ছিন্ন কৰি সি তাৰ দৃষ্টি ভূমামুখী কৰিলে। সমস্ত বিশাল আকাশ তেতিয়া ৰূপালী জ্যোতিৰ প্লাৱনেৰে মহিমামণ্ডিত।

ঠিক সেই মুহূৰ্ত্তত, সেই উন্মনা দৃষ্টিৰ সেই ক্ষণতে, সেই কিশোৰে সেই হৃদয়বিদৰা সুৰ, বিলাপৰ সেই ব্যাকুল ধ্বনি শুনিবলৈ পালে।

হায় ৰাম! হায় ৰাম!

কাণ পাতি, মূৰ তুলি, জীৱনৰ সমস্ত আকুলতা, আকুতিৰে কিশোৰে শুনিবলৈ পালে সেই অন্তহীন বিননি।

হায় ৰাম! হায় ৰাম!

এক অদ্ভুত, শ্বাসৰুদ্ধ ঘটনা। সেই বিলাপে ধীৰে ধীৰে ব্যাপ্তিলাভ কৰিলে। বিস্তীৰ্ণ আকাশৰ চাৰিওদিশে, ইফালে সিফালে চাৰিওফালে, পূবে পশ্চিমে উত্তৰে দক্ষিণে, অনন্ত ভূমাৰ হৃদয় বিদীৰ্ণ কৰি, সেই হায় ৰাম হায় ৰাম বিলাপৰ সুৰ ব্যাপক হৈ পৰিল। আকাশে বতাহে সেই সুৰ ধ্বনিত আৰু প্ৰতিধ্বনিত হ'ল ক্ষণে ক্ষণে।

এইবাৰ বাৰাণ্ডাত থিয় দিলেহি এগৰাকী নাৰী। কোনো প্ৰাচীন স্থাপত্যৰ আৰ্হিত নিৰ্মিত আৰ্ক-সদৃশ বাৰাণ্ডাত।

মিলটনৰ কোনো এক ছনেটৰ দৰে, কীৰ্তনৰ কোনো এক পদৰ দৰে পৱিত্ৰ সেই নাৰী।

সেই নাৰীয়ে এইবাৰ ধীৰে ধীৰে, শুদা ভৰিৰে, বৰষুণৰ পানীৰে সিক্ত দূবৰিৰ ওপৰে, চাৰিওফালৰ ৰাশি ৰাশি মনোমোহা ফুল অতিক্ৰমি, পদূলিৰ দিশে গতি কৰিলে।

ত্ৰিশূলৰ দৰে জোঙা ৰডৰ লোহাৰ গেটত ধৰি সেই অন্তহীন কান্দোনৰ সুৰ শুনি ব্যাকুল সেই কিশোৰে সামান্যভাৱেও গম নোপোৱাকৈ, নাৰীয়ে তাৰ কান্ধত সোঁহাত থ'লে।

কিশোৰে যেন কোনো এক মায়াৰ মোহত দুয়োখন হাতেৰে ধৰিলে সেই হাতত। তাৰ বাবে তেনে হাত মাত্ৰ এখনেই আছে। সেইখন হাত তাৰ মাতৃৰ।

"জ্যোতি!"

মাতৃৰ এই এটা স্নেহসিক্ত মাত, এই এটা মধুৰ সম্বোধনেই জ্যোতিৰ বাবে যথেষ্ট। মাতৃৰ সেই আহ্বান প্ৰত্যাৱৰ্তনৰ, স্বপ্নৰ বিভোৰৰ পৰা উদ্ধাৰৰ।

কিৰণময়ীয়ে জ্যোতিক যিখন হাতেৰে সাবটি ধৰিছিল, সেইখন হাতত ধৰিয়েই মাকৰ লগে লগে সি ঘৰৰ ভিতৰলৈ সোমাই গ'ল।

"তোৰ টোপনি নাহিল নেকি?"

মাতৃৰ বিছনাত বহি এক বিস্ময়াভিভূত চাৱনিৰে জ্যোতিয়ে ক'লে, "গধূলি তুমি ৰাৱণে সীতা হৰণ কৰাৰ কথা কৈছিলা। ৰাৱণে সীতাক হৰণ কৰি লৈ গ'ল। সীতাই হায় ৰাম হায় ৰাম বুলি কান্দিবলৈ ধৰিলে। তুমি বহুতবাৰ হায় ৰাম হায় ৰাম বুলি বেজাৰ কৰিছিলা আৰু মই তোমাৰ চকুৰ পৰা পানী ওলাই অহা দেখিছিলো। মই শুবলৈ গ'লো। শুব নোৱাৰিলো। জোৰ কৰি মই চকু দুটা মুদি দিছিলো। তুমি বৰ্ণনা কৰা সেই ঘটনাটো মই সঁচাসঁচিকৈ দেখিবলৈ পালো। ৰাৱণে সীতাক হাতত ধৰি জোৰেৰে ৰথৰ ফালে টানি নিছে। সীতাই কান্দিছে, হায় ৰাম হায় ৰাম! মোৰ টোপনি নাহিল। অলপ পিছতে মই সীতাই

কন্দা শুনিবলৈ পালো। গোটেই কোঠাটোত হায় ৰাম হায় ৰাম কান্দোন মই শুনিবলৈ পালো। মই থিয়েৰে থাকিব নোৱাৰিলো। মই বাহিৰলৈ ওলাই গ'লো। তেতিয়া বৰষুণ এৰিছিল। মই আকাশলৈ চালো। চাৰিওফালে জোনাক। বেলগছৰ পাতৰ পৰা বৰষুণৰ টোপাল সৰি পৰিছিল। মই চকু দুটা মোহাৰি চাৰিওফালে চালো, চাই ঘৰলৈ সোমাই শুই থাকিম বুলি ভাবিছিলো। কিন্তু কি হ'ল জানা, মা? মই সেই সীতাই কন্দা সুৰটো শুনিবলৈ পালো। বেলগছৰ ওপৰত হায় ৰাম হায় ৰাম এই সুৰটো প্ৰথমতে শুনিছিলো। তাৰ পিছত সুৰটো বিয়পি গ'ল। আকাশৰ এই ফালৰ পৰা সিফাললৈ হায় ৰাম হায় ৰাম কান্দোন মই শুনিবলৈ পালো। মই থিয়েৰে থাকিব নোৱৰা হ'লো?"

জ্যোতিৰ শেষৰ কথাকেইটা স্বগতোক্তিৰ দৰে শুনা গৈছিল। কিৰণময়ীয়ে সেই কথা শুনিবৰ বাবে জ্যোতিৰ মুখখন নিজৰ মুখত লগাই দিছিল।

"মোৰ জ্যোতি, মোৰ সোণমণি! তুমি মনত বৰ দুখ পালা নেকি?"

ভালেমান সময় মাতৃৰ স্নেহ-বন্ধনৰ মাজত সোমাই থাকি এইবাৰ জ্যোতিয়ে সুধিলে, "মা, সীতাই মুক্তি পাব কেতিয়া?"

কিৰণময়ীৰ মুখত প্ৰকাশ পালে সেই মধুৰ হাঁহি, তৃপ্তিৰ সেই হাঁহি, যি হাঁহি জ্যোতিয়ে দেখিছিল শৈশৱৰে পৰা।

"কেলেই, ৰামে সীতাক মুক্ত কৰি নানিব? ৰামে লঙ্কা জয় কৰিব, ৰামে ৰাৱণক বধ কৰিব, ৰামে সীতাক উদ্ধাৰ কৰি আকৌ অযোধ্যালৈ উভতি যাব। কাইলৈ গধূলি মই তোক কম নহয় সেই কাহিনী।"

কিৰণময়ীয়ে কিন্তু জানে, জ্যোতিৰ সেই প্ৰশ্নৰ সঠিক উত্তৰ দিয়া তেওঁৰ পক্ষে সহজ অথবা সম্ভৱ নহয়। সেই প্ৰশ্ন কৰোতে পুত্ৰৰ চকুয়ে-মুখে যি এক অভাৱনীয় ব্যঞ্জনা বাঙ্ময় হৈ উঠিছিল, প্ৰশ্নটো কৰিয়েই যি এক ব্যাখ্যাবিহীন বিস্ময়েৰে পুত্ৰই মাতৃৰ মুখলৈ চাই আছিল, তাৰ উত্তৰ দিয়া, তাৰ ব্যাখ্যা কৰা তেওঁৰ পক্ষে অসম্ভৱ। সমস্ত আকাশে-বতাহে, পূবে-পশ্চিমে উত্তৰে-দক্ষিণে গহীন নিস্তব্ধ ৰাতি যি সীতাৰ হায় ৰাম হায় ৰাম বিননি শুনিবলৈ পায় অবিৰত, সাধুকথাৰ মাজৰ পৰা, কাহিনীৰ হৃদয় বিদীৰ্ণ কৰি সীতাৰ বিপৰ্যয় যি মনৰ চকুৰে দেখা পায়, বৈ বৈ শুনিবলৈ পায় সেই অন্তহীন বিলাপ, সেই সন্তানৰ প্ৰশ্নৰ উত্তৰ দিয়াটো তেওঁৰ পক্ষে কোনোপধ্যে সহজ নহ'ব।

সীতাই মুক্তি পাব কেতিয়া? এই প্ৰশ্নটো কৰোতে জ্যোতিৰ সমস্ত মুখমণ্ডলত যি এক অলৌকিক ব্যঞ্জনা হৈ উঠিছিল বাঙ্ময়, সেইটোৱেই কিৰণময়ীৰ মানসত, কিৰণময়ীৰ মাতৃ-দৃষ্টিত স্থায়ীৰূপে খোদিত হৈ থাকিল। জীৱনৰ শেষ দিন পৰ্যন্ত কিৰণময়ীয়ে জ্যোতিৰ মুখৰ সেই প্ৰতিচ্ছবি কেৱল দেখা পায় নিৰন্তৰ। নানা প্ৰসঙ্গত, নানা আয়োজনত, জীৱনৰ অজস্ৰ কৰ্ম-চিন্তাত ব্যস্ত হৈ থাকোতেও, জ্যোতিৰ বয়স যেতিয়া বৃদ্ধি হৈছিল, দিনৰ পিছত মাহ আৰু মাহৰ পিছত বছৰ

অতিক্ৰম কৰিছিল, জীৱনৰ সেই সমস্ত পৰিধিত কিৰণময়ীয়ে পুত্ৰৰ সমস্ত মুখমণ্ডলত দেখা পায় সেই অনন্ত জিজ্ঞাসা: সীতাৰ মুক্তি হ'ব কেতিয়া?

সেই শৈশৱতে, জনা আৰু নজনাৰ সেই সন্ধিক্ষণতে, সাধু শুনিব পৰাৰ সেই বিণিকি বিণিকি উপলব্ধিৰ বয়সতে, জ্যোতিয়ে আইতাকৰ মুখত ৰামায়ণৰ কাহিনী শুনিছিল। সাধুকথাৰ চলেৰে কোলাত সুমুৱাই তাক শুৱাবৰ সময়ত আইতাকে কৈছিল সেই সাধু। সাধু শুনি জ্যোতিৰ টোপনি গৈছিল। সেই কাহিনী পুনৰ শুনিবৰ বাবে জ্যোতিৰ আগ্ৰহ অত্যুগ্ৰ হৈছিল সত্য, কিন্তু সেই কাহিনীয়ে তাৰ মনত বিস্ময়ৰ সৃষ্টি কৰা নাছিল, মনৰ গোপন কোণত অদৃশ্য অক্ষৰে বন্দী সীতাৰ নাম পৰা নাছিল খোদিত কৰিব।

সময় অতিবাহিত হ'ল। সময়ৰ জখলাইদি নামি গ'ল পিছলৈ একেবাৰে নোচোৱাকৈ দিন সপ্তাহ মাহ আৰু বছৰ। শৈশৱ অতিক্ৰমি কৈশোৰৰ আৱিৰ্ভাৱ হ'ল। মাতৃয়ে শুনালে তাক ৰামায়ণৰ কাহিনী আৰু লগে লগে সীতাৰ বন্দিত্বই ৰূপ ল'লে মনত এক অন্তহীন জিজ্ঞাসাৰ, প্ৰাণৰ এক শেষহীন আকৃতিত।

কিৰণময়ীয়ে যেতিয়া সন্ধিয়া তেওঁৰ সন্তানক ৰামায়ণৰ কাহিনী শুনায়, তেতিয়া কোনো এঠাইত স্থিৰভাৱে বহি সাধুকথা কোৱাৰ দৰে সেই কাহিনী নকয়। তেওঁ সেই কাহিনী কোৱাৰ লগে লগে মজিয়াত থিয় হৈ ইফালে সিফালে কোনো ভাৱৰীয়াৰ দৰে অহা-যোৱা কৰি কাহিনীৰ লগত মিলাই হাত-ভৰি সমস্ত শৰীৰ সঞ্চালন কৰি অভিনয়ত লিপ্ত হৈ পৰে। ৰাম বা লক্ষ্মণে বাণ প্ৰহাৰ কৰিবৰ সময়ত তেওঁ পিঠিৰ তূণৰ পৰা শৰ আনি ধেনুৰ ভিৰ দি প্ৰহাৰ কৰা দেখুৱায়, সেই শৰৰ শব্দ মুখেদি তেওঁৰ অবিকল প্ৰকাশ পায়। জ্যোতিয়ে ৰামায়ণৰ কাহিনীও শুনে আৰু মন্ত্ৰমুগ্ধৰ দৰে তাৰ অভিনয়ো দেখিবলৈ পায়।

সেই তেতিয়াই পৰম বিস্ময়ৰ সেই ঘটনাটো ঘটিল।

ৰাৱণে যেতিয়া সীতাক হৰণ কৰিলে, ভয়ঙ্কৰৰূপী ৰাক্ষসে যেতিয়া সীতাক হাতত ধৰি প্ৰচণ্ড বেগেৰে নিবলৈ ধৰিলে, তেতিয়া কিৰণময়ীয়ে নিজৰ সোঁগালত সোঁহাত থৈ মজিয়াতে একাজৰ পৰা সিফাললৈ গৈ হায় ৰাম হায় ৰাম ধ্বনি কৰিবলৈ ধৰিলে। হায় ৰাম হায় ৰাম ধ্বনি ক্ৰমে বিলাপত পৰিণত হ'ল।

তেনে অৱস্থাতে মাতৃয়ে দেখিলে পুত্ৰৰ দুয়োটা চকুৰ পৰা দুটোপাল চকুলো ওলাই আহিছে।

এদিনৰ বাবে ৰামায়ণৰ কাহিনী শেষ হ'ল। জ্যোতি শুবলৈ গ'ল।

জ্যোতিৰ টোপনি নাহিল।

তামোলবাৰী চাহ বাগিচাৰ পৰা পিতৃ পৰমানন্দ আহিল।

কিৰণময়ীয়ে স্বামীক ক'লে জ্যোতিৰ সেই অৱস্থাৰ কথা।

পৰমানন্দই ঠিক কৰিলে, তেজপুৰত তেতিয়া চলি থকা ৰামলীলা দেখুৱাবলৈ জ্যোতিক লৈ যাব। ৰামায়ণৰ কাহিনী অভিনয়ৰ যোগেদি চাই পুত্ৰই নিজৰ

মনত উদয় হোৱা জিজ্ঞাসাৰ যথাযথ উত্তৰ পাব।

ৰামলীলাৰ দৰ্শকৰ প্ৰথম শাৰীত বহি গধূলি জ্যোতিয়ে মঞ্চত অভিনয় চায়। কাষত পিতাক পৰামনন্দ।

দুদিন চোৱাৰ পিছত সেই দৃশ্যটো অভিনীত হ'ল। ৰাৱণে সীতাক হৰণ কৰিছে। সন্ন্যাসীৰ বেশ পৰিত্যাগ কৰি নিজৰ ভয়াবহ ৰূপ লৈ ৰাৱণে সীতাৰ হাতত ধৰিছে।

সেই দৃশ্য দেখি অভিভূত, বিগলিত হোৱাৰ মানসেৰে জ্যোতিয়ে পৰমাগ্ৰহেৰে ক্ষণে ক্ষণে চকু বহল কৰি মূৰ তুলি মঞ্চলৈ চাইছিল। অঘটন ঘটিব বুলি ভাবিছিল সি। হায় ৰাম হায় ৰাম ধ্বনিৰে সমস্ত মঞ্চ, মঞ্চ অতিক্ৰমি ইফালে সিফালে চাৰিওফালে হাহাকাৰ ধ্বনি উঠিব বুলি সি ব্যাকুল হোৱাৰ বাবে নিজক প্ৰস্তুত কৰিছিল।

কিন্তু সেই আশা দুৰাশাত হ'ল পৰিণত। কল্পনাৰ ঢৌ উঠিবলৈ নৌ পাওঁতেই মঞ্চতে মাৰ গ'ল।

কোনো এক চঞ্চল যুৱকে মুখত বিকৃত ৰঙৰ প্ৰলেপ সানি কৰা সেই সীতাৰ অভিনয়ে জ্যোতিৰ হৃদয়ত তুলিব নোৱাৰিলে সামান্য এক প্ৰতিধ্বনি।

এই সীতা সেই আচল সীতা নহয়।

অভিনয় চাই থাকোতেই আধামুদা চকুৰ আগত, স্বপ্নৰ বিভোৰত যেন, সি দেখিবলৈ পালে মাতৃ কিৰণময়ীয়ে সেই গধূলি প্ৰতিফলিত কৰা সেই শোকাকুল সীতাক, ৰামায়ণৰ কোনো এক পদৰ দৰেই চিৰপৱিত্ৰ সীতাক, মুখত হায় ৰাম! হায় ৰাম! অনন্ত বিলাপ।

ৰামলীলাৰ সীতাবেশী পুৰুষৰ অভিনয়ে জ্যোতিক বিভ্ৰান্ত, বিব্ৰত কৰিলে। পিতাকক সি জনাই দিলে, ৰামলীলা চাবলৈ সি আৰু নাহে।

ঘৰলৈ উভতি গৈ জ্যোতিৰ বিষণ্ণ মনক অনুপ্ৰাণিত কৰিবৰ বাবে পৰমানন্দ বহিল অৰ্গেণৰ কাষত। অৰ্গেণতে হাত থৈ থিয় দিলে জ্যোতিয়ে। অদূৰত বহিল কিৰণময়ী।

অৰ্গেণৰ হাতীৰ দাঁতৰ দৰে শুভ্ৰ ৰীৰত হাত থৈ পিতাকে পুত্ৰৰ মুখলৈ চাই এটা হাঁহি মাৰিলে। পুত্ৰৰ মুখতো দেখা গ'ল সেই কিশোৰৰ সহজাত হাঁহি। কিৰণময়ীৰ মুখতো দেখা গ'ল এক হাঁহি। সেই হাঁহি তৃপ্তিৰ।

পৰমানন্দই সুৰ ধৰিলেঃ হৰিবাক পাবস চন্দ্ৰৰ ৰোহিণীক। সত্যৱন্ত ভাৰ্যা নিবে পাৰ সাবিত্ৰীক। বশিষ্ঠৰ অৰুন্ধতী পাৰ হৰিবাক। তথাপিতো নোৱাৰিবি ৰামৰ সীতাক।। লঙ্কাৰ অগনিকুণ্ড মোক যেবে নিবি। ৰামৰ হাতত মূঢ় অৰণ্যে মৰিবি।।

পৰমানন্দই সুৰ বন্ধ কৰি অৰ্গেনৰ ৰীৰত হাত থৈয়েই পুত্ৰলৈ চালে।

জ্যোতিৰ মুখত ভেতিয়া এক জ্যোতিৰ্ময় হাঁহি।

"পূৰ্ব কবি অপ্ৰমাদী মাধব কন্দলী আদি, তেহে বিৰচিলা ৰাম কথা ঃ মহাপুৰুষ শংকৰদেৱে এইদৰে উল্লেখ কৰা মাধৱ কন্দলীৰ ৰামায়ণৰ পদত মই সুৰ দিলোঁ। শুনিলা ?"

এইবাৰ কিৰণময়ীয়ে সুৰ লগাই গালে, সেই মাধৱ কন্দলীৰে কথা, "সমস্ত তত্বক কোনো বুজিবাক পাৰে, পাখি সৱ উৰয় যেন পথা অনুসাৰে।"

কিৰণময়ী এইবাৰ উদাত্ত হৈ উঠিল। তেওঁ নিজৰ মোহিনী সুৰেৰে আওৰালে ঃ আকাশৰ মাজে শীঘ্ৰে কৰি উবাৰে। দুৰ্ঘোৰ ভয়ত সীতা কান্দে দীৰ্ঘৰাৱে।। উত্ৰায়ল চিত্ত ভৈল শিহৰিল গাৱ। হাকলে বিকলে কান্দে কাম্পে হাত পাৱ।। হা হা প্ৰভু ৰাম মোৰ তুমি নিজপতি। তোমাৰ ভাৰ্যাক হৰে ৰাৱণ দুৰ্মতি।।

জ্যোতিয়ে য'তেই আছিল ত'তেই থিয় হৈ মাতৃদেৱীৰ সেই চিত্ত-বিমোহিনী সুৰ শুনিবলৈ ধৰিলে।

কিৰণময়ীৰ চিত্তস্পৰ্শী শুৱলা সুৰত কীৰ্তন, ৰামায়ণ আৰু মহাভাৰতৰ পদ শুনিবলৈ ঘৰৰ সকলোৱেই উদগ্ৰীৱ হৈ থাকে।

এজনী লিগিৰিয়ে আহি ক'লেহি, "জ্যোতিৰ মাষ্টৰ কেতিয়াবাই আহি বহি আছে।"

পৰমানন্দই দেৱালৰ ঘড়ীলৈ চালে। ঘড়ীৰ পেণ্ডুলামৰ গতি ক্লান্তিহীন।

জ্যোতিৰ মোহভঙ্গ ঘটিল। সি এইবাৰ সোমাব অঙ্ক, ভূগোলৰ জগতত।

## ॥ দুই ॥

জ্যোতিৰ কোঠাত সোমোৱাৰ অধিকাৰ কেৱল দুজনৰ। মাতৃ কিৰণময়ী আৰু ৰূপহীৰ।

এটা অপূৰ্ব সুন্দৰ কোঠা। চাৰিখন দেৱালত কোমল পাতল চাৰিটা ৰঙৰ সমাবেশ। সোণালী, ৰূপালী, সেউজীয়া আৰু আকাশৰ ৰং। চিলিঙত সোণালী আৰু সেউজীয়াৰ এক স্নিগ্ধ মৃদু সমন্বয়।

দুখন দেৱালত সজাই থোৱা কিছুমান বিচিত্ৰ ছবি। দুখন পাখি মেলি উড়ন্ত শুভ্ৰবেশী পৰী। পশ্চাদৰ দেৱালৰ ৰঙণ আকাশী। পৰীৰ ওঁঠত গোলাপী আভা। দুটা তীব্ৰ চকুৰে পৰীয়ে জ্যোতিলৈ চাই থাকে। কোঠাটোৰ যিকোনো কোণতে, বিন্দুতে সি নাথাকক, সেই চকুৰ দৃষ্টিয়ে তাক অবিৰত উন্মনা কৰে। নিজৰ দুটা চকু যিমান পাৰে সিমান বহল কৰি সি চায়, দুটা চকু আধা মুদাই চায়, এটা চকু হাতেৰে বন্ধ কৰি আনটো চকুৰে চায়ঃ পৰীৰ সেই বিমুগ্ধ দৃষ্টিৰ পৰা খন্তেকৰ বাবেও ৰক্ষা নাই।

বিছনাত বহি সি চায়। বিছনাত শুই সি চায়। আঙুলিৰ ফাঁকেৰে চায়। পৰীৰ গোলাপী ওঁঠৰ সেই নিৰন্তৰ হাঁহি, পৰীৰ আকাশী ৰঙৰ দুটা চকুৰ সেই চিত্তবিমোহিনী দৃষ্টি।

পৰীক সি অগ্ৰাহ্য কৰিবলৈ প্ৰয়াস কৰে। পৰীক সি তাৰ নিকট সম্পৰ্কৰ পৰা বঞ্চিত কৰিবলৈ উদ্যত হয়। পৰী যেন কোনো দিন কেতিয়াও এই কোঠাত নাই, সেই কথা সত্য বুলি ভাবিবলৈ সি আৰম্ভ কৰে। কিন্তু পৰীৰ সেই আলোকিত ৰূপ, পৰীৰ সেই অপলক দৃষ্টিয়ে তাক ক্ষণে ক্ষণে, নিশ্বাসৰ প্ৰতি মুহূৰ্তে মুহূৰ্তে, আকৰ্ষিত কৰে, বিমোহিত কৰে, কৰে উদ্বেলিত।

এদিন সন্ধ্যা, বৰ্ষাৰ অজস্ৰ বৃষ্টি ধাৰাই যেতিয়া সমস্ত পৃথিৱীৰ পৰা এই সামান্য কোঠাটো সম্পূৰ্ণৰূপে কৰি দিছিল বিচ্ছিন্ন, সমগ্ৰ বিশ্বৰ স্থিতি যেতিয়া জ্যোতিয়ে এই কোঠাত অনুভৱ কৰিছিল কোনো এক অলৌকিক অভিনৱ

অনুকম্পাৰে, তেতিয়া, সেই এক একাকী, নিঃসংগ সন্ধিয়াত তাৰ মনত এই জিজ্ঞাসা উদয় হ'লঃ পৰীৰ এই ছবি কি সঁচাকৈয়ে কেৱল এখন ছবিয়েই? প্ৰাণহীন? কণ্ঠৰুদ্ধ? তোমাৰ সেই বিনন্দীয়া হাঁহি সি সঁচাকৈয়ে হাঁহি নহয়? কেৱল এক প্ৰগাঢ় ৰঙৰ প্ৰলেপ? কোনো এক কল্পনাসৰ্বস্ব চিত্ৰকৰৰ অকাৰণ অভিলাষ?

বাহিৰত ক্লান্তিহীন বৰ্ষাৰ প্লাৱন। পৃথিৱীৰ সকলো সম্পৰ্ক বিচ্ছিন্ন কৰি নিজকে নিজে আৱিষ্কাৰ কৰাৰ এই এক পৰম অপূৰ্ব মুহূৰ্ত। ছেকেণ্ড অতিক্ৰমি মিনিটত, মিনিট অতিক্ৰমি পৰিণত হয় ঘণ্টাত।

হঠাৎ বন্ধ দুৱাৰত শব্দ হয়।

জ্যোতিয়ে স্বপ্ন নিঃশেষ হোৱাৰ ভীতিত সেই শব্দ অগ্ৰাহ্য কৰে। কেবাবাৰো কৰে। শব্দ বেছি হ'বলৈ ধৰে। জ্যোতিৰ স্বপ্ন ভঙ্গ হয়।

এই শব্দ মাতৃৰ হাতৰ নহয়। মাতৃয়ে কেৱল জ্যোতি জ্যোতি বুলি মাতে কেবাবাৰো। সেই কণ্ঠস্বৰ শুনিবৰ বাবেই সি সদায় কাণ সজাগ কৰি ৰাখে।

এই শব্দ ৰূপহীৰ।

দুৱাৰ নোখোলা পৰ্যন্ত ৰূপহীৰ ক্লান্তিহীন আঘাত দুৱাৰত।

জ্যোতিয়ে দুৱাৰ খোলে। প্ৰথমতে ৰূপহীয়ে, বহুদিন যেন জ্যোতিক দেখা নাই সেই আকুলতাৰে, তাৰ গালৈ বাৰে বাৰে জপিয়াই ঘ্ৰাণ লয়। উন্মাদৰ দৰে। ভালেমান সময় নেদেখাৰ বাবে সি কোনো এক সুদূৰ বিদেশী হৈ যোৱাৰ আশংকাত।

বিশ্বাস যেতিয়া হ'ল তাইৰ দৃঢ়, সেই আগৰ জ্যোতি আৰু এতিয়াৰ এই জ্যোতি, এই দুয়োটা জ্যোতি একেটাই জ্যোতি, তেতিয়া ৰূপহীয়ে জ্যোতিৰ বিছনাত উঠি দুটা চকুৰে জ্যোতিৰ কাৰ্যকলাপ নিৰীক্ষণ কৰিবলৈ ধৰিলে পৰম কৌতূহলেৰে।

জ্যোতিৰ ওপৰত এতিয়া চাৰিজোৰা চকুৰ অপলক দৃষ্টি। পৰীৰ আৰু ৰূপহীৰ।

বৰফশুভ্ৰ ৰূপহীৰ বৰণ। দুটা ক'লা চকু, মণি পৰ্যন্ত ক'লা। দুটা চকুৰ মাজেৰে শুভ্ৰ ৰঙৰ অপৰূপ প্ৰলেপ যেন নামি আহিছে নাকলৈ। একেই ক'লা নাক। দুয়োখন কাণৰ ভিতৰৰ সামান্য গোলাপী ৰঙৰ আভা। মাজে মাজে তাই এটা চকু মুদি আনটোৰে জ্যোতিলৈ চাই থাকে। মাজে মাজে এটা আৰু কেতিয়াবা একেলগে দুয়োটা চকু আধা মুদি জ্যোতিলৈ চাই তাই। জ্যোতিয়ে তাইৰ সঘনে দুটা চকুৰ দৃষ্টিৰ পৰিৱৰ্তন চাই বিমোহিত হ'বৰ বাবে কোঠাটোৰ এফালৰ পৰা আন ফাললৈ অহা-যোৱা কৰেঃ তাৰ গতি যিমানে দ্ৰুত হয়, সিমানে ৰূপহীৰো দৃষ্টি দ্ৰুত হয়।

বৃষ্টিৰ প্ৰকোপ বাহিৰত লাহে লাহে কমি আহে।

*বেৰত সজোৱা থাকে দুটাইত দুডাল লতা। পিন কৰা কেইটামান পখিলা।*

বিচিত্র ৰঙৰ চৰাইৰ কেইটামান পাখি।

তিনিটা ডাঙৰ চৰাইৰ তিনিখন ছবি। বৰ্ণাঢ্য। এটা বহি আছে গছৰ ডালত। এটা উৰি আছে অনন্ত আকাশত। এটা শুই আছে নিজৰ বাহত কোনো সংগীৰ অন্তহীন অপেক্ষাত।

বেৰৰ লগ লগা মেজত বহুতো ৰঙিল পেঞ্চিল। কেবাটাও ৰঙৰ ৰাকচ। তুলি।

মাজে মাজে জ্যোতি চঞ্চল হৈ উঠে। বেৰৰ কাষত থিয় হৈ তুলিকাৰে চৰাইৰ পাখিৰ ৰং গাঢ় কৰে। কেতিয়াবা কেবাটাও ৰঙৰ সমাবেশেৰে পক্ষীৰ ৰূপ বিচিত্ৰ, বহুৰঙী কৰে।

এদিন এটা ঘটনা ঘটিল।

সেই যে আকাশত উৰি আছে চৰাইটো, যিটো চৰায়ে উৰি উৰি ঈশ্বৰৰ সান্নিধ্য বিচাৰে নিৰন্তৰ, যাৰ ডেউকাৰ শক্তি ক্লান্তিহীন, সেই চৰাইটো নিজ হাতে জ্যোতিয়ে অংকন কৰিব। কোনো পৰিচয়-ঠিকনাহীন চিত্ৰকৰৰ সেই পক্ষীৰ ছবিৰ কাষতে সি নিজৰ পৰিচয় আৰু ঠিকনাৰে সেই ছবি গ্লাছৰ ফ্ৰেমেৰে বান্ধি থ'ব।

জ্যোতিয়ে চিত্ৰৰ কাগজ, ৰং, তুলি মেজত সজাই ল'লে।

চৰাই হ'ব তাৰ শিল্পী সত্তাৰ প্ৰথম প্ৰণতি।

বিমুগ্ধ দৃষ্টিৰে ভূমামুখী পক্ষীলৈ চালে সি। বহুত সময় চাই থাকিল।

পেঞ্চিলৰ প্ৰথম কেইটামান ৰেখাতে, প্ৰথম কেইটামান আঁচতে, তাৰ ভুল হৈ গ'ল।

তাৰ চিত্ৰত পক্ষীয়ে বিভিন্ন ৰূপ ল'লে।

ৰঙৰ প্ৰলেপ য'ত হ'ব লাগিছিল কোমল, তাত হ'ল প্ৰগাঢ়। বৰণ য'ত দিব লাগিছিল বাসন্তী, তাত হ'ল হালধীয়া আৰু সেউজীয়াৰ এক অদ্ভুত সংমিশ্ৰণ। হঠাতে সি দেখা পালে, চৰাইৰ শৰীৰৰ তুলনাত পাখি দুখন বৃহত্তৰ হৈ পৰিল : এনে এক ভাৰৰ সৃষ্টি, যেন পখীৰ শৰীৰতকৈ তাৰ পাখিৰ কলেবৰ ডাঙৰ নহ'লে সেই পখীয়ে আকাশত উৰিব নোৱাৰে।

এখনৰ পিছত এখনকৈ জ্যোতিয়ে কাকত ফালিবলৈ ধৰিলে।

জ্যোতিৰ খেলিমেলি লাগি গ'ল।

তেতিয়া নিশ্চিন্তভাৱে ৰূপহী জ্যোতিৰ বিছনাত শুই আছে।

পক্ষীৰ আকৃতিয়ে কোনো এক ৰূপ, বিশিষ্ট কোনো এক অনন্য চৰিত্ৰ ল'ব নোৱাৰিলে।

এইবাৰ জ্যোতিয়ে চিত্ৰৰ তুলিকা থৈ পেঞ্চিল হাতত ল'লে।

চৰাইৰ বিকৃত ৰঙৰ তলত জ্যোতিয়ে অবিকৃতভাৱে লিখি পেলালে, এবেটো উশাহতে যেন লিখি পেলালে, এইকেইটা শব্দ :

চৰাই বনৰীয়া মুকলিমূৰীয়া।
গাঁৱ বনৰীয়া গীত,
মনে উৰো উৰো কৰে তোৰ লগতে
মোৰে উৰণীয়া চিত।

লিখি শেষ কৰিয়েই সি বিমুগ্ধ চিত্তে নিজৰ সেই ৰচনালৈ চকু বহল কৰি চালে। এবাৰ নহয়, দুবাৰ নহয়, কেবাবাৰো।

জ্যোতিৰ জীৱনৰ এই প্ৰথম গীত।

বিস্ময়াভিভূত হৈ সি চালে নিজৰ হাতৰ আখৰবোৰলৈ।

এয়া তাৰ নিজৰ হাতৰ আখৰ নহয়নে?

চিত্ৰৰ পৰিসীমা অতিক্ৰমি শব্দই তাৰ নিজস্ব মহিমা কৰিলে আলোকিত। ধ্বনি আৰু প্ৰতিধ্বনি তুলিলে তাৰ কিশোৰ হৃদয়ত।

জ্যোতিয়ে প্ৰথমতে লাহে লাহে পঢ়িলে তাৰ সেই নতুন গীতৰ ফাকি। ডাঙৰকৈ পঢ়িলে সি সেই প্ৰথম কবিতাৰ শাৰী। বিমোহিত হ'ল জ্যোতি। এইবাৰ পঢ়িলে সি গীতৰ সুৰেৰে। এইবাৰ পঢ়িলে সি কবিতাৰ লয়েৰে। এইবাৰ পঢ়িলে সি বিছনাত বহি। চকীত বহি। এবাৰ পঢ়িলে কোঠাত ধীৰে ধীৰে খোজ কাঢ়ি। এইবাৰ ডাঙৰকৈ দ্ৰুতগতিৰে কোঠাত অহা-যোৱা কৰি।

ৰূপহীৰ টোপনি ভাগি গ'ল। তাই আগৰ দুয়োটা ঠেঙেৰে জ্যোতিৰ কঁকালত সাবটি ধৰিলে। জ্যোতিক শান্ত হ'বলৈ তাই আবেদন জনালে।

জ্যোতি শান্ত হ'ল।

জীৱনৰ এই প্ৰথম কবিতাৰ, গীতৰ ফাকি সৰ্বপ্ৰথমে দেখুৱাব লাগিব মাতৃক। মাতৃক সুধিব সি, মা, মই কি সঁচাকৈয়ে কবিতা লিখিব পাৰিম?

দুদিনৰ পিছত। আবেলি। দক্ষিণৰ ব্ৰহ্মপুত্ৰৰ পৰা এছাটি প্ৰবল বতাহ উটি আহিছিল।

স্কুলৰ পৰা খৰখৰকৈ আহি সি কোঠাৰ খিৰিকি খুলি দিছিল।

কাষৰ বাগানৰ পৰা অহা কেবাবিধো ফুলৰ সুগন্ধ সি প্ৰাণভৰি গ্ৰহণ কৰিলে।

খিৰিকিৰে সি দেখিলে, আকাশৰ ৰং আৰু পৰীৰ ছবি সযত্নে ৰখা দেৱালৰ ৰং একেটাই। কিন্তু ৰঙৰ সাদৃশ্য সত্বেও, সেই আকাশৰ বৰণ আৰু এই আকাশী বৰণ সেই দুয়োটা বৰণেই একেটা বৰণ নহয়। এই দুয়োখন আকাশ একেখন আকাশ নহয়।

জ্যোতিৰ কল্পনা পুনৰ কোঠাৰ পৰিধি অতিক্ৰম কৰি মহাকাশৰ দিগন্তৰ দিশে ধাৱিত হ'ল।

আকাশৰ পৰা পৃথিৱীলৈ পৰী নামি আহে। পৃথিৱীৰ পৰা পুনৰ সেই পৰী আকাশলৈ উৰি যায়।

ব্ৰহ্মপুত্ৰৰ পানীৰ পৰা বতাহ পাৰলৈ উৰি আহে। পাৰৰ পৰা পানীৰ বুকুলৈ

ৰতাহ উটি যায়।

ব্ৰহ্মপুত্ৰৰ পাৰত থিয় হৈ থাকোতে বামুণী পাহাৰত থিয় হৈ থাকোতে বহুদিন ধৰি আকাশৰ পৰা পৰী নামি অহা জ্যোতিয়ে দেখিছে। কেতিয়াবা অকলে অকলে আহে পৰী, কেতিয়াবা একেলগে কেবাজনীও আহে পৰী।

সেই পৰীবোৰৰ নাম জনা হ'লে? জ্যোতিয়ে কল্পনা কৰে, পৰীৰ নাম জনা হ'লে সি নাম ধৰি পৰীক মাতিলেহেঁতেন।

এই যে বিচিত্ৰ ৰঙৰ পোছাক পিন্ধি, আনন্দ উল্লাসত অধীৰ হৈ পথেদি অহা-যোৰা কৰে বালিকাবোৰ, সিহঁতে অন্ততঃ তাৰ দুজনীমানে, পৰীৰ দৰে উৰিব পৰাহেঁতেন! সিহঁতৰ প্ৰত্যেকৰে নাম নেজানে সি। কিন্তু কোনোবা এজনী ছোৱালীয়ে অপূৰ্ব ছন্দ লয়লাসেৰে উৰা মাৰিব পৰা হ'লে কি তাইৰ নাম থ'লেহেঁতেন সি?

হঠাতে বহুত নাম উদয় হ'ল জ্যোতিৰ মনত।

পৰীৰ বেশ ধৰি আকাশলৈ উৰিব খোজা ছোৱালীবোৰৰ নাম ভাবি থাকোতে তাৰ মনত পৰিল মাতৃদেৱীয়ে জাত লগাই গুৱলা মাতেৰে গোৱা দশমৰ ৰাসলীলাৰ সেই গোপীবোৰৰ নাম। প্ৰতিটো পদ তাৰ মনত নাই। তথাপি সি শব্দ কৰি উচ্চাৰণ কৰিলে নামবোৰ এনেদৰেঃ ইন্দুমতী মদনমঞ্জৰী ৰত্নমালা।। পদ্মাৱতী কুন্তী কুমুদিনী চন্দ্ৰকলা।। ৰোহিনী স্বয়ম্বৰী সুপ্ৰভা বিদ্যাধৰী। মাধৰী ৰাধিকা মধুমতী মন্দোদৰী।। শশী ৰুচি চম্পকললিতা কামপাশা।। কাদম্বিনী মদনমনী মদালসা।। সুপ্ৰভা সুভাগ্য সৌভাগিনী শুভাচলা। ভূষণা ইন্দিৰা হীৰা ভাৰতী উৎপলা।।

সেইবোৰ নামৰ লগত সি নিজৰ ফালৰ পৰা যোগ দিব খুজিলে দুটামান নামঃ ৰুক্মিণী সেউজী আকাশী চিত্ৰলতা। চিত্ৰলতা? চিত্ৰলতা হ'ব নোৱাৰে। হ'ব পাৰে চিত্ৰা। চিত্ৰা হ'ব নোৱাৰে। কি হ'ব পাৰে? চিত্ৰ- চিত্ৰলেখা? চিত্ৰলেখা! কি অপূৰ্ব মনোৰম নাম! চিত্ৰলেখা!

জ্যোতিৰ আকৌ এবাৰ স্বপ্নভংগ হ'ল।

পিতাক পৰমানন্দ চাইকেলৰ পৰা নমা শব্দ সি শুনিবলৈ পালে।

ৰূপহীৰ মূৰত হাত ফুৰাই মৰম কৰি সি চাইকেলখন গেটৰ বাহিৰ কৰিয়েই দুৰন্ত গতিৰে চলাবলৈ ধৰিলে। কোনো লক্ষ্য নাই। কাকো লগ পোৱাৰ আকাংক্ষা নাই।

প্ৰবল বেগেৰে চাইকেল চলিছে। পদুমপুখুৰীৰ পাৰে পাৰে, নদীৰ কাষেৰে, পাহাৰৰ ওপৰৰ পৰা তললৈ, শ্বাসৰুদ্ধ গতিৰে জ্যোতিয়ে চাইকেল চলাইছে।

ঘৰলৈ প্ৰত্যাৱৰ্তনৰ পথত এখন দোকানৰ পৰা 'ইংলিছমেন' নামৰ কলিকতীয়া কাকতখন লৈ আহে জ্যোতিয়ে পিতাকৰ বাবে। প্ৰথম পৃষ্ঠাতে ডাঙৰ আখৰেৰে বাতৰি আহে, ৰবীন্দ্ৰনাথে নবেল পুৰস্কাৰ লাভ কৰিছে সাহিত্যত: 'গীতাঞ্জলি'

কাব্য-গ্ৰন্থৰ বাবে। ভাৰতৰ এজন কবি পৃথিৱীবিখ্যাত হৈ গ'ল। জ্যোতিয়ে গৰ্ব অনুভৱ কৰিলে। ৰবি ঠাকুৰ ডাঙৰ কবি বুলি সি শুনিছে, কিন্তু তেওঁ যে ইমান ডাঙৰ কবি, সি ভাবিব পৰা নাছিল।

পিতাকে আবৃত্তি কৰিবলৈ শিকোৱা ৰবীন্দ্ৰনাথৰ সেই কবিতাৰ ফাঁকি সি লাহে লাহে কেৱল নিজেহে শুনিব পৰাকৈ আবৃত্তি কৰিলেঃ কি জানি কি হ'ল আজি, জাগিয়া উঠিল প্ৰাণ, দূৰ হতে শুনি যেন মহাসাগৰেৰ গান। ওৰে চাৰি দিকে মোৰ এ কী কাৰাগাৰ ঘোৰ, ভাঙ্ ভাঙ্ ভাঙ্ কাৰা, আঘাতে আঘাত কৰে।

পৰমানন্দই কাগজ পঢ়ি জ্যোতিক অসমীয়াত কয়ঃ ইউৰোপত যুদ্ধৰ সম্ভাৱনা প্ৰকট। ৰুছদেশৰ জাৰৰ বিৰুদ্ধে সংঘৰ্ষ তুমুল।

তাৰ পিছদিনাই স্কুলত এটা ঘটনা ঘটিল। স্কুলৰ বাৰ্ষিক অধিবেশনত জ্যোতিয়ে এটা কবিতা আবৃত্তি কৰিছিল। কবিতাটো চন্দ্ৰকুমাৰ আগৰৱালাৰ। জ্যোতিৰে মাজু দেউতাকৰ। আৰু সেই কবিতাৰ আবৃত্তি চন্দ্ৰকুমাৰেই তাক শিকাইছিল। বৈ বৈ প্ৰত্যেকটো শব্দৰ শুদ্ধ উচ্চাৰণ কৰিবলৈ মাজু দেউতাকে শিকাই দিছিলঃ বিচিত্ৰ মেঘৰ ভাবেৰে ৰঞ্জিত মানৱী আত্মাৰ খেল।। মহা মহত্বৰ অভিলাষী নৱ বিশ্বৰ প্ৰাণেৰে মেল।। লোকালোক সউ মুখৰিত হ'ল উদিল পুজাৰ বেলি।। জুৰিলে হেঙুলী ধূপ-ধুনাৰেই নীলিমাৰ খেলিমেলি।। কতনা কালৰ মানৱ-সন্ততি আৰাধিছে বিয়াকুল।। বিশ্বৰ প্ৰেমত বিভোৰ মগন উছৰ্গি ভকতি ফুল।। —

স্কুলৰ হেডমাষ্টৰে জ্যোতিক কবিতা আবৃত্তি কৰিবলৈ আহ্বান কৰি ক'লে, এতিয়া আমাৰ বিদ্যালয়ৰ উজ্জ্বল নক্ষত্ৰ জ্যোতিপ্ৰসাদ আগৰৱালাই অসমৰ প্ৰখ্যাত কবি চন্দ্ৰকুমাৰ আগৰৱালাৰ এটা কবিতা আবৃত্তি কৰিব।"

এদিন পৰমানন্দই জ্যোতিক হাতত ধৰি পকীৰ এটা কোঠাৰ দুৱাৰমুখত থিয় কৰালেগৈ।

ধীৰে ধীৰে পৰমানন্দই চাবিৰে সেই কোঠাৰ দুৱাৰৰ তলা খুলিলে।

জ্যোতিৰ সন্মুখত উন্মোচিত হ'ল, হ'ল আৱিষ্কৃত, এখন নতুন জগত।

এক বিশাল কোঠাত ৰাশি ৰাশি প্ৰাচীন অসমীয়া পুথি। তলে-ওপৰে ইফালে-সিফালে চাৰিওফালে। একাষত কিছুমান ছপা গ্ৰন্থ।

"এই বিশাল অসমীয়া সংস্কৃতি সম্পদ উদ্ধাৰ কোনে কৰিলে? তোমাৰ ককাদেউতা হৰিবিলাস আগৰৱালাই।"

## ॥ তিনি ॥

জ্যোতিৰ সন্মুখত উন্মোচিত হ'ল এক বিপুল ঐশ্বৰ্য সম্ভাৰ।

ৰাশি ৰাশি পুথি। ধূসৰ পাণ্ডুলিপি। ঠাক-ঠাককৈ সজোৱা। তলৰ পৰা ওপৰলৈ, বাওঁহাতৰ পৰা সোঁহাতলৈ, ৰাশি ৰাশি ৰেকত সজোৱা অজস্ৰ প্ৰাচীন অসমীয়া পুথি। একোখন পুথি অতি সাৱধানে সযতনে বান্ধি থোৱা আছে। শুকান বিস্কুটৰ দৰে কিছুমান পুথিৰ পাত। কুঁহুমাণ্ডবিৰ অজস্ৰ বিন্ধাৰে থকাসৰকা।

অসমৰ বিভিন্ন স্থানৰ প্ৰায় পঞ্চাশখন সত্ৰৰ পৰা, বিভিন্ন মানুহৰ ঘৰৰ পৰা, হৰিবিলাস আগৰৱালাই পুথিবোৰ সংগ্ৰহ কৰিছিল। মাহ মাহ ধৰি, বছৰ বছৰ ধৰি, কেতিয়াবা নিজে গৈ, কেতিয়াবা লোক পঠিয়াই, কেতিয়াবা বহুতো লোকক বিভিন্ন স্থানলৈ প্ৰেৰণ কৰি, হৰিবিলাসে পুথি সংগ্ৰহ কৰিছিল।

পৰমানন্দই পুত্ৰ জ্যোতিক হৰিবিলাসৰ সেই ঐতিহাসিক আৱিষ্কাৰৰ কাহিনী ক'বলৈ ধৰিলে।

জ্যোতি : দেউতা, ককাদেউতাক এই কামত ঘৰৰ কোনোবাই সহায় কৰিছিল নে?

পৰমানন্দ : সহায়? কেৱল সহায়েই নহয়। দিনে দিনে উদ্‌গনি দিছিল তেওঁৰ মাকে।

জ্যোতি : মাকে? তেওঁৰ মাক কি অসমীয়া আছিল?

"জাতে-পাতে অসমীয়া। অসমীয়াৰ ঘৰৰ জীয়ৰী আছিল আমাৰ আইতা। নাম কি আছিল জানা? সাদৰী। নামত যেনেকৈ আছিল তেওঁ সাদৰী, তেনেকৈ কথা-বতৰা, ব্যৱহাৰ, মৰম-চেনেহ সকলোকালে আছিল সাদৰী।"

জ্যোতিয়ে লক্ষ্য কৰিলে, দেউতাকে যেতিয়া তেওঁৰ আইতাকৰ কথা কয়, তেতিয়া তেওঁৰ সমগ্ৰ মুখমণ্ডল আইতাকৰ প্ৰতি থকা শ্ৰদ্ধা, অনুৰাগ, স্নেহেৰে সিক্ত হৈ পৰে।

পৰমানন্দই ক'লে, "আইতা আছিল গমিৰিৰ বিখ্যাত ৰাজখোৱা ঘৰৰ জীয়ৰী।

অসমীয়া সংস্কৃতি, অসমীয়া ভাষা-সাহিত্য চৰ্চাৰ কেন্দ্ৰস্থল আছিল ৰাজখোৱাৰ ঘৰ। আইতাই পঢ়িব নাজানিছিল। কিন্তু জাত লগাই পদ-গীতমাত গাব পাৰিছিল। জতুৱা ঠাঁচত কথা ক'ব পাৰিছিল। সাধু কোৱাত তেওঁৰ তুলনা পাবলৈ নাছিল। তেওঁ বিয়া নাম, আই নাম গোৱা শুনিলে মানুহে ভাত-পানী খাবলৈ পাহৰিছিল।

"এদিন্ সন্ধিয়া নামঘৰৰ পৰা আহি সাদৰী আইতাই দেউতাক ক'লে, 'বোপাই, ডাঙৰ হ'লে তই এটা ডাঙৰ কাম কৰিবি। দেউতাৰে ভাবিচিন্তিয়েই তোৰ নাম ৰাখিছিল হৰি। তই হৰিৰ ধ্যানতে ধৰিবি। নামঘৰত পুৰণি সাঁচিপতীয়া পুথি চাই চাই আইসকলে ঘোষা-পদ শুদ্ধকৈ মাতিব নোৱাৰে। মহাপুৰুষ দুজনাৰ পুথিকেইখন গোটাই লৈ কলিকতাত ছপা কৰি আনিবি। আমাৰ অসমীয়া সমাজত তোৰ আৰু তোৰ বংশৰ নাম চন্দ্ৰ-দিবাকৰ থাকে মানে যাউতিযুগীয়া হৈ থাকিব।"

"মাতৃৰ নিৰ্দেশ পুত্ৰই বেদৰ বাণী বুলি মানি ল'লে। তেওঁৰ মাতৃক সেৱা কৰি সেই মহৎ কাম কৰিবৰ বাবে আশীৰ্বাদ প্ৰাৰ্থনা কৰিলে। মাতৃয়ে পুত্ৰৰ মূৰত ধৰি আশীৰ্বাদ দিলে। পুত্ৰ হৰিক আশীৰ্বাদ দি মাকে আওৰালেঃ তোমাৰ মায়ায়ে মন মুহি আছে, হৰি হৰি, হৰি হৰি।"

"মাকক সেৱা কৰি তোমাৰ ককাদেউতাৰে যেতিয়া মূৰ তুলিলে, তেতিয়া মাকে দেখিলে পুতেকৰ চকুৰ পৰা পানী ওলাইছে। মাতৃয়ে পুত্ৰক এইবাৰ নিৰ্দেশ দিলে আউনীআটি সত্ৰৰ অধিকাৰৰ পৰা শৰণ ল'বলৈ।"

"দেউতা এদিন উপস্থিত হ'লগৈ আউনীআটি সত্ৰত।"

সত্ৰাধিকাৰে হৰিবিলাসক আগৰৱালা উপাধি ত্যাগ কৰি যিকোনো এক অসমীয়া উপাধি গ্ৰহণ কৰিবলৈ এইবাৰ আহ্বান জনালে। হৰিবিলাসে সেই আহ্বান প্ৰত্যাখ্যান কৰিলে।

হৰিবিলাসক অসমীয়া সমাজে গ্ৰহণ নকৰিব বুলি সত্ৰাধিকাৰে ভীতিগ্ৰস্ত কৰিলে। হৰিবিলাসে তেওঁৰ স্বভাৱসিদ্ধ হাঁহিৰে সেই ভীতি অগ্ৰাহ্য কৰিলে।

জ্যোতিৰ ককাদেউতাক হৰিবিলাসে প্ৰখ্যাত সত্ৰৰ বন্দিত অধিকাৰক জনাই দিলে, আগৰৱালা উপাধি তেওঁৰ এক জন্মগত অধিকাৰঃ সেই উপাধিৰে তেওঁ নিজৰ প্ৰাচীন প্ৰখ্যাত পৰিয়ালৰ জীৱনীশক্তিৰ লগত ৰক্তৰ সম্পৰ্কৰে পৰমাত্মীয়। তেওঁৰ ৰক্তত চিৰ প্ৰবাহিনী সেই পৰিয়ালৰ পৰিচয়। হৰিবিলাসে সত্ৰাধিকাৰক জনাই দিলে, নিজৰ উপাধিৰে তেওঁ ৰাজস্থানৰ কোনো প্ৰখ্যাত পৰিয়ালৰ সন্তানৰ পৰিচয় বহন কৰিব পাৰে, কিন্তু অসমৰ ভাষা-সংস্কৃতি-সাহিত্য আৰু পৰম্পৰাৰ লগত তেওঁৰ আত্মাৰ পৰিচয় প্ৰগাঢ় হৈ পৰিছে। ৰাজস্থানৰ বংশ পৰিচয়েৰে তেওঁ অসমৰ বুকুত এক স্থায়ী স্থান অধিকাৰ কৰি লৈছে আৰু সময় যিমানে অতিবাহিত হ'ব সিমানে সেই অধিকাৰ অক্ষয় হ'ব।

বিস্ময়াভিভূত হৈ জ্যোতিয়ে শুনিলে পিতাকৰ পৰা সেই শ্বাসৰুদ্ধ, পৰমালোকসন্ধানী কাহিনী।

মাতৃৰ আশীৰ্বাদ পৰিণত হ'ল এক পৱিত্ৰ ব্ৰতত। হৰিবিলাসৰ এই বিশ্বাস দৃঢ় হ'ল, বছৰৰ পিছত বছৰ সেই বিশ্বাস, সেই ধাৰণা দৃঢ়তৰ হ'লঃ শঙ্কৰদেৱ সকলো কালৰ, সকলো সময়ৰ, সৰ্বশ্ৰেষ্ঠ অসমীয়া আৰু সেই শ্ৰেষ্ঠ পৰিচয়েৰে শঙ্কৰদেৱ এজন শ্ৰেষ্ঠ ভাৰতীয়।

সেইজন মহাপুৰুষক নতুনকৈ আৱিষ্কাৰ কৰি হৰিবিলাসে নিজৰ আগবঢ়োৱা পৰিয়ালকো অসমৰ চিৰ পৱিত্ৰভূমিত নতুনকৈ আৱিষ্কাৰ কৰি এই জন্মভূমিত সেই পৰিয়ালক চিৰস্মৰণীয় কৰি তুলিব।

হৰিবিলাসে অসাধ্য সাধন কৰিলে। দিন দিন ধৰি, মাহ মাহ ধৰি, বছৰৰ পিছত বছৰ ধৰি তেওঁ সমগ্ৰ অসমত তীৰ্থযাত্ৰীৰ দৰে ভ্ৰমণ কৰি শঙ্কৰদেৱৰ সমস্ত ৰচনাৰাশি আৱিষ্কাৰ কৰিবলৈ ধৰিলে। ঘুণে গ্ৰাস কৰা সাঁচিপাতৰ পৰা সেই অমূল্য, ঐশ্বৰ্যমণ্ডিত ৰচনাৰাশি উদ্ধাৰ কৰি আধুনিক ছপাশালত ছপা কৰি অক্ষয় কৰি ৰাখিব। অসমৰ ঘৰে ঘৰে সেই গ্ৰন্থ বন্দিত, পূজ্য হৈ থাকিব চিৰকাল। কীৰ্তনৰে বিভিন্ন ৰূপ, বিভিন্ন লোকৰ হস্তাক্ষৰ, বিভিন্ন বানান পদ্ধতি প্ৰায় পাঁচশ বিভিন্ন পুথিত সিচৰতিভাৱে আৱিষ্কৃত হ'ল। এখন এখন পুথিৰ পৰা যেন এটা জাতিৰ ধ্ৰুপদী এটা সুৰ বাঙ্ময় হৈ উঠিল। ঘুণে খোৱা ধূসৰ পাণ্ডুলিপিৰ বুকুৰ পৰা এটা জাতিৰ আত্মা ভাবে-ভাষাই, ব্যঞ্জনাই মূৰ্তিমান হৈ পৰিল। হৰিবিলাসে এখন পুথিৰ এটা মাত্ৰ পাত স্পৰ্শ কৰিয়েই অনুভৱ কৰিলে এটা জাতিৰ প্ৰাণশক্তি। অসাধ্য সাধন হ'ল। পঁচিশজন পণ্ডিতে দিনে-ৰাতিয়ে পৰীৰ সেই কোঠাত বহি সেইবোৰ পুথি পৰীক্ষা কৰিলে। একে পদৰ, একে অধ্যায়ৰ বহুত পুথি মিলাই চাওতে চাওতে বছৰৰ পিছত বছৰ অতিক্ৰম কৰিলে। একেটা মাত্ৰ শব্দৰ স্থিতি, সত্যতা, শুদ্ধতা, যোগ্যতা নিৰ্ণয় কৰোতেই কেতিয়াবা কেবাদিনৰো প্ৰয়োজন হ'ল। একেটা পদকে বিভিন্ন পুথিত বিভিন্নভাৱে, বিভিন্ন বানান, বিভিন্ন হস্তাক্ষৰেৰে লিপিবদ্ধ। তাৰ সত্যাসত্য নিৰ্ণয় কৰোতে বহুত পণ্ডিতে বহুদিন কৰিলে অতিবাহিত। হৰিবিলাসে যাপন কৰিবলৈ ধৰিলে বিনিদ্ৰ ৰজনী। তেওঁৰ বাবে এয়া এক পৱিত্ৰ তীৰ্থযাত্ৰা। কেৱল তীৰ্থযাত্ৰাই নহয়, মহাতীৰ্থত উপনীত হোৱাৰ এক অবিৰত, ক্লান্তিহীন বাসনা। এয়াই তেওঁৰ জীৱনৰ অনন্ত কামনা। একোটা শব্দ শুদ্ধভাৱে নিৰ্ণয় হ'ল তেওঁৰ তীৰ্থযাত্ৰাৰ এক আলোকিত পদক্ষেপ। জ্যোতিয়ে শুনিলে নিজৰ বংশৰ সেই আলোকসন্ধানী কাহিনী।

"ককাদেউতাৰ সেই কামক তীৰ্থযাত্ৰা বুলি ক'ব পাৰি কেনেকৈ, দেউতা?" পৰমানন্দই পুত্ৰৰ তেনে তাত্ত্বিক প্ৰশ্নত মুগ্ধ হৈ ক'লে, "মহাপুৰুষ শঙ্কৰদেৱ দুবাৰকৈ তীৰ্থযাত্ৰালৈ গৈছিল। যিখন স্থান ধৰ্ম-সংস্কৃতি- পৰম্পৰাৰে পৱিত্ৰ সেইখনেই তীৰ্থস্থান। যিখন স্থানত সাধু-সন্ত ধৰ্মপ্ৰাণ লোকসকল থাকে সেইখনেই তীৰ্থস্থান। য'ত মানুহৰ মন ভূমিৰ পৰা ভূমামুখী হয়, সেয়েই তীৰ্থস্থান। তোমাৰ

কন্দাদেউতাৰে তীৰ্থযাত্ৰা কৰিছিল বুলি মই কোৱাৰ কাৰণ হ'ল, মহাপুৰুষৰ সেই চিৰ পৱিত্ৰ ৰচনাৰাশি উদ্ধাৰ কৰি কিতাপৰ আকাৰে প্ৰকাশ কৰি তেওঁ নিজে তীৰ্থত প্ৰৱেশ কৰিলে। তীৰ্থত মানুহে মনত যি অপাৰ্থিৱ, অলৌকিক আনন্দ পায়, আমাৰ দেউতাই সেই মহানন্দ লাভ কৰিলে। সেয়ে হ'ল তেওঁৰ তীৰ্থযাত্ৰা।"

জ্যোতি অভিভূত হ'ল। সেইদিনা ৰাতি শুবলৈ লৈ আধা স্বপ্নত, আধা দিঠকত, আধা বাহ্যিক চকুৰে, আধা মনৰ চকুৰে জ্যোতিয়ে দেখিবলৈ পালে তীৰ্থযাত্ৰাৰ এক বিমুগ্ধ ৰূপ। প্ৰথমতে সি মাত্ৰ দেখিবলৈ পালে এজন তীৰ্থযাত্ৰী। মৌন। দৃষ্টি তেওঁৰ গগনমুখী। চকুৱে-মুখে স্বৰ্গীয় অভিব্যঞ্জনা। পদক্ষেপ তেওঁৰ স্থিৰ, ক্লান্তিহীন।

এইবাৰ সি দেখা পালে সেই তীৰ্থযাত্ৰাত যোগ দিছেহি দ্বিতীয়জন লোকে। তেওঁৰো দৃষ্টি সুদৃঢ়, ভূমামুখী। পদক্ষেপ মৃদু। তেওঁৰ মুখমণ্ডলত প্ৰকাশ পাইছে এনে এক ভাৱ যেন যি পৃথিৱী আছিল তেওঁ ত্যাগ কৰি, সেইখন ধূসৰ পৃথিৱীলৈ প্ৰত্যাৱৰ্তন তেওঁ নকৰিব কোনো কালেঃ পিছলৈ উভতি চোৱাৰ প্ৰয়োজন বৰ্তমান শূন্য। তাৰ পিছত জ্যোতিৰ দৃষ্টি বিমোহিত কৰি সেই তীৰ্থযাত্ৰাত যোগ দিলেহি এজনৰ পিছত এজনকৈ লোক, সিজনৰ পিছত আন এজনকৈ লোক। হঠাতে লোকৰ সংখ্যা অগণন হৈ পৰিল, অন্তহীন হৈ পৰিল যাত্ৰাৰ পৰিধি। সাগৰৰ দৰে বিশাল হ'ল। দূৰ-দূৰান্তত, আকাশৰ মহাদিগন্তত মিলি গ'ল সেই যাত্ৰা।

এইবাৰ হঠাতে জ্যোতিয়ে দেখা পালে, ৰাশি ৰাশি মানুহৰ যাত্ৰা অতিক্ৰমি ৰাশি ৰাশি পোহৰৰ যাত্ৰা। সেই যাত্ৰা আলোকৰ যাত্ৰা।

ধীৰে ধীৰে কীৰ্তনৰ একোটা একোটা অধ্যায় আধুনিক কাকতত, আধুনিক চিয়াঁহিৰে, আধুনিক কলমেৰে লিপিবদ্ধ হ'ল। পণ্ডিতসকলৰ মাজত হোৱা তৰ্ক-বিতৰ্ক আলোচনা-পৰ্যালোচনা হৰিবিলাসে কাণপাতি মূৰ তুলি শুনিলে কেতিয়াবা পৰম বিস্ময়েৰে, কেতিয়াবা পৰমানন্দেৰে।

এদিন, কোনো এক পৱিত্ৰ মুহূৰ্তত, ঘৰৰ নামঘৰত কীৰ্তনৰ পদ কীৰ্তন আৰু প্ৰণাম কৰি, মহন্তৰ জয়গুৰু শঙ্খধ্বনি, আইসকলৰ পৱিত্ৰ উৰুলিৰ মাজত পৱিত্ৰ বস্তা কাপোৰেৰে সযত্নে মেৰোৱা কীৰ্তনৰ পাণ্ডুলিপি লৈ হৰিবিলাসে কলিকতালৈ যাত্ৰা কৰিলে। নিজে সন্মুখত থাকি, নিজৰ তত্ত্বাৱধানত বাৰে বাৰে প্ৰুফ চোৱাই তেওঁ কীৰ্তনপুথিৰ ছপা কাৰ্য সম্পূৰ্ণ কৰিলে।

আৰু এদিন, কোনো এক পৱিত্ৰ সন্ধ্যাত, যেতিয়া এটা মাত্ৰ তৰা বিকশিত হৈছিল শৰতৰ সুনিৰ্মল মনোৰম আকাশত, তেতিয়া ছপা কীৰ্তন গ্ৰন্থ লৈ হৰিবিলাসে প্ৰৱেশ কৰিছিল পকীত।

সেইদিনা মহাপুৰুষৰ কীৰ্তন-পদেৰে সমগ্ৰ ঘৰ মুখৰিত হৈছিল। মাটিৰ চাকিৰ বন্তিৰে পকী হৈছিল আলোকিত।

নামঘৰত কীৰ্তনৰ প্ৰথম দুটা অধ্যায় পাঠৰ পিছত সেই পবিত্ৰ গ্ৰন্থ উন্মোচিত হ'ল।

হৰিবিলাসে অসাধ্য সাধন কৰিলে। জ্যোতিয়ে বিমুগ্ধ চিত্তে শুনিছিল সেই অপূৰ্ব বিমোহিত কাহিনী।

হৰিবিলাসৰ তীৰ্থযাত্ৰাৰ আৱৰ্তণি আছে। শেষ নাই। কীৰ্তনৰ পিছত ছপা হ'ল দশম নাট। বৰগীত। কাব্য। এইবাৰ হৰিবিলাসে হাত দিলে মহাপুৰুষ মাধৱদেৱৰ ৰচনাত। ঘোষা। নাট। ৰত্নাৱলী। বৰগীতত।

পৰমানন্দই পিতৃ হৰিবিলাসৰ আৱিষ্কাৰৰ কাহিনী জ্যোতিক শুনাই থকা অৱস্থাতে আহি ওলালহি জ্যেষ্ঠ ভ্ৰাতৃ চন্দ্ৰকুমাৰ।

এইবাৰ জ্যোতিক কাহিনী শুনোৱাৰ দায়িত্ব চন্দ্ৰকুমাৰৰ।

সেই শৈশৱৰ পৰাই জ্যোতিপ্ৰসাদ আকৃষ্ট হৈছিল মাজু দেউতাকৰ প্ৰতি। চন্দ্ৰকুমাৰৰ ব্যক্তিত্বই বাৰে বাৰে জ্যোতিক মুগ্ধ, আকৰ্ষিত কৰিছিল। বিশেষকৈ চন্দ্ৰকুমাৰৰ কাব্যব্যক্তিত্বই তাক আলোড়িত কৰিছিল। চন্দ্ৰকুমাৰে জ্যোতিক অমৃত কাহিনী শুনালে।

ভাৰতবৰ্ষত পোন্ধৰ শতিকাৰ প্ৰথম ভাগত হিন্দু ধৰ্মৰ গোড়ামি, বৰ্ণ বৈষম্যৰে আক্ৰান্ত, অজস্ৰ সাধাৰণ লোকে হিন্দু ধৰ্ম ত্যাগ কৰি অন্য ধৰ্ম, বিশেষকৈ ইছলাম ধৰ্ম অৱলম্বন কৰিছিল। হিন্দু ধৰ্মৰ সেই স্খলন ৰোধ কৰিবৰ বাবে ভাৰতৰ বিভিন্ন প্ৰান্তত কেইজনমান মহাপুৰুষে প্ৰৱৰ্তন কৰিলে বৈষ্ণৱ ধৰ্ম : সেই প্ৰথা অনুসৰি সৰ্বসাধাৰণ মানুহৰ গ্ৰহণযোগ্য হোৱাকৈ হিন্দু ধৰ্মৰ বাণীক সৰলীকৰণ কৰা হ'ল। দুৰ্বোধ্য, দুৰূহ জ্ঞানমাৰ্গ, কৰ্মযোগ আদিৰ স্থানত স্থাপন কৰা হ'ল কেৱল শ্ৰৱণ আৰু কীৰ্তন। হৰিনাম কীৰ্তন আৰু শ্ৰৱণ কৰিলেই হ'ব যথেষ্ট।

শংকৰদেৱে অসমীয়া মানুহৰ মাজত এক ৰক্তবিহীন বিপ্লৱৰ সূচনা কৰিলে। শংকৰদেৱে শুনাই দিলে : ব্ৰাহ্মণৰ চাণ্ডালৰ নিবিচাৰি কুল। দাতাত চোৰত যেন দৃষ্টি সমতুল।। ব্ৰাহ্মণক তললৈ নমাই ননাকৈয়ে চাণ্ডালক ব্ৰাহ্মণৰ পৰ্যায়লৈ তোলা। সেই সমতাৰ বাণীত সমগ্ৰ জাতি উদ্ভাসিত হ'ল। বেদ-বেদান্ত-ব্ৰাহ্মণ-উপনিষদৰ মৰ্ম নুবুজা মানুহ মহাপুৰুষৰ বাণী শুনি উন্মাদ হ'ল। নামঘৰে নামঘৰে সেই বাণী ধ্বনিত-প্ৰতিধ্বনিত হ'বলৈ ধৰিলে।

জ্যোতিয়ে কাণপাতি শুনিলে সেই মহাকাব্যিক কাহিনী।

চন্দ্ৰকুমাৰে ক'লে : ভাৰতীয় দৰ্শনৰ লগত শংকৰদেৱে অসমৰ যোগসূত্ৰ স্থাপন কৰিলে। প্ৰথমবাৰৰ বাবে মহাপুৰুষৰ কীৰ্তন দশমৰ যোগেদি অসমীয়া মানুহে বেদ-বেদান্ত, উপনিষদ, মহাভাৰত, ৰামায়ণ পুৰাণৰ মূল সুৰটো শুনিবলৈ পালে। পাঁচ হেজাৰ বছৰীয়া ভাৰতীয় সভ্যতা-সংস্কৃতি-পৰম্পৰাৰ লগত অসমীয়াই নিজক একাত্মবোধ কৰিলে। চন্দ্ৰকুমাৰে জ্যোতিক ক'লে মহাপুৰুষ মাধৱদেৱৰ কথা।

শাক্ত মাধৱে মাতৃ শ্ৰাদ্ধৰ বাবে ছাগলী কিনিবলৈ যাওঁতে শংকৰদেৱৰ সন্ধান পালে। শাক্ত মাধৱ বৈষ্ণৱ মহাপুৰুষ মাধৱদেৱ হ'ল। লক্ষীমপুৰৰ ধুৱাহাটা অসমৰ পৱিত্ৰ তীৰ্থস্থানত পৰিণত হ'ল।

মাধৱে বিয়া কৰাবৰ বাবে নেঘেৰিটিঙৰ এজনী ছোৱালীক আঙঠি পিন্ধাইছিল। মাধৱ যেতিয়া মাধৱদেৱ হ'ল, তেতিয়া শংকৰদেৱৰ শিষ্যত্ব গ্ৰহণ কৰি তেওঁ ঋষিৰ পৰ্যায়লৈ আৰোহণ কৰিলে। বিয়া নহ'ল। শংকৰদেৱ আৰু মাধৱদেৱে অসমক চিৰকালৰ বাবে ধ্ৰুপদী মহিমাৰে মহাসমৃদ্ধ কৰিলে। হাজাৰ বছৰতো এই অসমত তেওঁলোক দুজনক অতিক্ৰম কৰিব পৰা লোকৰ জন্ম নহ'ব। . . .

সেইদিনা ৰাতি জ্যোতিয়ে এটা স্বপ্ন দেখিলে।

মাধৱদেৱে আঙঠি পিন্ধোৱা এগৰাকী নাৰী। কোনো এক নৈৰ পাৰত, অনন্ত আকাশৰ তলত, অপেক্ষা কৰি আছে এগৰাকী নাৰী। পৰিধানত মুগাৰ মেখেলা, মুগাৰ চাদৰ, মুগাৰ কেচবছা ৰিহা। কপালত সেন্দুৰৰ ফোঁট। দুটা বিশাল উন্মনা চকু সুদূৰ নীহাৰিকামুখী।

চন্দ্ৰকুমাৰে ঠিক কৰিলে, তেওঁ জ্যোতিক ডিব্ৰুগড়লৈ নি চৰকাৰী স্কুলত নাম লগাই দুবছৰমান নিজৰ দায়িত্বত ৰাখিব।

পৰমানন্দ মান্তি হ'ল।

বিদায় মুহূৰ্তত মাতৃক দেখুৱাই জ্যোতিয়ে মুখত হাঁহি ফুটাইছিল। কিন্তু মাতৃলৈ পিঠি দিয়াৰ মুহূৰ্ততে তাৰ চকুৰ পৰা সজোৰে পানী ওলাই আহিল।

ডিব্ৰুগড়লৈ যোৱাৰ তৃতীয় দিনাই জ্যোতিয়ে কিৰণময়ীলৈ এখন চিঠি লিখিলে ঃ তুমি যেতিয়া তোমাৰ দক্ষিণ দিশে ব্ৰহ্মপুত্ৰ দেখা, মই তেতিয়া ইয়াত উত্তৰ দিশে ব্ৰহ্মপুত্ৰ দেখো। একেখন ব্ৰহ্মপুত্ৰ। তেজপুৰৰ দৰেই ইয়াতো ব্ৰহ্মপুত্ৰৰ পৰা বতাহ বয়। কেতিয়াবা বতাহ ধুমুহাৰ নিচিনাকৈ বয়। আকাশো একেখনেই। কিন্তু মোৰ মন অতি বিষণ্ণ। তুমি মোৰ কাষত নাই। তুমি নোহোৱাটো মই স্বপ্ন বুলি ভাবিছিলো। কিন্তু ই স্বপ্ন নহয়। সেই কথা সত্য। মাতৃ কাষত নাথাকিলে পুত্ৰৰ অৱস্থা কি কৰুণ হয়, সেই কথা তুমি নুবুজা নেকি, মা?

ডিব্ৰুগড়ত থাকোতে জ্যোতি সংস্পৰ্শলৈ আহিল অন্য এগৰাকী মাতৃৰ।

বৰমা। মুক্তাপ্ৰভা। মাজু দেউতাক চন্দ্ৰকুমাৰৰ পত্নী।

সেই মাতৃৰ বিষণ্ণ ৰূপ দেখি জ্যোতি ম্ৰিয়মান হ'ল। মুক্তাপ্ৰভাৰ চকুৰ পৰা মুক্তাৰ দৰে পানী নিগৰি আছে। তেওঁক দেখি জ্যোতিৰ ভাৱ হ'ল যেন আকাশে-বতাহে চাৰিওদিশে এক বিলাপ, এক বিননি ধীৰে ধীৰে বিয়পি পৰিছে।

সেই শোক চিৰকলীয়া। প্ৰথম সন্তান, কন্যা সন্তান প্ৰতিমাৰ শৈশৱতে মৃত্যুৰ শোকত সেই অন্তহীন বিননি।

জ্যোতিয়ে জীৱনত এই প্ৰথমবাৰৰ বাবে মৃত্যুৰ পদধ্বনি শুনিবলৈ পালে। শুনিবলৈ পালে কৰুণ বিচ্ছেদৰ এক মৰ্মভেদী গুমুনিয়াহ।

প্ৰতিমাৰ মৃত্যু-শোকত পিতৃ চন্দ্ৰকুমাৰে লিখা এক কৰুণ কবিতা জ্যোতিয়ে পঢ়িবলৈ পালে। সেই কবিতাৰ নাম 'যুগমীয়া' ঃ নেপাহৰো যেন এই শোক। হিয়াৰ মাজত সদায় অলোক।। চিৰদিন দেখা পাম স্বৰ্গৰ আলোক।। নেপাহৰো যেন আই তোক। দিলো কত হায় পৰিতাপ শোক।। মানুহক ভাল পাম ভাবি আই তোকে। ক্ষেমিম সকলো চিন্তি তোৰেই মুখকে।।. . .

জ্যোতি ডিব্ৰুগড়লৈ যোৱাৰ চতুৰ্থ দিনা সন্ধিয়া এই বাৰ্তা ক্ৰমে বিয়পি পৰিল, অৰুণ অন্তৰ্ধান। মাজু দেউতাকৰ পুত্ৰ অৰুণ। জ্যোতিৰ কনিষ্ঠ। দুৰন্ত গতি, বাধাহীন ইচ্ছাৰ অৰুণ। মাতৃভক্ত, কিন্তু মাতৃৰ সান্নিধ্যত অনিশ্চিত, চঞ্চল। চাৰিওফালে মানুহ পঠোৱা হ'ল। ৰেল ষ্টেশনলৈ। জাহাজঘাটলৈ। সম্পৰ্কীয় মানুহৰ ঘৰলৈ।

মানুহ পঠোৱা হ'ল চাহ বাগিচাৰ ঘৰলৈ। তামোলবাৰী চাহ বাগিচাৰ। জ্যোতিৰ চকুৱে-মুখে প্ৰকাশ পালে গভীৰ উদ্বেগ।

## ॥ চাৰি ॥

ঘণ্টা অতিক্ৰমি পৰিণত হয় বেলাত। বেলা অতিক্ৰমি দিনত। দিন অতিক্ৰমি ৰাতিৰ অন্ধকাৰ ঘনীভূত হয়।

অৰুণৰ কোনো সন্ধান নাই।

সমস্ত ঘৰক শোকাকুল কৰি অৰুণ সন্ধানহীন হৈ থাকে।

তামোলবাৰী চাহ বাগিচাৰ বঙলাৰ এটা কোঠাত বিছনাত পৰি জ্যোতি সাৰে থাকে। ক্ষীণকৈ জ্বলি আছে মেজত এটা লেম। জ্যোতিয়ে কাণ থিয় কৰি দুৱাৰত অৰুণৰ হাতৰ শব্দ শুনিবৰ বাবে একান্ত অপেক্ষাত থাকে। এই কোঠাটোৰ সৈতে জ্যোতিৰ সম্পৰ্ক নিবিড়। এই কোঠাতে এদিন তাৰ জন্ম হৈছিল। সাগৰৰ বুকুৰ পৰা এটা পাখি লগা ঘোঁৰা আকাশ অভিমুখে উৰা মৰাৰ সেই মনোৰম ছবিখন আজিও দেৱালৰ একে ঠাইতে আঁৰা আছে। খিৰিকিৰ সিপাৰে সেই একেই দুজোপা ইউক্লিপটাছ গছ, একে শাৰীতে সমান দৈৰ্ঘ্যৰ কেৱাজোপাও অশোক। সেই একেই ইউক্লিপটাছৰ পাতৰ গোন্ধ। চাহৰ দৰে পাতৰ সেইজোপা একেই কেমেলিয়া, তাৰ গাঢ় ৰঙা ফুলে তাৰ মন কৰে উন্মনা। বঙলাৰ সন্মুখৰ সুউচ্চ আঁহত গছত আজিও আছে অজস্ৰ গঁই চৰাইৰ বাহ। ৰাতি যিমানে গাঢ় হয়, সিমানে আজিও গঁই চৰাইৰ কোঢ়াল বাঢ়ি যায়। ৰাতি তেনেকৈ শুই থাকোতে মাতৃ কিৰণময়ীলৈ মনত পৰে জ্যোতিৰ। এইটো কোঠাতে সেই জন্মক্ষণৰ পৰাই কিমান আকুল বা স্নেহেৰে মাতৃয়ে তাক ডাঙৰ-দীঘল কৰিছিল। বাবাগুৱাৰ ৰাল ক্লকত ৰাতি এটা বজাৰ শব্দ হয়।

জ্যোতি সতৰ্ক হয়। অৰুণৰ অন্তৰ্ধানে ঘৰখনত সৃষ্টি কৰা উদ্বেগ, নিৰানন্দই তাক বিমৰ্ষ, বিষণ্ণ কৰিলে। মাজু দেউতাক চন্দ্ৰকুমাৰ বাহ্যিক দৃষ্টিত অত্যন্ত দৃঢ়মনা ঃ এনে এক ভাব যেন পুত্ৰ অৰুণৰ অন্তৰ্ধান তেওঁৰ বাবে চিন্তাৰ একো কথাই নহয়। কিন্তু জ্যোতিয়ে মাজু দেউতাকৰ অন্তৰৰ কোমলতাৰ কথা বঢ়িয়াকৈ জানে। প্ৰথম সন্তান প্ৰতিমাৰ অকাল মৃত্যুত তেওঁ যি চিৰদিনীয়া শোক পালে,

সেই কথা কাৰো আগত মুখৰ কথাৰে তেওঁ প্ৰকাশ নকৰিলে। কিন্তু সেই বিননি প্ৰকাশ পালে তেওঁৰ কন্যাৰ স্মৃতিত ৰচিত কবিতাত। কন্যাৰ মৃত্যুত তেওঁ যি বেজাৰ পাইছিল, কবিতাৰ শব্দেৰে সেই শোক অন্তহীন কাৰুণ্যত পৰিণত হ'ল।

ৰৰমা মুক্তাপ্ৰভাৰ হৃদয়ত প্ৰতিমাৰ শোক স্থায়ী হ'ল। ঈশ্বৰৰ ওপৰত, জগতৰ ওপৰত তেওঁৰ বিশ্বাস, প্ৰতীতি একেবাৰে শিথিল হৈ পৰিল। ঈশ্বৰক যে দয়ালু বুলি কোৱা হয়, শিশু সন্তানক যে ঈশ্বৰৰ সন্তান জ্ঞান কৰা হয়, এই বিশ্বাস তেওঁৰ বাবে দুৰাশাত পৰিণত হ'ল। পৃথিৱীৰ মুখ দেখাৰ মাত্ৰ এবছৰৰ ভিতৰতে নিৰ্মম কালে সেই চিৰ আদৰৰ দেৱ শিশুটিক মাতৃৰ হিয়া শূন্য কৰি, বিদীৰ্ণ কৰি হৰণ কৰি নিলে। প্ৰতিমাৰ মৃত্যুৰ লগতে তেওঁৰ অন্তৰৰ বাসনা, আনন্দ, মুখৰ হাঁহি চিৰজীৱনৰ বাবে অস্তমিত হ'ল।

পিতৃ চন্দ্ৰকুমাৰে কবিতা ৰচনা কৰি কন্যাৰ শোক পাতলাব পাৰিলে। কন্যাৰ মৃত্যুক তেওঁ দান কৰিলে এক দৰ্শন, এক চৰিত্ৰ। সেই বিননি তেওঁ কবিতাৰ ব্যঞ্জনাৰে হৃদয়ত অমৰ কৰি ৰাখিলে।

কিন্তু মুক্তাপ্ৰভাই নোৱাৰিলে। কন্যাৰ মৃত্যুক তেওঁ নোৱাৰিলে কোনো জীৱন-জিজ্ঞাসালৈ উত্তীৰ্ণ কৰিব। কন্যাৰ মৰণক তেওঁ নিজৰ শিৰত বজ্ৰৰ নৃশংসতা জ্ঞান কৰিলে। মুক্তাপ্ৰভাই বাৰে বাৰে স্বামীৰ সেই কবিতা পঢ়িছিল প্ৰতিমাৰ শোক পাতলাবৰ বাবে। একোটা শাৰীকে, একোটা শব্দকে, বাৰে বাৰে পঢ়িছিল। কিন্তু তেওঁ নোৱাৰিলে। শব্দ হৈ থাকিল শব্দই, বাক্য থাকিল হৈ বাক্যই। সেইবোৰ শব্দৰ মাজেৰে তেওঁ কেৱল দেখিবলৈ পালে প্ৰতিমাৰ সেই হাঁহি থকা স্বৰ্গীয় মুখখন।

"জ্যোতি ককাইদেউ, দুৱাৰ খোলা, মই আহি গ'লো।"

বিছনাত পৰি চকু মেলা অৱস্থাতে যেন স্বপ্নত বিভোল জ্যোতিয়ে শুনিলে সেই কথা দুৱাৰৰ সিফালৰ পৰা। এই গহীন ৰাতি সেই মাত কাৰ হ'ব পাৰে, সেই কথা ভাবি সি তৎক্ষণাতে থমমত খালে।

"জ্যোতি ককাইদেউ, মই অৰুণ, মই আহি গ'লো।"

বিছনাৰ পৰা জাপ মৰাৰ দৰে উঠি জ্যোতিয়ে দুৱাৰ খুলি দিলে।

"জ্যোতি ককাইদেউ!" বুলি তাওঁৰকৈ ক'বলৈ ধৰোতেই সিফালৰ কোঠাৰ মাক-দেউতাকে শুনে বুলি সি অৰুণক মনে মনে থাকিবলৈ ইংগিত দি তাক সাৱটি মাৰি ধৰি বিছনালৈ লৈ আহিল। একেলগে শুই এইবাৰ অৰুণে সকলোকৈ জ্যোতিক ক'লে তাৰ অভিযানৰ কথা।

কিশোৰ জ্যোতিৰ বাবে তাওঁকৈয়ো কনিষ্ঠ অৰুণৰ সেই কাহিনী ৰোমাঞ্চকৰ।

একেবাৰে সৰুৰে পৰা একেখন ঘৰ, একেবোৰে মানুহ, একেখন নদী, একেখন আকাশ দেখি অৰুণৰ আমনি লাগিবলৈ ধৰিছিল। স্কুলতো তাৰ নবহা হৈছিল মন। একেবোৰ পঢ়া, একেবোৰ অংক, মাষ্টৰৰ সেই একেবোৰ কথা। সি এদিন

ঘৰৰ পৰা ওলাই যাব। ক'লৈ যাব, কেনেকৈ যাব, গ'লে ঘৰৰ মানুহে কি কৰিব, সেইবোৰ কথা ভাবি চালেও, ওলাই যোৱাৰ আগ্ৰহ তাৰ দিনে দিনে বেছি হৈ গৈছিল। "জ্যোতি ককাইদেউ, স্কুললৈ গ'লে মাষ্টৰৰ শাসন। ঘৰলৈ আহি জলপান খাই খেলিবলৈ গ'লে অলপ পিছতে মায়ে মানুহ পঠিয়াই দিয়ে মাষ্টৰ আহি বৈ আছেহি বুলি। দেউতা ঘৰত বৰকৈ নাথাকে। যেতিয়া থাকে কটিন মানি উঠিব লাগিব, প্ৰাৰ্থনা কৰিব লাগিব, স্কুললৈ যাব লাগিব, আন মানুহৰ লগত বেছিকৈ কথা পাতিব নালাগিব।"

মাতৃ মুক্তাবালাৰ কথা?

মুক্তাবালাই অৰুণক অতিশয় মৰম কৰে। কিন্তু তেওঁ বেছি কথা নকয়। কেতিয়াবা কথা একেবাৰেই নকয়। মন মাৰি থাকে। প্ৰতিমাৰ কথা মনত পেলাই প্ৰায়ে চকুপানী টোকে। মাতৃৰ তেনে শোকাৰ্ত মূৰ্তি দেখি অৰুণৰো কৈশোৰ মনত নানা প্ৰতিক্ৰিয়া আৰু বিভ্ৰান্তিৰ সৃষ্টি হয়। তাৰ দৰে এক পুত্ৰ লাভ কৰি মাতৃয়ে সেই এবছৰ বয়সতে মৃত্যু হোৱা প্ৰতিমাৰ কথা পাহৰিব নোৱাৰে কিয়? অৰুণ আৰু তাৰ ককায়েক নবীন, সৰু ভাতৃ তৰুণৰ বৰ্তমানেই কি মাকৰ বাবে যথেষ্ট নহয়? অৰুণে জ্যোতিক কৈছিল, এদিন তাৰ মনত এই ভাব হঠাতে খেলালে যে সি এটা তোলনীয়া পুত্ৰ। মাতৃৰ আচল সন্তান হোৱা হ'লে সেই পুত্ৰকে লৈ তেওঁ পৃথিৱীৰ দুখ-কষ্ট পাহৰি থাকিলেহেঁতেন।

এই ঘৰ, এই ঠাই এৰি সি ক'ৰবালৈ গুচি যাব!

এদিন স্কুললৈ যাও বুলি কৈ অৰুণ পোনে পোনে জাহাজঘাটলৈ গ'ল। হাতত দেউতাকে মাজে-সময়ে দিয়া অলপ টকা।

সি টিকট ল'লে জাহাজৰ কৰ্মচাৰীয়ে চিনি পোৱাৰ আশংকাত। জাহাজৰ এচুকত সি বহিল। জাহাজ চলিবলৈ ধৰিলে।

কিন্তু গমীৰিঘাটৰ পৰাই কলিকতাৰ পৰা অহা প্ৰথম জাহাজত উঠি সি পুনৰ ডিব্ৰুগড় পালেহি।

জ্যোতিয়ে সুধিলে, "তই ভেজপুৰৰ আমাৰ ঘৰলৈ নগৈ গমীৰিঘাটৰ পৰা উভতি আহিলি কেলেই?"

সেই প্ৰশ্ন কৰিয়েই জ্যোতিয়ে অৰুণৰ মুখলৈ অতি কাষৰ পৰা চাই দেখিলে তাৰ মুখত এটা হাঁহি: এই হাঁহি তাৰ সহজাত উদাৰ হাঁহি নহয়, এই হাঁহিত নিহিত আছে এক নিৰ্লিপ্ত কাৰুণ্য। "মাদৈ ৰবকৈ মনত পৰিল। মাদৈ ইমান বেছিকৈ মনত পৰিল, গমীৰিঘাটৰ পৰাই উভতি আহিলো। মোৰ কি হৈ গ'ল জানা, জ্যোতি ককাইদেউ? জাহাজৰ ভিতৰত মই যেনিয়েই চাও তেনিয়েই মাক দেখিবলৈ পালো। ব্ৰহ্মপুত্ৰৰ টোপালবোৰ মাৰ চকুপানীৰ দৰে লাগিল। মই থাকিব নোৱাৰা হ'লো। মই কান্দিবলৈ ধৰিলো। মই কন্দা দেখি মুছলমান মানুহে মোক গমীৰিঘাটত নমাই দিলে। মই তাৰ পৰাই উভতি আহিলো।"

এইবাৰ চকুপানী টোকাৰ সময় হ'ল জ্যোতিৰ। জ্যোতিয়ে অনুভৱ কৰিলে, মাতৃ কাষত নাথাকিলে সন্তানৰ জীৱন শূন্য হৈ পৰে।

পিছদিনা নিচেই পুৱাতে জ্যোতিয়ে গৈ মাজু দেউতাকক এক অনুৰোধ জনালে। সি জানে, মাজু দেউতাকে তাক ইমান বেছিকৈ মৰম কৰে যে তাৰ অনুৰোধ ৰক্ষা নকৰাকৈ নাথাকে।

"মাজু দেউতা, অৰুণ উভতি আহিল। আপুনি তাক খং কৰিব নেকি?"

চন্দ্ৰকুমাৰে সুধিলে, "তাক খং কৰিলে তই ভাল পাবি নে বেয়া পাবি?"

"বেয়া পাম। বৰ বেয়া পাম। খং নকৰো বুলি কওঁক।"

"খং নকৰো বাক। কিন্তু অৰুণ ঘূৰি আহিল কেলেই?"

"বৰমাৰলৈ তাৰ বৰকৈ মনত পৰিল।"

চন্দ্ৰকুমাৰ তন্ময় হ'ল।

এনেতে মুক্তাপ্ৰভা কোঠালৈ সোমাই আহিছিল। তেওঁ জ্যোতিৰ শেষৰ কথাকেইটা শুনিবলৈ পালে।

চন্দ্ৰকুমাৰে যি ভাবিছিল, সেয়েই হ'ল। মুক্তাপ্ৰভাৰ চকুৰ পৰাই ওলাই আহিল দুটোপাল পানী।

জ্যোতি গৈ অৰুণক হাতত ধৰি লৈ আহিলগৈ।

অৰুণে প্ৰথমতে দেউতাকক সেৱা কৰিব খুজিছিল। চন্দ্ৰকুমাৰে তাৰ বাউসিত ধৰি তুলি দিলে।

পিছ মুহূৰ্ততে অৰুণে মাকক সাবটি ধৰি জোৰেৰে হাঁহিবলৈ ধৰিলে। অৰুণৰ আবালত মুক্তাপ্ৰভাই চকুৰ পানী দুটোপাল চাদৰৰ আঁচলেৰে মোহাৰি ল'লে।

"তোক কি লাগে, তই কি ভাবিছ, মোক নকৰ কেলেই?" চন্দ্ৰকুমাৰে অৰুণক সুধিলে।

"মোক সাগৰ চাবলৈ লাগে।" অৰুণে উত্তৰ দিলে।

চন্দ্ৰকুমাৰে হাঁহি ক'লে, "তেনেহ'লে মোৰ লগত তই আৰু জ্যোতি ওলাবি। তিনিদিনৰ পিছত মই তইঁতক কলিকতালৈ লৈ যাম। তাৰ পৰা পুৰীৰ সাগৰ দেখুৱাবলৈ তইঁতক লৈ যাম।"

অৰুণ আনন্দত উত্‍ফুল্ল হ'ল।

পিছদিনা ভামোলবাৰীৰ ঘৰলৈ আহিব চন্দ্ৰকুমাৰৰ পৰম বন্ধু বেজ। বেজবৰুৱা। লক্ষ্মীনাথ বেজবৰুৱা।

লক্ষ্মীনাথৰ অভ্যৰ্থনাৰ বাবে সকলো সাজু হ'ল। তেওঁ থাকিব লগা কোঠাটোৰ বেৰৰ ৰং পৰ্যন্ত নতুনকৈ দিয়া হ'ল। লক্ষ্মীনাথে বৰ ভাল পায় দুটা ৰং ঃ আকাশৰ কোমল আৰু আকাশী ৰং। মাগুৰ মাছ তেওঁৰ অত্যন্ত প্ৰিয়। লফা-শাক আৰু মাগুৰ মাছ। তেওঁ ধপাত খায়। পুৰণি ঘুৰঘুৰীটোত এডাল নতুন নলিছা লগোৱা হ'ল। তেওঁ ভাল পায় ৰসগোল্লা। তেওঁ চন্দ্ৰকুমাৰক প্ৰায়ে কয়, "কলিকতাত

থাকি থাকি মোৰ দুটা 'ৰ'ৰ প্ৰতি আসক্তি বাঢ়িল ঃ ৰজনীগন্ধা আৰু ৰসগোল্লা।

কলিকতীয়া লোকে তাৰ লগত আৰু এটা 'ৰ' যোগ দিব খোজে ঃ ৰাধা। কিন্তু মোৰ বাবে নৈব নৈব চ। আমাৰ শংকৰ মহাপুৰুষে ৰাধাক একেবাৰে শ্ৰীকৃষ্ণৰ কথাৰ পৰা বাদ দিলে।"

চন্দ্ৰকুমাৰে ক'লে, "বেজে কীৰ্তন পাঠ কৰে। কীৰ্তন দশম নামঘোষা যতনাই থোৱা। তাল এজোৰো লাগিব। তেওঁ কিন্তু ঘিউৰে বন্তি জ্বলোৱা ভাল নাপায়। মিঠাতেলৰ বন্তি জ্বলাব লাগিব। ডিব্ৰুগড়ৰ ঘৰৰ পৰা তাল থগি বহা কঠ আনি থোৱা। বেজ বৰ পৰিপাটি। তেওঁ যেনেকৈ ভলভলিয়াৰ দৰে হাঁহে, তেনেকৈ তেওঁৰ খঙো উঠে।"

আবেলি তেজপুৰৰ পৰা পালেহি কিৰণময়ী, জ্যোতিৰ কনিষ্ঠ মাতৃ কমলা। লগত আহিল ৰূপহী।

ৰূপহীয়ে জ্যোতিৰ গাত বাৰে বাৰে জপিয়াই তাৰ শৰীৰৰ ঘ্ৰাণ ল'বলৈ ধৰিলে। সি বহিল। তাই তাৰ গাল-কাণ বাৰে বাৰে চেলেকিবলৈ ধৰিলে।

একেলগে বহি থকা মাতৃ কিৰণময়ী আৰু বৰমা মুক্তাপ্ৰভাৰ মাজত গভীৰ বৈপৰিত্য ততালিকে জ্যোতিৰ দৃষ্টিলৈ আহিল ঃ প্ৰথম গৰাকী আনন্দ আৰু ৰসৰ অধিকাৰী, দ্বিতীয়গৰাকী কাৰুণ্য আৰু বেদনাৰ।

লক্ষ্মীনাথ অহাৰ লগে লগে সমস্ত ঘৰ ভাবে-ভাষাই মহিমাৰে সমুজ্জ্বল হ'ল।

জ্যোতি, অৰুণ, অৰুণৰ ককায়েক নবীন, জ্যোতিৰ মাতৃ কমলাই লক্ষ্মীনাথক ভৰিত ধৰি সেৱা কৰিলে। লক্ষ্মীনাথে প্ৰত্যেকৰে মূৰত ধৰি আশীৰ্বাদ দিলে।

ৰূপহীয়েও লক্ষ্মীনাথৰ ভৰিৰ ওচৰত বহি তেওঁৰ মুখলৈ আকুল দৃষ্টিৰে চাইছিল। তেওঁ তাইৰ মূৰতো ধৰি আশীৰ্বাদ দিলে।

জ্যোতিৰ দুয়ো বাউসিত ধৰি লক্ষ্মীনাথে সুধিলে, "জ্যোতিপ্ৰসাদ, তুমি মোৰ কি ৰচনা পঢ়িছা?"

জ্যোতিয়ে উত্তৰ দিলে, "বুঢ়ী আইৰ সাধু, ককাদেউতা আৰু নাতি ল'ৰা, জোনবিবি আৰু জয়মতী কুঁৱৰী।"

"জয়মতীৰ কোনটো চৰিত্ৰ তোমাৰ আটাইতকৈ ভাল লাগে?"

"ডালিমী।"

জ্যোতিয়ে বিপুল উৎসাহ আৰু আনন্দেৰে আওৰালে ঃ ল'ৰা বুঢ়া কাক কয় ডালিমী নাজানে তাক। পৰ্বতে হাঁহে——

"বেচ বেচ। জ্যোতিপ্ৰসাদ, তোমাৰ জ্যোতি চাৰিওফালে বিৰিলি পৰক।" লক্ষ্মীনাথে এইবাৰ জ্যোতিৰ গালত এটা চুমা খালে।

সন্ধিয়া লক্ষ্মীনাথে কীৰ্তনৰ প্ৰহ্লাদ চৰিত্ৰৰ দুই অধ্যায় পাঠ কৰিলে। কীৰ্তন থগিতে থাকিল। প্ৰথমতে প্ৰাৰ্থনা।

ঘৰৰ সকলো নীৰৱে বহিছিল। বোলন্ত প্ৰহ্লাদ উঠ উঠ। তোৰ ভক্তি তৈলো

মহাতুষ্ট। লৈয়ো বব তোব ক্ষেম মন। বৃথা নোহে মোক দবিশন। মোক দেখিলেক বিটোজন। নাহি তাব পুনৰ্বাসমন।. . .

জানো প্রভু পবীক্ষা আমাক। সিহেতু বুলিলা হেন বাক্য। তোমাব অকাম ভৃত্য আমি। তুমি নিষ্কাম মোব স্বামী।. . .

লক্ষ্মীনাথে এইবাব উদাত্ত কণ্ঠে ব্যাখ্যা কবিলেঃ বিষ্ণুব লগত প্রহ্লাদব সম্পর্কই হ'ল বৈষ্ণৱ আদর্শব মূল তত্ত্ব। প্রহ্লাদক বিষ্ণুৱে বব ল'বলৈ কৈছিল। লোভ দেখুৱাইছিল। প্রহ্লাদ অলব অচব। তোমাব অকাম ভৃত্য আমি। তোমাব পবা কিবা পাবলৈ মই কামনা নকবো। মই নির্লিপ্ত। হবিব সেৱাত মোব একো স্বার্থ নাই আক তুমি বিষ্ণুৱেও মোব পবা একো কামনা নকবা। তুমি মোব নিষ্কাম স্বামী। ভক্তই যেতিয়া ভগৱানব পবা পার্থিৱ একো পাবলৈ নিবিচাবে আক ভগৱানেও যেতিয়া ভক্তব ফালব হৈ থাকে নিষ্কাম, তেতিয়া ভগৱৎ ভক্তি সম্পূর্ণ হয়। আমাব বৈষ্ণৱ ভক্তিব এয়ে হ'ল চূড়ান্ত আবেদন।

জ্যোতি অভিভূত হ'ল।

পিছদিনা বাতিপুৱা ঘবব আগব ইউক্লিপটাছ গছব তলত আবামী চকিত বহিল লক্ষ্মীনাথ আক চন্দ্রকুমাব। নানা কথা আলোচনা হ'ল।

এই দুজন লোকব মাজত কি কথা আলোচনা হয়, জ্যোতিব শুনাব আগ্রহ আক কৌতূহল অত্যুগ্র হ'ল।

## ॥ পাঁচ ॥

সেইদিনা ৰাতিপুৱা এক বৰ্ণাঢ্য ঘটনা ঘটিল। তামোলবাৰী বাগানৰ আকাশ মুখৰিত কৰি শ শ ভাটৌ চৰাই উৰিবলৈ ধৰিলে। সেই চৰাইৰ চিৎকাৰত সমগ্ৰ বায়ুমণ্ডল কল্লোলিত হ'ল।

চৰাইবোৰ যেনেকৈ আহিছিল তেনেকৈ উৰি ক'ৰবালৈ গুচি নগ'ল। সিহঁতে বাগানৰ ওখ গছবোৰত এদিনৰ বাবে জিৰণি ল'লে।

সেই বিচিত্ৰ দৃশ্য চাবৰ বাবে বাগানৰ গেটৰ মুখলৈ আহিল বেজ আৰু মাজু ঃ লক্ষ্মীনাথ আৰু চন্দ্ৰকুমাৰ।

ইতিমধ্যে ভাটৌৰ সন্ধানত ঘৰৰ পৰা দৌৰি ওলাই গ'ল অৰুণ, তাৰ ককায়েক নবীন আৰু ভায়েক তৰুণ। জ্যোতিৰ ভায়েক কমলা।

কিন্তু নগ'ল জ্যোতি।

লক্ষ্মীনাথে জ্যোতিক আদৰ কৰি মূৰে-গায়ে হাতফুৰাই সুধিলে, "ভাটৌ চৰাই চাবলৈ তুমি নগ'লা ?"

জ্যোতিৰ মুখত ফুটি উঠিল সেই কোমল মনোৰম হাঁহি।

উৰণীয়া আৰু খন্তেকৰ বাবে চমক লগোৱা বনৰীয়া চৰাইৰ সন্ধানতকৈ তাৰ বাবে বৃহত্তৰ আকৰ্ষণ হ'ল লক্ষ্মীনাথৰ বৰ্ণাঢ্য ব্যক্তিত্ব, তেওঁৰ সেই উদাত্ত কথা, প্ৰফুল্লিত উদাৰ হাঁহি।

লক্ষ্মীনাথে লক্ষ্য কৰিলে, জ্যোতিয়ে আঁঠুৰ ঠিক তললৈকে পৰা থোৰমৰা চুৰিয়া পিন্ধিছে, এটা নাতিদীৰ্ঘ পঞ্জাবী আৰু তাৰ ওপৰত এটা কোট। শুদা ভৰি।

লক্ষ্মীনাথ আৰু চন্দ্ৰকুমাৰ বহিল আঁহত গছৰ তলত সজাই থোৱা চকিত। লক্ষ্মীনাথে জ্যোতিক হাতত ধৰি কাষৰ চকিত বহুৱাই দিলে।

মাঘৰ বতাহ বলিছিল পশ্চিমৰ পৰা পূবলৈ বৈ বৈ।

কলাঘৰৰ শব্দ কাণত পৰিছিল।

চন্দ্ৰকুমাৰে ক'লে, "আমাৰ জ্যোতিৰ সাহিত্য চৰ্চাৰ প্ৰতি বৰ ধাউতি আছে।

বেজ, তুমি তাক কোৱাচোন দুআখাৰমান।"

লক্ষ্মীনাথে ক'লে, "জ্যোতিপ্ৰসাদৰ শিল্পী মনৰ কথা তুমি কোৱাৰ আগতে মই অনুমান কৰি লৈছিলো। তোমাৰ আৰু মোৰ এতিয়া দায়িত্ব হ'ল তেওঁৰ মনত কেনেকৈ বসৰ জন্ম দিব পাৰো। জ্যোতিৰ বয়স কিমান?"

"তেৰ পাৰ হৈ চৈধ্যত সোমাইছে।"

"জ্যোতিপ্ৰসাদ, তুমি মনত ৰাখিবা, কোনেও ইচ্ছা কৰিলে লিখক সৃষ্টি কৰিব নোৱাৰে: কবি, ঔপন্যাসিক নাট্যকাৰ সৃষ্টি কৰিব নোৱাৰে। সেই সকলক সৃষ্টিকাৰী বুলি কোৱা হয়। তেনে লোকক সক কালতে ৰচনাৰ কাৰিকৰী দিশটোৰ এক জ্ঞান দিব পাৰি, যাক ক্ৰাফ্‌ট বুলি ক'ব পাৰি। কিন্তু সৃজনীশক্তি তেওঁৰ নিজস্ব। তোমাৰ বংশতে তোমাৰ সৃজনীশক্তিৰ উৎস সোমাই আছে।

"আমাৰ অসমৰ সৰ্বশ্ৰেষ্ঠ ব্যক্তি কোন জানা, জ্যোতিপ্ৰসাদ? সকলো কালৰে পুৰুষশ্ৰেষ্ঠ অসমীয়া? তেওঁ মহাপুৰুষ শংকৰদেৱ। অসমত যদি কোনোবাই সাহিত্য সৃষ্টি কৰিবলৈ বিচাৰে, তেওঁ শংকৰ মহাপুৰুষৰ শৰণ নল'লে নহয়। সেইজনা লোকৰ ৰচনা নপঢ়াকৈ, নুবুজাকৈ, অসমৰ মাটিত ডাঙৰ লিখক হোৱাটো বৰ কঠিন। কঠিন বুলি নকৈ অসম্ভৱ বুলি কোৱাহে যুগুত। তোমাৰ ককাদেউতাৰা হৰিবিলাস আগৰৱালাই মহাপুৰুষৰ কীৰ্তন পুথি ছপা কৰি আনি অসমীয়া মানুহক বিলাই দিলে। এনে এটা গৌৰৱময় বংশত তোমাৰ জন্ম। মহাপুৰুষ শংকৰদেৱৰ কীৰ্তন পুথি আৰু মহাপুৰুষ মাধৱদেৱৰ হেজাৰী ঘোষা কীৰ্তন আৰু শ্ৰৱণ কৰি থাকিলে আপোনাআপুনি মনলৈ সৃষ্টিৰ ভাৱ আহিব।

"আৰু এটা কথা তোমাক কৈ থওঁ। সাহিত্যৰ বিষয় বিচাৰি অসমৰ পৰা বাহিৰলৈ যাব নালাগে। সাহিত্য ৰচনাৰ সমলেৰে অসম দেশ উপচি আছে। অসমৰ মানুহ, পবিত্ৰ মাটি, পানী, বতাহ, বন-বননি, ফুল-লতা এই আটাইবোৰতে সৃষ্টিৰ সুৰ সোমাই আছে। তাক তুমি কেনেকৈ সংগ্ৰহ কৰা, সেইটো তোমাৰ নিজা প্ৰতিভাৰ ওপৰত নিৰ্ভৰ কৰিব। গীত, কবিতা, উপন্যাস আৰু চুটিগল্পৰ বাবে, মানে ৰস-সৃষ্টিৰ বাবে যিখিনি সমল তোমাক লাগে সেইখিনিহে তুমি ল'বা। সেয়াই হ'ব তোমাৰ সৃষ্টি।"

লক্ষ্মীনাথৰ কথাত জ্যোতি অভিভূত হ'ল। সেইদিনা সন্ধিয়া ঘৰৰ সকলোকে সন্মুখত বহুৱাই লক্ষ্মীনাথে ঘোষা পাঠ কৰিলে।

বহিছে চন্দ্ৰকুমাৰ। ডিব্ৰুগড়ৰ পৰা অহা কেবাজনো লক্ষ্মীনাথৰ ভক্ত। জ্যোতি-মাতৃ কিৰণময়ী। বৰমা মুক্তাপ্ৰভা। জ্যোতি নবীন অৰুণ তৰুণ কমলা।

লক্ষ্মীনাথে আৰম্ভ কৰিলে: পাপ বিপক্ষক সংহৰি হৰিৰ নামে খলখলি হাসে। সকল সুখৰ উপৰে বসিয়া হৰিৰ নাম প্ৰকাশে। মুকুতি সুখক বশ্য কৰি হৰিনামে আনন্দত নাচে। পুৰুষে সহিতে সখিত কৰিয়া চলয় হৰিৰ কাছে। আপুন নামৰ মহিমা দেখিয়া হৰিৰ আনন্দ চৰে॥

লক্ষ্মীনাথে একেটা পদকে বাৰে বাৰে কীৰ্তন কৰিলে। পাপ বিপক্ষক সংহতি হৰিৰ নামে খলখলি হাসে। মুকুতি সুখক বশ্য কৰি হৰি নামে আনন্দত নাচে। আপুন নামৰ মহিমা দেখিয়া হৰিৰ আনন্দ চৰে।

খলখলি হাসে। হৰিনাম আনন্দত নাচে। আনন্দত নাচে। হৰিৰ আনন্দ আনন্দ চৰে। আনন্দ চৰে।। . . .

লক্ষ্মীনাথে এপাত তালেৰে আন পাতৰ কাণত মৃদু শব্দ কৰি সেই পদ বাৰে বাৰে কীৰ্তন কৰিবলৈ ধৰিলে। খলখলি হাসে- হৰিৰ আনন্দ চৰে- আনন্দ চৰে।

আন সকলোৱেই বাৰে বাৰে সেই পদ প্ৰাণৰ সমস্ত আকুতিৰে, মনৰ সকলো আকুলতাৰে কীৰ্তন কৰিবলৈ ধৰিলে।

চাওতে চাওতে সমস্ত কোঠা, সমস্ত ঘৰ, সমস্ত বায়ুমণ্ডল, সমস্ত পৰিবেশ হৰিনাম কীৰ্তনেৰে কল্লোলিত হ'ল। নামৰ আনন্দত চাৰিওফালে মাধৱৰ খলখলি হাঁহি ধ্বনিত আৰু প্ৰতিধ্বনিত হ'ল।

ঘোষা পাঠ কৰি থাকোতেই কেবাবাৰো লক্ষ্মীনাথৰ দৃষ্টি পৰিল জ্যোতিৰ কাষত দীঘল দি তললৈ পেট পেলাই পৰি থকা ৰূপহীলৈ। চকুৰ দৃষ্টি লক্ষ্মীনাথৰ প্ৰতি নিৰ্দিষ্ট কৰি তায়ো যেন শ্ৰৱণ-কীৰ্তনত অভিভূত হৈ পৰিছিল।

এবাৰ লক্ষ্মীনাথে ৰূপহীক হাতবাউল দি মাতিলে। প্ৰথমতে তাই থিয় হ'ল। জ্যোতিয়ে তাইৰ মূৰত ধৰি মৰম কৰিলে। এইবাৰ তাই লাহে লাহে গৈ লক্ষ্মীনাথৰ আগত থিয় হ'ল। লক্ষ্মীনাথে তাইৰ তল ফালৰ ডিঙিত হাতেৰে মোহাৰি মৰম কৰিলে। এইবাৰ তাই তেওঁৰ সম্মুখত বহি ঘোষাৰ পাঠ শুনিবলৈ ধৰিলে।

পিছদিনা ডিব্ৰুগড়ত লক্ষ্মীনাথৰ সম্বৰ্ধনা সভা। সভাঘৰৰ ফালে বিপুল জনতাৰ সোঁত বলিল।

প্ৰথমতে অভিনন্দন পত্ৰ।. . . বংগদেশৰ সাহিত্য জগতৰ প্ৰখৰ সূৰ্য ৰবীন্দ্ৰনাথ ঠাকুৰৰ পৰিয়ালত বিবাহ বন্ধনত আবদ্ধ হৈয়ো লক্ষ্মীনাথ হাড়ে-হিমজুৱে হৈ থাকিল অসমীয়া। মহাপুৰুষ শংকৰদেৱ আৰু মাধৱদেৱৰ পিছতে অসমীয়া ভাষা-সাহিত্য- সংস্কৃতিত লক্ষ্মীনাথৰ স্থান। লক্ষ্মীনাথ নোহোৱা হ'লে শংকৰ-মাধৱ নামঘৰতে আবদ্ধ হৈ থাকিলহেঁতেন। সেই দুজন মহাপুৰুষৰ ৰচনা নামঘৰৰ পৰা উলিয়াই আনি লক্ষ্মীনাথে জাতীয় জীৱনত প্ৰতিষ্ঠা কৰি ব্যাপক আলোচনাৰ বিষয় কৰিলে, সমগ্ৰ ভাৰতবৰ্ষত মহাপুৰুষৰ মহিমা বিস্তাৰ কৰিলে।. . .

কেবাজনো বক্তাই উদাত্ত কণ্ঠে অসমমাতৃৰ মহৎ সন্তান লক্ষ্মীনাথৰ গুণ-গৰিমা কৰিলে।

জ্যোতিয়ে সেই সম্বৰ্দ্ধনা সভাত কৰিবলগীয়া হ'ল লক্ষ্মীনাথৰে এটা কবিতা আবৃত্তি। বাজক ডবা বাজক শংখ বাজক মৃদং খোল। অসম আকৌ উন্নতি

পথত জয় আই অসম বোল।।

সম্বৰ্ধনা সভাৰ প্ৰথম শাৰীৰ আসনত বহিছিল কিৰণময়ী আৰু মুক্তাপ্ৰভা। জ্যোতিয়ে কৱিতা আবৃত্তি কৰিবলৈ মঞ্চত উঠোতে কিৰণময়ী শ্বাসৰুদ্ধভাৱে ভয়ে ভয়ে জ্যোতিৰ আবৃত্তি শুনিবলৈ সাজু হ'ল। জ্যোতিয়ে যেতিয়া পৰম বিশ্বাসেৰে, নিৰ্ভয়ে, উদাত্ত কণ্ঠেৰে, এটাৰ পিছত এটাকৈ কৱিতাৰ শাৰী আবৃত্তি কৰিবলৈ ধৰিলে আৰু সমস্ত সভাঘৰ নিতাল মাৰিল সেই আবৃত্তিত সম্পূৰ্ণ মুগ্ধ হৈ, তেতিয়া কিৰণময়ীৰ সমগ্ৰ মুখমণ্ডল বিপুল উল্লাসেৰে উপচি পৰিল। সংখ্যাহীন দৰ্শকে জ্যোতিৰ কণ্ঠত লক্ষ্মীনাথৰ সোণৰ অসমৰ মহিমামণ্ডিত ৰূপটো হৃদয়েৰে অনুভৱ কৰিলে।

আবৃত্তিৰ শেষত লক্ষ্মীনাথে থিয় হৈ জ্যোতিক গালে-মূৰে হাত ফুৰাই দুখন গালত দুটা চুমা খালে।

লক্ষ্মীনাথে সম্বৰ্ধনাৰ উত্তৰ দিবলৈ থিয় দিওতে সমস্ত দৰ্শকমণ্ডলীয়ে থিয় হৈ কৰধ্বনি কৰিবলৈ ধৰিলে। আইসকলে দিলে উৰুলি।

লক্ষ্মীনাথে আৰম্ভ কৰিলে ঘোষাৰ পদেৰেঃ তুমি প্ৰাণ প্ৰিয়তম সুহৃদ পৰম দেৱ প্ৰাণপ্ৰভু পীতাম্বৰ এ, তুমিসে কেৱলে আত্মা মোৰ। তোমাক নাজানি জড় মিছা শৰীৰক মই প্ৰাণপ্ৰভু পীতাম্বৰ এ।। . . . অনাত্মা দেহক আত্মা বুদ্ধি কৰি, হৰি হৰি হৰি হৰি এ। সেৱা পৰিহৰি সি সুখে ভৈলো বঞ্চিত।। শৃণ্বন্তু বিশ্বেহমৃতস্য পুত্ৰাত্মা যে ধামানি দিব্যানি তস্থুঃ।। দেহত আত্মাবুদ্ধি নকৰোতাই অমৃত পৰমাত্মাক জানি আৰু নিজক সেই অমৃত পৰমাত্মাৰ সন্তান বুলি জানি অমৃতক স্বীকাৰ কৰি লয়।. . .

লক্ষ্মীনাথে ক'লেঃ মই ভাতমুঠিৰ বাবে পৰবাসী হৈছো, কিন্তু মোৰ অন্তৰ আৰু মন পৰি আছে অসমত। আজি যদি অসমৰ নাম ভাৰতত জানে, তেনেহ'লে অসমীয়া সাহিত্য আৰু সংস্কৃতিৰ বাবে জানে। সেই সংস্কৃতিৰ মধ্যাহ্ন সূৰ্য হ'ল মহাপুৰুষ শংকৰদেৱ। মহাপুৰুষে দেখুৱাই যোৱা পথেৰে আমি বাট বোলো আহক। অসম মৰিলে আমিও মৰিম। অসমৰ সভ্যতা অসমৰ সংস্কৃতি অসমৰ ভাষা অসমৰ সাহিত্য উদ্ধাৰ কৰাৰ বাহিৰে আমাৰ ভৱিষ্যৎ অন্ধকাৰ। আহক, সমবেত সুৰেৰে গাওঁ, অসম আকৌ উন্নতি পথত জয় আই অসম বোল।. . .

দহোটা অনুষ্ঠানৰ পৰা লক্ষ্মীনাথক অভিনন্দন জনোৱা হ'ল। প্ৰদান কৰা হ'ল বিভিন্ন অমূল্য উপহাৰ। শৰাই গামোচা এৰী-মুগাৰ চাদৰ। প্ৰত্যেকটো উপহাৰ লওঁতে আইসকলে দিলে উৰুলি।

গধূলি লক্ষ্মীনাথৰ সম্মানাৰ্থে 'জয়মতী কুঁৱৰী'ৰ অভিনয়।

অভিনয়ৰ শেষত লক্ষ্মীনাথৰ কাষতে বহি থকা জ্যোতিক তেওঁ সুধিলে, "ডালিমীৰ ভাও তোমাৰ কেনে লাগিল?"

"মই যিদৰে ভাবিছিলো, সেই মতে নহ'ল।" জ্যোতিয়ে ব্যথাহীন সুৰেৰে

ক'লে।

মাত্ৰ চৈধ্য বছৰীয়া জ্যোতিৰ মুখত তেনে কথা শুনি লক্ষ্মীনাথ বিস্মিত হ'ল।

জ্যোতিয়ে 'জয়মতী কুঁৱৰী' নাটক প্ৰথম দিনা পঢ়াৰ পৰাই ডালিমীৰ বিষয়ে এক নিজস্ব ধাৰণা মনৰ মাজতে কৰি লৈছিল। শৈশৱ অতিক্ৰমি কৈশোৰত প্ৰবেশ কৰা সময়ৰ সেই পৰীৰ চিন্তা-ভাৱনাই জ্যোতিক ডালিমীৰ বিষয়ে নানা স্বপ্ন দেখিবলৈ উদ্বেলিত কৰিছিল। পৰীৰ বিনন্দীয়া চৰিত্ৰৰ ৰহণ সানি ডালিমীক সি ৰূপৰ আলোকেৰে মহিমামণ্ডিত কৰিবলৈ বিচাৰিছিল।

কিন্তু মঞ্চত কোনো এক তৰুণে মুখত ৰঙৰ প্ৰগাঢ় প্ৰলেপেৰে কৰা ডালিমীৰ অভিনয় দেখি জ্যোতিৰ ঘটিল স্বপ্নভঙ্গ।

সেই আশাভঙ্গৰ কথাকে মাত্ৰ কেইটামান শব্দেৰে জ্যোতিয়ে 'জয়মতী কুঁৱৰী'ৰ প্ৰণেতাক জনাই দিলে।

পিছদিনা ডিব্ৰুগড়ৰ জাহাজঘাটত লক্ষ্মীনাথক কলিকতালৈ বুলি বিদায় দিয়াসকলৰ ভিতৰত জ্যোতিও আছিল।

এসপ্তাহৰ পিছত মাজুদেউতাক চন্দ্ৰকুমাৰৰ লগত জ্যোতিয়ে কলিকতালৈ যাত্ৰা কৰিলে। লগত অৰুণ।

কিৰণময়ীয়ে জ্যোতিক সাৱটি ক'লে, "মোৰ টিপচি চৰাইটোৱে সাগৰত স্নান কৰিবলৈ যায়।"

কলিকতাত চন্দ্ৰকুমাৰ, জ্যোতি আৰু অৰুণ আলহী হ'ল লক্ষ্মীনাথৰে হাওৰাৰ ঘৰত।

লক্ষ্মীনাথৰ ঘৰটোৰ বিনন্দীয়া ৰূপ, ৰঙৰ অতুলনীয় সমন্বয় দেখি জ্যোতি মুগ্ধ হ'ল। চন্দ্ৰকুমাৰে ক'লে, বেজে নিজ হাতেৰে ঘৰত ৰং দিছিল।

চন্দ্ৰকুমাৰে জ্যোতিক আৰু ক'লে, লক্ষ্মীনাথৰ ফুঁলনিৰ বেছিভাগ ফুল অসমৰ পৰা অনা ঃ সেউতী, মালতী, কাঞ্চন, চম্পক, পাৰিজাত, যুতি, জাই, গধূলিগোপাল, সিংহচম্পা, গুটিমালী। প্ৰতিজোপা ফুলকে লক্ষ্মীনাথে নিজৰ সন্তানৰ দৰে আদৰ, প্ৰতিপালন কৰে। লক্ষ্মীনাথে কোনো কোনো বঙ্গভাষীক কৌতুকৰ চলেৰে কয়, অসমীয়া ভাষা-সাহিত্য- সংস্কৃতিয়েই কেৱল নহয়, অসমৰ ফুলো তোমালোকৰ ফুলতকৈ উৎকৃষ্ট।

লক্ষ্মীনাথে ঘৰৰ ওপৰ মহলাৰ বাৰাণ্ডাৰ ৰেলিঙত যিকোনো সময়তে ফুলাম গামোচা মেলি থয়, যাতে সেইখন দেখি যিকোনো অসমীয়া নিৰ্বিবাদে ঘৰৰ ভিতৰলৈ সোমাই আহিব পাৰে।

পিছদিনা বাতিপুৱা জ্যোতি আৰু অৰুণৰ কলিকতা ভ্ৰমণ। চন্দ্ৰকুমাৰ প্ৰদৰ্শক।

যিকোনো নতুন ঠাইত উপস্থিত হৈয়েই জ্যোতিয়ে দীঘল নিশ্বাসেৰে নতুন ঠাইৰ যেন জীৱনীৰসৰ ঘ্ৰাণ গ্ৰহণ কৰে। সি হয়তো তুলনা কৰি চায় তাৰ নিজৰ জন্মস্থানৰ লগত এই স্থানৰ জীৱনৰসৰ গোন্ধ।

জ্যোতিৰ পৰিধানত চুৰিয়া আৰু কিৰণময়ীয়ে চিলাই দিয়া পঞ্জাবী। পঞ্জাবীৰ গুটাম বুকুৰ বাওঁহাতে লগোৱা। থোৰমাৰি লোৱা চুৰিয়া। এখন মাখন ৰঙৰ গৰম চাদৰ। অৰুণে পিন্ধিছিল খাকিৰ হাফপেণ্ট। নীলা ৰঙৰ কামিজৰ ওপৰত কমলা ৰঙৰ কোট। ডিঙিত দাঁঠি মৰা গলাবান।

"প্ৰথমতে তইঁতে কি চাবি?" চন্দ্ৰকুমাৰে সুধিলে। জ্যোতিয়ে ক'লে, "আপোনালোকে যিটো ঘৰৰ পৰা 'জোনাকী' উলিয়াইছিল, প্ৰথমতে সেইটো চাম।" অৰুণে ক'লে, "প্ৰথমতে চিৰিয়াখানা। তাৰ পিছত মিউজিয়াম।"

জ্যোতিৰ কথা মতেই ট্ৰামত উঠি চন্দ্ৰকুমাৰে শিয়ালদহ ৰেল ষ্টেশনৰ উত্তৰৰ হৰিশ্চন্দ্ৰ ৰ'ডৰ এটা ঘৰলৈ সিহঁতক লৈ গ'ল। প্ৰায় ত্ৰিশ বছৰৰ আগতে এই ঘৰটোৰে এটা মাত্ৰ কোঠাৰ মেছত থাকি মাজু বেজ আৰু গোঁসায়ে (চন্দ্ৰকুমাৰ আগৰৱালা, লক্ষ্মীনাথ বেজবৰুৱা আৰু হেমচন্দ্ৰ গোস্বামী) 'জোনাকী' কাকত প্ৰকাশ কৰিছিল।

চন্দ্ৰকুমাৰে দেখিলে, বাহিৰৰ পৰা সেই কোঠাটো একেদৰেই আছে। এতিয়া তলাবন্ধ। তেওঁ বাৰাণ্ডাটোৰ ফালে দেখুৱাই ক'লে, "সেইটো বাৰাণ্ডাতে বহি আমি 'জোনাকী'ৰ বিষয়ে আলোচনা কৰিছিলোঁ, প্ৰবন্ধ, ৰচনা, গল্প, কবিতা চাই প্ৰেছলৈ পঠিয়াইছিলোঁ, প্ৰুফ চাইছিলোঁ।

আচলতে, সেই মেছত আছিল কলেজৰ প্ৰথম বাৰ্ষিকত পঢ়া লক্ষ্মীনাথ আৰু হেমচন্দ্ৰ। চন্দ্ৰকুমাৰ আছিল দেউতাক হৰিবিলাসৰ নিজৰ আৰ্মেনিয়ান ষ্ট্ৰীটৰ ঘৰত। অৱশ্যে তেওঁ গোটেই দিনটো আৰু গধূলিৰ বহুত সময় সেই মেছত কটাইছিল।

মিউজিয়াম, চিৰিয়াখানা, হাওৰা ব্ৰীজ, আউটৰাম ঘাট, ভিক্টোৰীয়া মেম'ৰিয়েল, ৰামকৃষ্ণ মঠ, বোটানিকেল গাৰ্ডেন চাওঁতে চাৰিটা দিন লাগি গ'ল।

তাৰ পিছতে ৰেলেৰে পুৰীলৈ যাত্ৰা।

পুৰী ষ্টেশনত ৰেলৰ পৰা নামি অলপ যাওঁতেই সাগৰৰ শব্দ শুনিবলৈ পোৱা গ'ল। অৰুণে দৌৰ মাৰিব খুজিছিল। চন্দ্ৰকুমাৰে ধৰিলে তাৰ হাতত জোৰেৰে।

সাগৰৰ বালিত দৌৰি, সাগৰৰ পানীত গা ধুই জ্যোতি আৰু অৰুণ আত্মহাৰা হ'ল। চন্দ্ৰকুমাৰে বালিত বহি সিহঁতক চাই থাকে আৰু ন'টবুক উলিয়াই এটাৰ পিছত এটাকৈ কবিতাৰ ফাকি লিখি যায়।

জ্যোতি বালিত বহি হঠাৎ মৌন হৈ গ'ল।

সন্মুখৰ এই যে পাৰাপাৰহীন বিশাল সাগৰ, সাগৰৰ এই পাহাৰপ্ৰমাণ ঢৌ, শব্দৰ কল্লোল, এইবোৰ অনন্তকাল ধৰি বিৰাজমান হৈ আছে। তাৰ জন্মৰ বহু হেজাৰ বছৰৰ আগৰে পৰা, হয়তোবা লক্ষ বছৰৰ আগৰে পৰা এই সাগৰে এনেদৰে অন্তহীন আকাশৰ তলত চিৰদিন কল্লোল তুলি আছে।

জ্যোতিয়ে অনুভৱ কৰিলে বিৰাদেৰে, তাৰ যেন অহংকাৰ চুৰ্ণ হৈ গ'ল

এই সাগৰৰ পাৰৰ বালিত। সি ভাবিছিল, বহুদিন ধৰি ভাবিছিল, তাৰ জন্মৰ আগতে পৃথিৱীৰ একোৱেই জন্ম হ'ব নেলাগিব, পৃথিৱীৰ সকলো সম্পদ, সকলো দৃশ্যকে সিয়েই সৰ্বপ্ৰথমে দেখিবলৈ পাব লাগিবঃ তাৰ আগতে আন কোনো মানুহেই দেখিবলৈ পাব নালাগিব। সকলো দৃশ্যকে সৰ্বপ্ৰথমে দেখাৰ অধিকাৰ একমাত্ৰ কেৱল তাৰেই আছে।

এই সাগৰৰ পাৰত বহি তাৰ সেই স্বপ্ন নিঃশেষ হ'ল। সি অত্যন্ত অসহায়, নিঃসঙ্গবোধ কৰিবলৈ ধৰিলে।

জ্যোতিয়ে কিৰণময়ীলৈ চিঠি লিখিলেঃ তুমি চিন্তা কৰিছিলা, মই টিপচি চৰাই হৈ কেনেকৈ সাগৰত স্নান কৰিম। সাগৰত স্নান কৰি তোমাৰ টিপচি এতিয়া শক্তিমান হ'ল। সাগৰৰ বহুত মাজলৈকে মই সাঁতুৰিব পৰা হ'লো। সাগৰৰ ওপৰত অনাইবনাই উৰি ফুৰা গঙ্গাচিলনী দেখি মোৰো সাগৰৰ মাজলৈ, সাগৰৰ সিপাৰলৈ উৰা মাৰিবৰ মন যায়। মা, মোৰ চিৰ আদৰৰ মাতৃ, মোৰ মহা আনন্দ এয়েই, মই যি আকাশ ইয়াত দেখিবলৈ পাওঁ সেইখন আকাশ মোৰ মাতৃয়েও দেখিবলৈ পায়, মই যি সূৰ্য, মই যি জোন আকাশত দেখো, সেই সূৰ্য, সেই জোনকো তুমি দেখিবলৈ পোৱা। মোৰ দুখ হ'ল, মই যি সাগৰৰ পাৰত আছো সেই সাগৰ তুমি দেখিবলৈ পোৱা নাইঃ গঙ্গাচিলনীৰ উৰণ তুমি দেখিবলৈ পোৱা নাই। সাগৰৰ গৰ্জনৰ মাজতো মই যেন তোমাৰ মাত শুনিবলৈ পাওঁ, তুমি যেন মোক জ্যোতি জ্যোতি বুলি মাতি আছা। আচলতে কি জানা,মোৰ মা ? তুমি আছা বাবেই মোৰ এই সাগৰ ভাল লাগে, গঙ্গাচিলনীৰ গীত মোৰ ভাল লাগে। তুমি আছা বাবেই মোৰ এই আকাশ ভাল লাগে। . . .

বৰমা মুক্তাপ্ৰভালৈ জ্যোতিয়ে লিখিলেঃ আপুনি অৰুণক চাবলৈ মোক কৈ পঠিয়াইছিল। আপোনাৰ আজ্ঞা পালন কৰি মই অৰুণক হাতত ধৰি থাকো। সি কেতিয়াবা মোৰ হাতৰ পৰা এৰাই দৌৰি যায়। মই ভীষণ কোবেৰে দৌৰি গৈ তাক ধৰি আনোগৈ। সাগৰৰ পানীত স্নান কৰোঁতে নুনিয়াই ধৰাৰ উপৰিও মাজুদেউতা আৰু মই তাক ধৰি থাকো। আপুনি অৰুণৰ বাবে অকণো চিন্তা নকৰিব। আপোনাক সদায় মন মৰা দেখিলে মোৰ বৰ দুখ লাগে। সাগৰৰ পানী আৰু জগন্নাথ মন্দিৰৰ প্ৰসাদ মই আপোনালৈ লৈ যাম।. . .

অৰুণে মাকলৈ লিখিলেঃ জ্যোতি ককাইদেৱে মিছাকৈয়ে মোৰ হাতত ধৰি থাকে। মই অকলেই সাগৰত স্নান কৰিব পাৰো। মোৰ কেতিয়াবা তোমলৈ বৰকৈ মনত পৰে আৰু কেতিয়াবা তোমলৈ একেবাৰে মনত নপৰে। তোমলৈ মনত পৰিলে মই হুকহুককৈ কান্দো। জ্যোতি ককাইদেৱে মোক সাৱটি মাৰি ধৰি চকুপানী মচি দিয়ে। জ্যোতি ককাইদেউৰ খুড়ীদেউলৈ মনত পৰিয়েই থাকে।

কিন্তু নাকান্দে, মন মাৰি বহি থাকে। দেউতাই বালিত বহি কেৱল কবিতা লেখে। মোৰ ডিঙিত গামোচা দেখি বঙালী মানুহ এজনে সুধিলে, আচামী? মই ক'লো, আচামী নহয় অসমীয়া। মানুহজনে আচামী বুলি আক এবাৰ ক'লে। মই তেওঁক বৰ খঙেৰে ধৰিবলৈ যাওঁতেই দেউতাই বৰ খঙেৰে মোক ধৰি বালিত এঘণ্টা বহুৱাই থ'লে। . . .

জগন্নাথ মন্দিৰৰ ভিতৰলৈ সোমাই যাওঁতে চন্দ্ৰকুমাৰে ক'লে, শঙ্কৰদেৱে দুবাৰকৈ তীৰ্থ ভ্ৰমণ কৰিবলৈ আহোঁতে এই মন্দিৰতে বহি শাস্ত্ৰ-ভাগৱত আলোচনা কৰিছিল।

জ্যোতিয়ে সুধিলে, "শঙ্কৰদেৱৰ ইয়ালৈ অহাৰ কিবা চিন আছে নেকি, মাজু দেউতা?"

কলিকতালৈ প্ৰত্যাৱৰ্তনৰ পিছদিনাই জ্যোতি সন্মুখীন হ'ল এটা ঘটনাৰ।

## ॥ ছয় ॥

লক্ষ্মীনাথৰ হাওবাব ঘৰৰ গেটৰ ঠিক বাওঁফালে খাপৰীৰ এটা একচলীয়া চালৰ ঘৰ। বেৰৰ বং ইতিমধ্যে বিবৰ্ণঃ বাবাণ্ডা নাই, বননিৰ পৰাই ঘৰৰ দুৱাৰ খুলিব মেলিব পাৰি।

দুদিন ধৰি জ্যোতিয়ে লক্ষ্য কৰিছিল, কেইজনমান লোক সেই ঘৰত সোমায় আৰু ভালেমান সময়ৰ পিছত ওলাই আহে। তাৰে দুজনমান তৰুণ, জ্যোতিতকৈ বয়সত জ্যেষ্ঠ।

তেনে অৱস্থাতে সমুদ্ৰ নামৰ এজনৰ লগত জ্যোতিৰ চিনাকি হ'ল। সমুদ্ৰই লক্ষ্মীনাথক লগ পাবলৈ দুদিনমান আহিছিল। লক্ষ্মীনাথেই জ্যোতিক সমুদ্ৰৰ লগত চিনাকি কৰি দিছিল।

এদিন গেটৰ কাষত থিয় হৈ জ্যোতিয়ে সেই ঘৰটোৰ ফালে একান্ত মনে চাই আছিল। তৰুণসকলৰ অহা-যোৱা, ঘৰৰ ভিতৰত সোমাই কৰা গোপন আলোচনা, সিহঁতৰ চকুয়ে-মুখে প্ৰকাশ পোৱা অসীম দৃঢ়তা, সিহঁতে পৰিধান কৰা সামান্য পোছাকে জ্যোতিৰ মনত অসীম কৌতূহলৰ সৃষ্টি কৰিলে।

জ্যোতিয়ে সেইদৰে চাই থাকোতেই সেই ঘৰটোত সোমাবলৈ অহা সেই সমুদ্ৰৰ দৃষ্টি পৰিল তাৰ ওপৰত। সমুদ্ৰই সামান্যভাৱে হাঁহিলে।

জ্যোতিৰ অনুভৱ হ'ল, এই হাঁহি সামান্য হাঁহি নহয়। সেই হাঁহিৰ আহ্বান অপ্ৰতিহত। সমুদ্ৰৰ চকু দুটা বিশাল। অসীম প্ৰত্যয় আৰু বিশ্বাস পুঞ্জিত হৈ আছে সেই চকুত। সমুদ্ৰৰ চুলি দীঘল, প্ৰায় ডিঙিলৈকে পৰা। মাজৰ বতৰতো তাৰ পৰিধানত মাত্ৰ হাতখৰা এটা বুটামহীন পঞ্জাবী, আঁঠুৰ অলপ তললৈকে পৰা খুড়ি, শুদা ভৰি।

সমুদ্ৰই হাঁহি মাৰিয়েই কিছু সময় জ্যোতিলৈ চাই খাপৰীৰ একচলীয়া চালৰ ঘৰলৈ সোমাই গ'ল।

পিছদিনা বাতিপুৱা সেই একেই দৃশ্য। সমুদ্ৰই ঘৰলৈ সোমোৱাৰ আগতে

গেটৰ কাষত থিয় হৈ থকা জ্যোতিলৈ চালে। এইবাৰ সমুদ্ৰই এক প্ৰৱল দৃষ্টিৰে তালৈ চাই তালৈ আহিবলৈ সৌহাতে জ্যোতিক আহ্বান কৰিলে।

জ্যোতিৰ পৰিধানত ধুতি আৰু পঞ্জাবী। পঞ্জাবীৰ বুটাম বুকুৰ বাওঁফালে লগোৱা। থোৰ মাৰি পিন্ধা ধুতি। ভৰি শুদা। সমুদ্ৰই হাতত ধৰি ঘৰৰ ভিতৰলৈ লৈ গ'ল।

আঠজন লোক। মজিয়াতে পৰা এক সামান্য পাটীত বহি আছে। বয়সত তৰুণ। জ্যোতিতকৈ জ্যেষ্ঠ।

বেলেগে আনবিলাকৰ মুখামুখিকৈ বহি আছে অন্য এজন লোক। বয়সত আটাইবোৰতকৈ জ্যেষ্ঠ। সুদৰ্শন। সামান্য দাড়ি-গোঁফ। দুটা আঁঠুত হাত থৈ পোন হৈ তেওঁ বহি আছে।

জ্যোতি সোমাই অহা মাত্ৰকে সকলোৱেই প্ৰখৰ দৃষ্টিৰে তালৈ চালে।

জ্যোতিয়ে নিজৰ পৰিচয় দিলে। জ্যোতিৰ মুখত অৰ্ধশুদ্ধ বঙালী উচ্চাৰণ শুনি কোনেও উদ্বেগ প্ৰকাশ নকৰিলে।

বেৰৰ কাষত আঁঠুত হাত থৈ প্ৰশান্তভাৱে বহি থকা সেই সুদৰ্শন লোকজনে জ্যোতিক প্ৰখৰ দৃষ্টিৰে কিছু সময় পৰ্যবেক্ষণ কৰিলে। জ্যোতিয়েও চাই থাকিল তেওঁলৈ অতি নম্ৰভাৱে।

জ্যোতিৰ ওপৰত তেওঁ বিশ্বাস স্থাপন কৰিব পাৰিলে।

তেওঁ কথা ক'বলৈ আৰম্ভ কৰিলে। কণ্ঠস্বৰ তেওঁৰ স্পষ্ট, গভীৰ, কেৱল সেইকেইজন লোকেহে শুনিব পৰা।

বন্দে মাতৰম!

বন্দে মাতৰম। মাতৃক বন্দনা কৰো। কিন্তু কোন সেই মাতৃ? সেই মাতৃ কোনো সন্তানৰ মাতৃ নহয়ঃ কোনো পুত্ৰ, কোনো কন্যাৰ মাতৃ নহয়। মাতৃ মানে জন্মভূমি। পৃথিৱীৰ জীৱনৰ যৌৱনৰ সহস্ৰ বন্দনাৰ চিৰকালৰ পূজাৰ দেশমাতৃ।.... দেশৰ বাহিৰে অন্য কোনো মাতৃক আমি চিনি নাপাও। মাতৃভূমি স্বৰ্গতকৈয়ো গৰীয়সী।.....

সেই শৈশৱৰে পৰা জ্যোতিয়ে বন্দে মাতৰম ধ্বনি শুনি আহিছে। সেই পবিত্ৰ গীতৰ প্ৰতিটো শব্দ তাৰ কণ্ঠস্থ। কিন্তু এই প্ৰথমবাৰৰ বাবে সি সেই গীতৰ ব্যাখ্যা, মৰ্মাৰ্থ শুনিবলৈ পালে। সেই লোকজনৰ একো একোটা শব্দই যেন তাৰ হৃদয়ত গভীৰ অনুৰণনৰ সৃষ্টি কৰিলে।

জ্যোতি মুগ্ধ হ'ল। চকু দুটা তাৰ বহল হ'বলৈ ধৰিলে। শ্বাসৰুদ্ধভাৱে সি যেন শুনিবলৈ পালে কোনো অমৃত মধুৰ বাণী।

.... আমাৰ কোনো মাতৃ নাই। আমাৰ কোনো পিতৃ নাই। আমাৰ কোনো ভাতৃ নাই, সুহৃদয় নাই, নাই কোনো বন্ধু। আমাৰ মাতৃ মাত্ৰ এগৰাকীয়েই। সেয়ে হ'ল আমাৰ জন্মভূমি।

.... সুজলাম সুফলাম্ শস্য শ্যামলাম। সুশীতল জলধাৰাৰে ধৌত অপূৰ্ব সুন্দৰ আমাৰ জন্মভূমি। শ্যামল শস্যৰে উৰ্ভৈলদী আমাৰ দেশমাতৃ। এই মাতৃ সমগ্ৰ পৃথিৱীতে অতুলনীয়া। সেই মাতৃক বন্দনা কৰো। মাতৃক বন্দনা কৰি আমি হও ধন্য, আমি হও পূৰ্ণ।

দক্ষিণৰ পৰা উঠি অহা সুশীতল বায়ুৰে প্লাৱিত, শ্যামল শস্যৰে সুশোভিত আমাৰ জন্মভূমিক আমি বন্দনা কৰো। শুভ্ৰ জ্যোৎস্না পুলকিত যামিনীম। চাৰি দিশে আলোকিত কৰা চন্দ্ৰৰ শুভ্ৰ জ্যোতি, ফলেৰে বিনন্দীয়া বনানীৰে মহিমামণ্ডিত আমাৰ মাতৃক আমি বন্দনা কৰো। ফুল্ল কুসুমিত দ্ৰোমদল শোভিনীম। ফুল-লতাৰে জ্যাতিষ্কাৰ মাতৃভূমিক আমি বন্দনা কৰো। সুভাষিণীম সুমধুৰ ভাষিণীম। মধুৰ হাঁহিৰে সমুজ্জ্বল, সুমধুৰ কথাৰে অমৃতময় আমাৰ দেশমাতৃকা, তোমাক বন্দনা কৰো। সুখদাম বৰদাম মাতৰম। বৰদানত অকৃপণ, প্ৰীতি-শান্তি বিস্তাৰত উদাৰ আমাৰ জন্মভূমি। তোমাক বন্দনা কৰো। সপ্তকোটিকণ্ঠ কলকল নিনাদ.....

কোনো এক অমূল্য ৰত্ন আৱিষ্কাৰৰ আনন্দত জ্যোতি উদ্ভাসিত হ'ল। জ্যোতিৰ হৃদয় মাতৃ-বন্দনাৰে উপচি পৰিল।

বক্তাই এইবাৰ জ্যোতিলৈ চাই তাৰ দৃষ্টি আকৰ্ষণ কৰিলে অনতিদূৰৰ বেৰৰ কাষৰ এটা মূৰ্তিলৈ। জ্যোতিয়ে মন্ত্ৰমুগ্ধৰ দৰে দৃষ্টি নিক্ষেপ কৰিলে সেই মূৰ্তিৰ ওপৰত।

মাতৃদেৱী জগদ্ধাত্ৰীৰ মূৰ্তি অপূৰ্ব সুন্দৰী। অলঙ্কাৰেৰে সমৃদ্ধ। মুখত অবিৰত মধুৰ হাঁহি।

তেওঁ ক'লে, এই যে তোমাৰ সম্মুখত অপৰূপা মূৰ্তি, সেই মূৰ্তি আমাৰ মাতৃ জগদ্ধাত্ৰীৰ। এই মাতৃ এতিয়াৰ নহয়। এই মাতৃ আছিল আমাৰ এসময়ৰ দেশমাতৃ। সমস্ত পৃথিৱীৰ সকলো সৌন্দৰ্যৰে সুশোভিতা এয়া আছিল এসময়ৰ আমাৰ মাতৃ। এই মাতৃৰ বিনন্দীয়া ৰূপে সন্তানসকলক বিমোহিত, সম্পূৰ্ণ কৰিছিল।

কিন্তু সেই মাতৃ আজি অন্তাহতা। সেই মাতৃ হ'ল অন্তৰ্ধান। সেই মাতৃৰ স্থান অধিকাৰ কৰিলে চোৱা সেইগৰাকী মাতৃয়ে।

তেওঁ নাতিদূৰৰ এটা কালীৰ মূৰ্তিলৈ জ্যোতিৰ দৃষ্টি আকৰ্ষণ কৰিলে। সেই মূৰ্তি ক'লা, অমাৱস্যাৰ ঘোৰ অন্ধকাৰৰ দৰে, ভয়ংকৰ।

তেওঁ ক'লে, আমাৰ দেশমাতৃৰ কি নিদাৰুণ অৱস্থা হ'ল, এবাৰ চাই লোৱা। চকুত যদি পানী আছে, তেন্তে চকুপানী টুকি লোৱা। জগদ্ধাত্ৰী মাতৃৰ স্থানত এয়া কালী, এক অন্ধকাৰ মাতৃ। এই মাতৃ নগ্ন। কাৰণ, বিদেশীয়ে আমাৰ দেশক সম্পূৰ্ণ উলঙ্গ কৰি দিলে। এই মাতৃৰ গলত সেয়া চোৱা লাওখোলাৰ মালা। কাৰণ আমাৰ দেশক পৰিণত কৰা হ'ল এখন শ্মশানত।

..... আমি পুনৰ জগদ্ধাত্ৰী মাতৃক তেওঁৰ যোগ্যাসনত উপৱিষ্ট কৰিব লাগিব।

আমাৰ মাতৃ মাত্ৰ এগৰাকীয়েই। সেয়ে হ'ল জন্মভূমি। সেই জন্মভূমিক বন্দনা কৰো। বন্দে মাতৰম.....

জ্যোতি মন্ত্ৰমুগ্ধ। মাতৃ-বন্দনাৰ মায়াত সি মোহ গ'ল। চকুৰ পৰা টপটপকৈ পানী ওলাই আহিল।

জ্যোতিক দিয়া হ'ল বিদায়।

এতিয়া সেইসকলৰ মাজত গোপন আলোচনা হ'ব।

বন্দে মাতৰম ব্যাখ্যা কৰা গুৰুৱে জ্যোতিক এখন পুথি উপহাৰ দিলে। আনন্দ মঠ। প্ৰণেতা ঋষি বঙ্কিমচন্দ্ৰ। গুৰুৱে ক'লে, মই বৰ্ণনা কৰা বন্দে মাতৰমৰ সমস্ত মহিমা এই গ্ৰন্থতে লিপিবদ্ধ আছে।

সেইদিনা সমস্ত আবেলি, সন্ধিয়া আৰু ৰাতি বহুত পৰলৈকে জ্যোতিয়ে পঢ়িলে আনন্দ মঠ। যিমানে সি পঢ়ি গৈছে, সিমানে তাৰ মনৰ, চিন্তাৰ দিগন্ত উন্মোচিত হৈ গৈছে। সেইদিনা ৰাতিপুৱাৰ সেই গুৰুৰ প্ৰতিটো শব্দই যেন সেই গ্ৰন্থৰ পৃষ্ঠাই পৃষ্ঠাই ভাস্বৰ হৈ পৰিছে।

সি পঢ়ি পঢ়ি পালেগৈ সেই প্ৰখ্যাত অধ্যায়। হৃদয় তাৰ ৰোমাঞ্চিত হ'বলৈ ধৰিলে।

..... পূৰ্ণিমাৰ বিনন্দীয়া ৰাতি। মহেন্দ্ৰ আৰু ভৱানন্দই পথাৰৰ মাজেদি গৈ থাকোতেই ভৱানন্দই আৰম্ভ কৰিলে গাবলৈ এটা গীত ঃ বন্দে মাতৰম, সুজলাম সুফলাম মলয়জ শীতলাম'। শস্য শ্যামলাম। ..... তুমি বিদ্যা তুমি ধৰ্ম। তুমি হৃদি তুমি মৰ্ম॥ ত্বম হি প্ৰাণ শৰীৰে। বাহুতে তুমি মা শক্তি। হৃদয়ে তুমি মা ভক্তি॥ তোমাৰ প্ৰতিমা গঢ়ি মন্দিৰে মন্দিৰে।.....

মহেন্দ্ৰই লক্ষ্য কৰিলে, গীতটো গাই থাকোতে ডকাইত ভৱানন্দৰ চকুৰেদি পানী নিগৰি আহিছিল। মহেন্দ্ৰই সুধিলে, তুমি কোন? ভৱানন্দই উত্তৰ দিলে, আমি তেওঁৰ সন্তান। মাতৃ পূজাৰ বাবে সন্তানে চুৰি আৰু ডকাইতি কৰে নে? আমি চুৰি-ডকাইতি নকৰো। কিন্তু তুমিতো অলপ আগতে এখন ঘোঁৰাগাড়ী লুট কৰিলা? সেইটো ডকাইতি হ'ব নোৱাৰে ঃ কাৰ ধন আমি লুট কৰিলো ঃ কেলেই, ৰজাৰ? কিন্তু এই সম্পত্তিৰ ওপৰত ৰজাৰ কি অধিকাৰ থাকিব পাৰে? ....

সেইখিনি কথা পঢ়ি জ্যোতি স্তম্ভিত হ'ল। এখন গ্ৰন্থ পঢ়ি এই প্ৰথমবাৰৰ বাবে তাৰ মনত এক গভীৰ জিজ্ঞাসাৰ সৃষ্টি হ'ল। দেশ মাতৃকাৰ নামত ডকাইতি কি এক অপৰাধ নহয়?

পিছ দিনা ৰাতিপুৱা মেজৰ চাৰিওফালে বহি তেওঁলোকে একেলগে চাহ খাইছিল।

*চাহ খাবলৈ বহিল লক্ষ্মীনাথ, লক্ষ্মীনাথ-পত্নী প্ৰজ্ঞাসুন্দৰী, চন্দ্ৰকুমাৰ, অৰুণ।*

*লক্ষ্মীনাথে জ্যোতিৰ মুখলৈ অলপ সময় চাই থাকি সুধিলে, "জ্যোতিপ্ৰসাদ,* তোমাক বৰ চিন্তিত যেন লাগিছে। খবৰ কি?"

প্ৰজ্ঞাসুন্দৰীয়েই উত্তৰ দিলে, "জ্যোতিয়ে কালিৰ পৰা বঙ্কিমচন্দ্ৰৰ 'আনন্দ মঠ' পঢ়ি অভিভূত হৈ আছে। আনন্দ মঠৰ পিছত মই জ্যোতিক শৰৎচন্দ্ৰৰ 'পথেৰ দাবী' পঢ়িবলৈ কৈছো। স্বদেশপ্ৰেমৰ ধাৰণাটো জ্যোতিয়ে বৰ ভালদৰে উপলব্ধি কৰিব পাৰিব।"

জ্যোতি আৰু অৰুণ কলিকতাত থকা দিনকেইটাত সিহঁতৰ থকামেলাৰ সম্পূৰ্ণ দায়িত্ব লৈছিল প্ৰজ্ঞাসুন্দৰীয়ে।

প্ৰজ্ঞাসুন্দৰীয়ে লক্ষ্য কৰিছিল, ৰাতিপুৱা শুই উঠিয়েই জ্যোতিয়ে নিজৰ বিছনাখন অতি পৰিপাটিকৈ পাৰে ঃ ক'তো বিছনা চাদৰ, ক'ভাৰৰ আধা ইঞ্চিও ইফাল সিফাল নহয়। আনহাতেদি অৰুণে ৰাতিপুৱা জাপমাৰি বিছনাৰ পৰা উঠিয়েই সেইফালে এখন্তেকৰ বাবেও উভতি নাচায়। জ্যোতিয়ে অৰুণৰ বিছনাও ভালদৰে পাৰি থয়। প্ৰজ্ঞাসুন্দৰীয়ে সেই কথা জানিব পাৰি ৰাতিপুৱাই সিহঁতৰ কোঠালৈ আহি বিছনাপত্ৰ চাফাকৈ সজাই থয়।

প্ৰজ্ঞাসুন্দৰীয়ে যেতিয়া শুনিলে, মুক্তাপ্ৰভাই জ্যোতিক অৰুণক চাবলৈ কৈ পঠিয়াইছিল বাবে জ্যোতিয়ে সকলো সময়তে অৰুণৰ ওপৰত সতৰ্ক দৃষ্টি ৰাখে, তেতিয়া ইমান কম বয়সতে জ্যোতি ইমান দায়িত্বশীল হ'ল বুলি তাৰ গালত তেওঁ চুমা খাই মৰম কৰে।

প্ৰজ্ঞাসুন্দৰীয়ে নিজৰ মটৰত সিহঁত দুটাক কেবাদিনো কলিকতা দেখুৱাবলৈ লৈয়ো গৈছিল।

জ্যোতিয়ে 'আনন্দ মঠ' পঢ়া বুলি শুনি লক্ষ্মীনাথে ক'লে, "বাঃ, আমাৰ জ্যোতিপ্ৰসাদে বঙ্কিমচন্দ্ৰ পঢ়িব পৰা হ'ল। কি ডাঙৰ ভাগ্য! তুমিতো সৰুৰে পৰা বন্দে মাতৰম গীত শুনি আহিছা। এতিয়া জানিব পাৰিলা, বঙ্কিমচন্দ্ৰই কেনে এক অৱস্থাত সেই গীতটো ৰচনা কৰিছিল। আমাৰ বহুতে ভাবে, বঙ্কিমচন্দ্ৰই ৰবীন্দ্ৰনাথৰ জন গণ মন অধিনায়ক গীতটোৰ দৰে গীত হিচাপেই বেলেগে বন্দে মাতৰম ৰচনা কৰিছিল। কিন্তু সেইটো নহয়। তেওঁৰ এখন উপন্যাসৰ এটা চৰিত্ৰৰ মুখেদি সেই গীত গোৱাইছে।"

জ্যোতিয়ে ক'লে, "ববদেউতা, এটা ডকাইতে বন্দে মাতৰম গীতটো গাইছে।"

লক্ষ্মীনাথ ঃ বঙ্কিমচন্দ্ৰৰ ডকাইত যিকোনো ডকাইত নহয়। সাধাৰণ ডকাইতে যেতিয়া ডকাইতি কৰে তেতিয়া সেইটো হয় পুলিচ কে'চ। কিন্তু বঙ্কিমচন্দ্ৰৰ ভৱানন্দই যেতিয়া ডকাইতি কৰে তেতিয়া সেইটো হৈ পৰে গভীৰ দেশপ্ৰেম। দেশৰ বাবেও কেতিয়াবা ডকাইতি কৰিবলগীয়া হয়।

"দেশৰ বাবে ডকাইতি কৰা ভাল নে নকৰা ভাল?"

লক্ষ্মীনাথ ঃ তোমাৰ এইটো এটা মূলগত প্ৰশ্ন। তুমি এনেদৰে চিন্তা কৰা দেখি মই বৰ সন্তোষ পাইছো। এই প্ৰশ্নৰ লগত আমাৰ ভাৰতবৰ্ষৰ স্বাধীনতাৰ প্ৰশ্ন জড়িত আছে। মূল কথা হ'ল, ভাৰতবৰ্ষৰ স্বাধীনতা কি উপায়েৰে লাভ

কৰিব পৰা হ'ব? হিংসাৰে নে অহিংসাৰে? প্ৰবল প্ৰতাপী বৃটিছৰ বিৰুদ্ধে হিংসা আন্দোলন সাৰ্থক হ'ব বুলি আশা কৰিব নোৱাৰি।"

চন্দ্ৰকুমাৰে ক'লে, "এক আশাৰ পোহৰ দেখা গৈছে। দক্ষিণ আফ্ৰিকাত বৃটিছ চৰকাৰৰ বিৰুদ্ধে অহিংসা আন্দোলন চলাই সাৰ্থক হৈ মোহনদাস কৰমচান্দ গান্ধী ভাৰতলৈ উভতি আহিছে। তেওঁ কংগ্ৰেছৰ নেতৃত্ব গ্ৰহণ কৰিছে। অহিংসা আন্দোলনেৰে তেওঁ দেশৰ স্বাধীনতা আনিব পাৰিব বুলি মোৰ সম্পূৰ্ণ বিশ্বাস আছে।"

লক্ষ্মীনাথে ক'লে, "গান্ধী ভাৰতলৈ প্ৰত্যাৱৰ্তন কৰাৰ আগতেই বঙ্কিমচন্দ্ৰৰ বন্দে মাতৰম গীত কংগ্ৰেছে জাতীয় সংগীত স্বৰূপে গ্ৰহণ কৰিছে। গীতটোহে লৈছে, কিন্তু ডকাইত ভৱানন্দৰ আদৰ্শ লোৱা নাই।"

জ্যোতিয়ে সুধিলে, "বঙ্কিমচন্দ্ৰ চেটাৰ্জী বৃটিছ চৰকাৰৰ বিষয়া আছিল। তেওঁ তেনে এক গীত ৰচনা কৰিবলৈ ভয় নকৰিলে?"

লক্ষ্মীনাথে উত্তৰ দিলে, "বৃটিছৰ কেৱল বিষয়াই নহয়, তেওঁ অতি ডাঙৰ বিষয়া আছিল। বৃটিছৰ বিষয়াতকৈ ব্যক্তি হিচাপে তেওঁ বেছি ডাঙৰ আছিল, মানে বেছি মহৎ আছিল। চাকৰি আৰু দেশপ্ৰেম, এই দুটাৰ ভিতৰত তেওঁ দেশপ্ৰেমক অধিক মৰ্য্যাদা দিছিল। বৃটিছৰ চাকৰি কৰিও তেওঁ বৃটিছক ভাৰতৰ পৰা বাহিৰ কৰিবলৈ বন্দে মাতৰমৰ দৰে অতি দেশপ্ৰেমমূলক গীত ৰচনা কৰিছিল। সেইবাবে তেওঁ ইতিমধ্যে ঋষিৰূপে পৰিচিত হৈছে।"

লক্ষ্মীনাথে লক্ষ্য কৰিলে, তেওঁৰ কথা শুনি জ্যোতি অভিভূত হৈছে। কিবা এক পৰম আশাত জ্যোতিৰ চকু দুটা উজ্জ্বল হৈ পৰিছে।

লক্ষ্মীনাথে ক'লে, "বন্দে মাতৰম গীতটো সংস্কৃতত লিখা বাবে বুজিবলৈ বৰ টান। গোটেই গীতটো কবিতাৰ দৰে আবৃত্তি কৰিবলৈ মানুহে বৰ টান পায়। আমাৰ পাণ্ডৱবৰ্জিত অসমৰ মানুহৰ বাবেতো দুৰ্বোধ্য বুলি ক'ব লাগিব।"

লক্ষ্মীনাথে এইবাৰ চন্দ্ৰকুমাৰৰ ফালে চাই ক'লে, "মাজু, মোৰ এটা কথা শুনি তুমি ছাপ্ৰাইজ্‌দ হ'বা নেকি?"

চন্দ্ৰকুমাৰ: তোমাৰ কথা শুনি মই কোনো দিনেই ছাপ্ৰাইজ্‌দো হোৱা নাই, অভাৰহুৱেলমো হোৱা নাই। কোৱা।"

"আৰু তুমি জ্যোতিপ্ৰসাদ?"

"আপোনাৰ কথাটো কওকচোন।"

"মই এটা জাতীয় সংগীত লিখিছো নহয়। সহজ সৰল ভাষাত। অসমৰ সকলো মানুহে বুজিব পাৰিব। শুনিবা নেকি?"

লক্ষ্মীনাথ উঠি গ'ল।

প্ৰজ্ঞাসুন্দৰীয়ে চন্দ্ৰকুমাৰলৈ চাই মন্তব্য কৰিলে, "আপোনাৰ মেজে এইবাৰ বঙ্কিমচন্দ্ৰকো ছাৰপাছ কৰিব যেন পাইছো!"

লক্ষ্মীনাথে মুখত বহল হাঁহিৰে উভতি আহি এটা ডায়েৰী উলিয়াই ক'লে, "শুনা তেনেহ'লে মোৰ অসমৰ জাতীয় সংগীত ঃ অ' মোৰ আপোনাৰ দেশ, অ' মোৰ চিকুণি দেশ, এনেখন শুৱলা একেখন সুফলা এনেখন মৰমৰ দেশ।......"

চন্দ্ৰকুমাৰে হাতচাপৰিৰে চিঞৰাৰ দৰে ক'লে, "বাঃ বাঃ, কি অপূৰ্ব, কি অদ্ভুত। আকৌ, আকৌ।"

লক্ষ্মীনাথে সেইকেইটা লাইন পুনৰ পঢ়িলে। দুবাৰমান কবিতাৰ দৰে, দুবাৰমান সুৰ লগাই।

জ্যোতিৰ চকুৰে-মুখে বিস্ময়ৰ চিন। "অ' মোৰ সুৰীয়া মাত। অসমৰ সুৱদী মাত।। পৃথিৱীৰ ক'তো বিচাৰি জনমটো নোপোৱা কৰিলেও পাত।"

"তাৰ পিছত শুনিবা ঃ অ' মোৰ ওপজা ঠাই, অ' মোৰ অসমী আই, চাই লওঁ এবাৰ মুখখনি তোমাৰ, হেঁপাহ মোৰ পলোৱা নাই।"

চন্দ্ৰকুমাৰে পুনৰ হাত চাপৰি মাৰিলে। লগে লগে হাতচাপৰি মাৰিলে প্ৰজ্ঞাসুন্দৰীয়ে। জ্যোতি আৰু অৰুণে অবাক দৃষ্টিৰে লক্ষ্মীনাথৰ ফালে চাই থাকিল।

সমগ্ৰ ঘৰ উৎফুল্লিত হ'ল। চন্দ্ৰকুমাৰে বেজক সাবটি ধৰিলে। জ্যোতি আৰু অৰুণে লক্ষ্মীনাথৰ চৰণ স্পৰ্শ কৰিলে। প্ৰজ্ঞাসুন্দৰীয়ে জোৰেৰে হাঁহিবলৈ ধৰিলে।

দুপৰীয়া একেলগে ভাত খাওঁতে জ্যোতিয়ে লক্ষ্মীনাথক সুধিলে, "বৰদেউতা, বন্দে মাতৰমৰ দৰে দেশপ্ৰেমৰ গীত আৰু কি কি আছে?"

লক্ষ্মীনাথ ঃ ৰবীন্দ্ৰনাথ ঠাকুৰৰ এটা আছে। তাৰ প্ৰথম লাইনটো হ'ল, জনগণ মন অধিনায়ক জয় হে ভাৰত ভাগ্যবিধাতা। দ্বিজেন্দ্ৰলাল ৰায়ৰ এটা আছে ঃ ধনে ধানে পুষ্পে ভৰা আমাদেৰ এই বসুন্ধৰা, তাহাৰ মাজে আছে এ দেশ সকল দেশেৰ সাৰা।

চন্দ্ৰকুমাৰে ৰসৰ সঞ্চাৰ কৰিলে ঃ "আৰু এটা আছে।"

লক্ষ্মীনাথে বিস্ময়ৰ দৃষ্টিৰে চন্দ্ৰকুমাৰলৈ চালে।

"আমাৰ বেজৰ অ' মোৰ আপোনাৰ দেশ।"

পুনৰ হাঁহিৰে সমগ্ৰ ঘৰ মুখৰিত হ'ল।

"বৰদেউতা, আপোনাৰ গীতটো প্ৰকাশ কৰিব কেতিয়া?"

"মাজুৱে চাৰ্টিফাই কৰি দিলেই ছপা কৰিম।"

লক্ষ্মীনাথৰ মুখত পুনৰ সেই উদাৰ বহল হাঁহি।

আবেলি প্ৰজ্ঞাসুন্দৰীয়ে জ্যোতি আৰু অৰুণক ফুৰাবলৈ নিলে। ব্ৰিগেড পেৰেড ময়দানৰ এঠাইত বহি প্ৰজ্ঞাসুন্দৰীয়ে জ্যোতি আৰু অৰুণক খোজ কাঢ়িবলৈ অনুমতি দি নিজে পঢ়িবলৈ এখন কিতাপ উলিয়াই ল'লে।

জ্যোতিৰ দৌৰি দৌৰি ভাগৰ লাগিল। সি ঘাঁহৰ ওপৰতে ওপৰলৈ মুখ কৰি পৰি দিলে। অৰুণো আহি কাষতে বহিল। জ্যোতি আকাশৰ বিশাল বিমোহিত ৰূপ দেখি মুগ্ধ হ'ল।

অৰুণে ক'লে, "জ্যোতি ককাইদেউ, বৰদেউতাই ৰবীন্দ্ৰনাথ ঠাকুৰৰ পৰিয়ালৰ ছোৱালী বিয়া কৰাইছিল।"

জ্যোতিয়ে ক'লে, "তই নাজান নেকি? তেওঁৰ ভাৰ্যা প্ৰজ্ঞাসুন্দৰী ৰবীন্দ্ৰনাথ ঠাকুৰৰ ভতিজা হয়।"

"ঠাকুৰৰ পৰিয়ালটো বৰ বিখ্যাত।"

"পৃথিৱীতে এই পৰিয়ালৰ নাম আছে। চাৰি বছৰৰ আগতে ৰবীন্দ্ৰনাথ ঠাকুৰে সাহিত্যত নবেল পুৰস্কাৰ পালে আৰু তেতিয়াই তেওঁৰ নাম পৃথিৱীত বিয়পি পৰিল। মাজুদেউতাই মোক কৈছিল যে ভাৰতৰ প্ৰথম আই চি এছ আৰু প্ৰথম বাৰিষ্টাৰ ঠাকুৰ পৰিয়ালৰ লোক। ৰবীন্দ্ৰনাথৰ কিমান কবিতা তই পঢ়িছ?"

অৰুণ নিমাত।

অলপ সময়ৰ পিছত অৰুণে ক'লে, "জ্যোতি ককাইদেউ, মই বিলাতলৈ যাম। দেউতাক তুমি মোৰ কথাটো এতিয়াৰ পৰাই কৈ থাকিবা।"

"বিলাতলৈ যাবি? বাৰিষ্টাৰ হ'বলৈ?"

"বাৰিষ্টাৰো পঢ়িব পাৰো। আই চি এছো হ'ব পাৰো। মুঠতে বিলাতলৈ যামেই।"

"তোৰ আগতে মইহে বিলাতলৈ যাম।"

"সঁচা? মোকো লগত লৈ যাবা। নিবা?"

জ্যোতি নিমাত। আকাশৰ বিশালতাত সি বিমুগ্ধ।

"তুমি আগলৈ কি হ'ম বুলি ভাবিছা, জ্যোতি ককাইদেউ?"

জ্যোতি নিমাত। চকু আধা মুদাই সি আকাশলৈ চাইছিল। পশ্চিম আকাশত সূৰ্যাস্তৰ বিপুল আয়োজন।

জ্যোতিৰ বাউসিত ধৰি জোকাৰি অৰুণে পুনৰ সুধিলে, "তুমি আগলৈ কি হ'ম বুলি ভাবিছা, জ্যোতি ককাইদেউ?"

জ্যোতিয়ে লাহে লাহে ক'লে, "কবি হ'ম বুলি ভাবিছিলো। কিন্তু কলিকতালৈ আহি মনৰ পৰিৱৰ্তন হৈছে। স্বাধীনতা আন্দোলনত যোগ দিও বুলি ভাবিছো। দেশ স্বাধীন হ'লে পুনৰ কবিতা লিখাত ধৰিম।"

"কবিতাও লিখিবা আৰু আন্দোলনো কৰিবা। নোৱাৰিবা।"

জ্যোতি নিমাত।

"কেলেই ৰবীন্দ্ৰনাথ ঠাকুৰে আন্দোলনত নলগাকৈয়ে ইমানবোৰ কবিতা লিখা নাই? বঙ্কিমচন্দ্ৰই বৃটিছৰ চাকৰি কৰিয়েই বন্দে মাতৰম লিখা নাই? আমাৰ

ৰবদে'উতা লক্ষ্মীনাথ বেজবৰুৱা আৰু আমাৰ দেউতাই আন্দোলনত যোগ নিদিয়াকৈ কবিতা লিখা নাই?"

জ্যোতি নিমাত। সেইদিনা গধূলি জ্যোতিয়ে কিৰণময়ীলৈ এখন চিঠি লিখি।

## ॥ সাত ॥

জ্যোতিয়ে কিৰণময়ীলৈ লিখিলে: কলিকতালৈ অহাৰ আগৰ তোমাৰ পুত্ৰ জ্যোতি আৰু কলিকতালৈ অহাৰ পিছত তোমাৰ জ্যোতি একেটা জ্যোতিয়েই হৈ থকা নাই। মই ঘৰলৈ উভতি গ'লে তুমি মোক একেদৰেই দেখিবলৈ পাবা। মোৰ চেহেৰা, মোৰ পোছাকৰ একো পৰিবৰ্তন তোমাৰ চকুত নপৰিব। কিন্তু মোৰ মনৰ পৰিবৰ্তন ঘটিছে। ইয়ালৈ অহাৰ আগতে ভাবিছিলো যে মই আগলৈ এজন কবি হ'ম। কবিতা লিখিম, গীত লিখিম, নাটক লিখিম। কিন্তু এতিয়া মই ভাবিছো যে কবিতা গীত নাটক লিখাতকৈয়ো এটা ডাঙৰ কাম আছে। আমাৰ মাতৃভূমিক মুক্ত কৰাৰ বাহিৰে মাতৃজননীৰ সন্তানৰ অন্য কোনো ডাঙৰ কাম থাকিব নোৱাৰে। স্বাধীনতা আন্দোলনত মই যোগ দিম। তুমি মোক আন্দোলনত যোগ দিবলৈ অনুমতি দিবা বুলি মই জানো।

. . . মা, আগেয়ে তোমালৈ মনত পৰিলে কেৱল তোমালৈহে মনত পৰে। তোমাৰ দেহীৰ দৰে মুখখনৰ বাহিৰে মই আন একো দেখা নাপাও। কিন্তু এতিয়া তোমাৰ মুখলৈ মনত পৰিলে মই আন এখন মুখ দেখিবলৈ পাওঁ। সেইখনেই হ'ল মোৰ মাতৃভূমিৰ মুখ। তোমাৰ মুখৰ মাজেৰে মই দেশমাতৃৰ মুখখন দেখিবলৈ পাওঁ। কেতিয়াবা মোৰ বৰ খেলিমেলি লাগি যায়। কোনখন তোমাৰ মুখ আৰু কোনখন মাতৃভূমিৰ মুখ মই ধৰিব নোৱাৰা হওঁ। মোৰ মাতৃ, তোমাৰ চৰণ সেৱা কৰিয়েই মই মাতৃভূমিৰ সেৱা কৰিবলৈ সাহস পাম। তুমি মোৰ হ'বা শক্তিদায়িনী মাতৃ. . . ।

. . . মই যে সকৰে পৰা শুনি আহিছিলো সেই কথাষাৰ, জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰীয়সী, সেই কথা কোনে প্ৰথমতে কৈছিল তাক কালি বেজবৰুৱা ককাদেউতাৰ পৰা জানিব পাৰিলো। সেই কথা ৰামায়ণত আছে। ৰাৱণক বধ কৰাৰ পিছত ৰামচন্দ্ৰৰ মাতৃ কৌশল্যা আৰু অযোধ্যালৈ বৰকৈ মনত পৰিছিল। তেতিয়া ৰামে লক্ষ্মণক ক'লে, এই স্বৰ্ণপুৰী লংকাত মোৰ মন নবহা হ'ল। আমি

অযোধ্যালৈ উভতি যাওঁ ব'লা। তেতিয়াই ৰামে উচ্চাৰণ কৰিলে সেইষাব কথা ঃ জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰীয়সী।

. . . মোৰ চেনেহী আই, তোমাৰ চৰণ সেৱা কৰিয়েই মই জন্মভূমিৰ সেৱা কৰিম বুলি মনত শকতি পাইছো। তুমি কেৱল মোৰেই মাতৃ নোহোবা।তুমি মোৰ নিচিনা বহুত ল'ৰাৰে শক্তিদায়িনী মাতৃ। তোমাৰ চৰণ বন্দনা কৰিহে মই দেশমাতৃৰ চৰণ বন্দনা কৰিম। তুমি মোৰ তীৰ্থযাত্ৰাৰ পথ-প্ৰদৰ্শক নাৰী। মই আহিবৰ সময়ত তুমি কৈছিলা যে টিপচি চৰাই হৈ মই কেনেকৈ পুৰীৰ সাগৰত স্নান কৰিম। এতিয়া তোমাৰ টিপচি চৰাইটোৱে তোমাৰেই কৃপাত তোমাৰেই বলত সাগৰ পাৰ হ'বলৈয়ো সাহস কৰিছে। . . . কালি প্ৰজ্ঞাসুন্দৰী জেঠাইদেৱে মোক অতি ধুনীয়া এজনী ছোৱালীৰ লগত চিনাকি কৰিছিল। সুন্দৰকৈ কথা ক'ব পাৰে, সুন্দৰকৈ গানো গাব পাৰে। মই কথা নোকোৱা দেখি জেঠাইদেৱে মোক ছোৱালীজনীক কিবা এটা ক'বলৈ ক'লে। মই কি ক'লো জানা? মই তাইক ক'লো, তোমাৰ বয়সত মোৰ মা তোমাৰ নিচিনা দেখিবলৈ ধুনীয়া আছিল। মোৰ কথাটো শুনিয়েই জেঠাইদেৱে মোৰ মুখলৈ ৰ লাগি চাই থাকিল। মই তেওঁৰ চকুৰ পৰা পানী ওলাই অহা দেখিলো।

কিবা এটা লিখাৰ, ৰচনা কৰাৰ উন্মাদনাত জ্যোতি অশান্ত হ'বলৈ ধৰিলে। বঙ্কিমচন্দ্ৰৰ 'আনন্দ মঠ', শৰৎচন্দ্ৰৰ 'পথেৰ দাবী' আৰু চাৰ্লছ্ ডিকেন্সৰ সংক্ষিপ্ত সংস্কৰণৰ 'এ টেল্ অব টু চিটিজ' পঢ়ি জ্যোতিয়ে নিজৰ কাপৰ পৰা কিবা এটা লিখাৰ প্ৰয়াসত বহু ৰাতিলৈকে টোপনি নোহোৱা হ'ল।

জ্যোতিয়ে মন দৃঢ় কৰি ল'লে ঃ সি এনে কিবা এটা লিখিব যাৰ লগত মানুহৰ মুক্তিৰ কাহিনী নিবিড়ভাৱে জড়িত থাকিব। বন্ধনৰ পৰা মুক্তিৰ কোনো কাহিনী। তাৰ ধাৰণা হ'ল, চাৰিওফালে অজস্ৰ মানুহ চিৰদিন বন্দী হৈ আছে। ইফালে সিফালে চাৰিওফালে মুক্তিৰ অপেক্ষাত সংখ্যাহীন প্ৰাণী অসহ্য যন্ত্ৰণাত জীৱন অতিবাহিত কৰিবলগীয়া হৈছে। যেনিয়েই চোৱা যায়, তেনিয়েই কেৱল বন্ধনৰ দৃশ্য। যেনিয়েই চোৱা যায় তেনিয়েই কেৱল বন্ধনৰ বিননিৰ ৰৈ ৰৈ উঠি অহা সুৰ।

জ্যোতিয়ে ন'ট বুক উলিয়াই লয়।

সেই যে কৈশোৰৰ প্ৰথম কালতে সীতাৰ হায় ৰাম হায় ৰাম ধ্বনিয়ে তাক বিগলিত কৰিছিল, আকাশে বতাহে বিয়পি পৰা সেই বিননি শুনিবৰ বাবে সি ৰাতি শুব নোৱাৰি বাহিৰলৈ ওলাই ওলাই বৰ্ষামুখৰ আকাশলৈ মন্ত্ৰমুগ্ধৰ দৰে চাইছিল, বিশাল আকাশৰ ইফালৰ পৰা সিফাললৈ মুখৰিত হোৱা সেই বিলাপ শুনিবলৈ সি চঞ্চল হৈ উঠিছিল, সেই সীতাৰ উদ্ধাৰৰ কাহিনী লিখিলে কেনে হয়?

একলব্যৰ কথা লিখিব সি। জ্যোতিয়ে ন'ট বুকত একলব্য নামটো বাৰে বাৰে লিখিবলৈ ধৰিলে। প্ৰভূত সম্ভাৱনাপূৰ্ণ অৰণ্যবাসী ব্যাধপুত্ৰ একলব্যক যি

দাৰুণ অন্যায় কৰি দ্ৰোণই গুৰুদক্ষিণা আদায় কৰিছিল, সেই কাহিনী ৰচনা কৰি সি দ্ৰোণাচাৰ্যৰ গ্ৰাসৰ পৰা একলব্যক মুক্তি দিব। একলব্যৰ কাষত দ্ৰোণৰ পৰাজয় সি ঘোষণা কৰিব।

জ্যোতিয়ে ন'ট বুকত একলব্যৰ বিষয়ে দুটামান কথা লিখি লিখা বন্ধ কৰিলে।

জ্যোতিয়ে পুনৰ ন'ট কৰিলে।

জয়মতী কুঁৱৰীক কল্পনাৰ সহায়েৰে সি মুক্তি দিব। লক্ষ্মীনাথে য'ত জয়মতীৰ কাহিনী শেষ কৰো কৰো কৰিছিল, সেইখিনিৰ পৰা সি আৰম্ভ কৰিব। সি জয়মতীৰ মৃত্যু হ'বলৈ নিদিব। আহোম ৰজাৰ দুৰ্বিষহ অত্যাচাৰত এগৰাকী সতীক তেনেকৈ মৰিবলৈ এৰি দিব নোৱাৰি। এগৰাকী নাৰীক তেনেকৈ পথাৰত লাঠীৰে মৰিয়াই মৰাৰ নিয়ম নাই। নিয়ম থাকিলেও সেই নিয়ম ভঙ্গ কৰিব লাগিব। বৰদেউতা লক্ষ্মীনাথৰ লগত আলোচনা কৰিয়েই সি জয়মতীৰ কথা বেলেগ ধৰণে লিপিবদ্ধ কৰিলে।

ন'টবুকৰ কেইটামান পৃষ্ঠা ভৰায়েই জ্যোতি ক্লান্ত হৈ গ'ল।

অগ্নিগড়ত বন্দী হৈ যে আছিল সেই উষা, সেই উষাক মুক্ত কৰিব জ্যোতিয়ে। উষাৰ নামেৰে ন'ট বুকৰ এটা পৃষ্ঠা উপচি পৰিল। উষা, তুমি প্ৰভাতী সূৰ্যৰ আলোকেৰে উদ্ভাসিত, তুমি জ্যোতিৰ্ময়ী, তুমি জগতৰ জীৱনৰ এক অনন্ত স্পৃহা। তুমি বন্দিনী নহয়, তুমি মুক্ত।

জ্যোতিয়ে লিখা বন্ধ কৰি স্মৰণ কৰিবলৈ ধৰিলে, উষাৰ কথা প্ৰথমতে সি কাৰ মুখত শুনিবলৈ পাইছিল?

অসমলৈ প্ৰত্যাৱৰ্তনৰ দুদিনৰ আগতে গধূলি প্ৰজ্ঞাসুন্দৰীয়ে এটা ৰবীন্দ্ৰনাথৰ গীত গাইছিল: যদি তোৰ ডাক শুনে কেউ না আসে তবে একলা চলো ৰে। যদি কেউ কথা না কয়, ওৰে ওৰে ও অভাগা, যদি সবাই থাকে মুখ ফিৰায়ে সবাই কৰে ভয়।— একলা চলো একলা চলো তবে একলা চলো ৰে।—

সেইদিনা বহুত ৰাতিলৈকে জ্যোতিৰ টোপনি নাহিল।

সেই গীতটোৱে তাৰ হৃদয়ত বাৰে বাৰে অনুৰণনৰ সৃষ্টি কৰিলে। তোৰ আকুল আহ্বান শুনিও যদি কোনো তোৰ ওচৰলৈ নাহে, তোক কৰে অৱজ্ঞা, তেন্তে তই অকলেই আগুৱাই যা। কোনেও যদি কথা নকয়, সকলোৱে যদি তোক দেখি মুখ ঘূৰায়, আটায়ে কৰে ভয়, তেন্তে প্ৰাণ খুলি তোৰ মনৰ কথা তই অকলেই কৈ যা। গহীন পথত যাওঁতে কোনেও যদি তোলৈ উভতি নাচায়, বজ্ৰপাত- ধুমুহাৰ ৰাতি তোক দেখিলে ঘৰৰ দুৱাৰ বন্ধ কৰি দিয়ে, তেন্তে অকলেই তই যাত্ৰাৰ যাত্ৰী হ।

ৰবীন্দ্ৰনাথৰ গীতৰ মহিমা অনুভৱ কৰি থাকোতেই জ্যোতিৰ মন ধীৰে ধীৰে বিষণ্ণ হৈ আহিল।

কলিকতালৈ আহিহে যে তাৰ মন স্বদেশপ্ৰেমৰ উন্মাদনাৰে উপচি পৰিল,

অসমত থাকোতে সি তেনে ভাবেৰে উদ্বেলিত হ'ব নোৱাৰিলে কিয় ? কলিকতাৰ ভূমি আৰু অসমৰ ভূমিৰ এই পাৰ্থক্য মানুহৰ মনৰ সৃষ্টি নে সম্পূৰ্ণ স্বাভাৱিক ?

বৰদেউতা লক্ষ্মীনাথ আৰু মাজুদেউতা চন্দ্ৰকুমাৰ কলিকতালৈ নহা হ'লে অসমত বিখ্যাত হ'ব নোৱাৰিলেহেঁতেন নেকি ? মানুহৰ মগজু আৰু হৃদয়ৰ বিকাশৰ বাবে অসমতকৈ কলিকতাহে অধিক উপযুক্ত স্থান নেকি ?

সেই চিন্তাত কৈশোৰৰ পৰা যৌৱনত প্ৰবেশ কৰা জ্যোতি ডুব গ'ল। ৰবীন্দ্ৰনাথৰ পৰিয়ালত বিয়া নকৰোৱা হ'লে বৰদেউতা লক্ষ্মীনাথ কি বিখ্যাত লিখক হ'ব নোৱাৰিলেহেঁতেন ?

জ্যোতিৰ মনত অনেক জিজ্ঞাসাৰ উদয় হ'ল। সি অশান্ত হৈ পৰিল।

সেই অন্তহীন জিজ্ঞাসা, প্ৰশ্নৰ উত্তৰ সি লক্ষ্মীনাথৰ জীৱনতে অৱশেষত বিচাৰি পালে।

লক্ষ্মীনাথ কলিকতালৈ আহিছিল এদিন কলেজত পঢ়িবৰ বাবে। কাৰণ তেতিয়া অসমত কলেজ নাছিল। কলিকতালৈ আহি কলিকতীয়া সংস্কৃতি, কলিকতীয়া কায়দা, কৌশলত নিমজ্জিত নহৈ লক্ষ্মীনাথে চন্দ্ৰকুমাৰ আৰু হেমচন্দ্ৰৰ লগ লাগি অশেষ কষ্টেৰে 'জোনাকী' কাকত উলিয়াইছিল। আধুনিক অসমীয়া সাহিত্যৰ ক্ষেত্ৰত 'জোনাকী' যে এক বৃহৎ পদক্ষেপ, সেই কথা জ্যোতিয়ে আগৰ পৰাই জানিছিল আৰু কলিকতালৈ আহি সেই কথা সি স্পষ্টভাৱে জানিবলৈ পালে।

অসমৰ মাটিত যি ভাবৰ আৰম্ভণি হৈছিল, কলিকতাৰ মাটিত' সেই ভাব প্ৰস্ফুটিত হ'ল।

কিন্তু কিয় এনে হ'বলৈ পালে ? জ্যোতিয়ে নিজকে নিজে প্ৰশ্ন কৰে।

তাৰো উত্তৰ সি নিজৰ মাজতে বিচাৰি পায়।

পূৰ্বৰে পৰা আধুনিক সাহিত্য, আধুনিক চিন্তা, স্বদেশ প্ৰেমৰ ধাৰণা আৰু প্ৰসাৰত উৰ্বৰ কলিকতালৈ আহি লক্ষ্মীনাথে তাৰ তুলনাত অসমৰ দুৰ্দশাগ্ৰস্ত ৰূপটো স্পষ্টৰূপে প্ৰত্যক্ষ কৰিলে। নিজৰ জন্মভূমিৰ হকে একো কৰিব নোৱাৰাৰ গ্লানিয়ে লক্ষ্মীনাথক বিষণ্ণ কৰিলে। আৰু নিৰাশা আৰু বিষণ্ণতাৰ পৰিণামতে লক্ষ্মীনাথে অসমীয়া সাহিত্য আৰু সংস্কৃতিৰ বিকাশ আৰু প্ৰচাৰত নিজক উছৰ্গা কৰিলে।

জ্যোতিয়ে উপলব্ধি কৰিলে, অন্য স্থানৰ উন্নতিৰ বিপৰীতে নিজৰ জন্মস্থানৰ কৰুণ ৰূপে মনক জাগ্ৰত নকৰিলে, নিজৰ জন্মভূমিৰ বাবে একো কৰিব নোৱাৰাৰ বেজাৰে বিবেকৰ দংশন আৰম্ভ নকৰিলে মানুহে নিজৰ সৃষ্টিৰ ক্ষমতাক অনুভৱ কৰিব নোৱাৰে।

জ্যোতিয়ে অনুভৱ কৰিলে, বঙ্কিমচন্দ্ৰৰ বন্দে মাতৰম, ৰবীন্দ্ৰনাথৰ জনগণ মন অধিনায়ক, দ্বিজেন্দ্ৰলালৰ ধনে ধানে পুষ্পে ভৰাৰ দৰে মহৎ দেশপ্ৰেমমূলক

গীত শুনি শুনি অভিভূত নোহোৱা হ'লে, তাৰ লগত তুলনা কৰি অসমৰ কোনো জাতীয় গীত নোহোৱাৰ বেদনাই তেওঁক বিষণ্ণ নকৰা হ'লে তেওঁ অ' মোৰ আপোনাৰ দেশ গীত লিখিব নোৱাৰিলেহেঁতেন।

জ্যোতিৰ মনৰ দিগন্ত এইবাৰ উজ্জ্বল হৈ পৰিল।

সেই চিন্তাৰে আঁত ধৰি জ্যোতিয়ে লক্ষ্মীনাথক সুধিলে, "বৰদেউতা, ৰামমোহন ৰায়ৰ কথাটো মই বৰ ভালদৰে বুজিব পৰা নাই। তেওঁ ভাৰতত ইংৰাজী ভাষা, ইংৰাজী ধৰণ প্ৰৱৰ্তন কৰিবলৈ বৃটিছক দাবী কৰিছিল। ভাৰতীয় সংস্কৃতি, ভাৰতীয় ধৰণ-কৰণ, সংস্কৃত ভাষাৰ পৰিৱৰ্তে তেনে কৰিবলৈ লৈয়ো ৰামমোহন কেনেকৈ ভাৰতৰ এজন মহান লোক হ'ব পাৰিলে?

জ্যোতিৰ প্ৰশ্ন শুনি লক্ষ্মীনাথ মুগ্ধ হ'ল আৰু লগে লগে তেওঁ আশ্চৰ্যান্বিতো নোহোৱাকৈ থাকিব নোৱাৰিলে। এই কম বয়সতে জ্যোতিয়ে ইমান গভীৰভাৱে কথাবোৰ চিন্তা কৰিবলৈ ধৰিছে।

'জ্যোতিপ্ৰসাদ, ৰামমোহন ৰায়ে বৃটিছৰ বিৰুদ্ধে ভাৰতীয়সকলৰ মন সজাগ কৰিবৰ বাবেই তেনে কৰিবলগীয়া হৈছিল। যি শিক্ষা যি সাহস যি আধুনিক কৌশল আৰু বিজ্ঞানৰ দ্বাৰা ইংৰাজে ভাৰতক দাস কৰিছিল, সেই একেই শিক্ষা-চিন্তাৰে সাজু নহ'লে ভাৰতীয়ই বৃটিছৰ বিৰুদ্ধে থিয় দিব নোৱাৰে। ৰামমোহনৰ মনত তেনে এক প্ৰবল ভাবৰ জন্ম হৈছিল। ইংৰাজী শিক্ষা-ধাৰণাৰেই বলৱন্ত হৈ আমাৰ দেশৰ মানুহে বৃটিছক চেলেঞ্জ কৰিব পাৰিব। এয়ে হ'ল ৰামমোহনৰ বাণী। তুমি যে বন্দে মাতৰম গীত শুনি অভিভূত হোৱা, তাৰ ৰচয়িতা বঙ্কিমচন্দ্ৰও এদিন বৃটিছৰ শিক্ষা-দীক্ষা গ্ৰহণ কৰিবলৈ মানুহক আহ্বান কৰিছিল। ৰামমোহন আৰু বঙ্কিমচন্দ্ৰৰ উদ্দেশ্য আছিল ঠিক একেটাই।"

লক্ষ্মীনাথে জ্যোতিক বুজাই দিলে: ইংলণ্ডৰ পৰা যিবোৰ মানুহে ভাৰত অধিকাৰ কৰিবলৈ আহিছিল, তাৰ বাহিৰেও সেই দেশত এনে এক শ্ৰেণী মানুহ আছে, যিসকল অতি সংস্কৃতিৱান আৰু উদাৰ। মনত ৰাখিবা ইংলণ্ড, শ্বেইক্সপীয়েৰ, মিলটন, ৱৰ্ডছৱৰ্থ, শ্বেলী, ডিকেন্স, কাৰ্লাইলৰ দৰে অতি মহৎ আৰু উদাৰ সাহিত্যিকৰ দেশ। তোমাক মাত্ৰ এটা উদাহৰণ দিওঁ। কাৰ্লাইলে এবাৰ অতি মূল্যৱান কথা কৈছিল। তেওঁ কৈছিল, ইংলণ্ডৰ ভাৰত সাম্ৰাজ্য এদিন লোপ পাব, কিন্তু শ্বেইক্সপীয়েৰক তেওঁলোকে এৰিব নোৱাৰে। জ্যোতিপ্ৰসাদ, কাৰ্লাইলে শ্বেইক্সপীয়েৰক বৃটিছ সাম্ৰাজ্যতকৈয়ো ওপৰত স্থান দিছে। ইংলণ্ড তেনে লোকক লৈ গৌৰৱান্বিত। সংস্কৃতি সাহিত্য কবিতা উদাৰতা হ'ল ইংৰাজ জাতিৰ প্ৰাণ।"

লক্ষ্মীনাথে সুধিলে, "জ্যোতিপ্ৰসাদ কলিকতালৈ আহি তুমি কি কি শিকিলা, কি কি জানিলা?"

"ইয়ালৈ আহি শিকিলো যে কবিতা আৰু গীত লিখাতকৈয়ো আমাৰ জীৱনত বহুত কাম কৰিবলগীয়া আছে, বৰদেউতা।"

লক্ষ্মীনাথৰ মুখমণ্ডল হঠাতে গভীৰ ব্যঞ্জনাৰে পুঞ্জীত হ'ল। বিস্ময়াভিভূত হৈ জ্যোতিৰ কথা শুনিবলৈ তেওঁ উদগ্ৰীৱ হৈ পৰিল।

'বন্দে মাতৰম্ গীতটো মই সৰুৰে পৰা শুনিছিলো। মই সদায়েই সেই গীত আওৰাই থাকো। কিন্তু কলিকতালৈ আহি মই গীতটোৰ অৰ্থ বিচাৰি পালো। আনন্দ মঠ পঢ়ি মই বুজি পালো যে বন্দে মাতৰম্ কেৱল গীতেই নহয়। ই এটা বিদ্ৰোহ। ই এটা আন্দোলন। মই গম পালো, এই গীতটোৰ ব্যাখ্যা শুনিবৰ বাবেই যেন মই কলিকতালৈ আহিবলগীয়া হ'ল।

"ৰবৰদেউতা মই মেট্ৰিকটো পাছ কৰিয়েই স্বাধীনতা আন্দোলনত যোগ দিম। দেশ স্বাধীন হোৱাৰ পিছত পাৰো যদি কবিতা গীত নাটক কিবাকিবি লিখিম।"

লক্ষ্মীনাথ মুগ্ধ হ'ল।

সেইদিনা সন্ধিয়া লক্ষ্মীনাথে প্ৰজ্ঞাসুন্দৰীক ক'লে, 'কলিকতালৈ আহি জ্যোতিৰ কেনেকৈ পৰিৱৰ্তন ঘটিল, তুমি লক্ষ্য কৰিছানে? বঙ্কিমচন্দ্ৰৰ আনন্দ মঠ, শৰৎচন্দ্ৰৰ পথেৰ দাবী পঢ়ি তাৰ সমগ্ৰ চৰিত্ৰটোৰে পৰিৱৰ্তন ঘটিল। মই কি ভাবিছো জানা? স্বদেশপ্ৰেমৰ ভাবটো জ্যোতিয়ে জন্মতে লৈ আহিছিল। মনৰ মাজত তেনে এক ভাব উমি উমি জ্বলি নথকাহেঁতেন আনন্দ মঠ, পথেৰ দাবী পঢ়িয়েই হঠাৎ জ্যোতিৰ মনত দেশপ্ৰেমৰ ভাব জাগ্ৰত হৈ নুঠিলহেঁতেন। অৰুণৰ লগত জ্যোতিৰ তুলনা কৰা। অৰুণেও বন্দে মাতৰম গোৱা শুনিছে, জ্যোতিয়ে পঢ়াৰ পিছত অৰুণেও আনন্দ মঠ পঢ়িছে। কিন্তু ক'তা, অৰুণৰ মনততো দেশপ্ৰেমৰ ভাব জাগ্ৰত হৈ নুঠিল? অৰুণতো জ্যোতিৰ দৰে চিন্তাত বিভোল হ'ব নোৱাৰিলে?"

প্ৰজ্ঞাসুন্দৰীয়ে ক'লে, "আপুনি জ্যোতিক এটা কথা ভালদৰে বুজাই দিয়ক। স্বাধীনতা আন্দোলনত সক্ৰিয়ভাৱে নেলাগিও দেশপ্ৰেমিক হ'ব পাৰি, দেশপ্ৰেমৰ বিষয়ে কবিতা গীত নাটক লিখিব পাৰি। ৰবীন্দ্ৰনাথ, বঙ্কিমচন্দ্ৰ আদিৰ উদাহৰণ দিব। আপোনাৰ নিজৰ উদাহৰণটো দিব। স্বাধীনতা আন্দোলনত যোগ দিলে জ্যোতিয়ে বৰ কষ্ট পাব। তদুপৰি তাৰ পঢ়াশুনা সব যাব। সি পুলিচৰ মাৰ খালে মই হ'লে সহ্য কৰিব নোৱাৰিম।"

লক্ষ্মীনাথে ক'লে, "দেশপ্ৰেম এনে এক কথা যিটো কাকো বুজাবও নোৱাৰি আৰু যিটো কাৰো মনৰ পৰা মচিও পেলাব নোৱাৰি। নিজৰ আদৰ্শ আৰু অনুপ্ৰেৰণাৰ ক্ষেত্ৰত অন্যৰ হস্তক্ষেপ অবাঞ্ছিত।"

জ্যোতিয়ে কলিকতাত থাকোতেই শুনিবলৈ পালে, জাৰৰ শাসন শেষ কৰি ৰাছিয়াত নতুন চৰকাৰ প্ৰতিষ্ঠা হৈছে।

'ইংলিছমেন' কাকতত জ্যোতিয়ে সেই কাহিনী পৰমাগ্ৰহেৰে পঢ়িবলৈ ধৰিলে। এদিন সন্ধিয়া চন্দ্ৰকুমাৰ, জ্যোতি আৰু অৰুণ পিতাকসহ [illegible] অসমলৈ প্ৰত্যাবৰ্তন কৰিলে।

## ॥ আঠ ॥

কলিকতাৰ পৰা ডিব্ৰুগড়লৈ প্ৰত্যাৱৰ্তন কৰিয়েই জ্যোতি জৰ্জ স্কুলৰ অষ্টমমানৰ পৰা নৱমমানলৈ প্ৰমোচন পৰীক্ষাৰ বাবে সাজু হ'বলগীয়া হ'ল।

আৰু পৰীক্ষা দিয়েই জ্যোতিয়ে সিদ্ধান্ত কৰিলে, মেট্ৰিকৰ দুটা বছৰ সি তেজপুৰৰ স্কুলত পঢ়িব।

ডিব্ৰুগড় আৰু তামোলবাৰীৰ দুয়োখন ঘৰতে 'জ্যোতিৰ প্ৰভাৱ অখণ্ড। মাজুদেউতা চন্দ্ৰকুমাৰ আৰু ঘৰমা মুক্তপ্ৰভাই তাক অসীম মৰম আৰু আদৰৰ মাজত ডুবাই ৰাখে, যাতে সি মাতৃ কিৰণময়ী আৰু পিতৃ পৰমানন্দৰ স্নেহৰ অভাৱ সামান্যভাৱেও খন্তেকৰ বাবেও অনুভৱ কৰিব নোৱাৰে।

চন্দ্ৰকুমাৰে নিজৰ সন্তান নবীন আৰু অৰুণতকৈও জ্যোতিক বেছি মৰম কৰে। কাৰণ তেওঁ তাৰ সম্পূৰ্ণ দায়িত্ব গ্ৰহণ কৰিব বুলি পৰমানন্দ আৰু কিৰণময়ীক কথা দিছিল।

লগে' লগে চন্দ্ৰকুমাৰে নিজৰ পুত্ৰৰ ওপৰত ৰখাতকৈয়ো জ্যোতিৰ ওপৰত অধিক সতৰ্ক দৃষ্টি ৰাখিছিল। কাৰণ তেওঁ পৰমানন্দ আৰু কিৰণময়ীক প্ৰতিশ্ৰুতি দি আছিছিল যে জ্যোতি যাতে কোনো বেয়া সঙ্গৰ লগ লাগিব নোৱাৰে, যাতে সি একো বেয়া কথা শিকিব নোৱাৰে।

নিজৰ পুত্ৰতকৈয়ো চন্দ্ৰকুমাৰে জ্যোতিৰ ওপৰত যি অধিক সতৰ্ক দৃষ্টি ৰাখিছিল, তাৰৰ পৰাই জ্যোতিয়ে মুক্তি বিচাৰিলে।

গোপনে, নীৰৱে জ্যোতিয়ে লক্ষ্য কৰিলে, চন্দ্ৰকুমাৰে শান্ত, বিবেচক জ্যোতিৰ লগত তুলনা কৰি অৰুণক তিৰস্কাৰ কৰে, ধমকি দিয়ে।

জ্যোতিয়ে সিদ্ধান্ত কৰিলে, পিতৃৰ তেনে আতিশয্যৰ পৰা অৰুণক মুক্তি দিব লাগিব। বিহুজৰ দৰে মুক্ত অৰুণে কেৱল তাৰ বাবেই পিতৃৰ আৱেষ্টনীৰ মাজত বন্দী হৈ থাকিব নালাগিব। সি আঁতৰি গ'লে তাৰ লগত অৰুণৰ তুলনাৰ পৰা চন্দ্ৰকুমাৰ নিজেও মুক্ত হ'ব পাৰিব।

আনহাতেদি, কিৰণময়ীৰ আহ্বান আৰু আকৰ্ষণো দিনে দিনে অনিৰুদ্ধ হৈ আহিল। কিৰণময়ীয়ে তাঁলে চিঠি লিখে। গোট গোট ডাঙৰ ডাঙৰ আখৰেৰে লিখা চিঠি। সেই কৈশোৰত প্ৰবেশৰ লগে লগে প্ৰাইমেৰী স্কুলৰ তৃতীয় শ্ৰেণীতে শিক্ষা জীৱন শেষ কৰা কিৰণময়ীৰ হস্তাক্ষৰ চানেকিৰ দৰে সুন্দৰ।

কিৰণময়ীয়ে জ্যোতিৰ কথা যিমান ভাবে, তাৰ সামান্য অংশও চিঠিত শব্দেৰে প্ৰকাশ কৰিব নোৱাৰে।

জ্যোতিয়ে মাতৃয়ে লিখা কথাকিটাতকৈ তেওঁ তাৰ বিষয়ে ভবা কথাখিনিহে সেইকেইটা শব্দৰ মাজত আৱিষ্কাৰ কৰি লয়। মাতৃৰ এটা মাত্ৰ বাক্যতে সি মাতৃৰ সমস্ত সত্তাৰ বাৰ্তা শুনিবলৈ পায়।

কিৰণময়ীয়ে কোনো চিঠিতে জ্যোতিক তেজপুৰলৈ উভতি আহিবলৈ নকয়।

কিন্তু জ্যোতিয়ে মাতৃৰ প্ৰতিখন চিঠিৰ প্ৰতিটো বাক্যতে যেন তেওঁ তাক অবিৰতভাৱে তেজপুৰলৈ উভতি যোৱাৰ আহ্বান অনুভৱ কৰে।

আনহাতেদি, তেজপুৰৰ মাটি, বায়ু, পানী, পদুমপুখুৰী, বামুণী পাহাৰ, ভৈৰৱকুণ্ডৰ আহ্বান দুৰ্বাৰ হ'বলৈ ধৰিলে। ডিব্ৰুগড়ৰ এইখন ব্ৰহ্মপুত্ৰ আৰু তেজপুৰৰ সেইখন ব্ৰহ্মপুত্ৰ যেন একেখন ব্ৰহ্মপুত্ৰ নহয়, তেনে এক ভাবে তাক উন্মনা কৰিলে।

আৰু এদিন ৰাতি শুবলৈ লৈ তাৰ মনৰ গোপন আৱৰণ উন্মোচিত হৈ পৰিল।

সেই যে কলিকতাত থাকোতেই কিবা এটা লিখাৰ, কিবা এটা ৰচনা কৰাৰ আকাংক্ষাই তাক বিহ্বল কৰিছিল, সেই আকাংক্ষাৰ পৰিপূৰ্ণতাৰ বাবে তাৰ মন উৎকণ্ঠা আৰু উদ্বেগেৰে উপচি পৰিল। সমস্ত শৰীৰত যেন সি কোনো এক সৃষ্টিৰ ব্যাখ্যাহীন বেদনাৰ গভীৰতা অনুভৱ কৰিবলৈ ধৰিলে।

জ্যোতিয়ে অনুভৱ কৰিবলৈ ধৰিলে, তাৰ মন তাৰ হৃদয়, কোনো এক বাদ্যযন্ত্ৰত তাৰ সমস্ত অনুভূতি যেন পৰিণত হ'ল : তাৰ তাঁৰত আঙুলিৰ সামান্য এক স্পৰ্শতে যেন অজস্ৰ সুৰ ঝঙ্কৃত হৈ উঠিব।

সেই স্বপ্নৰ পূৰ্ণতাৰ বাবেই সি তেজপুৰলৈ উভতি নগ'লে নহ'ব।

শৈশৱ আৰু কৈশোৰ সেই বিনন্দীয়া দিনবোৰ অতিবাহিত কৰা তেজপুৰৰ জীৱনীশক্তিৰ সৈতে তাৰ নিজৰ জীৱনসত্তা একেটা ধ্ৰুপদী সুৰেৰে বন্ধা। তেজপুৰৰ অগ্নিগড়ত বন্দী হৈ থকা কোনো অশৰীৰী আত্মাৰ ক্ৰন্দন যেন সি বৈ বৈ শুনিবলৈ পায়। তেজপুৰৰ নদী, তেজপুৰৰ আকাশ, পানী, বায়ুৰ প্ৰতি স্তৰে স্তৰে ভাব আৰু ভাষা, আশা আৰু প্ৰতিশ্ৰুতি, সুমধুৰ সুৰ আৰু ব্যঞ্জনা উপচি আছে। সেই যে বামুণী পাহাৰৰ ওপৰৰ পৰা দৃশ্যমান উত্তৰৰ পাহাৰ বাশি : সুৰৰ ক্ষণে ক্ষণে চমকি উঠা মূৰ্ছনাৰ দৰে এটাৰ পিছত এটাকৈ হিমালয়ত বিলীন হৈ যোৱা পাহাৰ ৰাশি।

কোনো এক বৰ্ষণমুখৰ প্ৰভাতত ডিব্ৰুগড়ৰ পৰা জ্যোতি গৈ জাহাজেৰে

তেজপুৰ পালেগৈ।

জ্যোতিক আদৰি নিবলৈ আহিছিল ভাতৃ কমলা বিবেকা আৰু ভগ্নী নীৰা। লগত আহিছিল ৰূপহী।

জ্যোতিয়ে প্ৰথমতে নীৰাক দাঙি ধৰি মৰম কৰিব খোজোতেই ৰূপহীয়ে তাৰ গাত দুয়োটা ঠেং তুলি তাৰ শৰীৰৰ বাবে বাবে ঘ্ৰাণ ল'বলৈ ধৰিলে। নদীৰ বালিতে জ্যোতি বহি দিলে আৰু বহুত সময় ধৰি ৰূপহীয়ে তাৰ গাল, কাণ, ডিঙি, হাত চেলেকিবলৈ ধৰিলে।

পকীৰ বাৰাণ্ডাত কিৰণময়ীয়ে পুত্ৰৰ বাবে অপেক্ষা কৰিয়েই আছিল। সেইবাবে কাষলৈ তেওঁ উধাতুখাই গৈছিল। জ্যোতিয়ে মাকক সেৱা কৰিবলৈ ধৰোতেই মাকে তললৈ হাউলি তাক দুয়ো বাউসিত ধৰি তুলি দি ক'লে, "মোৰ টিপচি চৰাইটো আহি গ'ল।"

সেইদিনা দুপৰীয়া কিৰণময়ীয়ে কেবাবিধো ঘৰতে হোৱা শাকৰ ভাজি-আঞ্জাৰে জ্যোতিক ভাত খাবলৈ দিলে।

শিৱসাগৰৰ দিখৌ নৈৰ পাৰৰ বলিয়াঘাটত জন্ম হোৱা কিৰণময়ীৰ সমস্ত শৈশব, কৈশোৰ আৰু যৌৱনৰ ভালেদিন গাঁৱৰ মুক্ত পৰিৱেশত অতিবাহিত হৈছিল। বাৰিষা পাৰ ভাঙি দিখৌ নৈৰ পানীয়ে চাৰিওদিশ প্লাৱিত কৰিছিল। খৰালি বিস্তীৰ্ণ এলেকা জুৰি বাম খেতি কৰা হৈছিল। নানা শাক-পাচলিয়ে বিস্তীৰ্ণ এলেকা উজ্জ্বলী হৈ পৰিছিল।

সেই তেতিয়াই বিভিন্ন শাক-পাচলি, বনশাকৰ লগত কিৰণময়ীৰ এক আত্মিক সম্পৰ্কই গঢ় লৈছিল।

জ্যোতিয়ে মাকৰ বন্ধা মাটিকাদুৰি মানিমুনি ভেদাইলতা মধুশুলী খুটৰা ঢেকীয়া শাক খাই বৰ তৃপ্তি পায়। চন্দ্ৰকুমাৰ আৰু লক্ষ্মীনাথেও কিৰণময়ীৰ পৰা খুজি খুজি শাকৰ তৰকাৰি-ভাজি খায়। আচলতে লক্ষ্মীনাথে কিৰণময়ীয়ে দিয়া শাকৰ সঁচ নি হাওৰাৰ নিজৰ ঘৰত এখনি শাকনিবাৰী পাতিছিল।

তেজপুৰত দুদিনমানৰ ভিতৰতে জ্যোতিৰ জীৱন সুৰ সংগীতেৰে কল্লোলিত হ'ল। দুবছৰৰ আগতে এৰি যোৱা লগৰীয়াবোৰ পকীলৈ সঘনে আহিবলৈ ধৰিলে।

সি গীতৰ দুই-এটা মাত্ৰ লাইন লিখিয়েই সুৰ দিয়ে, গীতৰ শব্দ সঘনে পৰিবৰ্তন কৰে, লগৰ ল'ৰাৰ আগত সেই গীত সুৰ লগাই গায়। জ্যোতি উল্লাসিত হ'বলৈ ধৰিলে।

পিতাক পৰমানন্দৰ অৰ্গেন এতিয়া বেছিভাগ ব্যৱহাৰ কৰে জ্যোতিয়ে। নিজে ৰচা গীতত সুৰ সংযোগ কৰে সি, ব্যৰ্থ হয় বাবে বাবে, পুনৰ সুৰ দিয়ে। মাজে মাজে অৰ্গেন বজাই সি অশান্ত হৈ পৰে। অৰ্গেন বন্ধ কৰে। ধীৰে ধীৰে সি পকীৰ পকাৰ খটখটিয়েদি ওপৰলৈ উঠি যায়। ওপৰত সুবিস্তীৰ্ণ মনোৰম আকাশ ঃ

ৰাতিপুৱাৰ আকাশ, দুপৰৰ আকাশ, সন্ধ্যাৰ তাৰকাখচিত আকাশ, ৰাতিৰ মহিমামণ্ডিত আকাশ।

কোনো এক আবেলি দক্ষিণৰ ব্ৰহ্মপুত্ৰৰ পৰা হুহুকৈ বতাহ তীব্ৰ হৈ উঠিছিল।

সমস্ত আকাশ-পৃথিৱীত যেন অনন্ত কালৰ সুৰ বিয়পি পৰিছে। জ্যোতিয়ে বতাহৰ গতিৰ লগে লগে নিজৰ গতিও ইফালৰ পৰা সিফাললৈ সঞ্চাৰিত কৰিবলৈ ধৰিলে।

আৰু ঠিক তেনে অৱস্থাতে তাৰ মুখৰ পৰা ওলাই আহিল ঃ গছে গছে পাতি দিলে ফুলৰে শৰাই। পাতি দিলে ফুলৰে শৰাই। শৰাই। শ-ৰা-ই। বলিয়া ভোমোৰা গুঞ্জৰি ঃ গুঞ্জৰি আহে গোন্ধতে ধিয়াই। গোন্ধতে ধিয়াই। গোন্ধতে। . . কোনে গোলাপী সখীক . . . গোলাপী সখীক . . . এনে হাঁহি দিলে, ৰূপতে ৰঙে . . . ৰঙে চৰাই . . . বাৰে বাৰে সেই লাইনকেইটা জ্যোতিয়ে সুৰ লগাই গাবলৈ ধৰিলে ঃ হঠাৎ তাৰ সুৰ চৰমলৈ উঠে। হঠাৎ তাৰ সুৰত ছন্দপতন ঘটে। সি তললৈ উন্মাদৰ দৰে নামি আহে। হাৰমনিয়ামত সি সেই সুৰটো বজাবলৈ ধৰে।

হাৰমনিয়াম বজাই থাকোতেই যেন তাৰ মনলৈ অসীম শান্তি নামি আহে। হাৰমনিয়াম বন্ধ কৰি সি হাৰমনিয়ামতে হাত দুখন থৈ তন্ময় হৈ দেৱালৰ পৰীৰ ছবিখনলৈ চাই থাকে। দুখন মনোৰম পাখিৰে উৰো উৰো কৰি থকা পৰী ঃ দুটা গভীৰ নীলা চকুৰে তালৈ অবিৰত চাই থকা পৰীজনী। জ্যোতিৰ দৃষ্টি এইবাৰ নিক্ষেপিত হয় দেৱালৰ আন এখন ছবিত ঃ সাগৰৰ বুকুৰ পৰা ওলাই আকাশৰ দিশে উৰা মাৰিব খোজা এটা পাখিলগা ঘোঁৰাৰ ছবিত।

জ্যোতিৰ স্বপ্ন ভাঙি দিয়ে ৰূপহীয়ে। জ্যোতিৰ কোলাত ৰূপহীয়ে জাপ মাৰি উঠি তাৰ গালত চেলেকি দিলে আৰু জোৰেৰে নচুৱাবলৈ ধৰিলে নেজ। জ্যোতিক যেন তাই সোঁৱৰাই দিলে ঃ এই ৰঙৰ পৃথিৱীখনত তুমি বিষণ্ণ হৈ থাকিব নোৱাৰা।

জ্যোতিয়ে নিজৰ কোঠাৰ মেজত দুই দিস্তামান কাগজ সজাই থয়। কাষত এটা চিয়াঁহিৰ দোৱাত। দুটা ফাউনটেইন পেন। এটা উপহাৰ দিছিল কলিকতাত অৰুণে। আনটো প্ৰজ্ঞাসুন্দৰীয়ে। প্ৰজ্ঞাসুন্দৰীয়ে ৱাটাৰমেন পেনত 'জ্যোতি' নামটো কাৰিকৰৰ হতুৱাই খোদাই কৰি দিছিল। তেওঁ কৈছিল, "জ্যোতিপ্ৰসাদ, লিখিব পৰাটো মানুহৰ জীৱনৰ এক ভাগ্য। ভালকৈ লিখিব পৰাটো বৰ ডাঙৰ ভাগ্য।"

প্ৰজ্ঞাসুন্দৰী জেঠাইদেউৰ কথাষাৰ জ্যোতিৰ বাৰে বাৰে মনত পৰে।

অৰুণে কৈছিল, "জ্যোতি ককাইদেউ, তোমাৰ প্ৰথম কবিতা পুথিখনৰ প্ৰথম কপিটো মোক উপহাৰ দিবা।"

কিন্তু কি লিখিব জ্যোতিয়ে?

গীতনীয়া কিবা এটা লিখাৰ প্ৰচেষ্টাত জ্যোতি চঞ্চল, অশান্ত হৈ পৰে। হৃদয় উপচি আছে গীতৰ সুৰেৰে, কোনো নোগোৱা, অথবা আধা গোৱা গীতৰ সুৰেৰে। কিন্তু সেই গীতৰ ভাষা হ'ব কি?

এটাৰ পিছত এটাকে গীতৰ কাকি বচনা কৰে জ্যোতিয়ে। এখনৰ পিছত এখনকৈ কাকত কালি দলিয়াই দিয়ে। জ্যোতিৰ দলিয়াবি দিয়া কাকতৰ বলৰ বাবে ৰূপহী বৈ থাকে আৰু কাগজৰ বল পায়েই তাই বল খেলিবলৈ লাগি যায়।

দুপৰীয়া জ্যোতিয়ে ৰূপহীক খুৱাবলৈ বহে। এখন কাঁহিত ভাত আৰু মাংসৰ জোল, কাষত দুটুকুৰামান হাঁড়। কাষত অন্য এক কাঁহি। জ্যোতিয়ে ৰূপহীক মাতে, "বাবুমণি, আহি যোৱা।" ৰূপহীয়ে জ্যোতিৰ আহ্বান অৱজ্ঞা কৰি জ্যোতিলৈ পিঠি দি নিজৰ পশ্চাদভাগ নৃত্যৰ ভঙ্গীমাৰে দোলাই দোলাই আঁতৰি যায়। জ্যোতিৰ মাতৰ বাবে তাই কাণ থিয় কৰি থয়। জ্যোতিয়ে এইবাৰ মাতে, "আমাৰ নিমাতী কইনা আহে আহে।" ৰূপহী কাষ চাপি আহে। জ্যোতিৰ কাষত বহে। দুয়োখন থাল লগালগি। ৰূপহীয়ে জ্যোতিয়ে ইখনত সজাই নিদিয়া পৰ্যন্ত ভাত থকাখনত মুখ নিদিয়ে। শব্দ কৰি কৰি সুদীৰ্ঘ নিশ্বাস লৈ তাই খায়। জ্যোতিয়ে পৰমানন্দেৰে মাংসৰ জোলেৰে সানি সানি ভাত দিয়ে। শেষত দিয়ে হাঁড়ৰ টুকুৰা। হাঁড়ৰ টুকুৰা মুখত লৈয়েই ৰূপহী পোনে পোনে জ্যোতিৰ বিছনাত উঠেগৈ। শব্দ কৰি কৰি তাই হাঁড় চোবায়।

বাণ মঞ্চত থিয়েটাৰ হয়। কোনো এখন থিয়েটাৰকে জ্যোতিয়ে বাদ নিদিয়ে। মঞ্চস্থ হয় কাশ্মীৰ কুমাৰী, মেৱাৰ সন্ধ্যা, শ্বাহজাহান, নন্দদুলাল, সীতা, অভিশপ্ত জীৱন।

জ্যোতিয়ে ষ্টেজৰ ভিতৰলৈ সোমাই ভাৱৰীয়াই পোছাক কৰা চায়। লগৰ কোনো যুৱকে নাৰী বেশেৰে মুখত ৰঙৰ প্ৰলেপ লগোৱা দেখি সি আনন্দ পায়। হাতত মম লৈ প্ৰম্পটাৰজনে উচ্চাৰণ কৰি ভাৱৰীয়াৰ বচন মুখস্থ কৰা দেখি সি হাঁহিবলৈ ধৰে।

প্ৰায়বোৰেই বঙালী নাটকৰ পৰা অনুবাদ কৰা। বঙালী গীতৰ সুৰে মুখৰিত চাৰি দিশ। বঙালী গীতকে বিকৃত অনুবাদেৰে অসমীয়াত সুৰ দিয়া হয়।

দ্বিজেন্দ্ৰলাল ৰায়ৰ শ্বাহজাহান থিয়েটাৰ চায় জ্যোতিয়ে। শ্বাহজাহান আৰু জাহানাৰৰ অভিনয়ে তাক মুগ্ধ কৰে। পিতৃৰ প্ৰতি থকা কন্যাৰ মমতাবোধে জ্যোতিক উদ্বেলিত কৰে।

কিন্তু দুটা মাত্ৰ সন্ধ্যা শ্বাহজাহান চায়েই জ্যোতি অশান্ত হৈ পৰিল।

কলিকতা কলিকতাই। কলিকতা কেতিয়াও তেজপুৰ হ'ব নোৱাৰে। বঙ্গদেশ বঙ্গদেশেই। বঙ্গদেশ কোনোকালেই অসম হ'ব নোৱাৰে।

দ্বিতীয়দিনা শ্বাহজাহান অভিনয় চাই আহি শুবলৈ লওঁতে সেই কথাই তাৰ মনত উদয় হ'ল, সি উত্তেজিত হৈ উঠিল।

কলিকতাৰ মানুহৰ বাবে যি কথা সম্ভৱ, অসমৰ মানুহৰ বাবে এই কথা সম্ভৱ হ'ব নোৱাৰিব কিয়?

বৰদেউতা লক্ষ্মীনাথ আৰু মাজুদেউতা চন্দ্ৰকুমাৰে যদি কলিকতালৈ গৈ বঙালী লোকৰ লগত থাকি অসমীয়া ভাষাত 'জোনাকী' উলিয়াব পাৰে, অসমীয়াত কবিতা লেখিব পাৰে, লেখিব পাৰে ৰচনা, তেন্তে অসমীয়া মানুহে অসমতে থাকি কিয় অসমীয়া মঞ্চত অসমীয়া নাটক অভিনয় কৰিব নোৱাৰিব?

পাৰিব লাগিব। নোৱাৰিলে নহ'ব। জ্যোতিয়ে নিজৰ বিছনাতে দুটামান ভুকু মাৰিলে।

অসমীয়া ছোৱালীৰ মুখত, অসমীয়া ল'ৰাৰ মুখত অসমীয়া গীত ফুটি উঠিব লাগিব। নহ'লে নহ'ব। জ্যোতিয়ে বিছনাৰ পৰা উঠি জোৰেৰে ইফালৰ পৰা সিফাললৈ খোজ কাঢ়িবলৈ ধৰিলে।

জ্যোতিৰ লগত একেলগে শুই থকা বৰফশুভ্ৰ ৰূপহীয়েও নামি আহি জ্যোতিৰ লগে লগে খোজ দিবলৈ ধৰিলে।

পিছদিনা ব্ৰহ্মমুহূৰ্ততে কিৰণময়ীৰ লগত জ্যোতি ঘৰৰ আগৰ ৰাস্তাত ফুৰিবলৈ গ'ল।

"মা, মই এখন নাটক লিখিম।"

"এই বয়সতে তই নাটক লিখিব পাৰিবি? মেট্ৰিকটো প্ৰথমতে পাছ কৰি ল।"

"মেট্ৰিকলৈ বহুত দিন আছে। মই ৰ'ব নোৱাৰিম মা! নাটক এখন লিখিবলৈ মোৰ বৰ আগ্ৰহ হৈছে। কি কাৰণে আগ্ৰহ হৈছে, জানা মা? বাণীষ্টেজত বঙালী নাটক আৰু বঙালীৰ পৰা অসমীয়া কৰা নাটকৰ অভিনয় চাই মই বৰ অশান্তি পাবলৈ ধৰিছো। আমাৰ কি অসমীয়া নাটক নাই? ককাদেউতাই কিমান বিচাৰি বিচাৰি শঙ্কৰদেৱৰ কীৰ্তন দশম পুথি ছপা কৰাই আনিলে। তাৰ পিছত কি হ'ল? ককাদেউতাৰ তেজপুৰতে দেখোন বঙালী থিয়েটাৰ হয়। চাৰিওফালে বঙালী গীত শুনিবলৈ পাওঁ। সেইটো কেনেকৈ হ'বলৈ পালে? আমাৰ কি জাতীয়বোধ নাই? আমাৰ কি মৰ্যাদা নাই?"

জ্যোতি উত্তেজিত হোৱা দেখি মাকে তাৰ কান্ধত ধৰি মৰম কৰিলে।

"কিন্তু জ্যোতি, তোৰ নাটকৰ বিষয় কি? নাটক লিখাটোতো সহজ নহয়।"

"তেজপুৰৰ অতীতৰ এটা কাহিনী লৈ নাটক লিখিম বুলি ভাবিছো, মা। তুমি জানা নেকি তেনেকুৱা কিবা কাহিনী? তাত অসমীয়া গীতৰ সুৰ, অসমীয়া মাতকথা, অসমৰ মাটি, বায়ু, পানী, আইনাম, বিয়ানাম থাকিব।"

"তোকনো এতিয়া কি লিখিবলৈ কওঁ?"

"প্ৰথমতে কি ভাবিছিলো, জানা মা? কলিকতাত থাকোতেই বঙ্কিমচন্দ্ৰৰ আনন্দ মঠ আৰু শৰৎচন্দ্ৰৰ পথেৰ দাবী পঢ়িয়েই ভাবিছিলো কিবা এটা অতি সোনকালে লিখিব লাগিব। প্ৰথমতে ভাবিছিলো, সীতাৰ কথা লিখিম। বাল্মীকিৰ

বন্দীশালৰ পৰা সীতাক মুক্ত কৰাৰ কথা লিখিম। সেইটো বাদ দিলো। দ্বিতীয়তে ভাবিলো একলব্যৰ কথাকে লিখিম। দ্ৰোণাচাৰ্যৰ অত্যাচাৰৰ পৰা একলব্যক মুক্তি দি গোটেই কাহিনীটোকে মই ভৰা মঞ্চে লিখিম? সেইটোৱো বাদ দিলো। ঠিক কৰিলো জয়মতীক মুক্ত কৰা এটা কাহিনী লিখিম। এগৰাকী সতীৰ তেনেকৈ পথাৰত মৃত্যু হ'বলৈ মই দিব নোৱাৰো। পিছত তাকো এৰিলো। কিয় জানা, মা? মই যি ঠাইত থাকো, যি ঠাইত মোৰ পৰমপূজনীয় দেউতা আৰু পৰমপূজনীয়া মা থাকে, য'ত মই উশাহ লওঁ, সেই তেজপুৰৰ কাহিনীকে লৈ মই লিখিম। কবিতা বা গল্প নহয়। নাটক। সেই নাটক মই বাণষ্টেজত মঞ্চস্থ কৰিম। মই দেখুৱাই দিম যে, অসমীয়া নাটকো ভাল নাটক হ'ব পাৰে। অসমীয়া নাটকো মঞ্চত চলিব পাৰে।"

কিৰণময়ী অভিভূত হ'ল।

সেইদিনা সন্ধিয়া ঘৰলৈ সোমায়েই জ্যোতিয়ে এক অভিনৱ সুৰ শুনিবলৈ পালে।

দুৱাৰৰ মুখৰ পৰাই সি শুনিলে দেউতাক পৰমানন্দই অৰ্গেনত সুৰ দিছে: তুলসীৰ তলে শৰধনু ধৰে।। ৰাম ৰাম শৰধনু ধৰে।. . .

অসমীয়া গীতৰ সুৰ অৰ্গেনত ইমান সুন্দৰকৈ?

মন্ত্ৰমুগ্ধৰ দৰে জ্যোতিপ্ৰসাদ পিতাকৰ দিশে আগুৱাই গ'ল। অদূৰত ৰহি কিৰণময়ীয়েও সেই গীত শুনি আছিল।

জ্যোতি পৰমানন্দৰ আগত থিয় দিলে।

পৰমানন্দই এক মধুৰ হাঁহিৰে পুনৰ সুৰ দিলে:

কৃষ্ণৰ বিক্ৰম দেখি ঋক্ষৰাজ পৰম বিস্ময় মানে।
স্বামী হেন জানি বুলিবে লাগিলা প্ৰণামী কৃষ্ণ-চৰণে॥
জানিলো তোমাক জগত ঈশ্বৰ তুমি সনাতন হৰি।
সমস্ত ভূতৰ তুমি প্ৰাণ বল জগতকে আছা ধৰি॥
স্ৰষ্টাৰো স্ৰষ্টা তুমি সৰ্বস্ৰষ্টা উদ্ধাৰি ধৰিলা ভূমি।
জীৱন নিয়ন্তা পৰম আত্মা মৃত্যুৰো অন্তক তুমি॥ . . .

বিদেশী বাদ্যযন্ত্ৰত প্ৰাচীন অসমীয়া গীত-পদৰ সুৰ শুনি জ্যোতি বিস্ময়াভিভূত হ'ল।

পৰমানন্দই সুৰ দিলে: আগত দিয়া পাছত দিয়া/পঞ্চ আয়তীয়ে/ৰাম ৰাম পঞ্চ আয়তীয়ে/দূৰ্বাবাটিৰ পানী আনি/ৰামৰ মূৰত দিয়ে/ৰাম ৰাম ৰামৰ মূৰত দিয়ে। . . . .

দেউতাকে সেই সুৰ বজাই থাকোতেই অদ্ভুতভাৱে জ্যোতিৰ মুখত আপোনা-আপুনি প্ৰকাশ পালে: গছে গছে পাতি দিলে ফুলৰে শৰাই/ৰাম ৰাম/কলীয়া ভোমোৰা গুঞ্জৰি আছে গোন্ধতে ধিয়াই/ৰাম ৰাম/কেনে গোলাপী

সেইদিনা বহুত ৰাতিলৈকে তাৰ টোপনি নাহিল।

আৰু তাৰ দুদিনৰ পিছতে সেই পৰম বিস্ময়কৰ ঘটনাটো ঘটিল।

জ্যোতিয়ে লিখিবলৈ দিনে-ৰাতিয়ে উন্মাদ হোৱা নাটকৰ বিষয়টো এইবাৰ সি পাই গ'ল।

## ॥ ন ॥

সন্ধিয়া অতিক্ৰমি গধূলিৰ আন্ধাৰ গাঢ় হৈ আহে।

ফাগুনৰ বতাহ বলে কেতিয়াবা বৈ বৈ, কেতিয়াবা জোৰেৰে। সুদূৰৰ কোনো পাহাৰৰ গাত জুই লাগে। জুই বিস্তীৰ্ণ পাহাৰপৃষ্ঠত বিয়পি পৰে।

মহাভৈৰৱৰ মন্দিৰৰ ঘণ্টাৰ ধ্বনি নীৰৱ হৈ আহে। শিৱভক্তৰ উপস্থিতি শেষ হয়। পূজাৰী মগ্ন হয় প্ৰাৰ্থনাত।

মন্দিৰৰ সন্মুখৰ খাঁহনিত বহি জ্যোতিৰ মন উন্মনা হৈ পৰে।

আধা স্বপ্নত আধা দিঠকত যেন জ্যোতিৰ চকুৰ আগেদি কিছুমান দৃশ্য উৰি উৰি যায়। কোনো প্ৰাচীন ফাগুনৰ কোনো এক সন্ধ্যাত এই মন্দিৰত পূজা দিবৰ বাবে হাতত বন্তি লৈ এগৰাকী কন্যা আহে। যৌৱনমণ্ডিত অনিন্দ্যসুন্দৰী সেই কন্যা। বৰষুণৰ পিছৰ জোনৰ দৰে স্নিগ্ধ। বন্তিৰ পোহৰত আলোকিত মনোৰম মুখ। ৰাজহংসৰ গতি। আকাশত সঘনে প্ৰস্ফুটিত নক্ষত্ৰমণ্ডলীৰ দৰে মালতী কুসুমহাৰেৰে শোভিত ঃ তিমিৰ খণ্ডিয়া যেন ৰবিৰ প্ৰকাশৰ দৰে কপালত সেন্দুৰ। দুই বাহু শোভে যেন মৃণাল সোণাৰ। কণ্ঠত শোভা কৰা মুকুতাৰ হাৰ ঃ যাৰ চৰণ-বৰণত স্বৰ্ণকমলেও লজ্জা পায়। মুখত ভুৱনমোহন হাঁহি। দানৱ-নন্দিনী সেই নাৰী আনন্দময় ফাগুনৰ সন্ধ্যাত এই মন্দিৰলৈ আহে।

কি নাম সেই কন্যাৰ? মনৰ কি বাসনা পূৰণৰ কামনাৰে সেই কন্যাই শিৱ আৰু ভাগৱতীক প্ৰাৰ্থনা কৰে? বৰ ভিক্ষা কৰে?

জ্যোতি চঞ্চল হৈ পৰে।

সি নীৰৱে, পূজাৰীৰ প্ৰাৰ্থনাত সামান্য ব্যাঘাত নঘটোৱাকৈ, মন্দিৰৰ ভিতৰলৈ সোমাই যায়।

মন্দিৰৰ দেৱালত কাণ লগাই সি যেন শুনিব খোজে সেই কন্যাৰ প্ৰাৰ্থনা। ভাগৱতীক কৰা প্ৰাৰ্থনাৰ সুৰ। কি আছিল সেই নিবেদন?

কিন্তু সেই কন্যাৰ নাম কি? পৰিচয়?

জ্যোতি অশান্ত হ'বলৈ ধৰে।

অন্য এক সন্ধিয়া জ্যোতি অগ্নিগড়ত উপস্থিত হয়।

জ্যোতিৰ ভাৱৰ, কল্পনাৰ বৰফশুভ্ৰ পাখিলগা ঘোঁৰা দুৰন্ত বেগেৰে আকাশলৈ উৰা মাৰে।

সেই যে কন্যাই মহাভৈৰৱ মন্দিৰত হাতত বন্তি লৈ, ৰাজহংসৰ গতিৰে পূজা কৰিবলৈ যায়, হৃদয়ৰ অনন্ত বাসনা পৰিপূৰ্ণ কৰাৰ মানসেৰে দেৱীক প্ৰাৰ্থনা কৰে বৰ, যাৰ হৃদয়ত পুঞ্জিত প্ৰেমৰ সুৰ মাত্ৰ সামান্য এক স্পৰ্শতে ধ্বনিত-প্ৰতিধ্বনিত হ'ব পাৰে বিপুল কল্লোলেৰে, সেই নাৰী এই অগ্নিগড়তে একালত আছিল বন্দিনী। সেই বন্দিনী কন্যাই সন্ধ্যাৰ আন্ধাৰত মহাভৈৰৱ মন্দিৰত পূজা দিবলৈ যায়ঃ প্ৰাৰ্থনা কৰে দেৱীক প্ৰাণৰ অন্তহীন বাসনা পূৰ্ণৰ বৰ।

কিন্তু কি নাম সেই কন্যাৰ ?

সেই দিনা সন্ধিয়া চিন্তাত বিভোৰ জ্যোতি যেতিয়া পকীৰ বাৰাণ্ডাইদি চ'ৰাঘৰত সোমাই ভিতৰৰ চোতালত ভৰি দিছিল, তেতিয়াই বহুদিনৰ আগতে মাতৃ কিৰণময়ীৰ মুখতে শুনা সেই পদলৈ হঠাতে মনত পৰি গ'ল।

মন্ত্ৰমুগ্ধৰ দৰে, কিবা এক লাভ কৰাৰ কামনাৰে, ৰিণিকি ৰিণিকি যমুনা দেখাৰ এক পৰম ব্যাকুলতাৰে, কেতিয়াবাই শুনা, আধা শুনা একাকি গীত পুনৰ শুনিবলৈ পোৱাৰ অত্যুগ্ৰ আগ্ৰহেৰে, জ্যোতিয়ে অনন্ত কন্দলিৰ কুমৰ হৰণৰ অধ্যায়টো উলিয়াই ল'লে।

চিত্ৰলেখী বোলে সখী
ভালেতো স্বপ্নত দেখি
ভোল ভৈলি তই ভাগ্যৱতী।
প্ৰদ্যুম্নৰ প্ৰিয় পুত্ৰ
আন নাম অনিৰুদ্ধ
কেশৱদেৱৰ প্ৰিয় নাতি॥
থাক তই মহাশান্তি
ইহান চৰণ চিন্তি
মই হেৰা চলিলো এখনে।
পশিয়া দ্বাৰকাপুৰী
কুমাৰ আনিবো হৰি
দিবো তই থাক বজমনে॥

জ্যোতিয়ে এইবাৰ সুৰ লগাই সেই পদ প্ৰথমৰে পৰা পঢ়িবলৈ ধৰিলেঃ উষা বোলে প্ৰাণসখী স্বপ্নত আছিলো দেখি পুৰুষক ত্ৰৈলোক্য মোহন। চাৰু শ্যাম কলেবৰ দিব্য পীত বস্ত্ৰধৰ কটিকৰ কমল-লোচন। মহাবাহু মহাবল সুচৰিত্ৰ সুমঙ্গল। একো অঙ্গে নাহি খণ্ডিগুণ। কামিনীমোহন বেশ দৰশনে হ'লে' ক্লেশ

কতনো কহিবো ৰূপ গুণ॥... হেন শুনি চিত্ৰলেখী বোল্লে নমৰিবা সখী দুখ তোৰ গুচাইবো এখনে। স্বপ্নত তোৰ মন হৰিলেক যিটোজন। তাঙ্ক আনি দিবো এহিখানে।

কামিনী-মোহোনী বেশৰ সেই অনিৰুদ্ধ, যাৰ দৰশনত হাজাৰ ক্লেশ হয় হৰণ, যাৰ গুণৰাশিৰ বৰ্ণনা অন্তহীন, সেই অনিৰুদ্ধই লয়লাস বেশেৰে আহি উষাৰ মনোৰম মুখলৈ চাই ঈষৎ হাঁহিৰে উষাক আলিঙ্গন কৰিলে। উষাক অধৰমধু পান কৰাই, উষাৰ হৃদয় আৰু মন হৰণ কৰি তেওঁ হঠাতে অন্তৰ্ধান হ'ল। সেইজনক প্ৰভু বুলি হ'ল উষা ব্যাকুল। চিত্ৰলেখা সখী, তুমি মোক তেওঁক দেখুৱাই দিয়া। নাপাও যেবে তাঙ্ক স্বামী নিশ্চয়ে মৰিবো আমি সখী সত্য কহিলো তোমাত। চিত্ৰলেখাই বিৰহিনী উষাক অভয়দান কৰিলে ঃ স্বপ্নত যি জনে তোমাৰ মন হৰণ কৰিলে, তেওঁক ইয়ালৈ মই লৈ আহিম। স্বৰ্গ মৰ্ত পাতাল য'তেই থাকক তেওঁ, মায়া কৰি মই হৰণ কৰি তোমাৰ কাষলৈ লৈ আহিম।

তাৰ পিছত চিত্ৰলেখাই এক অভিনৱ পন্থা উদ্ভাৱন কৰিলে ঃ এহি বুলি বৰ নাৰী হাতে চিত্ৰপট ধৰি প্ৰথমে লিখিল দেৱগণ। সখীক দেখাইলা তাই উষা বুলিলেক চাই নাহি সিটো পুৰুষ শোভন॥....

চিত্ৰলেখাই মুখত ঈষৎ হাঁহিৰে, উষাক বাৰে বাৰে বিস্মিত কৰি অপূৰ্ব মনোৰম ভঙ্গীৰে এফালৰ পৰা চিত্ৰ অঙ্কন কৰিবলৈ ধৰিলে। প্ৰাণসখীৰ হৃদয়সৰ্বস্বৰ সন্ধানত চিত্ৰলেখা ক্লান্তিহীন। যিমান মনোহৰ গন্ধৰ্ব আছিল, আছিল সংখ্যাহীন বিদ্যাধৰ, চাৰণ, নাগ যক্ষ ৰক্ষ কিন্নৰ সমস্ত, চিত্ৰলেখাই অবিৰত শ্বাসৰুদ্ধ গতিৰে অঙ্কন কৰিবলৈ ধৰিলে।... সুন্দৰ পুৰুষ যত মনুষ্যক লিখিলেক। উষা বোলে আতো স্বামী নাই॥

তাৰ পিছত অত্যুগ্ৰ হেঁপাহেৰে, অন্তৰৰ অন্তহীন উদ্দীপনাৰে চিত্ৰলেখাই কৃষ্ণৰ পিতামহ, পিতৃ বসুদেৱ, বলোৰাম আৰু কৃষ্ণক কৰিলে অঙ্কন। বলোৰাম-কৃষ্ণক একেলগে দেখি উষা চমকি উঠিল আৰু অনিৰুদ্ধপিতৃ প্ৰদ্যুম্নৰ ছবি দেখি উষাই মূৰত ওৰণি টানি ল'লে।

তাৰ পিছত ঃ অনিৰুদ্ধ লিখিবাৰ দেখি উষা বৰনাৰী ধৰিবাহ চাহে আঁকোৱালি॥ লাজে মুখে বস্ত্ৰ ঢাকি, বোলে প্ৰাণসখী মোৰ প্ৰাণনাথ এহিজন। দেখা কেনে মূৰ্তিমন্ত ভুৱন-মোহন কান্ত কোন নাৰী ধৰিবেক মন॥

সেই সম্পূৰ্ণ কাব্য পাঠ শেষ কৰাৰ আগতেই জ্যোতি হৈ পৰিল ৰূপাভিভূত। মনৰ চকুৰ আগত সি এতিয়া দেখিবলৈ পালে উষাৰ সেই বিমোহিনী ৰূপ অনিৰুদ্ধৰ বাবে ব্যাকুল নাৰী মূৰ্তি। হাতত অঙ্কিত ছবিৰে চিত্ৰলেখা। চিত্ৰলেখাৰ চিত্ত-বিমোহিত বৰ্ণনাৰ সেই অনিৰুদ্ধ।

অনিৰুদ্ধৰ ৰূপৰ বৰ্ণনা কল্পনা কৰি জ্যোতিৰ হৃদয় প্ৰথমতে উদ্বেলিত হৈছিল। চিত্ৰলেখা বা অন্য কোনো নাৰীৰ বৰ্ণনাত পুৰুষ ইমান সুন্দৰ নে পুৰুষ সঁচাকৈয়ে

ইমান সুন্দৰ? কল্পনাত পুৰুষ ইমান মূৰ্তিমন্ত হ'ব পাৰে নে? জ্যোতিৰ এটা ধাৰণা আছিল, যৌৱনপ্ৰাপ্তিৰ লগে লগে সেই ধাৰণাই ধীৰে ধীৰে ৰূপৰ ৰসেৰে সঞ্জীৱিত হৈছিল, নাৰী হ'ল পুৰুষৰ মানত আধা কল্পনা আৰু আধা মানৱী। কিন্তু নাৰীৰ মানত পুৰুষ? সম্পূৰ্ণ মানৱ, নে আধা মানৱ, আধা কল্পনা?

চিত্ৰলেখাৰ লগে লগে অনিৰুদ্ধৰ অপৰূপ ৰূপৰ কল্পনা কৰি থাকোতেই নিজৰ অজানিতেই জ্যোতিৰ চকুৰ পৰা পানী ওলাই আছিল। নিজৰ বিনন্দীয়া আনন্দৰ মাজেৰে অনিৰুদ্ধৰ ৰূপ কল্পনা কৰি জ্যোতিয়ে নিজৰ আনন্দতে নিজে অভিভূত হৈ আছিল। এইবাৰ নিজৰ বেজাৰৰ মাজেৰে অনিৰুদ্ধৰ ৰূপ কল্পনা কৰি জ্যোতি নিজৰ বেজাৰতে নিজে মগ্ন হ'ল।

আচলতে 'কোন নাৰী ধৰিবাক মন' এই পদফাঁকি সুৰ লগাই গাবলৈ লৈ জ্যোতিৰ মন বিষাদেৰে উপচি পৰিছিল। জ্যোতিয়ে নিজেই নাজানে, সেই পদ পঢ়ি আচলতে মুখত হাঁহি ওলাব লাগে নে, চকুৰ পৰা পানী ওলাব লাগে!

কোনো কন্যাই মন ধৰিব নোৱাৰাটোৱেই পুৰুষৰ শ্ৰেষ্ঠতাৰ শ্ৰেষ্ঠ নিদৰ্শন নেকি? পুৰুষৰ মনৰ বতৰা নোপোৱাকৈ পুৰুষৰ শাৰীৰিক সৌন্দৰ্যৰ দ্বাৰাই প্ৰমাণিত হয় নেকি এজন পুৰুষৰ শ্ৰেষ্ঠতা?

ধীৰে ধীৰে জ্যোতিৰ কল্পনাত, চিন্তাত অনিৰুদ্ধ ভাস্বৰ হৈ উঠিল। অনিৰুদ্ধক সি পুৰুষপ্ৰধান কৰি তাৰ নাটকত অঙ্কন কৰিব। কিন্তু কেৱল নাৰীৰ মন-বিমোহিনী পুৰুষশ্ৰেষ্ঠ কৰি নহয়। প্ৰকৃত পুৰুষৰ দৰে শাৰীৰিক সৌন্দৰ্য, মনৰ সৌন্দৰ্য আৰু মগজুৰ সৌন্দৰ্য এই তিনিওটা সৌন্দৰ্যৰ সম্পূৰ্ণ সমন্বয় নোহোৱালৈকে জ্যোতিৰ মানসত পুৰুষশ্ৰেষ্ঠ ৰূপে পুৰুষ পৰিগণিত নহয়।

নাটকৰ গদ্য ৰচনাৰ আগতেই গীতৰ সুৰ আৰু ব্যঞ্জনাই জ্যোতিৰ মনত চাঞ্চল্যৰ সৃষ্টি কৰিলে। সমস্ত নাটকখন গীতৰ মাজেৰে, সুৰৰ মাজেৰে, কাব্য-সুষমাৰে ৰচনা কৰিব নোৱাৰিনে?

... আমাৰে সখিয়া আকুল বিয়াকুলে। সপোনৰ হাঁহিটি চাই॥ সপোনত কোঁৱৰে আহুদি আনিলে। মতলীয়া সখী থাই॥ দিঠকৰ বাতৰি সপোনত মিলিলে....

জ্যোতি হঠাতে চমকিত হ'ল। তাৰ কলমৰ আগেদি এয়া কি কথা ওলাই গ'ল?

কল্পৰ বিভোৰতাৰ পৰা হঠাত যেন সাৰ পাই সেই কথাখিনি সি কি লিখিলে, তাকে থিয় হৈ লেম্পৰ একেবাৰে কাষলৈ আহি পঢ়ি চালে। সঁচাসঁচিকৈ সেই কথা কাগজত লিখি থোৱা আছে।

জ্যোতিৰ নাটক আৰম্ভ হৈ গ'ল।

এই লিখাৰ আৰম্ভণি আছে। শেষ নাই।

জ্যোতিৰ নাটক আৰম্ভণিৰ পৰা নহয়, কোনোবা এঠাইৰ পৰা, এটা গীতৰ দুফাঁকি কথাৰ মাজেৰে আৰম্ভ হৈ গ'ল।

এই নাটক আৰম্ভণিৰে পৰা আৰম্ভ কৰিব লাগিব। বাপধৈজত এই নাটক কৰিব লাগিব মঞ্চস্থ।

..... গুমৰি উঠিছে হিয়া অন্তিমৰ তানে। যৌৱনৰ প্ৰথম পুৱাত আজি। ক'ত আছে প্ৰাণৰ আলহী। কোনে কৈয়ে দিব কোনে জানে॥

জ্যোতি উদ্বেলিত হ'ল। হৃদয়ৰ গোপন কোণত, মনৰ মাজত, অত গান আছে, অত সুৰ আছে, অত ভাব আছে, কত আশা আছে, আছে কত বেদনাসম্ভাৰ!

এটা এটাকৈ প্ৰকাশ কৰিব লাগিব। প্ৰজ্ঞাসুন্দৰী জেঠাইদেৱে কৈছিল, জ্যোতিপ্ৰসাদ, লিখিব পৰাটো মানুহৰ ভাগ্য আৰু ভালকৈ লিখিব পৰাটো মানুহৰ বৰ ডাঙৰ ভাগ্য।

লিখিব লাগিব। কিন্তু লিখিব ভালকৈ। জ্যোতি দৃঢ়বদ্ধ হয়।

সি লিখিবলৈ ল'লে ঃ দিঠকৰ বাতৰি সপোনত মিলিলে। আছিল সখী বাটে চাই। ফাগুনৰ বতাহে গাতে জুটি মাৰি যায়। চুমাৰ পৰশনৰ জুতি পাই সখীয়াৰ গাতে উন্মাদিহ নাই। সখীয়াৰ গাতে.....

হঠাতে জ্যোতিয়ে লিখা বন্ধ কৰি খিৰিকিখন খুলি দিলে।

বাহিৰত নিঃশেষ অন্ধকাৰ। এটা বাদুলি উৰাৰ শব্দ। বাৰীৰ সিপাৰৰ আঁহত গছত গইচবাইৰ কন্দল। ব্ৰহ্মপুত্ৰৰ বুকুৰ পৰা অহা জাহাজৰ এটা উকি।

বাহিৰৰ পৃথিৱী যেতিয়া অসীম অন্ধকাৰত নিমজ্জিত, সমগ্ৰ প্ৰাণীজগত যেতিয়া সুপ্ত, তেতিয়া জ্যোতিয়ে তাৰ জীৱনৰ প্ৰথম নাটক ৰচনা আৰম্ভ কৰিছে। আৰম্ভ কৰি কৰি আৰম্ভ কৰিব নোৱাৰা হৈ পৰিছে। হৃদয় উপচি আছে সুৰ আৰু ভাব, মন তন্ময় হৈ আছে স্বপ্ন আৰু কল্পনাৰে। ক'ত আৰম্ভ হ'ব ক'ত শেষ হ'ব, অথবা আৰম্ভণি হ'ব নেকি শেষ আৰু শেষ হ'ব নেকি আৰম্ভ, সেই চিন্তাৰে আৱৰ্তণিত আউল লাগি আছে বাৰে বাৰে।

দিন প্ৰতিদিন ঘটাৰ দৰে সেই ঘটনাটো ঘটিল। হেলনীয়া খিৰিকিত বহিলাহি দুটা শালিকা। সূৰ্যোদয়ৰ সূচনাৰ প্ৰতিদিনৰ যেন প্ৰথম দিনপঞ্জী। মতা শালিকাটোৱে আইনাত ঠোঁটেৰে খটখটকৈ শব্দ কৰি কোঠাৰ ভিতৰলৈ চায়। কাষত এটা হালধীয়া ঠেং দাঙি মাইকী শালিকাজনীয়ে ভুৰটো ইফাল সিফাল কৰি চাবলৈ ধৰে। খন্তেক পিছত মাইকী শালিকাই উৰা মাৰে, লগে লগে উৰা মাৰে সঙ্গীয়ে।

জ্যোতিৰ ধাৰণা হয় ঃ মতা শালিকাটোৱে সিঁহতৰ বসন্তকালৰ সেই যৌৱনৰ উপযুক্ত জ্ঞান কৰি সঙ্গিনীৰ মন আকৰ্ষণ কৰে। ইয়াতে এটা বীজ লাগিল। কোনো মৈত্ৰী চৰাইৰ পৰা সুদূৰত ঃ মানুহৰে আজনাত। আৰু মুকুলী আৰু তেনে [illegible] [illegible] [illegible] তাই [illegible] [illegible], মানুহৰ [illegible] [illegible] সুখৰ নহয়।

শালিকাৰ উড়নৰ লগে লগেই জ্যোতিয়েও কোনেনে কোঠাৰ পৰা ওলাই খটখটিয়েদি পকীৰ চাঁদত উঠিলগৈ।

পূৰ্বাকাশত অৰুণৰ উদয়ৰ অপৰূপ বিপুল আয়োজন প্ৰায় সম্পূৰ্ণ।

আজিৰ এই উষাৰ আগমন আনদিনাৰ উষাৰ আগমনৰ দৰে নহয়। বহুদিনৰ ব্যাখ্যাহীন কল্পনাৰ, কোনো ধূসৰ ধাৰণাৰ উষাই আজি মূৰ্তিমতী হৈ ধৰা দিলে। জ্যোতিৰ বাবে উষা পৰিণীতা হ'ল।

অৰুণৰ প্ৰথম দি বিদ্যুৎৰেখা তীৰৰ দৰে তিমিৰ ছেদ কৰি প্ৰজ্জ্বলিত হৈছিল, সেই জ্যোতিৰ মাজতে জ্যোতিয়ে যেন উষাক মূৰ্তিমতী ৰূপত দেখা পালে। মনৰ কল্পনাৰ উষা, কৃপণে সযত্নে ধন গোপন কৰাৰ দৰে হৃদয়ত গোপন হৈ থকা উষা অৰুণৰ আলোকৰ জ্যোতিত ঋতুমতী হৈ পৰিল।

তিমিৰ বিদাৰি আকাশৰ চন্দ্ৰ বিকশিত হোৱাৰ দৰে, জ্যোতিৰ কল্পনাৰ ডায়েৰ বিদাৰি আলোকিত হ'ল।

ধীৰে ধীৰে আলোকিত হৈ আহিবলৈ ধৰা আকাশৰ ইফালে সিফালে জ্যোতিয়ে যেন উষাৰ মনোৰম হাঁহি দেখিবলৈ পালে ঃ কোন নাৰী ধৰিবেক মনৰ পুৰুষৰ পৰশ লভাৰ কল্পনাৰ আনন্দত উল্লাসিত উষাৰ হাঁহি।

জ্যোতি পকীৰ ওপৰৰ পৰা নামি আহিল।

ফুলনীৰ সদ্য-প্ৰস্ফুটিত গোলাপৰ পাহিত জ্যোতিয়ে উষাৰ বিমোহিত হাঁহি দেখা পালে।

নদীৰ বুকুৰ পৰা উটি অহা ফাগুনৰ বতাহত জ্যোতিয়ে উষাৰ নিশ্বাসৰ ধ্বনি প্ৰতিধ্বনিত হোৱা শুনিবলৈ পালে।

উষাৰ লগত জ্যোতি আলোকৰে যাত্ৰাৰ যাত্ৰী হ'ব। উষা হ'ব তাৰ সৰস্বতী। বাণীৰ মন্দিৰত প্ৰবেশৰ দ্বাৰ মুক্ত কৰি দিব উষাই। সি পাব জীৱনৰ অৰ্থ অভিনৱ। সোণৰ শৰাই পাতিব জ্যোতিয়ে, ৰূপৰ শৰাই পাতিব। নিজৰ আনন্দতে সি নিজেই হাঁহিব।

কেৱল অসুৰ পিতৃৰ গ্ৰাসৰ পৰাই নহয়, প্ৰেম-বিৰহৰ বন্দিত্বৰ পৰাও উষাক উদ্ধাৰ কৰিব লাগিব।

আৰু সেই যে শৈশৱতে সি দেখিছিল আকাশৰ পৰা নামি অহা, আকাশলৈ উৰা মৰা পৰী, তাৰ কোঠাৰ দেৱালত আঁকি থোৱা পৰী, এই ঘৰ এই পৃথিৱী অতিক্ৰম কৰি উৰা মৰা সেই পৰী, সেই পৰীজনী আজি হঠাতে পৰিণত হ'ল উষাত। ত্ৰিলোক বিদাৰি পুৰুষপ্ৰধান অনিৰুদ্ধ বিচাৰি আনিবৰ বাবে হাতত চিত্ৰপত্ৰাবেৰে উৰা মৰা চিত্ৰলেখাত।

উষা আৰু চিত্ৰলেখা আৰু অনিৰুদ্ধই জ্যোতিক আহ্বান কৰিলে অবিৰত। জ্যোতিৰ মন আৰু হৃদয় আৰু সমস্ত জীৱনসত্তাকে প্ৰচণ্ডভাৱে আলোড়িত কৰিলে।

সেইদিনা জ্যোতি স্কুললৈ নগ'ল। অঙ্ক আৰু ইংৰাজী, ভূগোল আৰু বুৰঞ্জীয়ে অপেক্ষা কৰিব পাৰিব। কিন্তু নোৱাৰিব অপেক্ষা কৰিব অনিৰুদ্ধসন্ধানী চিত্ৰলেখাৰ স্বৰ্গমৰ্ত্ত্য-পাতাল ভ্ৰমণে। উষাৰ হৃদয়বিদৰা বিৰহৰ শোকে।

জ্যোতিয়ে লিখিলেঃ শান্ত স্নিগ্ধ পুৱা, নবীন তৰুণ তপনে কলেছি, এয়া পালোহি প্ৰিয়া! আজি প্ৰতীক্ষাৰ শেষ হ'ল সখী, বিৰহী প্ৰিয়ক চুমা দিয়া। ....

জ্যোতিয়ে নিজেই নিজক সুধিলে, প্ৰতীক্ষাৰ শেষ হ'ল সখী। প্ৰতীক্ষাৰ শেষ? হ'লনেকি সঁচাকৈয়ে?

...দেখি পদুমীৰ হৰিলে মাত। বিজুলী সঞ্চাৰ লাগিল গাত, প্ৰেমিকৰ শুনি মধুৰ বচন। প্ৰাণ উটুৱাই নিয়া বিৰহী প্ৰিয়ক চুমা দিয়া।

বিৰহী প্ৰিয়ক চুমা দিয়া? জ্যোতিয়ে নিজেই নিজক সুধিলে। সঁচাকৈয়ে দিয়েনেকি চুমা? জ্যোতিৰ হৃদয় কোনো এক কাল্পনিক কন্যাৰ বিৰহত যেন উন্মনা হৈ পৰিল।

হঠাতে জ্যোতি সচকিত হ'ল।

স্বপ্নৰ বিভোৰতাৰ পৰা সি সাৰ পালে।

উষাৰ চিত্ৰলেখাৰ প্ৰাণৰ আকুতিৰে গীত ৰচনা কৰিব পাৰি, কৰিব পাৰি ৰচনা কৱিতা। কিন্তু নাটক? নাটকৰ সেই নিৰ্মম সত্য, ধীৰে ধীৰে তুলত উঠা গদ্যৰ কঠোৰ বিন্যাস ক'ত?

জ্যোতি দৃঢ় হ'বলগীয়া হ'ল।

তাৰ জীৱনৰ প্ৰথম নাটকত উষাৰ লগতে থাকিব লাগিব উষাৰ পিতৃ কঠোৰ বাণাসুৰ। সেই বাণৰজা, যি শ্ৰীকৃষ্ণক বৈৰীভাৱে বিচাৰিছিল, যাৰ বাবে শঙ্কৰৰ পৰা তেওঁ লাভ কৰিছিল বৰ।

বৈৰীভাৱে বিচাৰিছিলঃ এই কথাটো হঠাতে নিজৰ মনলৈ অহাত জ্যোতি নিজেই আচৰিত হ'ল। আচল সময়ত কেনেকৈ আচল শব্দবোৰ ওলাই আহে, তাকে ভাবি সি বিস্ময়াভিভূত হয়।

কিন্তু ক'ত শুনিছিল সি কথা?

হঠাতে তাৰ মনত পৰিল, মাতৃ কিৰণময়ীয়ে কীৰ্ত্তনৰ প্ৰহ্লাদ চৰিত্ৰৰ পদ পাঠ কৰাৰ কথা।

জ্যোতিয়ে গৈ লাইব্ৰেৰীৰ পৰাইত সজাই থোৱা কীৰ্ত্তন এখন লৈ আহিলগৈ আৰু প্ৰহ্লাদ চৰিত্ৰ আখ্যান উলিয়াই নিজেই ডাঙৰকৈ পঢ়িলেঃ হেন জানি হুয়ো দুয়ো দৈত্য। ভকতৰ ভয় আছে কৈত॥ বৈৰভাৱে চিন্তিবাহা মোক। অল্পকালে পাইবা এহি লোক॥ দুঃখৰ কৰিবো মঞি অন্ত। এহি যুগি পাছে ভগৱন্ত॥......

ৰজা বাণে শ্ৰীকৃষ্ণক বৈৰীভাৱে চিন্তিব লাগিব।

## ॥ দহ ॥

জীৱনৰ এই প্ৰথম নাটক কিকেইটা শব্দেৰে আৰম্ভ কৰিব জ্যোতিয়ে?

পকীৰ পিছফালৰ বাগানত সোণাৰু আৰু ৰক্ত কৃষ্ণচূড়া ফুলিছে। এইবাৰ আৰম্ভ হ'ল ফুলৰ আলোকৰ যাত্ৰা। সমগ্ৰ ধৰা আলোকিত কৰি যেন অজস্ৰ ফুল ফুলিছে। প্ৰহৰৰ পিছত প্ৰহৰ অতিক্ৰমি যিমানে দিনত পৰিণত হৈছে, সিমান দ্ৰুতভাৱে সোণাৰু আৰু কৃষ্ণচূড়া ফুলিছে। বাগানৰ গছৰ পাতে পাতে যেন জুই বিয়পি পৰিছে।

সেই ফুলৰ বিনন্দীয়া ৰূপত জ্যোতিয়ে বিভিন্ন দৃষ্টিৰে, বিভিন্ন ভঙ্গীৰে দৃষ্টিপাত কৰে। কেতিয়াবা বৈ বৈ, কেতিয়াবা ইফালে সিফালে অহা-যোৱা কৰি, কেতিয়াবা কোঠাৰ খিৰিকিৰে, কেতিয়াবা পকীৰ ওপৰৰ পৰা সেই বিপুল সৌন্দৰ্যৰ পোহাৰ জ্যোতিয়ে উপভোগ কৰে। উপভোগ কৰি আপোন পাহৰা হয়।

আজি গানৰ শৰাই পাতিলো, প্ৰাণৰ শৰাই পাতিলো : জ্যোতিয়ে গুণগুণকৈ গাইছিল সুৰ লগাই। আজি সোণৰ শৰাই পাতিলো, ৰূপৰ শৰাই পাতিলো।....

জ্যোতিয়ে কেইবাবাৰো সুৰ লগাই গাই গাই হঠাতে দেখিবলৈ পালে, কৃষ্ণচূড়া আৰু সোণাৰুৰ ফুলে শৰাইত সজাই থোৱা ফুলৰ ৰূপ ধাৰণ কৰিলে। যেনিয়েই চায় তেনিয়েই কেৱল শৰাইত উপচি থকা ফুলৰ মনোৰম শোভা।

এইবাৰ স্পষ্টকৈ জ্যোতিৰ মুখৰ পৰা ওলাই আহিল : গছে গছে পাতি দিলে ফুলৰে শৰাই। কলিয়া ভোমোৰা গুঞ্জৰি আহে গোন্ধকে খিয়াই।

জ্যোতি নিজৰ কোঠাত সোমাল। খিৰিকি মেলাই আছিল।

সি লিখিবলৈ ধৰিলে : কোনে গছে গছে পাতি দিলে ফুলৰে শৰাই।...
কোনে সোণালী সৰীক এনে [illegible] দিলে ৰূপতে ৰঙে চৰাই....

ফুল পৰিচিৰে কোঠাৰ পৰা ওলাই জ্যোতিয়ে কিৰণময়ীক ক'লে, "মা, তোমাৰ টিপচিয়ে এইবাৰ [illegible] মাৰিব।"

"মোৰ টিপচিয়ে এইবাৰ কি কৰিব?"

"আকাশলৈ উৰা মাৰিব। তুমি ভয় নাখাবা। আকাশলৈ উৰা মাৰিলেও পৃথিৱীলৈ নামি আহিম। মা, তুমি এই গীতফাকি বিয়ানামৰ সুৰত গাব পাৰিবা ?"

"কোন ফাকি গীত ? তই গাই যাচোন।"

"কোনে গছে গছে পাতি দিলে ফুলবে শবাই।...

কিৰণময়ীয়ে জ্যোতিৰ হাতৰ পৰা কাগজখন লৈ লাহে লাহে সুৰ দিলে : কোনে গছে গছে পাতি দিলে...

জ্যোতি, পুলকিত হ'ল। মুগ্ধ হৈ হৈ বিমুগ্ধ হ'ল।

"জ্যোতি, ৰাম ৰাম শব্দ দুটা লগাই দিলেহে আচল বিয়ানামৰ সুৰটো ওলাব।"

...ফুলবে শবাই, ৰাম ৰাম, ফুলবে শবাই। ফু-ল-বে।

এই সুৰৰ আৱৰ্ত্তণি আছে। পৰিসমাপ্তি নাই।

জ্যোতিৰ জীৱনৰ প্ৰথম নাটকৰ আৱৰ্ত্তণি হৈ গ'ল।

কোনো গুৰু-গম্ভীৰ ধ্ৰুপদী সুৰেৰে জ্যোতিৰ ৰচনাৰ আৱৰ্ত্তণি হ'ব নোৱাৰিব। হ'ব নোৱাৰিব আন অনেক নাটকৰ দৰে বেদ-উপনিষদ-গীতাৰ কোনো স্তোত্ৰৰ উদ্ধৃতিৰে। হ'ব নোৱাৰিব কোনো ৰজা-মহাৰজাৰ গুৰুগম্ভীৰ বচনেৰে। তাৰ নাটকত পৰম পুৰুষৰ ৰূপত আৱিৰ্ভাৱ হ'ব শ্ৰীকৃষ্ণৰ, মহাদেৱৰ। হৰ-হৰিৰ ধৰণী কঁপোৱা যুদ্ধেৰে তাৰ নাটকে বিশালতা লাভ কৰিব। কিন্তু হৰ-হৰিৰ কোনো মহিমামণ্ডিত উক্তিৰে, সেই যুদ্ধৰ ভয়াৱহতাৰে, সি তাৰ নাটকৰ পাতনি নেমেলে।

নাটকৰ পাতনি মেলিব জ্যোতিয়ে এটা বিয়ানামেৰে। অসমৰ জাতীয় জীৱনত হেজাৰ বছৰ ধৰি বিনন্দীয়া সুৰেৰে স্বপ্নৰ মায়াজাল সৃষ্টি কৰা গীতৰ সুৰেৰে।

বিয়ানামৰ সুৰেৰে যিখন নাটকৰ হ'ব আৱৰ্ত্তণি, সেইখন নাটক যদি বাণষ্টেজত অভিনয় কৰিবলৈ দিয়া নহয় ?

জ্যোতিৰ মনত প্ৰশ্ন আৰু সন্দেহ দুয়োটা উদয় হ'ল।

বঙালী ভাষাৰ পৰা অনুবাদ কৰা নাটক মঞ্চস্থ হয় য'ত বছৰ বছৰ ধৰি, বঙালী গীতৰ সুৰ য'ত ধ্বনিত-প্ৰতিধ্বনিত হয় অবিৰত, হিন্দুস্থানী গীত যৰ প্ৰাণস্বৰূপ, সেই বাণ ষ্টেজত যদি তাৰ নাটক অগ্ৰাহ্য হয় ? হয় প্ৰত্যাখ্যাত ?

সেই প্ৰশ্নৰ, সেই জিজ্ঞাসাৰ উত্তৰ বিচাৰি জ্যোতিয়ে খন্তেকো সময় ভাবিব আৰু অপেক্ষা কৰিব লগা নহ'ল।

জ্যোতিয়ে বাণষ্টেজ পৰিত্যাগ কৰিব।

'জ্যোতিপ্ৰসাদে বাণষ্টেজ পৰিত্যাগ কৰিব' : এই শব্দকেইটা তাৰ মুখৰ পৰা ইমান জোৰেৰে ওলাই আহিল যে ৰূপহী ক'ৰবাৰ পৰা দৌৰি আহি উত্ৰাৱল হৈ তাৰ গালৈ বাৰে বাৰে জপিয়াবলৈ ধৰিলে। ৰূপহীয়ে ঠিক কৰি লৈছিল, অশান্ত জ্যোতিক শান্ত কৰাৰ দায়িত্ব তাইৰ ওপৰতে সদায় ন্যস্ত।

নাটকৰ মাত্ৰ কেইপৃষ্ঠামান ৰচনা কৰাৰ পিছতে জ্যোতি সতৰ্ক হৈ পৰিল।

ভাৰতীয় সভ্যতা-সংস্কৃতিভিত্তিক কোনো সৰ্বভাৰতীয় মহান কাহিনী লৈ সি

তাৰ নাটক ৰচনা নকৰি, ৰামায়ণ-মহাভাৰতৰ কোনো বিখ্যাত কাহিনীৰে তাৰ নাটক লিপিবদ্ধ নকৰি, নিজ স্থান তেজপুৰৰ এক প্ৰাচীন কাহিনীৰে সি নাটক লিখিবলৈ আৰম্ভ কৰিছে যদিও, অসমীয়া বিয়ানামেৰে তাৰ নাটকৰ পাতনি মেলিছে যদিও, অসমীয়া গীত, অসমীয়া সুৰ, অসমীয়া কিম্বদন্তী জতুৱা ঠাঁচ প্ৰবাদ তাৰ নাটকৰ হ'ব যদিও প্ৰাণস্বৰূপ, তাৰ জীৱনৰ এই প্ৰথম নাটকে প্ৰকৃততে নাটকৰ ৰূপ ল'ব নে নলয়? নাটকৰ যি এক নিজস্ব ধৰ্ম আছে, সেই ধৰ্মেৰে এই নাটক পৰীক্ষিত হ'ব নে নহয়? নাট্য-শাস্ত্ৰৰে বিধিৰে হ'বনে নহয় উত্তীৰ্ণ? অসমীয়া সমাজে, অসমীয়া পণ্ডিত-সমালোচকে গ্ৰহণ কৰিবনে এই নাটক?

নাটক সম্পৰ্কে তাৰ ধাৰণাই গঢ় লৈছিল বাণষ্টেজত হোৱা বঙালীৰ পৰা অসমীয়ালৈ অনূদিত নাটকৰ অভিনয় অতি কাষৰ পৰা লক্ষ্য কৰি। দুখনমান নাটকত সি নিজেও অভিনয় কৰিছিল। ছাহজাহান নাটকত ঔৰঙ্গজেৱ-পুত্ৰ মহম্মদৰ অভিনয় কৰি সি ঔৰঙ্গজেৱক উদাত্ত কণ্ঠেৰে প্ৰশ্ন কৰিছিল, বৃদ্ধ পিতামহ ছাহজাহানক পুত্ৰই বন্দী কৰি থোৱাটো কি অন্যায় নহয়? বঙালী নাটকৰ সেই খণ্ডিত জ্ঞানেই কি জ্যোতিৰ বাবে নাট্য-ৰচনাৰ বাবে যথেষ্ট? কোনো প্ৰখ্যাত ইংৰাজী নাটক, নাটকৰ কলা-টেকনিক আদি থকা কোনো গ্ৰন্থ প্ৰথমতে অধ্যয়ন কৰি লোৱাটো কি অত্যাৱশ্যকীয় নহয়?

দুটা সম্পূৰ্ণ দিন চিন্তা-ভাৱনাত কটাই জ্যোতি এই সিদ্ধান্তত উপনীত হ'ল: নাটকৰ এক নিজস্ব অনন্য টেকনিক, ষ্টাইল আছে সত্য, কিন্তু নাটকৰ ক্ষেত্ৰত সেয়েই শেষ সত্য নহয়। সেই সত্য হ'ল তাৰ শিল্পী মনৰ উদ্দেশ্য: যি উদ্দেশ্যৰ বাবে সি গীত আৰু কবিতা ৰচনা সদ্যহতে পিছলৈ থৈ নাটক ৰচনাত ব্ৰতী হ'বলগীয়া হ'ল।

এক প্ৰচণ্ড প্ৰত্যাহ্বানৰ সম্মুখীন নোহোৱা হ'লে মেট্ৰিক পৰীক্ষালৈ এবছৰ মাত্ৰ বাকী থাকোতেই অন্তৰৰ সকলো আবেগ-অনুপ্ৰেৰণা আৰু আকুলতাৰে জ্যোতিয়ে এই নাটক লিখিবলৈ নধৰিলেহেঁতেন। নাটক হওকে বা নহওক, ভৱিষ্যতে তাৰ প্ৰমাণ দিব, নাট্য-সমালোচকে তাৰ বিচাৰ কৰিব।

জ্যোতিৰ বিশ্বাস সুদৃঢ় হ'ল: যিহেতু অসমীয়া গীত অসমীয়া সুৰ পুনৰাৱিষ্কাৰ কৰাই তাৰ সৰ্ববৃহৎ লক্ষ্য, অসমীয়া বিয়ানাম, আইনাম, বনগীতক পুনৰ নিজস্ব স্থানত সুপ্ৰতিষ্ঠা কৰাই তাৰ লক্ষ্য, তেতিয়া এই নাটক অসমীয়াই নিজৰ আপোন কৰি গ্ৰহণ নকৰাকৈ নাথাকিব। তাৰ লক্ষ্য যেতিয়া স্বদেশ-প্ৰেমৰ গৌৰৱেৰে ঐশ্বৰ্যমণ্ডিত, তেতিয়া নাটকৰ টেকনিক এক বৃহৎ প্ৰাচীৰৰূপে থিয় দিব নোৱাৰে।

দ্বিতীয়খন নাটকত, তৃতীয়, চতুৰ্থ নাটকত জ্যোতিয়ে নাটকৰ টেকনিক, ষ্টাইল সম্পূৰ্ণ কৰি আনিব।

এনেতে এদিন কোনো এক উদ্ভাসিত আবেলি, যেতিয়া বিৰবিৰকৈ বতাহ

বলিছিল পূৰ্বৰ পৰা পশ্চিমলৈ, যেতিয়া সেই যত্নাহত বাগানৰ সৰি পৰা গছৰ বিচিত্ৰ ৰঙৰ পাতবোৰ ইফালৰ পৰা সিফাললৈ লাহে লাহে উৰি ফুৰিছিল, তেনে এক আলোকিত অপৰাহ্নতে পৰ্কীলৈ সোমাই আহিল এজন তৰুণ। সুউজ্জ্বল চেহেৰা, পৰিধানত থোবমৰা ধুতি, বগা পঞ্জাবী। মাত বালিকাৰ দৰে কোমল, গীতৰ সুৰৰ দৰে মধুৰ।

প্ৰফুল্ল ককাইদেউ। প্ৰফুল্লচন্দ্ৰ বৰুৱা। সংগীত-ওজা লক্ষ্মীৰাম বৰুৱাৰ জ্যেষ্ঠ পুত্ৰ।

"ককাইদেউ।"

জ্যোতিৰ প্ৰথম সম্বোধনতে প্ৰফুল্ল মুগ্ধ হ'ল।

"জ্যোতি, দেউতাৰ মুখত শুনিলো, অসমীয়া সুৰত তুমি হেনো গীত লিখিছা। তোমাৰ গীত শুনিবলৈ মই আহিছো।"

জ্যোতিয়ে ক'লে, "ককাইদেউ, মোৰ গীতৰ সুৰ কিন্তু দিব লাগিব আপুনি।"

জ্যোতি আৰু প্ৰফুল্ল হাৰমনিয়ামৰ কাষত বহিল।

জ্যোতিয়েই আৰম্ভ কৰিলে ঃ গছে গছে পাতি দিলে ফুলৰে শৰাই, ৰাম ৰাম। গছে গছে পাতি দিলে।... কোনে গোলাপী সখীক এনে হাঁহি দিলে ৰঙতে...।

প্ৰফুল্ল একেবাৰে অবাক। শ্বাসৰুদ্ধ গতিৰে তেওঁ কাণ থিয় কৰি শুনিলে। "আকৌ প্ৰথমৰে পৰা গোৱা।"

জ্যোতিয়ে প্ৰথমৰে পৰা গীত জুৰিলে।

প্ৰফুল্লই এইবাৰে অধীৰ উল্লাসত জ্যোতিৰ দুয়োখন হাতত ধৰি ক'লে, "এয়া, এয়া দেখোন আমাৰ অসমীয়া সুৰ! অসমীয়া সুৰীয়া বিহুনাম! তুমি কি অদ্ভুত কাণ্ড কৰিলা, জ্যোতি! ভাইটি, জ্যোতি, তোমাৰ মুখত মই কি শুনিলো! অসমীয়া সুৰক তুমিতো পুনৰাৱিষ্কাৰ কৰিলা। তুমি যাদুকৰ, জ্যোতি!"

এইবাৰ সুৰ দিলে প্ৰফুল্লই নিজে ঃ ৰাম ৰাম, ফুলৰে শৰাই।... ৰূপতে ৰঙে চৰাই ওৰণি তলতে পৰিমল ৰেণু। উৰুৱাই পৱনে দিলে বিলাই।"

প্ৰফুল্লই জ্যোতিৰ গীতৰ বহিটোৰ এটাৰ পিছত এটাকৈ পাত লুটিয়াই মুগ্ধ হ'ল।

সমস্ত পৰ্কী গীতৰ সুৰেৰে কল্লোলিত হ'ল।

প্ৰফুল্লই গালে ঃ আমাৰে সখিয়া আকুল বিয়াকুলে। সপোনৰ হাঁহিটি চাই। সপোনৰ কোঁৱৰে আহুদি আনিলে। মতলীয়া সখী থাই।

প্ৰফুল্লৰ সুৰ চাৰিওফালে বিয়পি পৰিল ঃ অ' সখি আহিব পিয়া। ৰূপহী জোনৰে কিৰণ জকেমকাই।। বিৰিখৰ পাততে আহিব পিয়া।।...

প্ৰফুল্লৰ আনন্দ-উত্তেজনাৰ সীমা নোহোৱা হ'ল ঃ ৰূপহ কোঁৱৰৰ চুমা পৰশতে। লাজুকী কুঁৱৰী মৰহি যায়।। সোণতে সুৱলা আনি সানি দিলে। গোলাপী গালতে ৰঙে চৰাই।।

"আপুনি জানেনে নাই, প্ৰফুল্ল ককাইদেউ, মই এখন নাটক লিখিছো নহয়। আপুনি সুৰ দিয়া গোটেই গীতবোৰ মই লিখি থৈছো সেই নাটকৰ বাবে।"

"কি নাম হ'ব তোমাৰ নাটকৰ ?

"উষা-অনিৰুদ্ধৰ কাহিনী। নাম দিম বুলি ভাবিছিলো প্ৰথমতে 'দানৱ নন্দিনী'। দানৱ বাণৰ নন্দিনী উষা। এতিয়া ভাবিছো নাম দিম 'শোণিত কুমাৰী'। আমাৰ তেজপুৰৰ নামেই আছিল শোণিতপুৰ। কেনে হ'ব নামটো, ককাইদেউ।"

"একেবাৰে অসমীয়া ঠাঁচত, অসমীয়া গীতৰ সুৰেৰে ৰচনা কৰিব খুজিছো যেতিয়া, এটা কাম কৰা কুমাৰীৰ ঠাইত কুঁৱৰী দি দিয়া।"

"মানে 'শোণিত কুঁৱৰী।"

"ও। শোণিত কুঁৱৰী।"

"দিলো। দিয়েই দিলো। ককাইদেউ, মোৰ নাটকৰ নাম হ'ব 'শোণিত কুঁৱৰী'।"

"শোণিত কুঁৱৰী। শোণিত কুঁৱৰী। মোৰ জীৱনৰ প্ৰথম নাটকৰ নাম হ'ব শোণিত কুঁৱৰী।" জ্যোতিয়ে আনন্দত প্ৰফুল্লক সাবটি ধৰিলে।

"এইবাৰতো ৰক্ষা নাই, ককাইদেউ! আপুনি মোৰ নাটকৰ অভিনয়ত ভাও ল'ব লাগিব।"

"প্ৰথমতে নাটকখন লিখি উলিওৱাচোন বাৰু।"

"সেইটোতো হ'বই। কওক, আপুনি ভাও ল'বনে নলয় ?"

"কোনটো চৰিত্ৰ ?"

"চিত্ৰলেখা।"

"চিত্ৰলেখা ? ল'ম। তোমাক কথা দিলো।"

নাটকৰ দ্বিতীয় অঙ্কৰ প্ৰথম দৰ্শনতে জ্যোতিয়ে যেন নিজৰো দৰ্শন আৰু চৰিত্ৰ হঠাতে বিচাৰি পালে।

জ্যোতিয়ে আৱিষ্কাৰ কৰিলে, তাৰ মনৰ মাজত অত গীত আছে অত সুৰ আছে অত ভাব আছে অত স্বপ্ন আৰু কল্পনা আছে! একেলগে অত গীত অত সুৰে বিপুল ব্যঞ্জনাৰ কৰে সৃষ্টি ঃ মন কল্লোলিত কৰে।

..., উষা! তুমিতো অকলে শুই থকা নাই! তোমাৰ সৈতে শত সুন্দৰীৰ সৌন্দৰ্য, শত যৌৱনমুগ্ধা ৰূপহীৰ কামনা, শত প্ৰেমিকাৰ আকুল আৱেগ, শত যুৱতীৰ মিলন বাসনা নিচুক হৈ কোনোবা নজনা নিচিনা দেশৰ প্ৰাণৰ অভিথিলে অপেক্ষা কৰিছে। সৌৱা মই দেখিব লাগিছো, তোমাৰ মিলন-বাসনা তীব্ৰ চকুযুৰিৰে, সৌৱা যৌৱনমত্তশীয়া দেহ কাৰোবাৰ পৰশ পাবলৈ উত্ৰাৱল, সৌৱা তোমাৰ প্ৰেম।... উষা, আজি তোমাৰ সেই চিৰবাঞ্ছিতজন চিৰপ্ৰতীক্ষাৰ নজনা দেশৰ নিচিনা লোকৰ অচেতন মানস মূৰ্তিটি মোৰ যাদুৰ পৰশত সজীৱ হৈ উঠক।...

এই কথাখিনি লিখি সেই কথাখিনিলৈকে পৰম বিস্ময়েৰে জ্যোতিয়ে চাবলৈ ধৰিলে। এবাৰ নিৰ্বিকভাৱে পঢ়ি, পিছৰবাৰ লাহে লাহে শব্দ কৰি সি পঢ়িবলৈ ধৰিলে।

এইখিনি কথা সিয়েই লিখা তেনেহ'লে সচ্চা! মনৰ-নিভৃত কোণৰ ভাবৰ ব্যঞ্জনা তেনেহ'লে এনেদৰেই প্ৰকাশ পালে। এয়া কি নহয় এক অপৰূপ আৱিষ্কাৰ! এই বয়সতে, কিমান কম বয়সতে এনে হৃদয়স্পৰ্শী মনোৰম কথা সি লিখিব পাৰিলে!

জ্যোতিৰ লিখাই এইবাৰ দুৰ্বাৰ ৰূপ পালে।

ঊষাঃ ক'তা? ক'লৈ গ'ল? এয়া সৌন্দৰ্যবোধ এইফালে পৰি পৰি গ'ল। আহা, আকৌ আহা – ৰূপৰাশি লৈ- মধুৰ চাৱনি লৈ – মই যে চিৰ প্ৰতীক্ষাত – সেই মৌ নিজৰা – দুখনি মোৰ ওঁঠত – নিপোতল গাল দুখনি – হিয়া মোৰ উকণ্ঠা কৰি চিৰবাঞ্ছিত অনিন্দ্য সুন্দৰ! হিয়াতে গুমৰি থকা পৰিপূৰ্ণ বাসনাত অপূৰ্ণতা থৈ!,...

আৰু যেতিয়াই চিত্ৰলেখাই প্ৰাণৰ সখী ঊষাৰ প্ৰাণৰ, প্ৰেমৰ খাৰ্তত অপৰূপ পটত অঙ্কন কৰিবলৈ ধৰিলে বিস্ময়কৰ দানৱ গন্ধৰ্ব কিন্নৰ মানৱ দেৱতাৰ কুমাৰসকল, ৰূপবান বিৰ্যবান, যাৰ দৰ্শনতে জগতৰ যৌৱন চঞ্চল, নৃত্যগীতবিশাৰদ মহাযোদ্ধা কুমাৰসকল, তেতিয়াই জ্যোতিৰ কল্পনাই আকাশলঙ্ঘা ৰূপ পৰিগ্ৰহণ কৰিলে।

জ্যোতিয়ে যেন চিত্ৰলেখাৰ পটৰ সেই চিত্ৰ মনৰ চকুৰ আগত অপৰূপভাৱে দেখা পালে। জ্যোতিয়ে যেন ঊষাৰ নিশ্বাসৰ তীব্ৰতা কাণপাতি শুনিবলৈ পালে।

মদনৰ আলসুৱা সন্তান বতন শ্ৰীকৃষ্ণৰ নাতি অনিৰুদ্ধৰ মূৰ্তি আঁকিবলৈ ধৰোতেই ঊষাই যেতিয়া সখী – সখী – এয়েই – এয়েই বুলি চুমাৰ পৰশেৰে জুতি পাই সখীয়াৰ গাৰে উন্মাদিহ নোহোৱা হ'ল, তেতিয়া চিত্ৰলেখাৰ লগতে জ্যোতিৰ এপাক নাচি পেলাবৰ মন গ'ল।

জ্যোতিৰ ভাষাই এইবাৰ পাহাৰ অতিক্ৰমা দুৰন্ত জৰণাৰ ৰূপ পালে। ৰাককাৰ মুকলিত গন্ধৰ্ব-বালকবেশী চিত্ৰলেখাৰ হাতৰ পটত ঊষাৰ ছবি দেখি অনিৰুদ্ধই ক'বলৈ ধৰিলেঃ.... তুমিতো গন্ধৰ্ব নোহোৱা। তুমি পুৰতিৰ নবীন সুৰুষ, জীৱন-বাতিৰ চিৰ আকাংক্ষিত মিত্ৰ ঊষাক আনি মোৰ আগত ঢালি দিলাহি। তুমিতো বালক নোহোৱা – তুমি পূৰ্ণ জীৱনৰ অধিষ্ঠাতৃ দেৱতা – যৌৱনৰ বাসনাৰ তৃপ্তি সাধিবলৈ মোৰ আগত থিয় দিছাহি। তুমিতো পাৰ্থিৱ নোহোৱা। অপাৰ্থিৱ তুমি – মোৰ যৌৱনৰ প্ৰেয়সীৰ বাতৰি পৰশৰৰ আগেদি....

জ্যোতিয়ে ইয়াৰ পিছতে শঙ্কৰদেৱক নিজৰ নাটকত জ্যোতিজাল ৰূপেৰে তুলি ধৰিলে। সি জানে, চিৰকালৰ সৰ্বশ্ৰেষ্ঠ অসমীয়া শঙ্কৰদেৱ, হেজাৰ হেজাৰ বছৰ ধৰি থিজন পৰম – পুৰুষৰ বন্দনা কৰিব সমগ্ৰ অসমীয়া জাতিয়ে, যাৰ

একোটা পদত ঝঙ্কৃত হৈ উঠে মানুহৰ ধ্ৰুপদী জীৱনৰ অনন্ত সুৰ-সমলয়, সেইজন মহাপুৰুষৰ বিনা স্পৰ্শত জ্যোতিৰ নাটক হৈ থাকিব অপূৰ্ণ, অস্মৰণীয়।

চিত্ৰলেখাই মায়াৰ বলত অনিৰুদ্ধৰ সন্মুখত এক দৃশ্যৰ অৱতাৰণা কৰিলে, যাৰ বৰ্ণনা সম্ভৱ হ'ল শঙ্কৰদেৱৰ হৃদয়মোহনৰ মনোৰম পদৰাশিধৰঃ.... দিব্য উপবন দেখিলন্ত বিদ্যমান। ফলফুল ধৰি জকমক কৰি আছে যত বৃক্ষ মান। .... দিব্য কন্যা আছে এক তাতে। -সুৱৰ্ণ কঙ্কন ধ্বনি কৰে কণঝুন শুনি। প্ৰকাশে হৃদয় হেমহাৰে॥ .... কঙ্কালে কিঙ্কিণী বাজে চৰণ কমল মাজে ৰত্নৰ নূপুৰ কণঝুন। হালে অতি মধ্যদেশ সংসাৰ মোহিনী বেশ একো অঙ্গে নাহি খণ্ডিখুন॥....

চিত্ৰলেখাই অনিৰুদ্ধক উষাৰ প্ৰতি প্ৰলোভিত কৰিলেঃ পুৱা যেতিয়া হেঙুলি উষাৰ কিৰণ আহি গোলাপৰ পাহিত ওলমি থকা নিয়ৰৰ মুকুতাবোৰত পৰি জিলিঙনি তোলে, আকাশত যেতিয়া এটা ৰঙচুৱা দিগন্ত বিয়পা সৌন্দৰ্যৰ সৃষ্টি কৰি গোটেই বিশ্বসংসাৰ সেই সৌন্দৰ্যত অভিভূত কৰে, এক মহান মোহিনী সৌন্দৰ্যৰ সৃষ্টি কৰে, তাকো সেই উষাৰ ৰূপৰ সৈতে বিজাব নোৱাৰি।.....

চিত্ৰলেখাই প্ৰাণসখী উষাৰ বাবে কৰিলে অসাধ্য সাধন। অনিৰুদ্ধক শোণিতপুৰলৈ মায়াৰ বলেৰে লৈ আহিল।

বাণৰজাৰ প্ৰবেশ।

উষাৰ বাতৰি শুনি বাণাসুৰৰ ক্ৰোধ ক্ৰূতাগ্নিত পৰিণত হ'ল।

ঠিক সেইখিনি কথা লিখি শেষ কৰোঁতেই জ্যোতিৰ নাটকৰ গতি হঠাৎ ৰুদ্ধ হৈ পৰিল।

জ্যোতিয়ে শুনিবলৈ পালে জালিয়ানাৱালাবাগৰ হত্যাকাণ্ডৰ হৃদয়বিদৰা নিৰ্মম বাতৰি।

## ॥ এঘাৰ ॥

জ্যোতিয়ে মাজু দেউতাক চন্দ্ৰকুমাৰলৈ চিঠি লিখিলে : "জালিয়ানাৱালাবাগৰ হত্যাকাণ্ডৰ বাতৰি পঢ়ি মই মৰ্মাহত হ'লো। মনত অকণো শান্তি পোৱা নাই। বৃটিছৰ বিৰুদ্ধে মোৰ ভয়ানক খং উঠিছে। মই শান্ত হৈ থাকিব পৰা নাই। এয়া বেছুৰ মাজত সুমুৱাই লৈ অসহায় তৰুণ অভিমন্যুক সপ্তৰথীয়ে মৰাৰ দৰে লাগিছে। নৰবৰ্বৰ দিনা আমাৰ অসমৰ দৰে বিহু মেলালৈ যোৱা অসহায় শান্তিপূৰ্ণ মানুহক চাৰিওফালৰ বেৰাৰ মাজত এটা মাত্ৰ বাট তাকো বন্ধ কৰি এনেদৰে বন্দুকৰ গুলী মাৰি হত্যা কৰা আৰু হেজাৰ লোকক আঘাত কৰাটো আমি ভাৰতবাসীয়ে নীৰৱে সহ্য কৰি থাকিব পাৰোনে? মই লিখা-পঢ়া বাদ দি বৃটিছৰ বিৰুদ্ধে দেশৰ স্বাধীনতাৰ বাবে সৰ্বস্ব ত্যাগ কৰিবলৈ সাজু হৈছো। নহ'লে মই ভাৰতমাতৃৰ সু-সন্তান হৈ থাকিব নোৱাৰিম। মই এখন নাটক লিখিবলৈ লৈছিলোঁ। অতি উৎসাহেৰে লিখি লিখি মই কল্পনাৰ জগতত বিভোৰ হৈ আছিলো। গীত আৰু সুৰৰ মাজত মই ডুব গৈ আছিলো। বহাগৰ বিহুৰ দিনাই জালিয়ানাৱালাবাগৰ নিৰ্মম হত্যাকাণ্ডৰ কাহিনী শুনি মোৰ স্বপ্ন টুকুৰা-টুকুৰ হৈ গ'ল। মই সেই অসহায় মানুহবোৰৰ ক্ৰন্দন যেন শুনিবলৈ পালো। মোৰ মনত হাহাকাৰ উঠিল। মই ঠিক কৰিলো : মোৰ নাটক, মোৰ ৰচনাই অপেক্ষা কৰিব পাৰিব, কিন্তু দেশৰ স্বাধীনতাই অপেক্ষা কৰিব নোৱাৰিব।... মাজু দেউতা, মোৰ সিদ্ধান্তৰ কথা শুনি আপুনি কি ভাবে, চিঠিৰে জনাব।"

হঠাতে চাৰিওফালে জ্যোতিয়ে দুৰ্যোৰ পৰিৱৰ্তন লক্ষ্য কৰিলে। জালিয়ানাৱালাবাগৰ হত্যাকাণ্ডৰ আগৰ এই পৃথিৱী আৰু জালিয়ানাৱালাবাগৰ হত্যাকাণ্ডৰ পিছৰ এই পৃথিৱী, সেই দুয়োখন পৃথিৱী তাৰ বাবে একেখন পৃথিৱী হৈ নাথাকিল। বাগানত ধুনীয়া উতলা কৰি ফুলি থকা কৃষ্ণচূড়া সোণাৰু গোলাপ ক্ৰিছেন্থিমাম কেমেলিয়া বেগিনভিলিয়া যেন হঠাতে জয় পৰি গ'ল। সেইবোৰ ফুলে যে তাক অহৰহ বিমোহিত কৰিছিল, মুগ্ধ কৰিছিল, কৰিছিল আপোনহাৰা,

সেই কথা যেন হঠাতে মিথ্যাত পৰিণত হ'ল। এই যে ৰক্তপুত্ৰৰ বুকুৰ পৰা বিৰ্‌বিৰ্ বতাহ বৈ আছে অবিৰত, সেই বতাহে যেন কটিয়াই আনিবলৈ ধৰিছে কোনো মৃত্যুৰ, দিগন্ত নিনাদি উঠা কোনো অসীম হাহাকাৰৰ বাতৰি।

অত্যুগ্ৰ আগ্ৰহ আৰু বিপুল উত্তেজনাৰে লিখিবলৈ ধৰা শোণিত কুঁৱৰীৰ এটা শব্দও সি হঠাতে লিখিব নোৱাৰা হ'ল।

জীৱনত এই প্ৰথমবাৰৰ বাবে তৰুণ জ্যোতিয়ে হৃদয়েৰে উপলব্ধি কৰিলে, মনৰ প্ৰস্তুতিয়েই প্ৰকৃত সত্য। মনৰ প্ৰস্তুতি নাথাকিলে এই কিন্দীয়া পৃথিৱী, এই মনোমোহা ফুল, এই মলয়া বতাহ সকলো নিঃসাৰ।

জ্যোতিয়ে হৃদয়েৰে অনুভৱ কৰিলে; সুদুৰ পঞ্জাবৰ মৃত্যুৰ বাতৰিয়ে তাক ম্ৰিয়মান কৰিলে যেতিয়া, সি মানৱতাৰ লগত নিজক জড়িত কৰি দিলে। জীৱনৰ এইটো অধ্যায়হে প্ৰকৃততে সত্য। আনবোৰ স্বপ্ন গীত সুৰ কৱিতা গল্প আনন্দ সকলোবোৰেই অৰ্ধসত্য।

যিহেতু, সেই মানৱতাবোধৰ লগত ভাৰতবৰ্ষৰ, ভাৰতবৰ্ষৰ নহয় ভাৰতমাতৃৰ মুক্তিৰ কথা সৰ্বতোভাৱে জড়িত হৈ আছে, সেই বাবে তাৰ মনত মানৱতাবোধৰ উদয়েই তাৰ জীৱনৰ সৰ্বশ্ৰেষ্ঠ গীত আৰু সুৰ।

সেই গীত আৰু সুৰৰ কোনো পৰিসীমা নাই, নাই তাৰ কেতিয়াও পৰিসমাপ্তি: কোনো ভৌগোলিক কোনো জাতীয়তাবাদৰ সীমাৰে আবদ্ধ হ'ব নোৱাৰে সেই অনন্ত সুৰ।

বগালী বিহুৰ দিনা জ্যোতিৰ এনে বিষণ্ণ ৰূপ দেখি মাতৃ কিৰণময়ী উদ্বিগ্ন হ'ল। তেওঁ আশা কৰি থাকিল, চন্দ্ৰকুমাৰৰ চিঠিয়ে তাক শান্ত কৰিব পাৰিব।

জ্যোতি যেতিয়া গভীৰ ভাৱত বিভোল হয়, তেতিয়া সি কাৰো লগত কথা নেপাতে। বেছি ভাগ সময় সি নিজৰ কোঠাত আবদ্ধ হৈ থাকে। নহ'লে পকীৰ ওপৰলৈ উঠি ইফালৰ পৰা সিফাললৈ কেতিয়াবা দ্ৰুত গতিৰে কেতিয়াবা ধীৰেৰে খোজ কাঢ়িবলৈ ধৰে।

নহ'লে সি ঘৰৰ পৰা ওলাই গৈ নদীৰ পাৰত, পদুমপুখুৰীৰ পাৰে পাৰে প্ৰবল বেগেৰে খোজ কাঢ়িবলৈ ধৰে।

জ্যোতিয়ে ভুললৈ যোৱা বন্ধ কৰি দিলে।

সেউতাক পৰমানন্দ তামোলবাৰীত। তেওঁ আছিলেই জ্যোতিয়ে স্বাধীনতা আন্দোলনত যোগ দি ভুলৰ পৰা আন্দোলন কৰি ওলাই অহাৰ অনুমতি ল'ব।

কলিকতা ... ঘটনাৰ কথা জ্যোতিৰ বাৰে বাৰে মনত পৰিল।

বন্দেমাতৰম গীত ধ্বনিত আৰু প্ৰতিধ্বনিত কৰি মাতৃ-বন্দনাত উদ্ভাসিত গোপন কোঠাৰ সেই তৰুণৰ দলটো। কি সুউজ্জ্বল সিঁহতৰ চকুবোৰ। কি অনিৰ্বাণ সিঁহতৰ দেশপ্ৰেম। জীৱনৰ মহা প্ৰবল জীৱনৰ লোভ তুচ্ছজ্ঞান কৰি দেশ মাতৃকাৰ বাবে মৰিচৰ মুকুত জীৱনৰ জয়গান গাবলৈ প্ৰতি

মুহূৰ্তে প্ৰস্তুত সেই জনসমুদ্ৰ।

কি দুৰ্বাৰ প্ৰতিজ্ঞা, অঙ্গীকাৰ সিহঁতৰ! সিহঁতৰ মাতা-পিতা নাই, ভাতৃ-ভগ্নী নাই, বন্ধু-বান্ধৱ-নিকটাত্মীয় নাই! সিহঁতৰ অন্য জীৱন নাই, নাই অন্য কোনো উচ্চাকাংক্ষা, ভৱিষ্যৎ! সিহঁতৰ এগৰাকী মাতৃৰ বাহিৰে অন্য কোনো সম্পৰ্কীয় নাই। সিহঁতৰ এগৰাকী মাতৃৰ বাহিৰে অন্য কোনো মাতৃ নাই।

সেই গৰাকী মাতৃ হ'ল ভাৰতমাতৃ। ভাৰতজননী। জননীৰ বন্দনাই হ'ল সিহঁতৰ একমাত্ৰ প্ৰতিজ্ঞা, একমাত্ৰ অঙ্গীকাৰ, একমাত্ৰ লক্ষ্য।

সিহঁতৰ সন্মুখত থকা সেই মূৰ্তি দুটালৈ মনত পৰে বৈ বৈ জ্যোতিৰ। এগৰাকী মাতৃঃ পূৰ্ণযৌৱনা, অপৰূপ ৰূপ, নীহাৰিকামুখী যাৰ দৃষ্টি, সালংকৃতা, পৃথিৱীৰ সকলো আনন্দ সুখ প্ৰতিশ্ৰুতি স্নেহ-দয়া মানৱতাবোধেৰে ঐশ্বৰ্যশালী, দেৱতাবো দৃষ্টি অবিৰত বিমুগ্ধ কৰা সেই মূৰ্তি। সেই মূৰ্তি ভাৰতমাতৃৰ। কিন্তু সেই জননী এতিয়াৰ জননী নহয়। সেই মাতৃ পূৰ্বৰ, ভাৰতবৰ্ষ যেতিয়া আছিল স্বাধীন, স্বতন্ত্ৰঃ পাঁচ হেজাৰ বছৰীয়া সভ্যতা-সংস্কৃতি-পৰম্পৰা আৰু ঐতিহ্যৰ গৌৰৱেৰে মহান গৌৰৱিনী আছিল সেই মাতৃ। সেই মাতৃৰ মুখৰ হাঁহিত চাৰিওফালে আনন্দৰ সাগৰ বৈ গৈছিল, তেওঁৰ স্পৰ্শত হেজাৰ ফুল হঠাতে জাতিকাৰ হৈ পৰিছিল, সুদূৰ আকাশৰ নীহাৰিকা, নক্ষত্ৰমণ্ডলীয়েও খন্তেক স্তব্ধ হৈ যেন সেই মাতৃলৈ চাইছিল।

সেই ভাৰতমাতৃ আছিল তেতিয়াৰ।

জ্যোতিৰ মনত পৰিল ঃ সেই মূৰ্তিৰ অদূৰতে আছিল অন্য এক মূৰ্তি। সেই ভাৰতমাতৃ এতিয়াৰ। বিদেশীৰ পদানত মাতৃৰ কি কৰুণ হৃদয়বিদৰা ৰূপ! সেই মূৰ্তি অমাৱস্যাৰ নিমজ্জিত অন্ধকাৰৰ অবিকলঃ সৰ্বস্বান্ত, নিঃশেষিত, পৃথিৱীৰ সকলো শোষণ-অত্যাচাৰ দাৰিদ্ৰ্য হাহাকাৰৰ মূৰ্ত প্ৰতীক। সেই মূৰ্তি দেখিলে হৃদয়ত অন্তহীন হাহাকাৰ উঠেঃ ভাৱ হয় সমগ্ৰ ভাৰতবৰ্ষ যেন এক নিঃসাৰ বিস্তীৰ্ণ শ্মশানত পৰিণত হৈছেঃ চাৰিওফালৰ পৰা অজস্ৰ শৃগাল গদৰ্ভৰ আৰ্তনাদে আকাশ-পৃথিৱীত তুমুল ত্ৰাসৰ সৃষ্টি কৰিছে।

এই দেশমাতৃ এতিয়াৰ। বিদেশীৰ পদানত মাতৃৰ এই শোকাৱহ ৰূপ!

জ্যোতিৰ চকুৰ পৰা পানী ওলাই আহে। জ্যোতি সম্পূৰ্ণ নীৰৱ হৈ পৰে। কি কৰিব এতিয়া সি? সি অশান্ত হ'ল।

আমোলাপাৰী চাহ বাগিচাৰ পৰা প্ৰত্যাবৰ্তন কৰে পৰমানন্দই। লগত আনে জ্যোতিলৈ চিঠি, চন্দ্ৰকুমাৰৰ।

"আমাৰ অতি আদৰৰ জ্যোতি, তোমাৰ চিঠি পঢ়ি মই অকণো উদ্বিগ্ন হোৱা নাই। তাৰ কাৰণ হ'ল, জালিয়ানাৱালাবাগৰ হত্যাকাণ্ডৰ বাতৰি পাই তুমি যে মনত অতি দুখ পাবা, সেই কথা মই জানো। দেশ মাতৃকাৰ প্ৰতি থকা তোমাৰ মমতাই যোকো অভিভূত কৰে। দেশৰ প্ৰতি সামান্য প্ৰেম থকা যিকোনো এজন

ভাৰতীয় পঞ্জাবৰ ঘটনাত বিচলিত নোহোৱাকৈ নাথাকে। সেই হত্যাৰ বাতৰি পাই ময়ো মৰ্মাহত হৈছো। ইতিমধ্যে সমগ্ৰ দেশতে তাৰ দুৰ্বোৰ প্ৰতিবাদ উঠিছে। প্ৰতিবাদত গান্ধীয়ে কাইজাৰ-ই-হিন্দ উপাধি আৰু সাহিত্যত নবেল পুৰস্কাৰ পোৱা ৰবীন্দ্ৰনাথ ঠাকুৰে নাইট উপাধি ত্যাগ কৰিছে। ইয়াৰ পিছত কি হ'ব, জানা? যিমান দূৰ মই জানিব পাৰিছো, গান্ধীৰ নেতৃত্বত অসহযোগ আন্দোলন আৰম্ভ হ'ব। তাৰ বাবে সমগ্ৰ দেশৰ দেশপ্ৰেমিকসকলে পৰম আশাৰে অপেক্ষা কৰি আছে।

"তোমাৰ কথা মই ভালদৰে বিবেচনা কৰি চাইছো। তুমি দেশপ্ৰেমিক। তোমাৰ মনৰ কথা মই বহু আগৰে পৰাই জানো। দেশৰ বাবে স্বাধীনতাৰ আন্দোলনত যোগ দিয়াৰ তোমাৰ অধিকাৰ আছে। কিন্তু দেশৰ সেৱা কেৱল আন্দোলনত যোগ দিয়েই কৰিব নোৱাৰি। দেশ-বন্দনাৰ কাব্য-গীত নাটক-উপন্যাস লিখিও মানুহ দেশপ্ৰেমিক হ'ব পাৰে। আমাৰ ৰবীন্দ্ৰনাথ ঠাকুৰে আন্দোলনত যোগ নিদিয়াকৈয়ো মহৎ দেশপ্ৰেমিকৰূপে প্ৰখ্যাত। কাৰণ তেওঁ পাঁচ হেজাৰ বছৰীয়া ভাৰতীয় সভ্যতা আৰু সংস্কৃতিৰ এজন মহান প্ৰতিভূ। এজন বিখ্যাত লিখকৰ মূল শক্তি ক'ৰ পৰা আহুত হয়, তুমি জানা? তেওঁৰ দেশৰ মানুহৰ শক্তিয়েই হ'ল তেওঁৰ প্ৰকৃত শক্তি। অসমত যদি তুমি লিখকৰূপে প্ৰখ্যাত হ'ব খুজিছা, তেনেহ'লে অসমৰ বুকুৰ পৰাই, অসমৰ মানুহ, মাটি, পানী, বতাহ, প্ৰকৃতিৰ পৰাই সমল আহৰণ কৰি তাকেই পুনৰ অধিক সংস্কৃত কৰি অসমৰ মানুহকে দি যাব লাগিব। মহাপুৰুষ শংকৰদেৱে নৰকাসুৰৰ দিনৰ পৰাই হেজাৰ বছৰ ধৰি উপেক্ষিত আৰু অনাদৃত হৈ থকা অসমীয়া সংস্কৃতিবাশিক নিজৰ প্ৰতিভাৰে অধিক সংস্কৃত আৰু সবল কৰি অসমকে দি গ'ল। তেওঁ অসমৰ সকলো কালৰ শ্ৰেষ্ঠ অসমীয়া।

"তুমিও দেশৰ মুক্তিৰ বাবে আন্দোলনত যোগ দিয়াৰ বাবে আন্দোলনত যোগ দিয়াৰ আগতে নিজকে সম্পূৰ্ণৰূপে সাজু কৰি ল'ব লাগিব। সাহিত্য সৃষ্টিৰ বাবে প্ৰতিভা তোমাৰ আছে। সেই গুণ তোমাৰ জন্মগত, আনে তোমাৰ ওপৰত আৰোপ কৰা নাই। ভাৰতত অনেক দেশপ্ৰেমিক আছে, দেশ স্বাধীন নোহোৱা পৰ্যন্ত হেজাৰ হেজাৰ দেশপ্ৰেমিক এই দেশত ওলাব। কিন্তু প্ৰত্যেকজন দেশপ্ৰেমিক সৃষ্টিশীল লিখক নহয়। যিকোনো এজন ভাৰতীয়ই দেশপ্ৰেমৰ স্বাৰ্থত দেশপ্ৰেমিক হ'ব পাৰে, দেশৰ বাবে তেওঁ কাৰাবাস খাটিব পাৰে। কিন্তু যিকোনো এজন দেশপ্ৰেমিকেই সৃষ্টিশীল প্ৰতিভাৱান লিখক হ'ব নোৱাৰে। সেইবাবে তোমাৰ সৃষ্টিশীল প্ৰতিভা সম্পূৰ্ণ বিকশিত নোহোৱা পৰ্যন্ত তুমি নিজৰ ৰচনাত একান্তমনে ব্ৰতী হৈ থাকিব লাগিব। দেশ স্বাধীন হ'লে কেৱল ৰাজনীতিৰ ক্ষেত্ৰতে নহয়, সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰতো দেশ মহৎ হ'ব লাগিব। সেই ভাগ্যৰ অধিকাৰী হোৱাৰ ক্ষমতা তোমাৰ আছে বুলি মোৰ বিশ্বাস।"—

জ্যোতি আশ্বস্ত হ'ল। মাতৃ দেউতাৰ বাণীয়ে তাক অসীম শক্তি দান কৰিলে।

সি সিদ্ধান্ত কৰিলে, মাতৃভূমিৰ মুক্তিৰ বাবে সি এনে ৰচনাৰ সৃষ্টি কৰিব, যিটো স্বদেশপ্ৰেমৰ সমাৰ্থক হ'ব। সি নাটকো লিখিব, গীত-কবিতাও লিখিব আৰু দেশৰ কামতো ব্ৰতী হ'ব। তাৰ ৰচনা হ'ব দেশপ্ৰেমৰে এক আলোকিত প্ৰকাশ।

এনেতে সি খবৰ পালে, অসমৰ মহান দেশপ্ৰেমিক চন্দ্ৰনাথ শৰ্মাই গান্ধীৰ লগ ধৰি তেজপুৰলৈ প্ৰত্যাবৰ্তন কৰিছে।

জ্যোতি লৰালৰিকৈ তেওঁৰ ওচৰলৈ গ'ল।

চন্দ্ৰনাথে উদাত্ত কণ্ঠে কথা কৈ আছে। তেওঁক বেৰি আছে ভালেমান দেশপ্ৰেমিকে। চন্দ্ৰনাথৰ মুখৰ পৰা দেশপ্ৰেমৰ কথা আখৈ ফুটাদি ফুটিছে। মাজে মাজে তেওঁ উত্তেজিত হৈ পৰিছে।

জ্যোতিৰ মনৰ দিগন্ত পুনৰ আলোকিত হ'ল। দেশ মাতৃকাৰ প্ৰেমৰ লগত সি শিল্পী মনৰ অবাৰিত আৱেগ আৰু অনুভূতি মিলাই দিব।

দানৱ ৰজাৰ গ্ৰাসৰ পৰা উষাৰ মুক্তিক সি ভাৰত আইৰ মুক্তিৰ ধ্বনি আৰু প্ৰতিধ্বনিত পৰিণত কৰিব। মুক্তিৰ কেৱল আৰম্ভণি আছে। নাই পৰিসমাপ্তি।

মুক্তিৰ ভাব যদি এবাৰ মনত উদয় হয়, তেনেহ'লে তাৰ শেষ নাইঃ সেই ভাবে প্ৰচণ্ড দ্ৰুতভাৱে গতি কৰি কৰি এদিন সমগ্ৰ দেশৰ মুক্তিত পৰিণত হ'ব। মুক্তিৰ সুৰ, মুক্তিৰ ধ্বনি সেই একেটাইঃ কাৰোবাৰ গ্ৰাসৰ পৰা, বন্ধনৰ পৰা কোনো পৱিত্ৰ মানৱাত্মাক মুক্ত কৰা।

কন্দ্ৰ নাটকৰ গতি এইবাৰ অনিৰুদ্ধ হৈ পৰিল।

চিত্ৰলেখাই অনিৰুদ্ধক নিৰ্দেশ দিলে, কুমাৰ, এতিয়া তুমি উষাৰ দুগালে দুটি চুমা খোৱা।

এই বাক্যটো লিখি জ্যোতি খন্তেক স্তব্ধ হৈ পৰিল।

এই চুমা খোৱাৰ কথা পঢ়ি মাতৃ কিৰণময়ীয়ে যদি বেয়া পায়?

মেট্ৰিক পৰীক্ষা দিয়াৰ আগতেই সি এনে ধৰণৰ কথা লিখাত মাতৃয়ে যদি অসম্মতি প্ৰকাশ কৰে?

খন্তেকতে জ্যোতিৰ সন্দেহ সুদূৰ হৈ পৰিল। কিৰণময়ীয়ে নাটকৰ এনে স্বাভাৱিক পৰিণতিৰ ৰূপ দেখি চিন্তিত নহয়। মাতৃৰ দৃষ্টিত, সন্মুখত এতিয়া সি চৈধ্য-পোন্ধৰ বছৰীয়া সন্তানৰূপেই নহয়,

অনিৰুদ্ধই উষাৰ গালত চুমা নাখাই বৈ থাকে। চিত্ৰই দুনাই কোৱাত অলপ সঙ্কোচকৈ চুমা খায় আৰু উষাই লাজত আঁতৰি গৈ পালেঙত কুচিমুচি মাৰি মুখ ঢাকে। ... চিত্ৰলেখাই হাঁহি চাপৰ মাৰি নাম লগাই দিয়ে, সখীবোৰে নাচি নাচি গায়ঃ ৰূপহ কোঁৱৰৰ চুমা পৰশতে লাজুকি কুঁৱৰী মৰহি যায়। সোণতে সুৱগা আহি সানি দিলে গোলাপী গালতে ৰঙে চৰাই॥ সপোনৰ সখা — দিয়া সখী

দিয়া হিয়া বিলাই। ...

উষা-অনিৰুদ্ধৰ মিলনৰ কথা শুনি ৰজা বাণৰ ক্ৰোধ ঘৃতাগ্নিত পৰিণত হোৱাৰ পূৰ্বতে, উষা-অনিৰুদ্ধৰ পৱিত্ৰ প্ৰেম কাৰুণ্যত পৰ্যবসিত হোৱাৰ আগতে, দৰ্শকক সকাহ দিবৰ বাবে জ্যোতিয়ে এক খন্তেকীয়া হাস্যৰসৰ সৃষ্টি কৰিলে।

সেই চৰিত্ৰ কুঁজীৰ।

ৰজাৰ অন্তঃপুৰত কুঁজীয়ে উষা-মাতৃ মধুমতীক ক'লেঃ আপোনাৰ শপত আই, মৰিবলৈ হেৰেই, সঁচাই উষাই অচিনাকি ল'ৰা এটা আনি তাৰ সংগত আছে। আমাৰ হাক-বচন নুশুনে ... ল'ৰাটোৰ কথাকে নক'বা আই। সাইলাখ দেৱতাহে। মুখকে চাবানে, ভৰিকে চাবানে, চকুকে চাবানে, নাককে চাবা!

অনিৰুদ্ধৰ লগত উষাৰ প্ৰণয়কাণ্ড দৃষ্টিপাত কৰি কুঁজীৰ হঠাতে মনৰ বান্ধোন সুলকি পৰিল। নাচৰ পাক দি কুঁজীয়ে গীত জুৰিলেঃ মই হেনো বুঢ়ী! পাৰো উজুটিতে ওফৰাব ডেকা তিনি কুৰি। এইজনী কোন? পূৰ্ণিমাহৰ জোন; মোৰ ৰূপৰ জমক চা, চমক খাই যা ... কঁকাল যদিও হেকেৰা গাল দুখন পকা থেকেৰা, কত ডেকাই মোক নিবলৈ ...

তাৰ পিছত জ্যোতিৰ নাটকে গভীৰৰ পৰা গভীৰতৰ দিশত প্ৰবেশ কৰিলে। উষাৰ অন্তঃপুৰত ধুমুহাৰ দৰে বাণৰ প্ৰবেশ। বাণ আৰু অনিৰুদ্ধৰ মাজত ভীষণ যুদ্ধ। বাণৰ আক্ৰমণ অনিৰুদ্ধই ব্যৰ্থ কৰে। বাণে প্ৰয়োগ কৰে এইবাৰ নাগপাশ। অনিৰুদ্ধক নিক্ষেপ কৰা হয় বন্দীশালত।

সুদূৰ দ্বাৰকাত নাৰদৰ মুখত অনিৰুদ্ধৰ বন্দিত্বৰ বাতৰি পাই পিতৃ প্ৰদ্যুম্ন বিচলিত হয়। বলোৰামৰ আজ্ঞা পালি শ্ৰীকৃষ্ণই অনিৰুদ্ধৰ উদ্ধাৰৰ অৰ্থে শোণিতপুৰলৈ কৰে যাত্ৰা।

জ্যোতি সতৰ্ক হয়।

সি এতিয়া প্ৰবেশ ঘটাব লাগিব, ভাৰতীয় সংস্কৃতিৰ সৰ্বশ্ৰেষ্ঠ পুৰুষ কৃষ্ণক। তাৰ প্ৰাচীন জন্মভূমিত দ্বাৰকাৰ পৰা আহি কৃষ্ণৰ আৱিৰ্ভাৱ হ'ব। কৃষ্ণৰ পদধূলাৰ স্পৰ্শত শোণিতপুৰ পৱিত্ৰ হ'ব, হ'ব ঐশ্বৰ্যমণ্ডিত।

জ্যোতিৰ মুক্তিৰ চেতনাক কৃষ্ণই এক দৰ্শনৰ ৰূপ দিব। এক ধ্ৰুপদী চৰিত্ৰ কৰিব দান। মহাভাৰতৰ, গীতাৰ কৃষ্ণ আহিব তাৰ শোণিতপুৰলৈ।

বাণৰ পক্ষ অৱলম্বন কৰে মহাদেৱে। হৰ আৰু হৰিৰ মাজত যুদ্ধ আৰম্ভ।

শংকৰৰ বৰ পাই বাণাসুৰে কৃষ্ণক বৈৰীভাৱে চিন্তা কৰিছিল। সমকক্ষ বীৰৰ সন্ধানত আছিল তেওঁ। কৃষ্ণৰূপী সেই বিশাল বৈৰী এতিয়া শোণিতপুৰত।

প্ৰদ্যুম্নই বাণৰ দ্বাৰৰক্ষী শিৱক সতৰ্ক কৰি দিলেঃ বসুমতীয়েও যদি আউলিবাউলী হৈ চৰণত লুটি খাই পৰেছি, শোণিতৰ অভ্ৰভেদী ৰাজপ্ৰাসাদৰ শিলাখোৰেও যদি কান্দি কান্দি পৃথিৱী উটুৱাই দিয়েছি, যদি কৈলাসবাসিনী মাতৃয়েও কাতৰ কণ্ঠেৰে অনুৰোধ কৰেছি, তথাপিও যাদৱৰ অব্যৰ্থ-শৰ-সন্ধানত

দানৱৰ এই বিশাল বাহিনী এই ক্ষণকেৰে গঢ়া অলকাপুৰী ধূলি হৈ উৰি যাব।...

কিন্তু জ্যোতিয়ে তাৰ অন্তহীন স্বপ্নৰ, কল্পনাৰ শোণিতপুৰক ধূলি হৈ উৰি যাবলৈ নিদিব। উষাৰ জ্যোতিৰে চিৰ জ্যোতিষ্মান, চিত্ৰলেখাৰ গৰিমাৰে ঐশ্বৰ্যশালী শোণিতপুৰক কোনো বিজেতাৰ পদদলিত হ'বলৈ সি নিদিয়ে।

জ্যোতিয়ে শোণিতপুৰক কৃষ্ণৰ গ্ৰাসৰ পৰা ৰক্ষা কৰিব। অনিৰুদ্ধক অগ্নিগড়ৰ পৰা মুক্ত কৰি দিব।

জ্যোতিৰ বৰ্ণনাত ঃ বাণ পাছ হুহুকি যুদ্ধ কৰি আহি থাকে। কৃষ্ণৰ শৰ আহি বাণৰ গাত পৰে। বাণৰ হাতৰ পৰা ধনু পৰি যায়। কৃষ্ণ আগবাঢ়ি আহোঁতেই শংকৰে ঘোৰ মূৰ্তিৰে কৃষ্ণৰ আগত থিয় হৈ ত্ৰিশূল দাঙি সাৱধান বুলি আক্ৰমণ কৰিবলৈ উদ্যত হয় আৰু শ্ৰীকৃষ্ণই ধনু এৰি সুদৰ্শন চক্ৰ লৈ ভীষণ মূৰ্তিৰে নিক্ষেপ কৰিবলৈ উদ্যত হয়। দুয়োৰে মূৰ্তি ভীষণ প্ৰলয়কাৰী হয়। চাৰিওফালৰ সকলো ভয়ত কঁপিবলৈ ধৰে। এনেতে ব্ৰহ্মাই আকাশবাণী কৰে, ক্ষান্ত হওক, ক্ষান্ত হওক, দুয়ো আপোনপাহৰা হৈ নিজৰ সৃষ্টি ধ্বংস নকৰিব।...

ৰাতিপুৱা সকলোৱে একেলগে মেজৰ চাৰিওফালে বহি চাহ-জলপান খাইছিল।

পিতা পৰমানন্দ অনুপস্থিত। তেওঁ ভোলাগুৰি বাগিচাত।

জ্যোতিক অতি গম্ভীৰ দেখি কিৰণময়ীয়ে সুধিলে, "জ্যোতি, তই কালি বহুত ৰাতিলৈকে শোৱা নাই?"

জ্যোতিয়ে মাকলৈ চালে। টোপনি নোহোৱা তাৰ দুটা চকু ৰঙা পৰিছে।

কমলাই সুধিলে, "জ্যোতি ককাইদেউ, তোৰ নাটকখন কাৰ নামত উছৰ্গা কৰিবি?"

জ্যোতি গম্ভীৰ। সি ভাবত বিভোল। নাটকৰ শেষ পৰ্যায়ত সি এতিয়া উপনীত। সমস্ত আশা চিন্তা ভাবনা এতিয়া কেনেকৈ চিত্ৰলেখাই উষাক বিদায় দিয়ে, তাৰ বাবে নিবেদিত। উষাৰ বিদায়ৰ পিছত সি চিত্ৰলেখাৰ কি গতি কৰিব?

বিবেকে মাত লগালে, "মই কৈ দিব পাৰো, জ্যোতি ককাইদেৱে নাটক কালৈ উছৰ্গা কৰিব। কওঁ?"

জ্যোতি নিমাত।

কিৰণময়ীয়ে ক'লে, "শুনোচোন বাৰু।"

"হয় ককাইদেউতা হৰিবিলাস আগৰৱালাৰ নামত, নহয় মাজুদেউতা চন্দ্ৰকুমাৰ আগৰৱালাৰ নামত।"

কমলাই ক'লে, "মই কিন্তু লক্ষ্মীনাথ বেজবৰুৱা বুলিহে ভাবিছো। নহ'লে পিতৃদেৱতা পৰমানন্দ আগৰৱালাৰ চৰণত।"

মুখ [illegible] ক'লে, "জ্যোতি ককাইদেউক যি টিপটি [illegible] আছে, তেওঁকে উছৰ্গা কৰিব।"

সকলোৱেই কিৰণময়ীলৈ চালে। মাতৃৰ মুখত তেতিয়া সেই বিনন্দীয়া হাঁহি।

জ্যোতিয়ে মাতৃলৈ চালে। এইবাৰ সি নহঁহাকৈ থাকিব নোৱাৰিলে। সকলোৰে চকুবোৰ জ্যোতিৰ মুখৰ ওপৰত মেলি ধৰা হ'ল।

জ্যোতিৰ হঁহা চাবৰ বাবে ৰূপহীয়ে জ্যোতিৰ কোলালৈ ঠেং তুলিলে।

জ্যোতিয়ে নিজৰ কোঠাৰ দুৱাৰ বন্ধ কৰি ল'লে। সি দুৱাৰ বন্ধ কৰাৰ আগতেই ৰূপহী গৈ তাৰ বিছনাত উঠিলগৈ।

হৰ-হৰিৰ মিলন ঘটিল। কি মৰ্মস্পৰ্শী সেই যুগান্তকাৰী মিলন! কৃষ্ণ আৰু মহাদেৱে ইজনে সিজনক আলিঙ্গন কৰে।

মহাদেৱে বাণক ক'লে, বাণ, তুমি ভুল কৰিছা। যাক মই আপোনপাহৰি শত্ৰু বুলি বাধা দিছিলো, বাণ, বাণ, শত্ৰুতো নহয়। চোৱা বাণ, এয়া চিৰ আৰাধ্য তোমাৰ জন্ম-জন্মান্তৰ প্ৰাণৰ দেৱতা আজি শত্ৰুৰূপে তোমাৰ দুৱাৰত থিয় দি তোমাৰ পৰীক্ষা লৈছেহি।

শ্ৰীকৃষ্ণৰ মুখৰ ফালে চাই চাই বিভোল হৈ বাণৰ চকুৰেদি ভক্তিৰ অশ্ৰু বাগৰি আহেঃ দেখিছো, দেখিছো, চিনিছো তোমাক প্ৰভু! হেৰা শ্যামকলেৱৰ চিৰসুন্দৰ চিৰআৰাধ্য দেৱতা! ইমান দিন তুমি ক'ত লুকাই আছিলা? হাহাকাৰ কৰি তোমাক বিচাৰি ফুৰিছিলো হাতত পায়ো আজি চিনিব নোৱাৰিছিলো। আহা অহা প্ৰভু- আহা মোক্ষ- আহা মুক্তি- ভকতৰ শিৰত তোমাৰ পাদপদ্ম থোৱাহি ...

হৰ-হৰিৰ মিলন ঘটিল। বাণে বৈৰীভাৱে চিন্তা কৰি ভগৱানক বন্দনা কৰিছিল। মুক্ত হ'ল অনিৰুদ্ধ। উষা-অনিৰুদ্ধৰ মিলন সম্পূৰ্ণ হ'ল।

তাৰ পিছত?

নিজান ফুলনিত পদুমণিৰ কাষত গছৰ ছাঁত বহি আছিল চিত্ৰলেখা। গছৰ ডালত গীত গাইছিল এটি সখিয়তীয়ে।

চিত্ৰলেখাই নিজেই গুণ গুণ কৰি গাইছিলঃ চৰাই বনৰীয়া মুকলিমূৰীয়া গাৱ বনৰীয়া গীত। মনে উৰো উৰো কৰে তোৰ লগতে মোৰে উৰণীয়া চিত।। উষা জিৰণীয়া পাই লগৰীয়া সন্ধিয়াৰ দেশলৈ যায় ...

জ্যোতিৰ চকুৰ পৰা এইবাৰ টপটপকৈ পানী ওলাই আহিল।

জ্যোতিয়ে এতিয়া চিত্ৰলেখাৰ কি কৰিব?

নিজৰ প্ৰাণসখী উষাৰ প্ৰেম আৰু কামনাক পূৰ্ণতা দান কৰিবৰ বাবে চিত্ৰলেখাই নিজৰ সৰ্বস্ব দান কৰিলে। চিত্ৰাঙ্কনৰ দ্বাৰা, আকাশ-পৃথিৱী অতিক্ৰমি মায়াৰ দ্বাৰা প্ৰেমদেৱতা অনিৰুদ্ধক আনি উষাৰ হৃদয়ত স্থাপনা কৰিলে। নিজ হাতেৰে উষা-অনিৰুদ্ধক বিবাহ বান্ধোনেৰে অ-মৃত কৰিলে। অৱশেষত উষাই বিদায় ল'লেঃ উষা গুচি যাব সুদূৰ দ্বাৰকালৈ মহিমামণ্ডিত পৰমপুৰুষ শ্ৰীকৃষ্ণৰ চিৰ আদৰৰ বোৱাৰীবেশে।

কিন্তু চিত্ৰলেখাৰ কি হ'ব?

জ্যোতিৰ হৃদয় বেজাৰেৰে উপচি পৰিল।

চিত্ৰলেখাৰ হৃদয়ত কল্লোলিত হোৱা প্ৰেমৰ বতৰা জ্যোতিয়ে শুনিবলৈ পালে। উষাৰ বিদায়-মুহূৰ্ত্তত সঘনে কম্পিত হোৱা চিত্ৰলেখাৰ বুকুৰ প্ৰতিধ্বনি জ্যোতিয়ে যেন কাণপাতি শুনিবলৈ পালে।

চিত্ৰলেখা উষাৰ দ্বাৰা হ'ব পাৰে প্ৰত্যাখ্যাত। কিন্তু জ্যোতিয়ে চিত্ৰলেখাক প্ৰত্যাখ্যান কৰিব নোৱাৰিলে।

চিত্ৰলেখাই, কাল্পনিক চিত্ৰলেখাৰ মনোৰম ৰূপ আৰু প্ৰেমে, জ্যোতিৰ যৌৱন উদ্দীপিত কৰিলে।

চিত্ৰলেখাই এতিয়া স্থান অধিকাৰ কৰি ল'ব জ্যোতিৰ হৃদয়ত।

জ্যোতিৰ যৌৱন পূৰ্ণ প্ৰেমময় হ'ল।

জ্যোতিয়ে এইবাৰ অতি দ্ৰুত গতিৰে নাটকৰ শেষৰ কথাখিনি লিখি পেলালে।

... বিদায়ৰ পৰতে, চলে চলি চকুতে চকুপানী নাটে, সখী চকুপানী নাটে। ....

সেই দিনা গভীৰ ৰাতি নাটক সম্পূৰ্ণ কৰি জ্যোতি অসীম ক্লান্তিত বিছনাত শুই পৰিল।

## ॥ বাৰ ॥

পিছদিনা অতি ৰাতিপুৱাতে সুহুৰি গীত গোৱা চৰাইৰ গীতত জ্যোতিৰ টোপনি ভাগি গ'ল।

গভীৰ ৰাতি জীৱনৰ প্ৰথম নাটক লিখি, জীৱনৰ প্ৰথম নাটক নহয়, জীৱনৰ প্ৰথম সুদীৰ্ঘ ৰচনাৰ প্ৰণয়ন শেষ কৰি, জ্যোতি শুইছিল।

দুপৰলৈকে সি টোপনি নেভাগিব বুলি ভাবিছিল। কিন্তু প্ৰত্যুষতে হুইছেলৰ সুৰত গোৱা সেই মনোৰম চৰাইটোৰ গীতত হঠাতে তাৰ টোপনি ভাগি গ'ল।

কোঠাৰ খিৰিকি খুলি সি চৰাইটোলৈ চালে। ইউক্লিপটাছ গছৰ ডালত বহি চৰাইটোৱে গীত গাইছে। প্ৰভাতৰ বতাহত গছৰ ডাল হালিছে জালিছে। গীত গাওতে চৰাইটোৱে ডিঙিটো ফুলাই লয়। সেয়া তাৰ গৌৰৱৰ, অহঙ্কাৰৰ চিনঃ গীত গাই গাই মানুহক সি জাগ্ৰত কৰিছে, আকাশ-বতাহ কৰিছে কল্লোলিতঃ সেয়েই তাৰ পৰমানন্দ, সেয়ে তাৰ অহঙ্কাৰ। তাৰ প্ৰত্যয়, অঙ্গীকাৰ। নিজৰ সুৰৰ আনন্দত সি নিজেই নাচিছে, নিজৰ গৌৰৱত সি নিজেই বতাহত দুলিছে।

চৰাইৰ সুহুৰি গীতে জ্যোতিক দান কৰিলে এক আকস্মিক আকুলতা।

চৰাইৰ গীতৰ লগে লগে তাৰো মুখেদি ওলাই আহিল, নিজেই নিজক বিস্মিত কৰি ওলাই আহিলঃ চৰাই ৰনৰীয়া মুকলিমুৰীয়া গাৱ ৰনৰীয়া গীত। মনে উৰো উৰো কৰে তোৰ লগতে মোৰে উৰণীয়া চিত।.....

জীৱনৰ প্ৰথম নাটক লিখি জ্যোতি উদ্বেলিত, অভিভূত হৈ আছিল। জীৱনৰ প্ৰথম নাটক নহয়, জীৱনৰ প্ৰথম ৰচনা প্ৰণয়ন কৰি জ্যোতি আত্মহাৰা হৈ আছিল।

নাটকৰ গীতবোৰ, হৃদয়ৰ সমস্ত আৱেগ আৰু অনুভূতিৰে ৰচনা কৰা সেই গীতবোৰ, জ্যোতিয়ে নিজেই কেৱল শুনিবৰ বাবে গুণগুণকৈ গায়। নিজৰ গীত নিজেই শুনি সি আপোনপাহৰা হয়। নিজৰ আনন্দতে সি নিজেই হাঁহে।

সেই গীত কেতিয়াবা সি সুৰ লগাই গায়, কেতিয়াবা গায় কবিতাৰ দৰে আবৃত্তি কৰি। পকীৰ ওপৰলৈ উঠোতে খটখটিত সি গীত গায়, পকীৰ ওপৰত

ইফালৰ পৰা সিফাললৈ ঘূৰি ঘূৰি গায়, পকীৰ আগৰ ফুলনিত গায়, পিছ ফালৰ বাগানৰ আমৰ ডালত বহি গীত গায়।

নিজে ৰচনা কৰা সেই নাটকৰ বহিখন সি হাতত লৈ যায় স্কুললৈ। শিক্ষকৰ পাঠদানৰ মাজতে সি নাটকখন খুলি চায়ঃ কোনো এটা শব্দ বাদ দি নতুন শব্দ যোগ দিয়ে। কেতিয়াবা সহপাঠীক কোনো এক গীতৰ দুটামান শাৰী শুনায়, কেতিয়াবা কোনো নায়ক অথবা নায়িকাৰ দুটামান ৰচন।

নাটকৰ ৰচনা শেষ কৰি জ্যোতিয়ে দুদিনমান স্কুলৰ কিতাপ পঢ়াত ব্যস্ত হ'ব বুলি ভাবিছিল। সহপাঠীবোৰতকৈ পঢ়াত সি বহুত পিছ পৰি গ'ল। অংক, এলজেব্ৰা, ভূগোলৰ পাঠ সি একেবাৰে পাহৰি যোৱাৰ দৰে হ'ল।

এদিন নে দুদিন সি কিতাপ-বহি মেলি লৈছিল।

কিন্তু জ্যোতিয়ে পাঠ্যপুথিত মন দিব নোৱাৰিলে।

তাৰ জীৱনৰ সেই প্ৰথম নাটক, সেই প্ৰথম ৰচনা, কেৱল এক নাটকেই নহয়, নহয় এক ৰচনাই, নহয় কেৱল কিছুমান উদ্ভাসিত শব্দৰ সমষ্টি। তাৰ বাবে প্ৰকৃততে ই এটা প্ৰত্যাহ্বান। তাৰ সমস্ত জীৱনৰ দৰ্শন আৰু চৰিত্ৰ আৰু ভৱিষ্যৎ সেই প্ৰত্যাহ্বান গ্ৰহণ কৰাৰ ওপৰত নিৰ্ভৰ কৰিব।

বাণষ্টেজত 'শোণিত কুঁৱৰী' নাটক তুলিব লাগিব। তাৰ বাবে প্ৰয়োজন হ'ব সম্পূৰ্ণ দুমাহৰ আয়োজন।

জ্যোতিৰ বাবে সেই আয়োজন কেৱল কোনো এক থিয়েটাৰৰ আয়োজন নহয়, যিকোনো এক নাটকৰ আখৰা বা ৰিহাৰ্ছেলৰ প্ৰস্তুতি নহয়। নহয় কোনো দৰ্শকক অভিভূত কৰিব পৰা নাটকীয় দৃশ্যৰ কষ্টসাধ্য অৱতাৰণা।

এই নাটক প্ৰকৃততে নাটক নহয়। জ্যোতিৰ বাবে সেই নাটকেই হ'ল যথাসৰ্বস্ব। তাৰ সমস্ত জীৱন।

সেই বিস্মৃতিৰ গৰ্ভত বিলীন হৈ যাবলৈ ধৰা অসমীয়া গীত, অসমীয়া সুৰ সি পুনৰাৱিষ্কাৰ কৰি মঞ্চলৈ তুলিব, অসমীয়া জাতীয় জীৱনত ভাবে-ছন্দে-প্ৰাণ-প্ৰাচুৰ্যেৰে পুনপ্ৰতিষ্ঠা কৰিব।

ৰাতিপুৱা বাণষ্টেজত 'শোণিত কুঁৱৰী'ৰ আখৰা। হাৰমনিয়ামত জ্যোতিয়ে অসমীয়া বিয়া নামৰ সুৰেৰে গাইছেঃ গছে গছে পাতি দিলে ফুলৰে শৰাই, ফুলৰে শৰাই..... বলিয়া ভোমোৰা গুঞ্জৰি আহে গোজতে থিয়াই..... কোনে গোলাপী সখীক.....।

হঠাৎ বাণষ্টেজত এক অভূতপূৰ্ব, অবিশ্বাস্য ঘটনা ঘটিল। ষ্টেজ ফিট কৰাৰ, ষ্টেজৰ চিন আঁকাৰ, বচন আওৰোৱাৰ শব্দ এটাৰ পিছত এটাকৈ বন্ধ হৈ গ'ল। মন্ত্ৰমুগ্ধৰ দৰে সকলোৱেই জ্যোতিৰ সেই গীতৰ সুৰ অতি কাষৰ পৰা কাণপাতি শুনিবৰ বাবে কাষ চাপি আহিল।

কেইজনমান কাষ চাপি আহিল কোনোবা কাহানিবাই আধা শুনা কোনোবা

এক গীতৰ সুৰ পুনৰ শুনিবৰ বাবে। কেইজনমান আহিল পৰম কৌতূহলেৰে, কোনো এক শুনিব নলগা গীতৰ সুৰ শুনিবৰ বাবে। কেইজনমান কাষ চাপি আহিল বাণষ্টেজত ঘটা এক বিপ্লৱৰ বাৰ্তা শুনিবৰ বাবে।

জ্যোতিৰ কণ্ঠস্বৰ স্পষ্টতৰ হ'ল ঃ কোনে গোলাপী সখীক এনে হাঁহি দিলে ৰূপতে ৰঙে চৰাই- ওৰণি তলতে পৰিমল বেণু উকৰাই পৱনে দিলে বিলাই.....।

বাণষ্টেজৰ দেৱাল, বাণষ্টেজৰ চিত্ৰ-বিচিত্ৰ ছবি পোছাক সৰঞ্জাম আটাইবোৰেই যেন হঠাতে সাৰ পাই উঠিল

বঙালীৰ পৰা অনুবাদ কৰা নাটকৰ থিয়েটাৰ, বঙালী গীত, সুৰৰ ঠাইত হঠাতে কি এই নতুন সুৰ ঝংকৃত হৈ উঠিল?

জ্যোতিয়ে যেতিয়া গীত গায়, জ্যোতিয়ে যেতিয়া কথা কয়, অভিনয় কৰে, তেতিয়া সি চাৰিওফালৰ সকলোৰে সম্পূৰ্ণ আনুগত্য দাবী কৰে। তাৰ গীত, তাৰ কথা সকলোৱে নিৰ্ব্বিবাদে কাণ পাতি মূৰ তুলি শুনিব লাগিব। সি সকলোৰে পূৰ্ণ মনোযোগ আকৰ্ষণ কৰে।

তাৰ কাৰণ হ'ল, সেই গীত জ্যোতিৰ বাবে কেৱল এক গীত নহয়, কেৱল শব্দৰে ধ্বনি নহয়, আনক সন্তুষ্ট কৰিবৰ বাবে গোৱা কেৱল এক গীত নহয়। তাৰ বাবে সেই গীতেই হ'ল তাৰ সৰ্বস্ব, তাৰ সম্পূৰ্ণ জীৱন ঃ সেই গীতৰ সুৰৰ লগত তাৰ জীৱনৰ সুৰ একাকাৰ হৈ আছে।

আন সকলোৱেই যেতিয়া পৰম বিস্ময়েৰে শুনিছিল জ্যোতিৰ সেই বিয়ানামৰ সুৰত গোৱা গীত, অসমীয়া নিজস্ব গীত-মাত-সুৰ উভতি আহিল বুলি যেতিয়া হৈছিল উকলীকৃত, তেতিয়া ভেঁওলোকৰ মাজৰ পৰাই এজন নে দুজনৰ এক বিকৃত হাঁহি শুনা গ'ল ঃ সেই হাঁহি আছিল ইতিকিঙৰ, অৱজ্ঞাৰ।

সুদীৰ্ঘ কাল বঙালী নাটকৰ অভিনয় চাই, বঙালী গীতৰ সুৰ শুনি বিমুগ্ধ সেইসকলৰ কাণত অসমীয়া বিয়ানামৰ সুৰত গোৱা গীত বিদেশী হৈ গ'ল। বিয়ানামৰ সুৰ শুনি ভেঁওলোক হ'ল লজ্জিত।

এজনে ক'লে, "বিয়ানাম আইনাম সোমাল যেতিয়া বাণষ্টেজৰ প্ৰেষ্টিজ শেষ।"

অসমৰ ভূমিত প্ৰতিষ্ঠাপিত ষ্টেজত অসমীয়া গীতৰ সুৰ বিদেশী গণ্য কৰা হ'ল!

জ্যোতিৰ ক্ৰোধ ক্ৰমান্বয়ে ঘৃতাম্নিত পৰিণত হ'ল।

বাণষ্টেজৰ মেনেজাৰক জ্যোতিয়ে কৈ দিলে, "মোৰ নতুন সুৰৰ গীত যদি গাবলৈ দিয়া নহয়, মই মোৰ নাটকো কৰিবলৈ নিদিও। মই বাণ থিয়েটাৰ বৰ্জন কৰিম।"

মেনেজাৰ পিয়াৰী মোহনে ক'লে, "দুই-চাৰিজনৰ কথালৈ তুমি কাণ নিদিবা।" জ্যোতিয়ে ভয়ানক ক্ৰোধৰ সুৰত ক'লে, "কোনো এজনেও মোক বাধা দিব নোৱাৰিব।"

ধুমুহাৰ দৰে জ্যোতি বাণষ্টেজৰ পৰা ওলাই গ'ল।

বাহিৰপুৰা বাণষ্টেজৰ সেই ঘটনাৰ পিছত ক্ষোভ আৰু ক্ৰোধত জ্যোতি জৰ্জৰিত হৈ আছিল। প্ৰাণৰ সকলো আকুতি-উন্মাদনাৰে ৰচনা কৰা নাটকৰ অভিনয়ৰ আখৰাৰ প্ৰথম দিনাই সেই বিৰূপ প্ৰতিক্ৰিয়াই তাৰ মনত অন্তহীন অশান্তিৰ সৃষ্টি কৰিলে।

জ্যোতি বিৰক্ত হ'ল। কিন্তু পৰাভূত নহ'ল। জ্যোতি ক্লান্ত হ'ল। কিন্তু নহ'ল সৰ্বস্বান্ত। তাক কোনোবাই শাৰীৰিক আঘাত কৰিব পাৰে। কিন্তু তাক কোনেও অপমান কৰিব নোৱাৰে। সি কোনোকালে কেতিয়াও অন্যৰ দ্বাৰা অপমানিত হ'ব নোৱাৰিব। তাক কোনোবাই বিমুখ কৰিব পাৰে। কিন্তু তাক কোনেও প্ৰত্যাখ্যান কৰিব নোৱাৰে।

বাণষ্টেজত অভিনয় কৰিবৰ বাবেই সি 'শোণিত কুঁৱৰী' লিখিছিল। তাক সি গ্ৰহণ কৰিছিল এক বৃহৎ প্ৰত্যাহ্বান ৰূপে। বাণষ্টেজলৈ সি ঘূৰাই আনিব অসমীয়া গীত, অসমীয়া গীতৰ পৰম বাঞ্ছিত সুৰ-সমন্বয়। বাণষ্টেজলৈ সেই সুৰ ঘূৰাই অনা মানে অসমলৈ সেই গীত-সুৰ ঘূৰাই অনা। অসমীয়া মানুহে অসমীয়া গীতৰ সুৰ পুনৰ শুনিবলৈ পাব লাগিব।

সেই প্ৰত্যাহ্বান বাণষ্টেজত প্ৰত্যাখ্যাত হোৱাত জ্যোতি ম্ৰিয়মান হ'ল। কিন্তু জ্যোতি নহ'ল পৰাজিত। সি সেই প্ৰত্যাহ্বান গ্ৰহণ কৰিব। পিতাক পৰমানন্দই তাক নতুন থিয়েটাৰ হল নিৰ্মাণ কৰাই দিব। অচিৰেই কৰাই দিব। প্ৰফুল্ল ককাইদেউৰ দৰে অসমীয়া গীতসৰ্বস্ব লোকৰ সাহায্যত সি নতুন ষ্টেজত 'শোণিত কুঁৱৰী' থিয়েটাৰ কৰিব। গছে গছে পাতি দিলে ফুলবে শৰাই গীতে নতুন ষ্টেজ কল্লোলিত কৰিব।

সেই প্ৰত্যাহ্বান গ্ৰহণৰ ক্লান্তিহীন প্ৰচেষ্টাত তাৰ কাষত থিয় দিব তাৰ মহিমাময়ী মাতৃ কিৰণময়ী। মাতৃৰ স্নেহ-স্পৰ্শত তাৰ উষা আৰু চিত্ৰলেখাই, কৃষ্ণ আৰু অনিৰুদ্ধই ষ্টেজৰ ওপৰত মহিমামণ্ডিত ৰূপেৰে ভাস্বৰ হৈ উঠিব।

সেইদিনা আবেলি উত্তেজিতভাৱে পদুমপুখুৰীৰ পাৰেৰে জোৰেৰে খোজ কাঢ়ি যাওঁতে জ্যোতিয়ে সেই শোকাবহ ঘটনাটো প্ৰত্যক্ষ কৰিলে।

এজন ইংৰাজে মানুহ এটাক বেতেৰে প্ৰহাৰ কৰিছে।

ঘোঁৰাত উঠি আহিছিল চাহাব। আঁঠুৰ ওপৰত মলিয়ন চুৰিয়া পিন্ধা বনুৱা জাতীয় মানুহটোৱে চাহাবক দেখি এখন হাত ওপৰলৈ তুলি ডাঙৰকৈ হাঁহিছিল। মানুহটোৱে অপমান কৰিছে বুলি ভাবি চাহাবে ঘোঁৰাৰ পৰা নামি হাতৰ বেতেৰে তাক প্ৰহাৰ কৰিবলৈ ধৰিলে।

চাৰিওফালৰ পৰা অনেক মানুহ গোট খালে। কিন্তু কোনেও চাহাবক বাধা দিবলৈ সাহস নকৰিলে।

জ্যোতিয়ে ওচৰ চাপি দেখিলে, চাহাবৰ প্ৰহাৰত খং উঠাৰ পৰিৱৰ্তে মানুহটোৰ

মুখত হাঁহিহে ওলাইছে।

জ্যোতিৰ অসহ্য লাগিল। সি মানুহটোৰ কাষলৈ গৈ ক'লে, "চাহাবৰ মাৰ খাই হাঁহিবলৈ তোমাৰ লাজ নালাগে?"

মানুহটোৱে এইবাৰ ডাঙৰকৈ হাঁহি ক'লে, "মোক বগা চাহাবেহে মাৰিছে। হাঁহিমেই। ক'লা মানুহে মাৰিলেহে মই কান্দিম, দুখ কৰিম।"

জ্যোতি বজ্রাঘাতৰ দৰে নিৰ্বাক হ'ল।

সেইদিনা বহুত ৰাতিলৈকে জ্যোতিৰ টোপনি নাহিল। চাহাবৰ প্ৰহাৰত সেই মানুহটোৰ সেই বিকট হাঁহিটো বাৰে বাৰে যেন সি দেখিবলৈ পালে।

পিছদিনা দোকমোকালিতে ইউক্লিপটাছৰ ডালৰ চৰাইৰ সুহুৰি-গীত উপেক্ষা কৰি জ্যোতি অমিয়দাৰ ওচৰ পালেগৈ। অমিয় কুমাৰ দাসৰ ঘৰ।

জ্যোতি আৰু অমিয়ৰ প্ৰকৃতি বিভিন্ন। জ্যোতি অস্থিৰ, অশান্ত। অমিয় শান্ত, প্ৰকৃতিস্থ। হাজাৰ বিপদতো অমিয় উত্তেজিত নহয়। অমিয়ই কেতিয়াও বিপদক আমন্ত্ৰণ নকৰে। কিন্তু বিপদ যেতিয়া আহে তেতিয়াও অমিয় স্থিতপ্ৰজ্ঞ হৈ থাকে। জ্যোতিয়ে বিপদ আহিব বুলি অপেক্ষা কৰি নাথাকে। সি বিপদ নিজে নিজেই আহ্বান কৰি আনে। বিপদক প্ৰত্যাহ্বান জনাবৰ বাবেই, বিপদৰ সমকক্ষ হ'বৰ স্বাৰ্থতে সি বিপদক বাৰে বাৰে হাতবাউল দি মাতে।

জ্যোতিয়ে চাৰিওফালে বিপদৰ সংকেটধ্বনি শুনিবলৈ পায়। মানুহৰ সভ্যতা, মানুহৰ জীৱনৰ প্ৰকৃতিয়েই হ'ল চিৰকাল বিপজ্জনক। শান্তিত থাকিবৰ বাবে মানুহৰ জন্ম হোৱা নাই। মানুহেই মানুহৰ শান্তিৰ পথ সেই তাহানিতে ৰুদ্ধ কৰি দিছে। সেই নিমজ্জিত অটল অন্ধকাৰ গৰ্ভৰ পৰা শান্তি আৰু মঙ্গলক বিচাৰি উলিয়াব লাগিব।

উত্তেজিত জ্যোতিক শান্ত হ'বলৈ ক'লে অমিয়দাই।

জ্যোতিয়ে সেই চাহাবৰ প্ৰহাৰৰ কথা ক'লে।

অমিয়ই ক'লে, "তাৰ প্ৰতিবাদ কৰিব লাগিব। প্ৰতিবাদ কৰিব লাগিব এজন চাহাবৰ অত্যাচাৰৰ বিৰুদ্ধেই নহয়। প্ৰতিবাদ কৰিব লাগিব ভাৰতত বৃটিছ শাসনৰ বিৰুদ্ধে।"

কেৱল দুদিনৰ আয়োজনতে এখন ডাঙৰ প্ৰতিবাদ সভা অনুষ্ঠিত হ'ল। হাইস্কুলৰ সন্মুখৰ ফিল্ডতে।

অমিয়দা সভাপতি। প্ৰধান বক্তা জ্যোতি। হাইস্কুলৰ দশমমানৰ ছাত্ৰ জ্যোতি। তাৰ পৰিধানত খোবমৰা খদ্দৰৰ চুৰিয়া, খদ্দৰৰে পঞ্জাবী। শুদা ভৰি।

জ্যোতি প্ৰথম শব্দটোৰ পৰাই উত্তেজিত।

.... আমি পৰাধীন। আমি গোলাম। আমাৰ কোনো আশা নাই। স্বপ্ন নাই। আমাৰ একো ভৱিষ্যৎ নাই। গোলামৰ কোনো আশা, কোনো স্বপ্ন, কোনো ভৱিষ্যৎ থাকিব নোৱাৰে। আমাৰ দেশৰ স্বাধীনতা অৰ্জনৰ বাহিৰে আমাৰ

কোনো ধৰ্ম কোনো দৰ্শন কোনো চৰিত্ৰ থাকিব নোৱাৰে।

.... সাত সাগৰৰ সিপাৰৰ পৰা আহি বিদেশীয়ে আমাৰ মাতৃভূমিক আমাৰ জন্মভূমিক দাসত্বৰ শিকলিৰে বন্দী কৰিলে। সেই মাতৃক মুক্ত কৰাৰ বাহিৰে আমাৰ কোনো ধৰ্ম কোনো কৰ্ম কোনো প্ৰতিজ্ঞা একো অংগীকাৰ থাকিব নোৱাৰে।

... বন্দে মাতৰম! বন্দে মাতৰম! মাতৃক, জন্মভূমিক আমি বন্দনা কৰো। কিন্তু কোন সেই মাতৃ? সেই মাতৃ কোনো সন্তানৰ মাতৃ নহয়। কোনো পুত্ৰ কোনো কন্যাৰ মাতৃ নহয়। মাতৃ মানে আমাৰ জন্মভূমি। আমাৰ জীৱনৰ আমাৰ যৌৱনৰ আমাৰ মহিমামণ্ডিত চিৰকালৰ পূজাৰ মাতৃভূমি। দেশৰ বাহিৰে আন কোনো মাতৃক আমি চিনি নাপাও। আমাৰ মাতৃভূমি স্বৰ্গতকৈয়ো গৰীয়সী...।

হঠাতে চাৰিওফালে এক অভূতপূৰ্ব ঘটনা ঘটিল। ইফালে সিফালে চাৰিওফালে বিক্ষিপ্ত মানুহবোৰ ওচৰ চাপি আহিল। মন্ত্ৰমুগ্ধৰ দৰে কাষ চাপি আহিল। জ্যোতিৰ ওপৰত সকলোৱে বহল চকুবোৰ মেলি ধৰিলে। তাৰ কথা শুনিবৰ বাবে কাণ থিয় কৰিলে। বিস্ময়াভিভূত হ'ল সকলো। বোলা-সোতৰ বছৰৰ ল'ৰা এটাই এনে প্ৰাণ মুহিব পৰা উদাত্ত ভাষাৰে কথা ক'ব পাৰেনে?

স্কুলৰ যিসকল শিক্ষকে সভাৰ বক্তৃতা শুনাৰ বিড়ম্বনাত দুৱাৰ বন্ধ কৰি কোঠাত সোমাই আছিল, তেওঁলোকো কোনো এক অজানিত দুৰ্বাৰ শক্তিৰ প্ৰভাৱত বাৰাণ্ডালৈ ওলাই আহিল। পৰমানন্দ আগৰৱালাৰ পুত্ৰ, সেই দেখাত শান্ত নম্ৰ ল'ৰাটোৱে এনে অগ্নিময়ী কথাৰে বক্তৃতা দিব পৰা হ'লনে?

জ্যোতিৰ ভাষা ভেতিয়া তুলত... আমাৰ কোনো মাতৃ নাই। আমাৰ কোনো পিতৃ নাই। আমাৰ কোনো ভাতৃ নাই। আমাৰ মাতৃ মাত্ৰ এগৰাকীয়েই। সেয়া হ'ল আমাৰ জন্মভূমি। .... বন্দে মাতৰম। সুজলাম সুফলাম শস্য শ্যামলাম। সুশীতল জলধাৰাৰে ধৌত মনোৰম আমাৰ জন্মভূমি। শ্যামল শস্যৰে উজ্বলী আমাৰ জন্মভূমি। সেই মাতৃক আমি বন্দনা কৰো। শুভ্ৰ জ্যোৎস্না পুলকিত যামিনীম। চাৰি দিশে আলোকিত চন্দ্ৰৰ শুভ্ৰ জ্যোতি।

ফুলেৰে বিনন্দীয়া মহিমামণ্ডিত আমাৰ মাতৃক আমি বন্দনা কৰো। সুহাসিনীম সুমধুৰ ভাষিণীম। মধুৰ হাঁহিৰে সমুজ্জ্বল, সুমধুৰ কথাৰে অনুপম আমাৰ দেশমাতৃক আমি বন্দনা কৰো। সুখদাম বৰদাম মাতৰম। বৰদানত অনুপম, প্ৰীতি-শান্তি বিতৰণত উদাৰ আমাৰ চিৰ আদৰৰ জন্মভূমিক আমি কৰো বন্দনা।

জিলাৰ বৃটিছ শাসকে শান্তি ভংগৰ আশংকাত এজন মেজিষ্ট্ৰেট আৰু কিছিমান পুলিচক তালৈ পঠিয়াইছিল। দূৰত থাকি তেওঁলোকে মিটিঙৰ কেৰেপ লৈছিল।

কিন্তু জ্যোতিৰ বক্তৃতা যিমানে চৰমত উঠিল সিমানে তেওঁলোকো কাষ চাপি আহিল: হাতৰ লাঠিৰ কথা পাহৰি গ'ল।

সভাপতি অম্বিকাইদাই জ্যোতিৰ মুখলৈ বি চাপে চালেই: আনফালে দুখ দুখন

নোৱাৰিলে। এয়া এক অভিনৱ আৱিষ্কাৰ! এই ল'ৰাটোৱে মনৰ এনে অগ্নিময় বৃটিছবিৰোধী ক্ষোভ ক'ত লুকুৱাই ৰাখিছিল? স্কুলৰ বাৰাণ্ডাত থিয় দি থকা শিক্ষকসকল মোহগ্ৰস্ত হৈ পৰিল।

জ্যোতিয়ে ক'বলৈ ধৰিলেঃ আমি কল্পনা কৰো, এসময়ত আমাৰ এগৰাকী মাতৃ আছিল। তেওঁ আছিল অপূৰ্ব ৰূপৱতী। স্বৰ্ণ অলঙ্কাৰেৰে তেওঁ আছিল সালঙ্কৃতা। মুখত আছিল অবিৰত ভুৱনভুলোৱা হাঁহি। কিন্তু সেই মাতৃ আছিল আমাৰ এসময়ৰ মাতৃ। সেই মাতৃ আছিল আমাৰ এসময়ৰ দেশমাতৃ। সমস্ত পৃথিৱীৰ সকলো সৌন্দৰ্যেৰে সুশোভিতা। সেয়া আছিল আমাৰ এসময়ৰ মাতৃ। সেই মাতৃৰ বিনন্দীয়া ৰূপে সন্তানসকলক বিমোহিত কৰিছিল। কৰিছিল সম্পূৰ্ণ।... কিন্তু সেই মাতৃ আজি হ'ল অন্তৰ্হিতা। সেই মাতৃ হ'ল অন্তৰ্ধান।

... এতিয়া কল্পনা কৰক আমাৰ আন এগৰাকী মাতৃৰ। সেই মাতৃ অমৱস্যাৰ ঘোৰ অন্ধকাৰৰ দৰে ভয়ংকৰ। ভয়াৱহ। এয়া হ'ল আমাৰ আজিৰ মাতৃ। আমাৰ দেশমাতৃৰ আজি কি অৱস্থা হ'ল এবাৰ আপোনালোকে কল্পনা কৰি চাওক। আপোনালোকৰ চকুত যদি চকুপানী আছে, বৃটিছৰ গোলাম হৈ যদি আপোনালোকৰ চকুপানীবোৰ শিলৰ দৰে গোট মৰা নাই, তেনেহ'লে চকুপানী টুকিবৰ বাবে আপোনালোক সাজু হওক। চকুপানী টুকি লওক। সেই সালঙ্কৃতা ভুৱনবিজয়ী অপৰূপা কৰুণ অসহায় মাতৃ। এই মাতৃক কৰা হ'ল নগ্ন। বিদেশীয়ে আমাৰ চিৰ আদৰৰ মাতৃক সম্পূৰ্ণ নিঃশেষ কৰি দিলে। এই মাতৃৰ ডিঙিত লাওখোলাৰ মালা। কাৰণ বিদেশীয়ে আমাৰ দেশক পৰিণত কৰিলে এক হাহাকাৰময় বিশাল শ্মশানত। তেজপুৰৰ পদুম পুখুৰীৰ পাৰত সেই যে দৰিদ্ৰ মানুহজনে চাহাবৰ মাৰ খাই হাঁহিছিল, তেওঁ আকৌ হাঁহিব লাগিবঃ হাঁহিব লাগিব দেশপ্ৰেমীক ৰূপে বৃটিছৰ প্ৰহাৰত। তেওঁক আমি দেশপ্ৰেমিক কৰিব লাগিবই।. . . আহক, হে দেশমাতৃকাৰ সুযোগ্য সন্তানসকল! মাতৃৰ প্ৰতি যদি শ্ৰদ্ধা আছে, আকুলতা আছে, মাতৃৰ নগ্ন ৰূপ দেখি যদি আপোনালোক অতিষ্ঠ, অনুতপ্ত, হে মাতৃৰ সন্তানসকল, আহক, আমি পুনৰ আমাৰ সেই পূৰ্বৰ মহিমামণ্ডিত মাতৃক তেওঁৰ যোগ্য আসনত উপবিষ্ট কৰো। কাৰণ, আমাৰ মাতৃ মাত্ৰ এগৰাকীয়েই। সেয়া হ'ল আমাৰ জন্মভূমি। সেই জন্মভূমিক আমি বন্দনা কৰো। জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰীয়সী। বন্দে মাতৰম।. . .

জ্যোতিৰ শ্ৰোতাৰ চকুত চকুপানী সঁচাকৈয়ে আছিল। দূৰত থিয় দি থকা এজন পুলিচৰ চকুৰ পৰা কেবাটোপালো পানী ওলাই আছিল। বাৰাণ্ডাত মন্ত্ৰমুগ্ধ দুজন শিক্ষকৰ চকুৰ পৰাও পানী ওলাই আছিল। আন এজন শোকত অভিভূত শিক্ষকৰ কথা ক'ব নোৱাৰা অৱস্থা হ'ল।

এগৰাকী বৃদ্ধাই পোনে পোনে গৈ জ্যোতিক সাৱট মাৰি ধৰি গালে-মুখে কেবাটাও চুমা খালে।

সভাৰ শেষত ঘৰলৈ আহি জ্যোতি নিজেও আচৰিত হৈ গ'ল ঃ ইমানবোৰ মানুহ অভিভূত হোৱাকৈ সি এনে উদাত্ত ভাষণ কেনেকৈ দিব পাৰিলে? সেই শক্তি সি পালে ক'ৰ পৰা?

সি নিজে নিজেই এই কথা ভাবি বিমুগ্ধ হ'ল যে দেশমাতৃক ভালপোৱাই হ'ল তাৰ শক্তি। সেই শক্তিৰ প্ৰভাৱত সি এতিয়া আনকি পৃথিৱী জয় কৰিবলৈয়ো সাজু হ'ব পাৰিব।

আৰু সেই উদাত্ত ভাষা? সেই ভাষাৰ উৎস কি?

জ্যোতিয়ে নিজেই নিজৰ প্ৰশ্নৰ উত্তৰ পালে। 'শোণিত কুঁৱৰী'য়ে তাক সেই শক্তি দান কৰিলে। 'শোণিত কুঁৱৰী'ৰ ভাষাই দেশমাতৃক বন্দনা কৰাৰ বাবে তাক এক দৰ্শন আৰু চৰিত্ৰ দান কৰিলে।

জ্যোতিয়ে নিজৰ আনন্দতে নিজেই উদ্বেলিত হ'ল। জন্মভূমিৰ বন্দনা আৰু বাণীৰ বন্দনা সি এতিয়া একেলগে কৰিব।

তাৰ এতিয়া ভয় কৰিবলগীয়া একো নাই।

সেইদিনা সন্ধিয়া হাৰমনিয়ামত জ্যোতিয়ে সুৰ দিছিল ঃ ৰূপহ কোঁৱৰৰ চুমা পৰশতে লাজুকী কুঁৱৰী মৰহি যায়। সোণতে সুৱগা আহি সানি দিলে গোলাপী গালতে ৰঙে চৰাই। . . .

এনেতে কোঠালৈ সোমাই আহিল পিয়াৰী মোহন আৰু বাণষ্টৈজৰ কেইজনমান কৰ্মকৰ্তা।

## ॥ তেৰ ॥

বাণষ্টেজত শোণিত কুঁৱৰীৰ অভিনয়ৰ আয়োজন চলিল। জ্যোতিয়ে চৰ্ত বান্ধি দিলে ঃ তাৰ সিদ্ধান্তৰ বিৰোধিতা কৰিব নোৱাৰিব কোনেও সামান্যভাৱেও। নাটকৰ প্ৰণেতা সি, নাটকৰ পৰিচালকো সি, গীতো তাৰ আৰু গীতৰ সুৰো দিব সি। সি শিকোৱা মতে সম্পূৰ্ণ অসমীয়া সুৰত, আইনাম বিয়ানামৰ সুৰত গীত গোৱা হ'ব। তাৰ লগত কোনেও বঙলা সুৰ জুৰিব নোৱাৰিব। প্ৰত্যেক চৰিত্ৰই নিজৰ বচন শেষ শব্দটো পৰ্যন্ত মুখস্থ কৰিব লাগিব। কোনো প্ৰম্পটাৰ থাকিব নোৱাৰিব ঃ চিনৰ পিছফালে হাতত জ্বলা মম এডাল লৈ বাৰিবাৰ পথাৰৰ ধনগুলৈৰ দৰে ইফালে সিফালে প্ৰম্পটাৰে দৌৰি ফুৰাটো জ্যোতিয়ে সহ্য কৰিব নোৱাৰে।

ভাৰৰীয়া, বাণষ্টেজৰ দায়িত্বত থকাসকল, পৃষ্ঠপোষক সকলোকে সন্মুখত বহুৱাই এদিন সন্ধিয়া জ্যোতিয়ে ক'লে, "মোৰ 'শোণিত কুঁৱৰী' প্ৰকৃততে এখন সাৰ্থক নাটক নহয়। কোনো ৰসজ্ঞ সমালোচকে মোৰ নাটকখনক নাটকেই হোৱা বুলি কৈ দিব পাৰে। কিন্তু নাটক নহৈয়ো মোৰ বাবে, মোৰ জীৱনৰ বাবে, এইখনেই সৰ্বশ্ৰেষ্ঠ নাটক, মোৰ বাবে এই নাটকেই হ'ল সৰ্বস্ব। কেৱল মোৰ বাবেই নহয়, আপোনালোক সকলোৰে বাবে এই নাটক হ'ব এক আৱিষ্কাৰ। এক অবিৰত মুক্তিৰ স্পন্দন, এক ক্লান্তিহীন মুক্তিৰ বাসনা এই নাটকৰ লগত নিকটাত্মীয়ৰূপে জড়িত হৈ আছে। আমাৰ এই বাণষ্টেজক, কেৱল আমাৰ এই বাণষ্টেজকে নহয়, অসমৰ সকলো ষ্টেজকে অনা-অসমীয়া নাটক, গীত, অনা-অসমীয়া সুৰ, অভিনয়-ভংগী, নৃত্য, সকলো অনা-অসমীয়া জীৱনবোধৰ পৰা মুক্ত কৰিবৰ বাবে মোৰ 'শোণিত কুঁৱৰী'ৰ সৃষ্টি। সেই দৃষ্টিৰ পৰা মোৰ এই প্ৰচেষ্টাক নাটক বুলি নকৈ ক'ব লাগিব এক আৱিষ্কাৰ। মুক্তিৰ বাণীৰে আলোকিত হ'ব আমাৰ এই নাট্য-প্ৰচেষ্টা। ষ্টেজত দৰ্শকে দেখিবলৈ পাব অগ্নিগড়ৰ কাৰাগাৰৰ পৰা উষাৰ মুক্তি আৰু সেই উষাৰ মুক্তিৰ বাবে সুদূৰ পশ্চিম সাগৰৰ

পাৰৰ পৰা আহিল ভাৰতীয় সংস্কৃতিৰ সৰ্বশ্ৰেষ্ঠ পুৰুষ শ্ৰীকৃষ্ণ। উষাৰ মুক্তিৰ বাবে সংঘটিত হ'ল হৰি-হৰৰ, কৃষ্ণ আৰু মহাদেৱৰ যুদ্ধ। আমাৰ এই তেজপুৰতে, একালৰ এই প্ৰাচীন তেজপুৰতে, সেই আলোকসন্ধানী দেৱবো দুৰ্লভ ঘটনা ঘটিছিল।

"উষাৰ তেনে মুক্তিৰ লগত পূৰ্ণভাৱে মিলি আছে, একাকাৰ হৈ আছে, আমাৰ অসমীয়াৰ প্ৰাণৰ এক অন্তহীন মুক্তিৰ বাসনা, মুক্তিৰ এক বিনন্দীয়া সুৰ। সেই মুক্তি হ'ল সকলো অনা-অসমীয়া ভাব-চিন্তা গীত-সুৰ বচন-ভংগীৰ গ্ৰাসৰ পৰা মুক্তি। তাৰ বাবে মই যি গীত ৰচনা কৰিছো, তাৰ সুৰ হ'ব সম্পূৰ্ণ আমাৰ বিয়ানামৰ সুৰ, আইনামৰ সুৰ। যি সুৰ আমি পাহৰি গৈছিলো, অনা-অসমীয়া সুৰ শুনি শুনি আমাৰ সেই চিৰকালৰ আদৰৰ সুৰক বিজুতৰীয়া বিদেশী জ্ঞান কৰিছিলো, সেই সুৰ ভাবে-ভাষাই সুৰে-স্পন্দনে আলোকৰ-যাত্ৰাৰে মই পুনৰ ঘূৰাই আনিবৰ বাবেই বাণষ্টেজত 'শোণিত কুঁৱৰী' নাটক তুলিছো। এই নাটকৰ টেক্‌নিক আমাৰ বাবে কোনো কথাই নহয়। ইয়াৰ আত্মা, ইয়াৰ স্পিৰিটটোহে আমাৰ বাবে সত্য। কেৱল সত্যই নহয়। শেষ সত্যও। মুক্তিৰ চেতনাই আমাৰ প্ৰচেষ্টাক দান কৰিব এক দৰ্শন। এক চৰিত্ৰ।

"মোৰ প্ৰাণৰ সত্য কথা আপোনালোকক কোৱাৰ এই সময় মোৰ জীৱনত সদায় অবিস্মৰণীয় হৈ থাকিব। মুক্তিৰ কেৱল আৰম্ভণি আছে। মুক্তিৰ শেষ নাই। আপোনালোকে জানে, বৃটিছৰ বজ্ৰগ্ৰাসৰ পৰা ভাৰত-মাতৃক মুক্ত কৰিবৰ বাবে স্বাধীনতাৰ আন্দোলন আৰম্ভ হৈছে। তাৰ নেতৃত্ব লৈছে এই যুগৰ মহিমামণ্ডিত মহাপুৰুষ মহাত্মা গান্ধীয়ে। সেই মহান যাত্ৰাত মোৰ 'শোণিত কুঁৱৰী' এক সামান্যতম অৰিহণাৰূপে মই জ্ঞান কৰো। অসমৰ নিজা প্ৰতিভা ব্যক্তিত্ব ছন্দ সুৰক অন্যৰ গ্ৰাসৰ পৰা মুক্ত কৰাৰ স্পন্দনৰ লগত ভাৰত-মাতৃক অন্যৰ গ্ৰাসৰ পৰা মুক্ত কৰাৰ সুৰ একাকাৰ হৈ আছে। এবাৰ যদি আপুনি কোনো সামান্য মুক্তিৰ ব্ৰতত ব্ৰতী হয়, তেনেহ'লে সেই প্ৰচেষ্টাই ক্ৰমে বৃহত্তৰ ৰূপ ধাৰণ কৰি দেশ-মাতৃকাৰ মুক্তিত পৰিণত হ'ব। সেই দৃষ্টিৰ পৰা 'শোণিত কুঁৱৰী'ৰ অভিনয় হ'ব সেই বিশাল মুক্তিৰ সামান্য এক প্ৰচেষ্টা। মুক্তিৰ সুৰ কোনোবাই যদি এবাৰ শুনিবলৈ পায়, তেন্তে তাৰ পৰিসমাপ্তি নাই, নাই তাৰ মৃত্যু কোনো দিন।" . . .

মন্ত্ৰমুগ্ধ হৈ, শ্বাসৰুদ্ধ হৈ সেই সন্ধিয়া বাণষ্টেজৰ সকলোৱে জ্যোতিৰ কথা শুনিলে। কোনো এক আলোকৰ যাত্ৰাৰ যাত্ৰী হোৱাৰ বাসনাৰে তেওঁলোক বিমুগ্ধ হ'ল। মেট্ৰিকৰ দেওনা পাৰ নোহোৱা এই ল'ৰাটোৱে কি এক মুক্তিৰ বিনন্দীয়া সুৰ মনৰ গোপন কোণত অংকুৰিত কৰি দিলে। ইমান বিশ্বাস, ইমান প্ৰত্যয়, ইমান দেশৰ প্ৰতি আনুগত্য! তেওঁলোক ধন্য হ'ল।

বাণষ্টেজৰ ইফালৰ সিফালৰ চাৰিওফালৰ পৰা এক নতুন স্পন্দন হ'ল অংকুৰিত।

এই আৰম্ভণিৰ পৰিসমাপ্তি নাই।

নাটকৰ আখৰা চলিল প্ৰচণ্ড গতিৰে।

বাণষ্টেজ জ্যোতিৰ বাবে হৈ পৰিল মুক্তিৰ এক তীৰ্থস্থান।

চিত্ৰলেখাই গীত গাব, গাব উষাই। সখীসকলে গীত গাব। জ্যোতিয়ে হাৰমনিয়াম লৈ গীতৰ সুৰ ধ্বনিত আৰু প্ৰতিধ্বনিত কৰিলে। জ্যোতিৰ লগে লগে তেওঁলোকে গীত জুৰিলে . . . কোনে গোলাপী সখীক এনে হাঁহি দিলে ৰূপতে ৰঙে চৰাই। ওৰণি তলতে পৰি মলৰেণু উৰুৱাই পৰনে দিলে বিলাই. . . শান্ত স্নিগ্ধ পুৱা নবীন তৰুণ তপনে ক'লেহি এয়া পালোহি প্ৰিয়া! আজি প্ৰতীক্ষাৰ শেষ হ'ল সখী বিৰহী প্ৰিয়ক চুম দিয়া। . . . গুমুৰি উঠিছে হিয়া অভিনৱ তানে যৌৱনৰ প্ৰথম পুৱাতে আজি ক'ত আছে প্ৰাণৰ আলহী কোনে কৈয়ে দিব কোনে জানে। . . .

সমস্ত বাণ থিয়েটাৰ হ'ল জ্যোতিৰ গীতৰ ধ্বনিৰে কল্লোলিত হ'লঃ নিজৰি নিজৰি নিজৰি নিজৰি কোন সুৰে গান গায়। প্ৰাণ মতলীয়া কৰা আলসুৱা ই কিনো মায়া। . . . দিঠকৰ বাতৰি সপোনত মিলিলে আছিল সখী বাটে চাই। ফাগুনৰ বতাহে গাতে ছাটি মাৰে - চুমাৰ পৰশনৰ জুতি পাই সখীয়াৰ। . . . অ' সখী আহিব পিয়া, ৰূপহী জোনৰে কিৰণ জকেমকাই বিৰিখৰ পাততে আহিব পিয়া। . . .

ৰূপহ কৌৱৰৰ চুমা পৰশতে লাজুকী কুঁৱৰী মৰহি যায়। সোণতে সুৰগা আহি সানি দিলে গোলাপী গালতে ৰঙে চৰাই। — চৰাই বনৰীয়া মুকলিমূৰীয়া গাব বনৰীয়া গীত, মনে উৰো উৰো কৰে তোৰ লগতে মোৰে উৰণীয়া চিত। — বিদায়ৰ পৰতে চলে চলি চকুতে চকুপানী নাটে সখী চকুপানী নাটে। . . .

বাণষ্টেজ হৈ পৰে জ্যোতিৰ বাবে স্বপ্ন কল্পনা দিঠক আশা প্ৰত্যয়ৰ এক জীৱন মঞ্চ।

এদিন ভাৱৰীয়াসকলক পকীলৈ মাতি আনি জ্যোতিয়ে ক'লে, "মই জানো,মোৰ আশা, মোৰ স্বপ্ন আপোনালোকে পূৰ্ণ কৰিব। এই অভিনয় আপোনালোকৰ বাবে সাধাৰণ অভিনয় নহয়। এই অভিনয় আপোনালোকৰ বাবে জীৱনৰ দৰেও নহয়। এই অভিনয়েই হ'ব লাগিব আপোনালোকৰ বাবে সম্পূৰ্ণ জীৱন। অভিনয় কৰাৰ সময়ত আপোনালোকৰ অন্য কোনো জীৱন, অন্য কোনো সত্তা, অন্য কোনো অস্তিত্ব থাকিব নালাগিব। আপোনালোকে কেৱল অভিনয় কৰিলেই নহ'ব। আপোনালোক নিজেই হৈ পৰিব লাগিব এজন সম্পূৰ্ণ কৃষ্ণ, এজন মহাদেৱ, সম্পূৰ্ণ এজন অনিৰুদ্ধ, পূৰ্ণ এগৰাকী উষা, পৰিপূৰ্ণ এগৰাকী চিত্ৰলেখা। বাণষ্টেজত কৃষ্ণই যি কথা ক'ব সেই কথা যেন হেজাৰ বছৰৰ আগতে ভাৰতীয় সংস্কৃতিৰ ঐশ্বৰ্যমণ্ডিত মহাপুৰুষ শ্ৰীকৃষ্ণই নিজে কোৱা কথা। উষাৰ অভিনয় যি কৰিব, তেওঁ নিজকে পুৰুষ বুলি সম্পূৰ্ণভাৱে পাহৰি

যাব লাগিব; উষা হ'ব লাগিব পূৰ্ণৰূপে সেই তাহানিৰ বাণাসুৰৰ গ্ৰাসৰ পৰা মুক্তি পোৱা প্ৰেমসৰ্বস্ব উষাঃ প্ৰভাতৰ উষাৰ দ্বাৰা মনোৰম বিনন্দীয়া। আৰু চিত্ৰলেখা? মোৰ নিজৰ কোঠাত দুজনী পৰীৰ ছবি আছে। উৰু উৰু কৰা। পৰীয়ে মোৰ ফালে বিমুগ্ধ নয়নে চাই থাকে। মোৰ সামান্য ইঙ্গিততে যেন সেই পৰীয়ে আকাশলৈ উৰা মাৰে। আমাৰ চিত্ৰলেখায়ো অনিৰুদ্ধৰ সন্ধানত আকাশত উৰা মাৰিব লাগিব। . . .

ভাৰৰীয়াসকল পুনৰ অভিভূত হ'ল।

জ্যোতিৰ নাটকত অভিনয় কৰা প্ৰায় সকলোৱেই জ্যোতিতকৈ দুই-তিনি বছৰৰ জ্যেষ্ঠ। বাণৰ অভিনয়ত কামিনী, কৃষ্ণৰ অভিনয়ত স্নেহদা, অনিৰুদ্ধৰ ভাৱত ললিত, উষাৰ অভিনয়ত জগন্নাথ, চিত্ৰলেখাৰ অভিনয়ত প্ৰফুল্ল জ্যোতিতকৈ জ্যেষ্ঠ। কিন্তু সকলোৱেই জ্যোতিৰ নিৰ্দেশ পালন কৰে, যেন কোনো বয়সস্থ পৰিচালকৰ নিৰ্দেশ সেয়া।

তেওঁলোক অবাক হয়, মুগ্ধ হয় জ্যোতিৰ গভীৰতম আন্তৰিকতাত। এই নাটক এই অভিনয় জ্যোতিৰ বাবে যেন নাটক নহয়, নহয় অভিনয়। জ্যোতিৰ বাবে সেই নাটক সেই অভিনয়ে সেই গীত সেই সুৰেই হ'ল সমস্ত জীৱন। জীৱনৰ কাব্য জীৱনৰ স্বপ্ন জীৱনৰ আশা প্ৰতীতি জীৱনৰ যথাসৰ্বস্ব। জ্যোতিয়ে যেতিয়া গীত গায়, তেতিয়া তাৰ সমগ্ৰ মুখমণ্ডল অজস্ৰ জ্যোতিৰে যেন উদ্ভাসিত হৈ পৰে, হৈ পৰে আলোকিত। সি যেন তাৰ মনৰ চকুৰ আগত সেই বিনন্দীয়া বৃন্দাবন দেখা পাইছে। সেই গীত যেন তাৰ প্ৰাণৰ গভীৰতম প্ৰদেশৰ পৰা নিজৰি নিজৰি ওলাই আহিছে।

জ্যোতিয়ে ডিব্ৰুগড়ৰ পৰা অৰুণক মাতি আনিলে।

বাণষ্টেজলৈ এদিন মাত্ৰ গৈয়ে অৰুণৰ ভিতৰৰ সমালোচক মনটো জাগ্ৰত হ'ল।

"জ্যোতি ককাইদেউ, তোমাৰ এই পুৰণি গীত-মাত, কথা-বতৰাবোৰ মানুহে ভাল পাব?"

জ্যোতিয়ে তৎক্ষণাতে উত্তৰ দিলে, "মইতো মানুহে কি ভাল পায় তাৰ বাবে কেয়াৰ নকৰো। মানুহে কি ভালপোৱা উচিত, মোক সেইটোহে লাগে।"

"তোমাৰ কথা যদি মানুহে নুশুনে?"

"শুনিবলৈ বাকী থাকিল ক'ত? বাণষ্টেজৰ পৰা আটাইখিনি মানুহে আইনাম, বিয়ানামৰ সুৰত গোৱা মোৰ গীতবোৰৰ বিৰোধিতা কৰিছিল প্ৰথমতে। দ্বিজেন্দ্ৰলাল ৰায়ৰ বঙালী নাটক, বঙালী গীতৰ সুৰৰ দিনত মোৰ গীতবোৰ নচলিব বুলি কৈছিল। কিন্তু এতিয়া দেখিছানে নাই তই, অৰুণ, তেওঁলোকৰ মুখে মুখে মোৰ গীতৰ সুৰ।"

"কেনেকৈ সেইটো সম্ভৱ হ'ল?"

"ৰক্তৰ বৰণ পানীৰ বৰণতকৈ অধিক গাঢ়। আমাৰ অসমীয়াৰ সমস্ত জীৱন, সমস্ত সংস্কৃতি, সমস্ত পৰম্পৰা যাউতিযুগীয়া অসমীয়া গীত অসমীয়া সুৰ প্ৰবাদ কিম্বদন্তীৰ মাজত সোমাই আছে। সেইবোৰৰ স্পৰ্শ, সেইবোৰৰ সুৰত অসমীয়াৰ প্ৰাণ ময়ূৰৰ দৰে নাচি উঠে। অসমীয়াৰ মুখত বঙালী গীতৰ সুৰ কি বিকৃতভাৱে উচ্চাৰণ হয়, তই শুনিছ? বঙালী নাটকৰ পৰা অনুবাদ কৰা নাটকৰ অভিনয় কৰোতে আমাৰ ভাৱৰীয়াৰ কি দুৰ্দশা হয়, তই দেখিছ, অৰুণ? অভিনয় হৈ পৰে কৃত্ৰিম, বচনৰ উচ্চাৰণ হৈ পৰে বিকৃত, অসহ্য। কিন্তু যেতিয়া সেই ভাৱৰীয়াই সম্পূৰ্ণ অসমীয়া পটভূমিত কথা কয়, অসমীয়া সুৰত গীত গায়, তেতিয়া তাৰ ভাব-ভাষা উচ্চাৰণ জৰণাৰ পানীৰ দৰে কলকলকৈ বৰলৈ ধৰে। সি প্ৰাণ পায় উঠে। মানুহৰ জন্মগত একান্ত স্বাভাৱিক প্ৰতিভা প্ৰকাশ পায় নিজৰ মাতৃভাষাৰ যোগেদি। অসমৰ মাটি অসমৰ বায়ু অসমৰ পানী অসমৰ ধূলিৰ পৰাই অসমৰ মানুহে নিজৰ জীৱনীশক্তি আহৰণ কৰিব লাগিব।"

"জ্যোতি ককাইদেউ, এইদৰে আমি কি ভাৰতৰ আন ঠাইতকৈ পাছ পৰি নাথাকিম?"

"তোৰ কথা অদ্ভুত, অৰুণ! ভাৰতক আৱিষ্কাৰ কৰিবৰ বাবেই প্ৰথমতে আমি অসমক আৱিষ্কাৰ কৰি ল'ব লাগিব। আমাৰ অসমৰ সভ্যতা ঐতিহ্য সংস্কৃতি পৰম্পৰাৰ লগত সমগ্ৰ ভাৰতৰ প্ৰাণৰ সুৰৰ মিল আছে। সেই সুৰৰ মিলক অমৰ কৰিবৰ বাবেই পুনৰ অসমীয়া গীত-মাত সুৰক ষ্টেজলৈ আনিব লাগিব। আধুনিক অসমীয়া সমাজলৈ উলিয়াই আনিব লাগিব।

"অৰুণ, তই জাননে নাজান, আমাৰ ককাদেউতাই এই যে কীৰ্তন পুথি ভাগৱত হাজাৰী ঘোষা ছপা কৰি উলিয়ালে, তাৰ মাজেৰে ককাদেউতাই অসমক আৱিষ্কাৰ কৰি অসমক ভাৰতৰ অগ্ৰস্থানত প্ৰতিষ্ঠা কৰিলে। কাৰণ কীৰ্তন ভাগৱত ঘোষাৰ সমস্ত সুৰটো অনা হৈছে বেদ-বেদান্ত উপনিষদ, গীতা-ভাগৱত-পুৰাণৰ পৰা। তই জাননে নাজান, অৰুণ, আমাৰ বৰদেউতা লক্ষ্মীনাথ বেজবৰুৱাই অসমীয়া সংস্কৃতিক আৱিষ্কাৰ কৰি তাক ভাৰতৰ বিশাল পৰ্যায়ত স্থাপনা কৰিবৰ বাবেই শংকৰদেৱৰ কীৰ্তন-ভাগৱত আৰু মাধৱদেৱৰ হাজাৰী ঘোষা নামঘৰৰ পৰা উলিয়াই আনি জাতীয় জীৱনত আলোচনা-পৰ্যালোচনাৰ বিষয় কৰিছিল। অৰুণ, আমি যদি ভাৰতীয় সংস্কৃতি পৰম্পৰাৰ লগত মিলি যাব খোজো, তেন্তে আমাৰ অসমীয়া সংস্কৃতি পৰম্পৰাৰ মাজেৰেহে সেই তীৰ্থস্থানলৈ যাত্ৰা কৰিব লাগিব। ব্ৰহ্মপুত্ৰৰ ঘাটেদিহে আমি এই ভাৰতৰ মহামানৱৰ সাগৰ অভিমুখে ধাৱিত হ'ব পাৰিম।"

কলকল ধ্বনিৰ স্ৰোতস্বিনী জৰণাৰ দৰে জ্যোতিয়ে অনৰ্গল কথা কৈ গ'ল। জ্যোতিয়ে জানে, অৰুণে তাক সমালোচনা কৰে, তাৰ কথা প্ৰায়ে অৰুণে মানি নলয়। অৰুণে বিশাল সাগৰৰ ঢৌ দেখি উন্মাদ হয়। কিন্তু সেই বিশাল সাগৰৰ

পুঞ্জীভূত অনন্ত গম্ভীৰভাৱ সুৰ কাণপাতি পাতি শুনিবৰ বাবে তাৰ সময় আৰু ধৈৰ্য নাই। সি তাৰ মাতৃ মুক্তাবালাৰ করুণ মুখলৈ চাই অশান্ত হয়। কিন্তু সেই চিৰশিশুৰ দৰে পবিত্ৰ আৰু সুন্দৰী প্ৰথম সন্তান প্ৰতিমাৰ মৃত্যুত দগ্ধ মাতৃ-হিয়াৰ বিননি কাণপাতি শুনিব সি নোৱাৰে। সি তাৰ পিতৃ মাজুদেউতা চন্দ্ৰকুমাৰৰ ব্যক্তিত্বৰ বাহিৰৰ কঠোৰ আৱৰণ দেখি ক্ৰোধান্বিত হয়। কিন্তু সি চন্দ্ৰকুমাৰৰ হৃদয়ত পুত্ৰ-কন্যাৰ মঙ্গল-কামনাৰে উদ্বেলিত অপত্য স্নেহৰ সুৰ কাণপাতি শুনিব নোৱাৰে।

কথা কৈ থাকোতেই এবাৰ জ্যোতিয়ে দেখিলে, অৰুণে তাৰ মুখলৈ অপলক দৃষ্টিৰে চাই আছে। নিজৰ চকু দুটা যিমান পাৰে সিমান বহল কৰি অৰুণে জ্যোতিৰ মুখমণ্ডলৰ ওপৰত মেলি ধৰিছে।

"অৰুণ, তই মোৰ কথা শুনিছনে, মোৰ মুখলৈ অকবাৰ দৰে চাই আছ ?"

"তোমাৰ কথা শুনাতকৈয়ো তোমাৰ মুখলৈ চাইহে মোৰ ভাল লাগে।"

"তাৰ মানে, মোৰ কথাৰ ওপৰত তোৰ বিশ্বাস নাই ?"

"জ্যোতি ককাইদেউ, তুমি কি কথা কোৱা তাতকৈয়ো তোমাৰ কথা কোৱাৰ ভঙ্গী মানে ষ্টাইলটো দেখিহে মই মুগ্ধ হওঁ।"

"তাৰ মানে, অৰুণ, তই ক'ব খুজিছ, মোৰ কথাতকৈয়ো মোৰ কথা কোৱাৰ ষ্টাইলতহে যি অলপ সত্যতা আছে ?"

"সেইটো হ'ব পাৰে তোমাৰ ধাৰণা। কিন্তু, জ্যোতি ককাইদেউ, তুমি যেতিয়া মোক কৈ থাকা, তেতিয়া তুমি কোনো সুদূৰৰ বিদেশীৰ দৰে হৈ পৰা। তুমি পাহৰি যোৱা তোমাৰ আগত কোন আছে। কাৰ আগত তুমি কথা কৈছা। সেইজনে তোমাৰ কথা শুনিছেনে নাই সেইটো যেন তোমাৰ বাবে কোনো কথাই নহয়। তুমি তোমাৰ কথা কোৱাত একেবাৰে মগ্ন। কথা কোৱাটোহে তোমাৰ দায়িত্ব, সেই কথা কোনোবাই শুনিছেনে নাই তাক জনাৰ দায়িত্ব তোমাৰ নহয়। তোমাৰ মুখত কি দেখিবলৈ পাওঁ, জানা, জ্যোতি ককাইদেউ ? কথা কৈ থাকোতে তোমাৰ মুখমণ্ডলত মই এক নতুন জ্যোতি দেখিবলৈ পাওঁ। তুমি যেন এনে এক বিৰল শক্তি লাভ কৰিছা যিটোৱে তোমাক আমাৰ পৰা, এই জগতৰ পৰা বহুত ওপৰলৈ তুলি লৈ গৈছে। তুমি যেন আমাৰ পৰা একেবাৰে বিচ্ছিন্ন হৈ পৰিলা। তোমাৰ দৰে বিৰবণ দিয়াৰ মোৰ ক্ষমতা থকা হ'লে সেই বিৰবণ মই তোমাক এতিয়াই দিলোহেঁতেন। তুমি তেনে এক শক্তি ক'ৰ পৰা পাইছা, মোক ক'ব পাৰিবানে, জ্যোতি ককাইদেউ ?"

জ্যোতিয়ে অবাক দৃষ্টিৰে অলপ সময় অৰুণৰ মুখলৈ চাই থাকি ক'লে, "মোৰ প্ৰতি তোৰ এটা মৰমৰ ভাব আছে কাৰণেই তই তেনেকৈ ক'ব পাৰিলি। তথাপি তোক এটা কথা নোকোৱাকৈ থাকিব নোৱাৰো। মই আজিকালি একেবাৰে কল্পনাৰ জগতত বাস কৰিবলৈ লৈছো। শুন, মই যেতিয়া চিত্ৰলেখাৰ কথা

ভাবো, চিত্ৰলেখাৰ মুখত কথা দিও, তেতিয়া মই যেন মই হৈ নাথাকো। মই যেন মোৰ জীৱনৰ সকলো আকুলতা সকলো প্ৰেৰণাৰে চিত্ৰলেখাৰ লগত একাকাৰ হৈ যাওঁ। চিত্ৰলেখাৰ কথাবোৰ যেন চিৰজীৱন ধৰি মোৰ হৃদয়ৰ প্ৰতি স্তৰে স্তৰে অদৃশ্য আখৰেৰে লিখি থোৱা আছিল। মই চিত্ৰলেখাৰ দৰে হাঁহো, চিত্ৰলেখাৰ আনন্দত মই নাচো, চিত্ৰলেখাৰ দুখত মই কান্দো, উষাই যেতিয়া চিত্ৰলেখাক এৰি অনিৰুদ্ধৰ লগত দ্বাৰকালৈ গুচি যায়, তেতিয়া চিত্ৰলেখাৰ বেদনাৰে মোৰ সমস্ত সত্তা শোকাকুল হয়। অৰুণ, মই যেতিয়া কোনো এটা গীত লিখো, তেতিয়া যেন মই সেই গীতৰ কথাবোৰৰ লগত বিলীন হৈ যাওঁ। আৰু যেতিয়া মই সেই গীতত সুৰ দিও, তেতিয়া মই একেবাৰে উন্মাদ হৈ যাওঁ। মই যেন মই হৈ নাথাকো। মোৰ কি ভাব হয় জান, অৰুণ? মোৰ সেইটো গীত শুনিবৰ বাবে যেন সমগ্ৰ অসমৰ মানুহে অনন্তকাল অপেক্ষা কৰি আছিল। মোৰ গীত শুনিবৰ বাবে সমগ্ৰ অসমৰ মানুহে অন্তহীন যাত্ৰা কৰি মোৰ কাষলৈ আহিবলৈ ধৰিছে। মই যেন মোৰ বাবে নহয়, মই গীত লিখিব লাগিব, গীতত সুৰ দিব লাগিব অসমৰ আটাইবোৰ মানুহৰ বাবে।". . . .

'শোণিত কুঁৱৰী' থিয়েটাৰ চাবলৈ জ্যোতিয়ে নিমন্ত্ৰণ কৰিলে কলিকতাত থকা লক্ষ্মীনাথ বেজবৰুৱাক: "ককাদেউতা, জীৱনৰ প্ৰথমখন নাটক লিখাৰ অনুপ্ৰেৰণা পাইছো আপোনাৰ পৰা। আপোনাৰ 'জয়মতী' মোৰ বাবে কেৱল এখন নাটকেই নহয়, সেইখন মোৰ বাবে আচলতে গায়ত্ৰী মন্ত্ৰ। বুদ্ধ পূৰ্ণিমাৰ গধূলি মোৰ নাটক বাণষ্টেজত মঞ্চস্থ হ'ব। আপুনি আহি মোৰ প্ৰথম প্ৰয়াসক এক চৰিত্ৰ, এক প্ৰত্যয় দান কৰিবহি বুলি পৰম আশাৰে অপেক্ষা কৰি থাকিম।" . . . প্ৰজ্ঞাসুন্দৰীলৈ জ্যোতিয়ে লিখিলে: "আপুনি মোক কৈছিল, লিখিব পৰাটো ভাগ্যৰ কথা, কিন্তু ভালকৈ লিখিব পৰাটো পৰম ভাগ্যৰ কথা। মই মোৰ নাটক কেনেদৰে লিখিছো, সেইটোকে চাবৰ বাবে বুদ্ধ পূৰ্ণিমাৰ গধূলি আপুনি তেজপুৰলৈ আহিলেহে মোৰ নাটক সাৰ্থক হ'ব।"

জ্যোতিয়ে নিমন্ত্ৰণ কৰিলে মাজু দেউতাক চন্দ্ৰকুমাৰক। ৰবমা মুক্তাপ্ৰভাক। এদিন ষ্টেজ ৰিহাৰ্চেল চাবলৈ জ্যোতিয়ে মাতৃ কিৰণময়ীক বাণষ্টেজলৈ মাতি নিলে। লগত ভগ্নী নীৰা, অন্নপূৰ্ণা। অপলক, বিমুগ্ধ চিত্তে মাতৃয়ে দেখিলে পুত্ৰৰ নাট্য-আয়োজন।

জ্যোতিয়ে সপোন কুঁৱৰীৰ নৃত্যৰ ভঙ্গীত প্ৰৱেশ কৰিছে। প্ৰথম মুহূৰ্ত্ততে কিৰণময়ীৰ সন্মুখত তাৰ লাজ লাগিছিল। কিন্তু পিছ মুহূৰ্ত্ততে সি গম্ভীৰ হৈ গ'ল। দুখন বৈচত্ৰী কাপোৰৰ হাতেৰে জ্যোতিয়ে নাচিবলৈ ধৰিছে। নীৰা আৰু অন্নপূৰ্ণা জ্যোতিৰ নৃত্য দেখি অবাক হ'ল।

অবাক নহ'ল কিৰণময়ী। তেওঁ জানে, কেবাদিনো ধৰি নিজৰ কোঠাত আৰু কেতিয়াবা গাধোৱা কোঠাত সোমাই কছু নৰ্ত্তকী এনা পাভলোভাৰ চানেকিৰে

সি সেই নৃত্য পৰিকল্পনা কৰিছিল। "মোৰ টিপচি চৰাইটোৱে কেনেকৈ নাচিছে চা।" তেওঁ জীয়েকইতক ক'লে।

বুদ্ধ পূৰ্ণিমাৰ এক আলোকিত সন্ধ্যাত বাণষ্টেজত শোণিত কুঁৱৰী মঞ্চস্থ হ'ল।

দৰ্শকৰ প্ৰথম শাৰীত চন্দ্ৰকুমাৰ, প্ৰজ্ঞাসুন্দৰী, ৰত্নমা মুক্তাপ্ৰভা, পিতৃ পৰমানন্দ, মাতৃ কিৰণময়ী, কমলা বিবেক হৃদয়া নাৰী অন্নপূৰ্ণা।

## ॥ ধৈৰ্য্য ॥

পিতৃ পৰমানন্দ আগৰৱালাই জ্যোতিক এক দায়িত্ব অৰ্পণ কৰিলে।

সেই দায়িত্বৰ কথা শুনাৰ লগে লগে জ্যোতিৰ হৃদয় গৰ্বেৰে উপচি পৰিল। তাৰ ওপৰত পিতৃয়ে পৰম বিশ্বাস স্থাপন কৰিব পাৰিছে। সি যেন জীৱনৰ এক অভিনৱ অৰ্থ হঠাতে বিচাৰি পালে।

মহাত্মা গান্ধী প্ৰথমবাৰৰ বাবে অসমলৈ আহিব। মহাত্মাই আতিথ্য গ্ৰহণ কৰিব গুৱাহাটীৰ তৰুণৰাম ফুকনৰ বাসগৃহত। তেজপুৰত আতিথ্য গ্ৰহণ কৰিব আগৰৱালা পৰিয়ালৰ প্ৰখ্যাত পকীত। জ্যোতি যাব লাগিব গুৱাহাটীলৈ ঃ গান্ধীক আদৰি আনিব লাগিব তেজপুৰলৈ।

পৰমানন্দই আৰু লগতে কিৰণময়ীয়ে জীৱনৰ সেই দুৰ্লভ, সুৱৰ্ণ সুযোগৰ বাবে পৰমাগ্ৰহেৰে অপেক্ষা কৰিব। ভাৰতৰ এই যুগৰ সৰ্বশ্ৰেষ্ঠ ব্যক্তিক নিজৰ ঘৰত অতিথিৰূপে বন্দনা কৰি আগৰৱালা পৰিয়াল যুগে যুগে ধন্য হৈ থাকিব।

জ্যোতিয়ে নিজৰ ভাগ্যৰ কথা ভাবি অভিভূত, উদ্বেলিত হ'ল।

জ্যোতিক এই তীৰ্থযাত্ৰাত সাহায্য কৰিব চন্দ্ৰনাথে। চন্দ্ৰনাথ শৰ্মাই। তেওঁ নিজে বোম্বাইলৈ গৈ গান্ধীক অসম ভ্ৰমণৰ বাবে আমন্ত্ৰণ জনাই আহিছে। এনেতে জ্যোতিয়ে জানিব পাৰিলে, তেজপুৰৰ পৰা কুৰিজন ভলণ্টিয়াৰ যাব গুৱাহাটীলৈ গান্ধীক আদৰিবৰ বাবে। নেতৃত্ব কৰিব লক্ষ্মীধৰে। তেওঁলোক খোজকাঢ়ি যাব। জ্যোতিয়ে পিতাকক জনাই দিলে, সিও ভলণ্টিয়াৰ হৈ গুৱাহাটীলৈ খোজকাঢ়ি যাব। জাহাজত নাযায়। পৰমানন্দ আৰু কিৰণময়ী সন্ত্ৰস্ত হ'ল। বাৰিষাৰ উত্তাল শাওণ মাহ। আনফালে প্ৰচণ্ড ৰ'দ আৰু গৰম। জ্যোতিৰ বয়স ওঠৰ। খোজকাঢ়ি গুৱাহাটী পাবলৈ চাৰি দিন লাগিব। জ্যোতিয়ে মাতৃক ক'লে, "মা, এয়ে মোৰ জীৱনৰ প্ৰথম তীৰ্থযাত্ৰা। তীৰ্থযাত্ৰাত মানুহে কিমান কষ্ট কৰি নদী, হাবি, পৰ্বত অতিক্ৰম কৰে। সমগ্ৰ ভাৰতবৰ্ষখনেই এক বিস্তীৰ্ণ তীৰ্থযাত্ৰা। তীৰ্থযাত্ৰাৰ ময়ো হ'ম এজন যাত্ৰী। আমাৰ দেশৰ স্বাধীনতাৰ বাবে

যি তীৰ্থযাত্ৰা আৰম্ভ হৈছে, মহাত্মা গান্ধীয়ে আৰম্ভ কৰা সেই তীৰ্থযাত্ৰাৰময়ো এজন সামান্য তীৰ্থযাত্ৰী। দেশৰ স্বাধীনতাৰ বাবে যুঁজ কৰাতকৈ মোৰ আৰু ডাঙৰ ভাগ্য কি হ'ব পাৰে, মা? দেশৰ স্বাধীনতাৰ কথা ভাবিলে মই একেবাৰে উন্মাদ হৈ পৰো। ৰাতি ৰাতি মোৰ টোপনি নাহে। ৰাতি খিৰিকি খুলিলেই যেন মই বন্দী হৈ থকা ভাৰতমাতৃৰ কান্দোন শুনিবলৈ পাওঁ। মাতৃৰ সেই কিনকিনি যেন আকাশ আৰু বতাহত মিহলি হৈ গৈছে। সেই কিনকিনিয়ে মোক অহৰহ মাতি থাকে। মোৰ কি হৈছে, জানা মা? মই যে নাটক লিখিছো, গীত লিখিছো, গীতৰ সুৰ দিছো, থিয়েটাৰ পাতিছো, দিনে দিনে বাণষ্টেজত সময় অতিবাহিত কৰিছো, এই সকলোবোৰ আচলতে মোৰ কাম নহয় যেন দিনে দিনে লগা হৈছে। এইবোৰ কাম কৰিবৰ বাবে যেন মোৰ জন্ম হোৱা নাই। মোৰ আচল কাম হ'ল, দেশৰ স্বাধীনতাৰ বাবে বৃটিছৰ বিৰুদ্ধে ৰণ কৰা। মই ভাবিছো, দেশ যেতিয়া পৰাধীন হৈ থাকে, আনৰ গোলাম হৈ থাকে, নিজৰ জন্মভূমি তেতিয়া নাটক গীত গীতৰ কবিতা এইবোৰৰ একো অৰ্থ নাথাকে। পৰাধীন মানুহৰ একো নিজস্ব সাহিত্য-সংস্কৃতি থাকিব নোৱাৰে।

"মোৰ কি হয় জানা মা? ৰাতি মই হঠাৎ সাৰ পাই উঠো। পদুম পুখুৰীৰ পাৰত যে বৃটিছটোৱে সেই অসহায় নিৰপৰাধী মানুহটোক বেতেৰে কোবাই কোবাই ধূলিত বগৰাই দিছিল সেই দৃশ্যটো মই দেখা পাওঁ। তাৰ পিছত মোৰ টোপনি নাহে। সেই বেতৰ কোব মোৰ পিঠিত যেন পৰিছে তেনে লাগে। মই বৰ অশান্তিৰ জীৱন কটাইছো, মা। মোক ভলণ্টিয়াৰৰ লগত গুৱাহাটীলৈ যাবলৈ দিয়া। মই ভলণ্টিয়াৰো হ'ম আৰু গান্ধীক আমাৰ ঘৰত অতিথি হ'বৰ বাবে নিমন্ত্ৰণো জনাম। মোৰ সমান ভাগ্যৱান কোন আছে? গুৱাহাটীলৈ খোজকাঢ়ি যাবলৈ ওলোৱা সেই ল'ৰাকেইটাৰ বয়স মোতকৈ বৰ বেছি নহয়। দুটামানৰ বয়স মোৰ সমানেই। ল'ৰাকেইটাক তোমাৰ নিজৰ সন্তান বুলি ভাবা, মা! মোৰ দৰেই সিহঁতো তোমাৰ সন্তান নহয় নেকি?"

কিৰণময়ীৰ চকুৰেদি পানী ওলাই অহাৰ উপক্ৰম হ'ল। জ্যোতিয়ে মাকক সাবটি ধৰিলে। কিৰণময়ীৰ পক্ষ লৈ জ্যোতিৰ সন্মুখত থিয় দিলে অমিয়দা আৰু লক্ষ্মীধৰ। লক্ষ্মীধৰৰ কথা হ'ল, সি সেই স্বেচ্ছাসেৱক বাহিনীৰ নায়ক আৰু তাৰ নিৰ্দেশ মতেহে স্বেচ্ছাসেৱক গুৱাহাটীলৈ যাব লাগিব। কোনো এজনে হঠাতে ইচ্ছা কৰি যাব নোৱাৰিব। স্বেচ্ছাসেৱকক সৈন্যবাহিনীৰ কঠোৰ নিয়মেৰে পৰিচালনা কৰা হয়। গুৱাহাটীলৈ যাবলৈ প্ৰস্তুত কৰা ভলণ্টিয়াৰক প্ৰশিক্ষণ দিয়া হৈছে সম্পূৰ্ণ এমাহ ধৰি: প্ৰত্যেক দিনে তেওঁলোকক পোন্ধৰ মাইলকৈ খোজ কাঢ়িবলৈ দিয়া হয়। গুৱাহাটীলৈ এশ দহ মাইল খোজ কাঢ়িবৰ বাবে তেওঁলোকক শাৰীৰিকভাৱে সাজু কৰা হৈছে। জ্যোতিৰ সেই প্ৰশিক্ষণ নাই। সেই কাৰণে জ্যোতি যাব নোৱাৰিব। জ্যোতিয়ে অমিয়ৰ মুখলৈ চালে। অমিয়ই

ক'লে, জ্যোতি মহাত্মা গান্ধীক আদৰি আনিব লাগিব। তেজপুৰত পকীত মহাত্মাক শুশ্রুষাৰ ভাৰো ল'ব লাগিব জ্যোতিয়ে। এশ দহ মাইল খোজ কাঢ়ি অহা-যোৱা কৰি জ্যোতিৰ যদি অসুখ হয়? জ্যোতি যাব লাগিব জাহাজত। জ্যোতি বাধ্য হ'ল। তথাপি সি ক'লে, "মই এডোখৰ বাট ভলণ্টিয়াৰৰ লগত যাত্ৰা কৰি ঘূৰি আহিম।"

কিৰণময়ীয়ে শান্তি পালে। অমিয়ই ক'লে, "তোমাৰ লগত ময়ো যাম গাভৰু ঘাটলৈকে। তাৰ পৰা উভতি আহিম।" জ্যোতি সাজু হ'ল। এই ক্ষেত্ৰত লক্ষ্মীধৰৰ কথাই জ্যোতিক অনুপ্ৰাণিত কৰিলেঃ গান্ধীজীক আদৰিবলৈ যাওঁতে স্বেচ্ছাসেৱকসকল তেজপুৰৰ পৰা গুৱাহাটীলৈ এই এশ দহ মাইল বাটৰ চাৰিওকাষে দেশৰ স্বাধীনতা সংগ্ৰামৰ ধ্বনি প্ৰচাৰ কৰি যাব লাগিব। গাঁৱৰ মানুহক স্বাধীনতাৰ মন্ত্ৰেৰে উদ্বেলিত কৰিব লাগিব। গান্ধীৰ বাণী চাৰিওফালে প্ৰচাৰ কৰিব লাগিব। লোকমান্য বাল গংগাধৰ তিলকৰ সেই যুগান্তকাৰী ঘোষণা প্ৰচাৰ কৰিব লাগিব যে দেশপ্ৰেম যদি অপৰাধ হয় তেন্তে সমগ্ৰ ভাৰতৰ লোক অপৰাধী।

যাত্ৰাৰ আগদিনা কিৰণময়ীয়ে ভলণ্টিয়াৰসকলক পকীত ভাত খাবলৈ নিমন্ত্ৰণ কৰিলে। তেওঁ প্ৰতিজন ভলণ্টিয়াৰক এখন ঘোষা আৰু এখনকৈ গামোচা উপহাৰ দিলে। বাৰ আগষ্ট, ১৯২১ চন। অতি প্ৰত্যুষতে যাত্ৰীৰ দল সাজু। প্ৰত্যেকৰে হাতত একোখনকৈ সৰু পতাকা। এখন ডাঙৰ পতাকা। সেইখন ল'লে জ্যোতিয়ে। এজনৰ হাতত এটা শঙ্খ। বাটত খাবৰ বাবে প্ৰত্যেকৰে হাতত এটা সৰু টোপোলা, তাতে লোৱা হ'ল লাগতিয়াল দুখনমান কাপোৰ। বন্দে মাতৰম্। বন্দে মাতৰম্। জ্যোতিয়ে বন্দে মাতৰম্ গীত লগাই দিলে। দুৰন্ত গতিৰে যাত্ৰা আৰম্ভ হ'ল। সেই শোভাযাত্ৰা সুদূৰত নেদেখা হোৱালৈকে কিৰণময়ীয়ে সেইফালে চাই থাকিল। এক অদ্ভুত কায়দাৰে গেট খুলি ৰূপহীও জ্যোতিৰ লগে লগে দৌৰ মাৰিছিল। ঘৰৰ মানুহে ধৰি আনিলে।

সৌ যে উৰিছে চোৱা বিজয় নিচানঃ জ্যোতিয়ে গীত লগাই দিলে। উদাত্ত কণ্ঠে ভলণ্টিয়াৰসকলে গীত গাবলৈ ধৰিলে।

এবাৰ জ্যোতিৰ মুখৰ পৰা ওলাই আহিলঃ বিশ্ব বিজয় কৰিম আমি, বিশ্ব বিজয় কৰিম। . . . সি সিদ্ধান্ত কৰিলে, বিশ্ব বিজয় কৰাৰ গীতটো গুৱাহাটীৰ পৰা আহি ভালদৰে লিখি সুৰটো ঠিক কৰি ল'ব লাগিব। অমিয় আৰু জ্যোতিয়ে গাভৰু ঘাটলৈকে তেওঁলোকক আগবঢ়াই দিলে। অমিয়ই সময়সূচী নিৰ্ধাৰণ কৰি দিলে এনেদৰেঃ ৰাতিপুৱা বেলি নৌ ওলাওতেই ভলণ্টিয়াৰসকলে যাত্ৰা আৰম্ভ কৰিব। ন বজাত এঠাইত বৈ আহাৰ কৰি আধা ঘণ্টা জিৰণি ল'ব। তাৰ পিছত খোজ কাঢ়িব আবেলি তিনি বজালৈকে। অলপ জিৰণি। দিনটোৰ শেষভাগখিনি ন বজাত নাম ঘৰত, নহ'লে কোনো এঘৰত থকাৰ ব্যৱস্থা। ক'ত ক'ত থকা

হ'ব, অমিয়ই পূৰ্বতে গাঁৱৰ মানুহক খবৰ দি সুবিধা কৰি ৰাখিছে।

আশ্চৰ্যৰ কথা, গান্ধী গুৱাহাটীলৈ আহিব আৰু ভলণ্টিয়াৰ দলে তেজপুৰৰ পৰা গুৱাহাটীলৈ পদযাত্ৰা কৰিব, এই কথা ৰাজআলিৰ দুয়ো কাষৰ গাঁৱে গাঁৱে ফাগুনৰ পাহাৰৰ বনৰীয়া জুইৰ দৰে বিয়পি পৰিল। মানুহৰ মুখে মুখে বিয়পি পৰিল ইফালে সিফালে চাৰিওফালে। ভালেমান লোক ইতিমধ্যে গান্ধীক চাবলৈ গুৱাহাটীলৈ পদযাত্ৰা কৰিলেই। আন অনেকে স্বেচ্ছাসেৱক দলৰ বাবে পৰমাগ্ৰহেৰে অপেক্ষা কৰি থাকিল। তেজপুৰৰ পৰাই মানুহৰ লানি নিছিগা হ'ল। মানুহে দৌৰি দৌৰি ভলণ্টিয়াৰক সঙ্গ দান কৰে। ডাঙৰ ডাঙৰকৈ গীত গায়। ভলণ্টিয়াৰক অনুপ্ৰাণিত কৰিবৰ বাবে নানা গল্প, কাহিনীৰ অৱতাৰণা কৰে। কোনো এক স্থানৰ পৰা তেওঁলোকে প্ৰত্যাৱৰ্তন কৰে। পুনৰ নতুন লোকে যাত্ৰাত যোগ দিয়ে। তিনি দিন আৰু তিনি ৰাতি ভলণ্টিয়াৰসকলক দেৱতাৰ দৰে বন্দনা কৰা হ'ল। যি স্থানত ৰাতি তেওঁলোক থাকিবলগীয়া হ'ল, তাত অগণিত মানুহৰ সমাবেশ ঘটিল। নিজৰ ঘৰলৈ এজন বা একাধিক ভলণ্টিয়াৰক নি শুশ্ৰূষা কৰিবৰ বাবে যেন প্ৰতিযোগিতা চলিল। নামঘৰত থকা অৱস্থাত গাঁৱৰ বহুত মানুহ আহি নামঘৰত শুই থাকিলহি। খোৱা বস্তুৰ উভৈনদী হ'ল। ভলণ্টিয়াৰৰ লগতে গুৱাহাটীলৈ বুলি বহুত লোক ওলাল।

এগৰাকী মহিলাই লক্ষ্মীধৰক অনুৰোধ কৰিলে, তেওঁক যাতে মহাত্মাক চাবলৈ গুৱাহাটীলৈ নিয়া হয়। তেওঁ অন্তঃসত্ত্বা। তেওঁ বিশ্বাস কৰে, একালত প্ৰহ্লাদে মাতৃগৰ্ভতে মহৎ বাণী শুনাৰ দৰে, মহাত্মাৰ কথা শুনি তেওঁৰ গৰ্ভৰ সন্তানো এদিন প্ৰখ্যাত হৈ উঠিব। লক্ষ্মীধৰ অনুপ্ৰাণিতো হ'ল, আচৰিতো হ'ল। সি নাৰীৰ সেই অনুৰোধ ৰক্ষা কৰিব নোৱাৰিলে। এগৰাকী প্ৰায় আশী বছৰীয়া বৃদ্ধাঃ বাত ৰোগত সুদীৰ্ঘকাল ধৰি শয্যাশায়ী। তেওঁ হঠাতে বাণীৰ দৰে মূৰ তুলি প্ৰচণ্ড বিক্ৰমেৰে ভলণ্টিয়াৰৰ যাত্ৰাত যোগ দিলে। দুজনমানে ধৰি তেওঁক ঘৰলৈ ওভোতাই নিলে।

প্ৰথম দিনা স্বেচ্ছাসেৱকসকলে দুপৰীয়া কাৰৈমাৰীত জিৰণি লৈ গধূলি পাউৰীপোটাত থাকিল। পিছদিনা দলগাঁৱত দুপৰীয়াৰ আহাৰ কৰি গধূলি মঙলদৈ পালেগৈ। তৃতীয় দিনা মঙলদৈ এৰি ছিপাঝাৰত দুপৰীয়া আহাৰ কৰি গধূলি মাৰৈত থকাৰ ব্যৱস্থা হ'ল। চতুৰ্থ দিনা তেওঁলোকে প্ৰবেশ কৰিলে গুৱাহাটীত। বন্দে মাতৰম্ ধ্বনিত গুৱাহাটী নগৰ মুখৰিত হ'ল।

জ্যোতি তেজপুৰৰ পৰা জাহাজেৰে আহি গুৱাহাটী পালেহি ৰাতিপুৱা আৰু পায়েই মহাত্মাক আদৰিবলৈ শ্বাসৰুদ্ধ গতিৰে পাণ্ডুলৈ গ'ল।

আমিনগাঁৱত ৰেলৰ পৰা নামিয়েই গান্ধীয়েই বৰ্ষাৰ ব্ৰহ্মপুত্ৰৰ বিশাল ৰূপ দেখি বিমুগ্ধ হ'ল। দূৰৰ সুদূৰৰ মনোৰম পাহাৰবাশিৰ অপূৰ্ব সৌন্দৰ্যই তেওঁক বিমোহিত কৰিলে। আমিনগাঁৱৰ পৰা জাহাজেৰে আহি পাণ্ডুত নমাৰ লগে লগে

বিশাল জনতাই মহাত্মাক অভ্যৰ্থনা জনালে। মহাত্মা গান্ধী কী জয় ধ্বনিৰে আকাশ আৰু চাবিওফালৰ পাহাৰ কল্লোলিত হ'ল। মহাত্মাই তৰুণৰাম ফুকনৰ আতিথ্য গ্ৰহণ কৰিলে। গান্ধীৰ ৰাজহুৱা সভাৰ স্থান ঠিক কৰা হৈছিল জজ ফিল্ডত। কিন্তু মহাত্মাই বৃটিছ ৰাজত্বৰ ধৰণী কপোৰাৰ আশঙ্কাত কামৰূপৰ ডেপুটি কমিশ্বনাৰে সেই অনুমতি প্ৰত্যাখ্যান কৰিলে। ফুকনৰ ঘৰৰ সন্মুখতে সভাৰ আয়োজন হ'ল। সেইদিনাৰ সন্ধিয়াৰ সভাত ত্ৰিশ হেজাৰ লোকৰ সমাবেশ হৈছিল।

মানুহ আহিছিল প্লাৱনৰ দৰে অসমৰ বিভিন্ন প্ৰান্তৰৰ পৰা। মানুহ আহিছিল খোজকাঢ়ি, ৰেলেৰে, জাহাজেৰে, নাৰেৰে। গুৱাহাটীৰ জনসংখ্যা ত্ৰিশ হেজাৰৰ অধিক নাছিল। কিন্তু বাৰ-পোন্ধৰ হেজাৰ মানুহেই আহিছিল বাহিৰৰ পৰা।

সেইদিনা গধূলি ৰাজহুৱা সভাৰ পিছত মহাত্মা থকা কোঠাত এক অভূতপূৰ্ব ঘটনা ঘটিল। অসমলৈ অহাৰ কেইমাহমানৰ আগতে 'হিন্দ স্বৰাজ' পত্ৰিকাত গান্ধীয়ে অসমৰ বিষয়ে এক প্ৰবন্ধ লিখিছিল। তেওঁ লিখিছিল, অসমীয়া মানুহৰ নিজস্ব সংস্কৃতি-পৰম্পৰা নাইঃ অসমীয়া মানুহ ভীল আৰু পিণ্ডাৰীৰ দৰে অসভ্য আৰু ঠগী। এনে মানুহৰ সংস্কৃতিৰ জগতত প্ৰবেশৰ বাবে বহু যুগৰ প্ৰয়োজন হ'ব। . . . বিলাতত বাৰিষ্টাৰী পঢ়ি থকা কালতে অযোগ্যজনৰ মণিপুৰ সম্পৰ্কে এটা প্ৰবন্ধ তেওঁ পঢ়িছিল আৰু সেই ধাৰণাৰ বশৱৰ্তী হৈয়েই তেওঁ তেনে এক ৰচনা লিপিবদ্ধ কৰিছিল।

অসমত প্ৰবেশ কৰিয়েই মহাত্মাই যি বিপুল সম্বৰ্ধনা লাভ কৰিলে, তাত তেনে অসমবিদ্বেষী কাহিনী-স্ৰষ্টাৰ প্ৰতি সামান্যতম ঘৃণা আৰু বিদ্বেষৰ চিহ্নও নাই।

কিন্তু গান্ধীৰ মনৰ পৰা সেই বিকৃত মনোভাৱ নিৰ্মূলকৰণৰ বাবে এই দুৰ্লভ সুযোগ সম্পূৰ্ণৰূপে গ্ৰহণ নকৰিলে নহ'ব। এই যুগৰ সৰ্বশ্ৰেষ্ঠ ভাৰতীয়ৰ মনত অসম সম্পৰ্কে তেনে অশুভ ধাৰণা থকাটো অসমৰ স্বাৰ্থৰ বাবেই ভয়াৱহ।

সেইদিনা গান্ধীৰ সন্মুখত বহিল কেইজনমান মহাপ্ৰাণ অসমীয়া। তৰুণৰাম ফুকন। হেমচন্দ্ৰ গোস্বামী। নবীন বৰদলৈ। চন্দ্ৰনাথ শৰ্মা। পণ্ডিত কালীৰাম মেধি। বাণীকান্ত কাকতি।

তেওঁলোকৰ দায়িত্ব অসাধাৰণ। ভাৰতক আৱিষ্কাৰ কৰিবৰ বাবেই মহাত্মা এদিন দক্ষিণ আফ্ৰিকালৈ গৈছিল। দক্ষিণ আফ্ৰিকাৰ অগণন হতভাগ্যৰ জীৱনৰ মাজত গান্ধীয়ে ভাৰতবাসীৰ হাহাকাৰ জীৱনৰ কথা কাণপাতি শুনিবলৈ পালে। মহাত্মা অসমলৈ আহিছে অসমৰ নিৰ্জন নিঃসঙ্গ জীৱনৰ মাজত স্বাধীনতা যুদ্ধৰ প্ৰতিশ্ৰুতি আৱিষ্কাৰ কৰিবৰ বাবে। কিন্তু অসমৰ অতীত গৌৰৱক মহাত্মাৰ আগত আৱিষ্কাৰ কৰি দেখুৱাব লাগিব। অসমীয়া যে পিণ্ডাৰীৰ দৰে ঠগ নহয়, সেই কথা প্ৰমাণৰ বাবে শ্ৰেষ্ঠ অসমীয়া কেইজন মহাত্মাৰ কাষ চাপি আহিল।

সেই কোঠাৰ একাষত, অদূৰত ৰহি আছিল জ্যোতি আৰু লক্ষ্মীধৰ। জ্যোতিক তালৈ লৈ গৈছিল চন্দ্ৰনাথে তেজপুৰলৈ যাওঁতে পকীত থাকিবলৈ মহাত্মাক আদৰি নিবৰ বাবে। লক্ষ্মীধৰ আছিল স্বেচ্ছাসেৱক বাহিনীৰ মুৰব্বীৰূপে।

জ্যোতিয়ে চকু বহলকৈ মেলি, অবাক দৃষ্টিৰে দেখিলে আৰু কাণপাতি শুনিলে সেই বিৰল দৃশ্য আৰু অপূৰ্ব কাহিনী।

গান্ধীৰ হাতলৈ এখন এখনকৈ তুলি দিয়া হ'ল শঙ্কৰদেৱৰ কীৰ্তন, ভাগৱত, মাধৱদেৱৰ ঘোষা, মাধৱ কন্দলীৰ ৰামায়ণ, ৰাম সৰস্বতীৰ মহাভাৰত, ভট্টদেৱৰ অসমীয়া গীতা তুলি দিয়া হ'ল বৰ্ণাঢ্য চিত্ৰ সম্বলিত হস্তীবিদ্যাৰ্ণৱ, গীত গোবিন্দ, শ্ৰীহস্ত মুক্তাৱলী, চিত্ৰ ভাগৱত, শঙ্খচূড় বধ। মহাত্মাৰ হৃদয় স্পৰ্শ কৰিলে। তৰুণৰামৰ মুখত ইংৰাজীৰ যেন প্লাৱন উঠিল। . . . সেই তাহানিতে, পোন্ধৰ শতিকাৰ শেষভাগতে শঙ্কৰদেৱে অসম ৰাজ্যত এক ৰক্তহীন বিপ্লৱৰ সূচনা কৰিলে। সৰ্বভাৰতীয় দৰ্শন, পৰম্পৰাৰ লগত অসমীয়াৰ এক আত্মিক সম্পৰ্ক স্থাপন কৰি ভাৰতৰ লগত অসমৰ আৱেগিক মিলন সম্পূৰ্ণ কৰিলে। পণ্ডিতৰ গ্ৰাসৰ পৰা ধৰ্ম, দৰ্শনক মুক্ত কৰি এই পাণ্ডৱবৰ্জিত অসমক এক দৰ্শন আৰু চৰিত্ৰ দান কৰিলে। ফলত, বৰ্ণমালাৰ সংস্পৰ্শলৈ নহা অত্যন্ত সাধাৰণ গাঁৱৰ অসমীয়াই নামঘৰত বহি কীৰ্তনত লিপিবদ্ধ প্ৰহ্লাদ চৰিত্ৰৰ জটিল তত্ত্বৰ কথা শ্ৰৱণ আৰু কীৰ্তন কৰি অভিভূত হ'ল। ভাগৱতৰ পদৰ মাজেদি এই ৰাজ্যৰ মানুহে সেই তাহানিয়েই মূল ভাৰতীয় সুৰ শুনিবলৈ পালে।

গান্ধী অভিভূত হ'ল। নিজৰ মনৰ চকুৰ আগত সেই শালপ্ৰাংশু আজানুলম্বিত হস্তৰ শঙ্কৰদেৱক তেওঁ দেখা পালে। জ্যোতিয়ে শুনিলে সেই বিচিত্ৰ কাহিনী।

কালীৰামে মহাত্মাৰ গভীৰতম হৃদয় স্পৰ্শ কৰিব পৰা মোহিনী বাণ নিক্ষেপ কৰিলে শঙ্কৰদেৱৰ কীৰ্তনৰ শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণ অধ্যায়ৰ এই পদেৰে ঃ কুকুৰ গৰ্দভ শৃগালৰো আত্মা ৰাম। জানিয়া সবাকো পৰি কৰিবা প্ৰণাম। . . . ৰাম বা কৃষ্ণ অথবা ঈশ্বৰ কেৱল মানুহৰ হৃদয়তে বাস নকৰে ঃ বাস কৰে কুকুৰ গাহৰি আৰু শিয়ালৰ অন্তৰতো। মানুহৰ আয়ত্ত অতিক্ৰম কৰি ৰামে কুকুৰ, গাহৰি, শিয়ালৰো আত্মাৰূপে স্থিতি লাভ কৰে।

মহাত্মাৰ বিবেক জাগ্ৰত হ'ল। হেমচন্দ্ৰ, তৰুণৰাম, নবীনচন্দ্ৰ, চন্দ্ৰনাথ, কালীৰাম, বাণীকান্তই অসমীয়াক পিণ্ডাৰীৰ দৰে ঠগ জ্ঞান কৰা গান্ধীৰ প্ৰবন্ধৰ কথা ঘূণাক্ষৰেও উল্লেখ কৰা নাই। যেন সেই ৰচনা পঢ়াৰ কথাটো সুদূৰেই, তেওঁলোকে তাৰ কথাও কেতিয়াও কাৰো পৰা শুনাই নাই। কিন্তু মহাত্মাই তীক্ষ্ণ দৃষ্টিৰে সেইকেইজন অসমীয়াৰ মুখত নিজৰ সেই ৰচনাৰ বিকৃত ব্যঞ্জনা অসীম বিদ্বেষৰ ৰূপত দেখা পালে। তেওঁ স্তম্ভিত হ'ল। তেওঁ হ'ল অনুতপ্ত। লগে লগে বিমুগ্ধ আৰু গৌৰৱান্বিত হ'ল জ্যোতি। সেইকেইজন মহাপ্ৰাণ অসমীয়াৰ প্ৰতি তাৰ শ্ৰদ্ধা উথলি উঠিল। অসম দেশ যে ইমান মহান, সুন্দৰ, বিচিত্ৰ,

সেই কথা ভাবি জ্যোতি উদ্বেলিত হ'ল।

এইবাৰ বাণীকান্তই কীৰ্তনৰ হৃদয় স্পৰ্শী সুৰেৰে শুনালে মহাত্মাক মহাপুৰুষৰ সেই অ-মৃত পদঃ ব্ৰাহ্মণৰ চণ্ডালৰ নিবিচাৰি কুল। দাতাত চোৰত যেন দৃষ্টি এক তুল॥ নীচত সাধুত যাৰ ভৈল এক জ্ঞান। তাহাকেসে পণ্ডিত বুলিয়া সৰ্বজন॥ বাইবেলৰ সৰল বাক্যৰ সুৰত বাণীকান্তই ইংৰাজীত সেই পদৰ ব্যাখ্যা কৰি দিলে। ব্ৰাহ্মণক তলৰ পৰ্যায়লৈ নমাই আনি চাণ্ডালক ব্ৰাহ্মণৰ পৰ্যায়লৈ উত্তীৰ্ণ কৰা। দাতাক চোৰৰ পৰ্যায়লৈ অধোনমিত নকৰি চোৰকো দাতাৰ পৰ্যায়ত উপবিষ্ট কৰা। সাধু আৰু নীচ একাকাৰ হৈ পৰক ঃ তেনে জ্ঞানৰ যি অধিকাৰী তেওঁকেহে সকলোৰে স্বীকাৰ কৰিব পণ্ডিত বুলি।

মহাত্মাৰ উপলব্ধি হ'ল সম্পূৰ্ণ। তেওঁৰ বিবেকৰো দংশন হ'ল পূৰ্ণ। গান্ধীয়ে অলপ সময়ৰ বাবে মৌনব্ৰত ধৰিলে। তৰুণৰাম আৰু তেওঁৰ সহযোগীসকলে অপলক দৃষ্টিৰে মহাত্মাৰ মুখলৈ চাই থাকিল। মহাত্মাই চকু মেলিলে আৰু মুহূৰ্ততে তেওঁৰ দুয়ো চকুৰ পৰা দুটোপাল চকুলো ওলাই আহিল।

## ॥ পোহৰ ॥

মহাত্মা গান্ধীৰ মাত্ৰ দুদিনীয়া ভ্ৰমণতে সমস্ত গুৱাহাটী নগৰৰ যেন যুগান্তৰ ঘটিল। আকাশে-বতাহে ইফালে-সিফালে চাৰিওফালে মহাত্মাৰ জয়ধ্বনি নিনাদিত হ'ল। চাৰিওফালে কেৱল প্ৰতিধ্বনিত হ'ল বন্দে মাতৰম ধ্বনি। যেনিয়েই চোৱা যায় তেনিয়েই জাতীয় পতাকাৰ বাহিৰে অন্য একো চকুত নপৰা হ'ল।

অগণন ছাত্ৰ কটন কলেজৰ পৰা মহাত্মা গান্ধীৰ ধ্বনি দি ওলাই আহিল। ভালেমান আইনজীৱী ওলাই আহিল আদালত বিসৰ্জন দি।

জ্যোতিয়ে দেখিলে, মহাত্মা অহাৰ আগৰ গুৱাহাটী আৰু মহাত্মা অহাৰ পিছৰ গুৱাহাটী একেখন গুৱাহাটীয়েই হৈ নাথাকিল। কোনো এক যাদুৰ সৰ্বগ্ৰাসী স্পৰ্শত যেন গুৱাহাটীৰ আকাশে-বতাহে মুক্তিৰ বতাহ প্ৰৱলৰ পৰা প্ৰৱলতৰ হ'বলৈ ধৰিলে।

মহাত্মাক চাবলৈ আৰু মহাত্মাৰ কথা শুনিবৰ বাবে অসমৰ বিভিন্ন প্ৰান্তৰৰ পৰা ধাৰ নিছিগা মানুহৰ সোঁত বৈছিল। তেওঁলোকে প্ৰত্যাৱৰ্তন কৰোতে যি মুক্তিৰ বাণী বহন কৰি নিছিল, সেই বাণী ফাগুনৰ বনৰীয়া জুইৰ দৰে বিয়পি পৰিল চাৰিও দিশত।

জ্যোতি চঞ্চল হৈ পৰিল। সি একে ঠাইতে শান্তিৰে থিয় হৈ থাকিব নোৱাৰা হ'ল। তাক যেন মহাত্মাই অবিৰত আহ্বান কৰিছে স্বাধীনতা সংগ্ৰামৰ যোদ্ধা হ'বৰ বাবে। চাৰিওফালৰ পৰা তাক যেন ব্ৰহ্মপুত্ৰৰ প্ৰৱাহিনী জলধাৰাই, পশ্চিমৰ পৰা পূবলৈ প্ৰবাহিত বতাহে হাতবাউল দি মাতিছে ঃ জ্যোতিপ্ৰসাদ, তুমি আহি যোৱা, জীৱনৰ যত সুৰ আছে যত আনন্দ আছে সেইবোৰেৰে তুমি মাতৃভূমিৰ মুক্তি যাত্ৰাত যোগ দিয়া ঃ মাতৃভূমিয়ে তোমাক কি দিব, সেইটো প্ৰশ্ন নহয়, প্ৰশ্ন হ'ল তুমি মাতৃভূমিক কি দিব পাৰিবা। তোমাৰ জীৱন মাত্ৰ এটাই ঃ সেই জীৱন অকাৰণ অন্তহীন বঞ্চনাত পৰিণত নকৰিবা।

জ্যোতিৰ দৃষ্টি উন্মনা হৈ পৰিল। জ্যোতিৰ দৃষ্টি আকাশলংঘা হ'ল।

সেইদিনা আবেলি তৰুণৰামৰ বাসভৱনৰ সন্মুখত মহাত্মাৰ ভাষণ শুনিবৰ বাবে পঁচিশ হেজাৰ লোক সমবেত হ'ল। মানুহ কেৱল আহিছেঃ ক'ৰপৰা কেনেকৈ আহিছে, কোনেও ক'ব নোৱাৰে। কেৱল আহিছে। বৃদ্ধ আহিছে, বৃদ্ধা আহিছে, আহিছে যুৱক-যুৱতী, আহিছে গৰ্ভৱতী মহিলা, আহিছে বালক-বালিকা, ৰোগশয্যাৰ পৰা লাঁখুটিৰ ভৰ লৈ বৃদ্ধ আৰু বৃদ্ধা। ওপৰত অনন্ত আকাশ, তলত জনসমুদ্ৰ। কেৱল বতাহত উৰি আছে অজস্ৰ ত্ৰিৰঙ্গ জাতীয় পতাকা।

জ্যোতি মহাত্মাৰ লগত ছাঁয়াৰ দৰে লাগি আছে। এনে এক পৰম সৌভাগ্যৰ পৰা সি নিজকে সমগ্ৰ পৃথিৱীৰ বিনিময়তো বঞ্চিত কৰিব নোৱাৰে। মঞ্চত মহাত্মাৰ পিছতে জ্যোতি বহিল।

মহাত্মাই ক'লে, পৃথিৱীৰ সকলো কালৰ সৰ্ববৃহৎ সমস্যা হ'ল দৰিদ্ৰতা। ভাৰতৰ দৰিদ্ৰ লোকৰ হাহাকাৰ আঁতৰোৱাৰ বাবে মই ভাৰতৰ স্বাধীনতাৰ আন্দোলন আৰম্ভ কৰিছো। দেশ স্বাধীন হ'লেহে দৰিদ্ৰতাৰ অৱসান হ'ব।.... আপোনালোকৰ মহান পুৰুষ শঙ্কৰদেৱে কুকুৰ-চণ্ডাল আৰু শৃগালৰ আত্মা ৰাম বুলি সেই তাহানিয়েই কৈ গৈছে। মই আমাৰ সমাজৰ আটাইতকৈ পিছপৰা হৰিজনসকলৰ উন্নতিৰ বাবে অহোপুৰুষাৰ্থ কৰিছো। কাৰণ, সেইসকলক উদ্ধাৰ কৰিব পাৰিলে মুক্তিৰ পথ সুগম হ'ব। আমি নিজেই আমাক বন্দী কৰি ৰাখি আমি মুক্ত হ'ম কেনেকৈ?

....ভাৰতীয় ৰাইজৰ আটাইতকৈ ডাঙৰ বিপদ হ'ল মনৰ ভয়ঃ মনৰ ভয়ৰ দৰে মানুহৰ ডাঙৰ শত্ৰু নাই। যেতিয়ালৈকে মনৰ পৰা ভয় ভাব আঁতৰ কৰিব নোৱাৰিব, তেতিয়ালৈকে স্বাধীনতাৰ বাবে যোগ্য হ'ব নোৱাৰিব। ভাৰতবাসীৰ মনৰ ভয় আঁতৰোৱাৰ বাবে মই এক যাত্ৰা আৰম্ভ কৰিছোঃ সেই যাত্ৰাত আপোনালোক সকলোৱে যোগ দিয়ক।

... মই মোৰ দেশ-মাতৃৰ সন্তানসকলৰ চকুৰ পানী মচিবৰ বাবে দেশৰ প্ৰান্তে প্ৰান্তে ঘূৰি ফুৰিছোঃ দেশৰ কৰুণ অৱস্থাই মোক দিনে দিনে ম্ৰিয়মান কৰিছে। আপোোলোক প্ৰতিজ্ঞাবদ্ধ হওকঃ মোৰ সেই যাত্ৰাত আপোনালোকে যোগ দিয়ক। দেশৰ স্বাধীনতা আমাৰ মূল লক্ষ্য। সেই পথ অত্যন্ত কঠিন। যি বৃটিছ সাম্ৰাজ্যত সূৰ্য পৰ্যন্ত ডুব নাযায়, মানে বৃটিছৰ অধীনত ইমানবোৰ দেশ পৃথিৱীত আছে যে এখনত সূৰ্য ডুব গ'লে অন্য এখনত সূৰ্য উদয় হয়, তেনে এখন সাম্ৰাজ্যৰ অধিকাৰীৰ বিৰুদ্ধে আমি সংগ্ৰাম কৰিবলৈ ওলাওঁতে সম্পূৰ্ণ অহিংস হ'ব লাগিব। শৰীৰ আৰু মন দুয়োফালৰ পৰাই হিংসাক সম্পূৰ্ণ ত্যাগ কৰিব লাগিব।....

মহাত্মাৰ বক্তৃতা অসমীয়ালৈ অনুবাদ কৰি দিলে তৰুণৰামে। তৰুণৰামৰ উদাত্ত ভাষাই সকলোকে মোহিত কৰিলে। প্ৰতিটো বাক্যৰ মূৰে মূৰে কৰধ্বনি কল্লোলিত হ'ল।

জ্যোতিয়ে তৰুণৰামৰ অসাধাৰণ শক্তি দেখি বিমোহিত হ'ল।

সন্ধিয়া তৰুণৰামৰ বাসগৃহৰ সম্মুখতে বিদেশী বস্ত্ৰদাহ যজ্ঞ আৰম্ভ হ'ল। মহাত্মাই জনতাক ক'লে, আমাৰ দেশৰ পৰাই বিনা মূল্যেৰে বুটিছে জাহাজেৰে কপাহ বিলাতলৈ নি তাৰ যন্ত্ৰত কাপোৰ তৈয়াৰী কৰি ভাৰতলৈ পঠিয়ায় আৰু আমাৰ মানুহে দাম দি সেই কাপোৰ পিন্ধে। সেই বিলাতী কাপোৰ দাহ কৰাৰ দ্বাৰা প্ৰথমতে মনৰ পৰা গোলামী ভাবটো দূৰ হয় আৰু দ্বিতীয়তে, আমাৰ যঁতৰত সূতা কটা দৰিদ্ৰ মুনিহ-তিৰোতাই জীৱননিৰ্বাহৰ উপায় পায়।..... আপোনালোকে এই কথা গম্ভীৰভাৱে ভাবি চাওক, আমি আমাক যিমান কাপোৰ লাগে তাতকৈ অধিক ব্যৱহাৰ কৰো। ইয়াৰ অৰ্থ হ'ল, আমাক লগাতকৈ আমি যদি অধিক বস্তু লগত ৰাখো তেনেহ'লে আমি চোৰ ঃ কাৰণ, আমি সেইখিনিৰ পৰা আন এজন লোকক বঞ্চিত কৰিছো।.....

মহাত্মাৰ কথা শেষ হোৱাৰ লগে লগেই চাৰিওফালৰ পৰা বিদেশী বস্ত্ৰ অগ্নিলৈ দলিয়াই দিয়া হ'ল। প্ৰথমেই দলিয়াই দিলে তৰুণৰামে নিজে ঃ বাৰিষ্টাৰ তৰুণৰামৰ ঘৰ বিদেশী চৌখিন কাপোৰেৰে উপচি আছিল। খন্তেকতে বস্ত্ৰদাহ যজ্ঞ ঘৃতাগ্নিত পৰিণত হ'ল। অগ্নিয়ে চাৰিও দিশ চমকৃত কৰিলে।

জ্যোতিৰ দান দিবলৈ একো নাই। পৰিধানত তাৰ আছিল এটা খদ্দৰৰে পঞ্জাবী আৰু এখন খদ্দৰৰ চুৰিয়া।

জ্যোতি উদ্ভাসিত হ'ল।

সি পৰিকল্পনা কৰিলে, তেজপুৰৰ পকীৰ সম্মুখতে তেনে এক বস্ত্ৰদাহ যজ্ঞ প্ৰস্তুত কৰিব লাগিব। পকীৰ ভিতৰত জমা হৈ থকা সংখ্যাহীন বিদেশী বস্ত্ৰ উলিয়াই আনি সি সেই অগ্নিত দাহ কৰিব।

তেজপুৰ অভিমুখে মহাত্মা জাহাজত উঠিল।

তেওঁৰ লগত তৰুণৰাম, নবীনচন্দ্ৰ, চন্দ্ৰনাথ, জ্যোতি।

জ্যোতিয়ে মহাত্মাৰ কাষ চাপি তেওঁৰ লগত কথা পতাৰ অতি আশা কৰিছিল। কিন্তু নেতাসকলৰ উপস্থিতিত সি মহাত্মাৰ কাষ চাপিব নোৱাৰিলে।

অসমৰ নেতাসকলক জনসমাবেশৰ সুদূৰত জাহাজত নীৰৱে লগ পাই গান্ধীয়ে নিজৰ দোষ স্বীকাৰ কৰিলে, যিটোক তেওঁ অভিহিত কৰিলে, হিমালয়ান-ব্লাণ্ডাৰ ৰূপে।

সেই ভেতিয়াই, লণ্ডনত বাৰিষ্টাৰী অধ্যয়ন কৰিবলৈ যাওতে তেওঁ মণিপুৰৰ বিষয়ে এক কাহিনী পঢ়িবলৈ পাইছিল। তাৰ কোনো এক সম্প্ৰদায়ৰ প্ৰতাৰণা আৰু ঠগ স্বভাৱৰ কথা জানিবলৈ পাই তেওঁৰ ধাৰণা হৈছিল, অসমৰ মানুহবোৰ প্ৰাচীন নিজস্ব সংস্কৃতি-পৰম্পৰা নাই, পিণ্ডাৰী আৰু ভীলৰ দৰে সেই মানুহবোৰো ঠগী। মহাত্মাই ক'লে, অসমত পদাৰ্পণ কৰিয়েই তেওঁ সেইটো যে কি এক মাৰাত্মক ভুল তাক হৃদয়েৰে উপলব্ধি কৰিলে আৰু তৰুণৰাম, নবীনচন্দ্ৰ আদিয়ে

তেওঁক বৰ্ণনা কৰা অসমৰ প্ৰাচীন গৌৰৱৰ কথা শুনি আৰু তেওঁক দেখুওৱা অসমীয়া কীৰ্তন-ঘোষা, ৰামায়ণ-মহাভাৰত-গীতা আদি দেখি তেওঁৰ অনুশোচনা সম্পূৰ্ণ হৈ উঠিল।

মহাত্মাই ক্ষমা প্ৰাৰ্থনা কৰিলে আৰু প্ৰতিশ্ৰুতি দিলে, অসমৰ পৰা প্ৰত্যাৱৰ্তন কৰিয়েই "ইয়ং ইণ্ডিয়া"ত অসমৰ সভ্যতা-সংস্কৃতি গৌৰৱৰ বিষয়ে এটা প্ৰবন্ধ লিখি তেওঁৰ ভুলৰ প্ৰায়শ্চিত্ত কৰিব।

এইবাৰ ম্ৰিয়মান হোৱাৰ সময় অসমৰ নেতাসকলৰ। আত্মানুশোচনাত অভিভূত মহাত্মাৰ মুখাৱয়ৱে তেওঁলোকক কৰিলে ব্যথিত। তৰুণৰামে ক'লে, মহাত্মাৰ প্ৰবন্ধৰ প্ৰত্যুত্তৰ দিয়াৰ উদ্দেশ্যে তেওঁলোকে অসমৰ প্ৰাচীন গৌৰৱৰ চানেকি সাহিত্য-চিত্ৰ-সমৃদ্ধি তেওঁৰ দৃষ্টিলৈ অনা নাছিল। অসমলৈ আহোতে অসমৰ অতীত আৰু বৰ্তমান সম্পৰ্কে মহাত্মাই জনাৰ প্ৰয়োজনতে তেওঁলোকে সেই প্ৰয়াস কৰিছিল। তেওঁৰ ক্ষমাপ্ৰাৰ্থনা, অনুশোচনাৰ প্ৰশ্ন উঠিবই নোৱাৰে।

তৰুণৰাম, নবীনচন্দ্ৰ, চন্দ্ৰনাথৰ ঠিক পিছতে বহি থকা জ্যোতি মহাত্মা গান্ধীৰ আত্ম-অনুশোচনাত অভিভূত হ'ল। 'হিমালয়ান-ব্লাণ্ডাৰ' ঃ মহাত্মাৰ মুখত এই দুটা শব্দ শুনি জ্যোতিয়ে ভাবিলে, মহৎ পুৰুষসকলে এনেকৈয়ে নিজৰ ভুলত নিজেই ম্ৰিয়মান হয় আৰু তেনেকৈয়ে নিজৰ ভুলক হিমালয়-সদৃশ ভুল জ্ঞান কৰে।

গভীৰ ৰাতি ব্ৰহ্মপুত্ৰত উজনিমুখী জাহাজ চলিছে।

জ্যোতিয়ে দেখিলে, বৰষুণৰ পিছৰ অষ্টমীৰ জোনে আকাশ আলোকিত কৰিলে।

জ্যোতিৰ টোপনি নাহিল।

কেবা শ বছৰৰ আগতে এই মহাবাহু নদীৰ বুকুৰেদি শঙ্কৰদেৱে তীৰ্থভ্ৰমণলৈ গৈছিল। যাত্ৰা কৰিছিল ভাৰতৰ মহাতীৰ্থলৈ অসমক কেৱল আৱিষ্কাৰ কৰিবৰ বাবে। অসমক আৱিষ্কাৰ কৰিবৰ বাবেই অসমৰ বাহিৰলৈ মহাপুৰুষৰ যাত্ৰাৰ প্ৰয়োজন হৈছিল।

সেইদৰে এদিন মহাত্মা গান্ধী দক্ষিণ আফ্ৰিকালৈ গৈছিল সুদূৰৰ পৰা, সুদূৰ বিদেশী ভূমিত থিয় হৈ, ভাৰতক আৱিষ্কাৰ কৰিবৰ বাবে।

আৰু আজি সেই যুগৰ ভাৰতৰ সৰ্বশ্ৰেষ্ঠ মানুহজন আহিছে অসমলৈ অসমৰ আত্মাক আৱিষ্কাৰ কৰি ভাৰত-মাতৃৰ সামগ্ৰিক মহত্ত্বক পুনৰাৱিষ্কাৰ কৰিবলৈ।

জ্যোতিয়ে অনুভৱ কৰিলে, এই নিৰবধি, অবিৰত আৱিষ্কাৰ-যাত্ৰাৰ আৰম্ভণি আছে, নাই তাৰ পৰিসমাপ্তি। সি জানে, দক্ষিণ আফ্ৰিকালৈ গৈ মহাত্মাই মানুহৰ অনাদি কালৰ মুক্তিৰ ধ্বনি কাণপাতি শুনি আহিছে। ভাৰতলৈ আহি তেওঁ আকাশে-বতাহে মুক্তিৰ সুৰ প্ৰতিধ্বনিত হৈ উঠা নাই এতিয়াও। সেই মুক্তিৰ ধ্বনি মহা নিনাদত পৰিণত কৰিব লাগিব ঃ এয়ে আছিল তেওঁৰ অঙ্গীকাৰ।

জ্যোতিয়ে নিজৰ ভাগ্যৰ কথা ভাবি নিজেই উৎফুল্লিত হৈ পৰিল। মহাত্মা গান্ধীৰ লগত সি একেখন জাহাজতে ভ্ৰমণ কৰিবলৈ পালে। তাৰ ঘৰত পৰমবাঞ্ছিত অতিথিৰূপে শুশ্ৰূষা কৰিবৰ বাবে সি মহাত্মাক আদৰি নিব পাৰিলে। জ্যোতিয়ে নিজৰ আনন্দত নিজেই হাঁহিলে। নিজৰ ভাগ্যৰ কথা ভাবি সি নিজেই ভাগ্যৱান হ'ল বুলি তাৰ এপাক নাচিবৰ মন গ'ল।

অতি পুৱাতে জাহাজ তেজপুৰ পালেগৈ। বিপুল জনতাই মহাত্মাক আদৰিবলৈ আহিছে।

জ্যোতিয়ে দেখিলে, মহাত্মাক আদৰিবৰ বাবে আহিছে তাৰ পিতাক পৰমানন্দ, মাতা কিৰণময়ী, দুজনী ভনীয়েক নীৰা আৰু অন্নপূৰ্ণা।

মহাত্মা জাহাজৰ পৰা নমাৰ লগে লগে প্ৰথমতে কিৰণময়ীয়ে এধাৰ বিবিধ ফুলৰ বিচিত্ৰ ৰঙৰ মালা তেওঁৰ ডিঙিত পিন্ধাই দিলে। কিৰণময়ীৰ পৰিধানত মুগাৰ মেখেলা, খদ্দৰৰ চাদৰ, পাটৰ ৰিহা। কিৰণময়ীয়ে মহাত্মাক সেৱা কৰিবৰ বাবে তললৈ মূৰ দোৱাইছিল। মহাত্মাই দুয়োখন হাতেৰে বাধা দি নমস্কাৰ জনালেঃ তেওঁৰ মুখত সেই শিশুসুলভ হাঁহি।

নীৰা আৰু অন্নপূৰ্ণাই সেই সুযোগতে মহাত্মাৰ চৰণ স্পৰ্শ কৰিলে।

নীৰাৰ গালত হাত বুলাই তেওঁ সুধিলে, "তোমাৰ নাম?"

"নীৰা"

"নীৰা?" তুমি নীৰজাঃ পদ্ম। সৌভাগ্যৱতী হোৱা।"

"তোমাৰ কি নাম?" মহাত্মাই অন্নপূৰ্ণাক সুধিলে।

অন্নপূৰ্ণা! ভগৱতী, দুৰ্গা। দুৰ্গাৰ দৰে তুমি সত্যৱতী হোৱা।"

মহাত্মাৰ আগমনত, মহাত্মাৰ আতিথ্য গ্ৰহণৰ মাহাত্ম্যত জ্যোতিৰ পৰিয়ালৰ পকী তীৰ্থস্থানত পৰিণত হ'ল।

কিৰণময়ীয়ে নীৰা আৰু অন্নপূৰ্ণাৰ লগ লাগি মহাত্মাৰ কোঠাটো পৰম পৱিত্ৰকৈ সজাই দিলে। বগলীৰ পাখিৰ দৰে শুভ্ৰ খদ্দৰৰ কাপোৰেৰে বিছনা, খদ্দৰৰ কভাৰেৰে আউজিব পৰা এটা দীঘল গাৰু। কাষৰ সৰু মেজত সজোৱা ফুল।

মহাত্মাই ছাগলীৰ গাখীৰ খাব বুলি জানি কিৰণময়ীয়ে এজনী খীৰতী ছাগলী কেইদিনমানৰ আগতে ঘৰলৈ আনিছিল। ৰাতিপুৱাই মহাত্মাই বেলৰ চৰবত খায়। মহাত্মাৰ আহাৰ সামান্যঃ এখন শুকান ৰুটি, বেঙেনা আৰু আলুৰ পিটিকা। ৰাতিপুৱাই কিৰণময়ীয়ে মৌ ৰস মিহলাই তেওঁক এগিলাছ গৰমপানী খাবলৈ দিলে।

অতি কাষৰ পৰা মহাত্মাক দেখি জ্যোতি বিস্ময়াভিভূত হ'ল। নিজেই ঘঁতৰত কটা সূতাৰ এখন চুৰিয়া, আঁঠুৰ ওপৰতে পৰা। শৰীৰৰ ওপৰখিনি সুদা। এযোৰ উৰলি যোৱা ছেণ্ডেল। এটা ঘড়ী। আহাৰ হ'ল ছাগলী গাখীৰ, পোৰা বেঙেনা, সিজোৱা আলু। ৰাতিপুৱা বেলৰ চৰবত। এটা বটলত পানী।

এইজনেই বর্তমান ভাবতব সর্বশ্রেষ্ঠ পুরুষ? যি ভাৰতীয় সভ্যতা-সংস্কৃতিব পূর্ণ প্রতিনিধিত্ব কৰে? এৱেঁই এই বিশাল দেশৰ স্বাধীনতা আন্দোলনৰ নেতৃত্ব কৰিছে?

জ্যোতি মহাত্মাৰ প্রতি সম্পূর্ণ আকৃষ্ট হৈ পৰিল।

জ্যোতিব বাৰে বাৰে মনত পবিল গুৱাহাটীব সভাত কোৱা মহাত্মাব কথাৰে: তোমাক যিখিনি বস্তু লাগে তাতকৈ যদি তোমাব অধিক আছে, তেনেহ'লে তুমি চোৰত পৰিণত হ'বা। কাবণ, তুমি লগব আন এজন মানুহক সেই বস্তুব পৰা বঞ্চিত কৰিছা।

তাৰ সর্বশ্রেষ্ঠ প্রমাণ মহাত্মা নিজেই। জ্যোতিয়ে বিচাৰ কৰি চালে। মহাত্মাব নিজৰ বুলিবলৈ যিকেইটা বস্তু আছে, তাতকৈ সামান্য কমো -তেওঁৰ থাকিব নোৱাৰিলেহেঁতেন।

গধূলি দহমান বজাত মানুহব ভিৰ যেতিয়া কমিল, তেতিয়া জ্যোতি বহিল মহাত্মাব কাযত।

চছমা তললৈ নমাই গান্ধীয়ে সুধিলে, "জ্যোতিপ্রসাদ, তোমাব আতিথেয়তাত মই সন্তুষ্ট। তোমাব বয়স কিমান?"

"ওঠৰ বছৰ।"

"পঢ়া?"

"মেট্রিক দিম এইবাৰ।"

"তোমাৰ জীৱনৰ লক্ষ্য কি, জ্যোতিপ্রসাদ?"

জ্যোতিৰ হিন্দী সঠিক নহয় বুলি জানি গান্ধীয়ে ইংৰাজীতে সুধিলে।

"প্রথমতে ভাবিছিলো সাহিত্য-চর্চা কৰিম। এতিয়া দেশৰ স্বাধীনতাৰ বাবে পূর্ণোদ্যমে লাগিম।"

"তুমি কি লিখিছিলা?"

জ্যোতিয়ে পৰম যত্নেৰে হাতত তাৰ "শোণিত কুঁৱৰী"ৰ পাণ্ডুলিপি ৰাখিছিল। সেইখন গান্ধীলৈ আগবঢ়াই দিলে।

মহাত্মাই অলপ সময় নাটকখন চালে। "ইয়াৰ বিষয় কি?"

দ্ব্যৰ্থহীন কণ্ঠস্বৰেৰে জ্যোতিয়ে ক'লে, "মূল থিমটো হ'ল মুক্তিৰ। আমাৰ এই তেজপুৰৰ প্ৰাচীন নাম আছিল শোণিতপুৰ। শোণিতপুৰৰ ৰজা বাণ আছিল দানৱ, অত্যাচাৰী। তেওঁৰ কন্যা ঊষাই শ্ৰীকৃষ্ণৰ নাতি অনিৰুদ্ধক বিয়া কৰাব খুজিছিল। কিন্তু বাণে দিছিল বাধা। বাণাসুৰে তপস্যা কৰি শিৱৰ পৰা অজেয় হোৱাৰ বৰ লাভ কৰিছিল। অনিৰুদ্ধক বাণে বন্দী কৰিলে। নাতিয়েকক উদ্ধাৰ কৰিবৰ বাবে সুদূৰ দ্বাৰকাৰ পৰা আহিল শ্ৰীকৃষ্ণ। হৰি-হৰৰ যুদ্ধত বাণে নিজৰ ভুল স্বীকাৰ কৰি অনিৰুদ্ধক মুক্ত কৰি ঊষাক বিয়া দিলে। ঊষা আৰু অনিৰুদ্ধ দুয়ো মুক্ত হ'ল।"

মৃদু হাঁহিৰে মহাত্মাই জ্যোতিৰ মুখলৈ অলপ সময় চাই থাকিল।

"জ্যোতিপ্ৰসাদ, তুমি এই বয়সতে, মেট্ৰিক পৰীক্ষা দিয়াৰ আগতেই, এখন সম্পূৰ্ণ নাটক লিখিলা। তোমাৰ বয়সত তোমাৰ তুলনাত মই বৰ অশিক্ষিত আছিলোঁ যেন লাগে। মই তৰুণৰাম আৰু চন্দ্ৰনাথৰ মুখত শুনিলো, তোমাৰ পৰিয়ালে মহাপুৰুষ শঙ্কৰদেৱ আৰু মাধৱদেৱৰ মহৎ পুথিসমূহ গ্ৰন্থাকাৰে ছপা কৰিছিল। সেই পুথিবোৰৰ মহত্ত্ব তুমি উপলব্ধি নকৰাকৈ থকা নাই। মহাপুৰুষে ভাৰতীয় দৰ্শন তত্ত্ব চিন্তাৰ লগত অসমৰ মানুহৰ যোগসূত্ৰ স্থাপন কৰি অসমৰ লগত ভাৰতৰ তাত্ত্বিক আৰু আবেগিক সমন্বয় সাধন কৰিছিল। সেই মহামূল্য পুথিবাশি সংগ্ৰহ কৰি তোমাৰ পিতামহে আধুনিক প্ৰেছত ছপা কৰি গ্ৰন্থাকাৰে প্ৰকাশ কৰি গৈছে। সেই মহৎ পিতামহৰ যোগ্য উত্তৰাধিকাৰী তুমি! তোমাৰ সৌভাগ্যৰ কথা ভাবি মই বৰ আনন্দ পালো, জ্যোতিপ্ৰসাদ!"

মহাত্মাই বিছনাৰ কাষৰে খেলফুত সযত্নে ৰখা কীৰ্তন পুথিখন হাতত লৈ পৰমানন্দে পাত লুটিয়াবলৈ ধৰিলে।

"কিন্তু, জ্যোতিপ্ৰসাদ, তুমি তোমাৰ সাহিত্য-সৃষ্টিক অৱজ্ঞা কৰি স্বাধীনতা আন্দোলনত যোগ দিব নোৱাৰিবা। দুয়োটা কাৰ্য একেলগে তুমি কৰিব লাগিব। বৰং তুমি সাহিত্য সৃষ্টিত একান্ত মনে ব্ৰতী হ'ব লাগিব। পৰমেশ্বৰে মানুহক দান দিয়া আটাইবোৰ গুণৰ ভিতৰত শ্ৰেষ্ঠ হ'ল ভালকৈ লিখিব পৰাটো। মনত দেশপ্ৰেমৰ অনুভূতি থকা যিকোনো এজন লোকেই মুক্তিযুঁজাৰু হ'ব পাৰে। কিন্তু যিকোনো এজন লোকেই লিখক হ'ব নোৱাৰে। যিকোনো এজন লিখক মুক্তিযুঁজাৰু হ'ব পাৰে। যিকোনো এজন মুক্তিযুঁজাৰুৱেই লিখক হ'ব নোৱাৰে। তুমি যিটো গুণ পৰম ভাগ্যৰ বলত লাভ কৰিছা, সেইটোক জীৱনৰ সকলো ব্ৰত, শক্তি, অনুপ্ৰেৰণাৰে তুমি ৰসোত্তীৰ্ণ স্তৰলৈ উত্তৰণ ঘটাব লাগিব। মই বৰ আনন্দ পাইছো, তোমাৰ প্ৰথম নাটকখনৰ অন্তৰ্নিহিত শক্তি হ'ল মুক্তি-চেতনা। সেই মুক্তি-চেতনাই তোমাক ইতিমধ্যে মুক্তিযোদ্ধাত পৰিণত কৰিলেই। তুমি মুক্তি আন্দোলনত যোগ নিদিয়াকৈয়ো দেশপ্ৰেমিক হ'ব পাৰিবা। জ্যোতিপ্ৰসাদ, তোমাক মই আশীৰ্বাদ দিলো, তুমি সাৰ্থক লিখক হৈ দেশমাতৃৰ সেৱাত ব্ৰতী হোৱা।"

মহাত্মাই পুনৰ 'শোণিত কুঁৱৰী' মেলি চালে।

জ্যোতিৰ চকুৰেদি নীৰৱে দুটোপাল পানী ওলাই আহিল।

## ॥ ষোল্ল ॥

তেজপুৰৰ পৰা মহাত্মা গান্ধীৰ বিদায়ৰ ঠিক আগতে পকীৰ সন্মুখৰ চোতালত এক বিদেশী-বস্ত্র-দগ্ধ যজ্ঞৰ আয়োজন হ'ল। তাৰ নেতৃত্ব চন্দ্ৰনাথ, অমিয়ই লৈছিল যদিও, বিদেশী বস্ত্র সংগ্রহৰ সমস্ত দায়িত্ব গ্রহণ কৰিছিল জ্যোতি আৰু লক্ষ্মীধৰে।

জ্যোতিয়ে ঘৰৰ সকলোকে জনাই দিলে, ঘৰৰ ক'তো এক ইঞ্চিও বিলাতী কাপোৰ থাকিব নোৱাৰিব। আটাইবোৰ বিদেশী বস্ত্র অগ্নিলৈ দলিয়াই দিব লাগিব। বিদেশী বস্ত্র দাহৰ লগে লগে সমস্ত পকীৰ পৰা বিদেশী বস্তুৰ স্পৰ্শ পৰ্যন্ত নাইকিয়া কৰি পেলাব লাগিব। প্রথমতে পকীৰ বাৰাণ্ডাত বহি মহাত্মাই ক'লেঃ বিদেশী বস্ত্র দাহ কেৱল এক প্রতীকী প্রতিবাদেই নহয়। ভাৰতৰ পূৰ্ণ স্বাধীনতা যেতিয়া আমাৰ লক্ষ্য, তেতিয়া আমাৰ ব্যৱহাৰ সম্পূর্ণভাৱে ভাৰতীয় হ'ব লাগিব। ভাৰতীয় মানুহে নিজ হাতে সূতা কাটি বোৱা কাপোৰহে আমি পিন্ধিব লাগিব। মন স্বাধীনতাৰ বাবে আকুল হ'লেও শৰীৰৰ বিদেশী বস্ত্রই সেই মনক বাৰে বাৰে বাধা দিব। মন আৰু শৰীৰৰ পূৰ্ণভাৱে সমন্বয় নহ'লে, চিন্তা আৰু মনৰ মাজত সম্পূৰ্ণ সমন্বয় নহ'লে, এজন যথাৰ্থ দেশপ্রেমিক হ'ব নোৱাৰে। প্রকৃতাৰ্থৰ দেশপ্রেমিকৰ বাবে দেশৰ স্বাধীনতাতকৈ মহত্তৰ দায়িত্ব আৰু কৰ্তব্য একো থাকিব নোৱাৰে। মানুহৰ আটাইতকৈ ডাঙৰ লোভ হ'ল জীয়াই থকাৰ লোভ। সেই লোভ অতিক্রমি যিজনে সমুখ সমৰত আগুৱাই যায় তেৱেঁই হ'ল ভাৰতমাতৃৰ শ্রেষ্ঠ সন্তান।...

তৰুণৰামে উদাত্ত ভাষাৰে মহাত্মাৰ প্ৰত্যেকটো শব্দ অসমীয়ালৈ ৰূপান্তৰিত কৰিলে। বিশাল জনতাই বাৰে বাৰে হাত চাপৰি বজাবলৈ ধৰিলে।

মহাত্মাৰ মুখলৈ গভীৰ উদ্দীপনাৰে জ্যোতিয়ে চাই থাকিল। মহাত্মাই ক'লে, "যিসকলে প্রচাৰ কৰিছে যে বিদেশী বস্ত্র দাহ কৰাৰ পৰিণামত কাপোৰৰ দাম বৃদ্ধি হ'লে দৰিদ্ৰ লোকৰ অৱস্থা বিষম হ'ব, সেইসকলে প্রকৃততে বিদেশীৰ

স্বাৰ্থতে তেনে কথা কৈছে। আচল কথাটো কি? বৃটিছ চৰকাৰে এটাও পাতি পইচা নিদিয়াকৈ ভাৰতৰ পৰা কপাহ জাহাজেৰে ইংলণ্ডলৈ নি লাংকাশ্বায়াৰৰ মিলত কাপোৰ তৈয়াৰ কৰি ভাৰতলৈ আনি আমাৰ মানুহক বিক্ৰী কৰে। এতিয়া যদি সেই প্ৰত্যেক ঘৰে ঘৰে হোৱা কপাহেৰে ঘৰতে বৈ কাপোৰ মানুহে পিন্ধে, তেনেহ'লে কাপোৰ কিনাতকৈ বহু কম খৰচতে সেই কাম নহ'বনে? এই পৱিত্ৰ কামৰ লগত আমাৰ দেশৰ অতি দৰিদ্ৰ শিপিনীৰ অন্ন-সংস্থানৰ কথাটোৱো একাত্মভাৱে জড়িত আছে।.....

"মই পিন্ধি থকা সেই চুৰিয়াখন মই নিজে সূতা কাটি বোৱা কাপোৰৰ। এই কামত আৰ্থিক স্বাৱলম্বিতাৰ উপৰিও মনৰ স্বাধীনতা আৰু পৱিত্ৰতা নিহিত আছে। সূতা কাটি থাকোতে মনলৈ এটা অতি পৱিত্ৰ ভাব আহেঃ মোক যিখিনি কাপোৰ লাগে সেইখিনিৰ বাবে আন এজনৰ পৰিশ্ৰমৰ প্ৰয়োজন নাইঃ তোমাৰ বাবে আন এজনে নিজৰ বহুমূলীয়া সময় খৰচ কৰিব নালাগে। স্বাৱলম্বিতাই হ'ল মানুহৰ সভ্যতা আৰু সংস্কৃতিৰ প্ৰাণস্বৰূপ। ইয়াৰ লগত দেশৰ স্বাধীনতাৰ প্ৰশ্নটো নিবিড়ভাৱে জড়িত হৈ আছে। নিজৰ কাপোৰ নিজে সূতা কাটি, নিজে বৈ পিন্ধাৰ যি স্বাধীনতা, সেই স্বাধীনতাই এজনক দেশৰ স্বাধীনতাৰ হকে প্ৰাণ আহুতি দিবলৈ অনুপ্ৰেৰণা যোগায়। সূতা কাটি থাকোতে মনলৈ যি পৱিত্ৰ ভাব আহে, তাৰ লগত ঈশ্বৰ-বন্দনাৰ আনন্দক তুলনা কৰিব পাৰি।' ....

... মই যে আঁঠুৰ ওপৰত ঘৰত বোৱা এই খদ্দৰৰ চুৰিয়া পিন্ধিছো, তাৰ কাৰণ হ'ল মোৰ এই ভাৰতবৰ্ষত শতকৰা আশীজন গৰীৱ লোক আছে যাৰ সেইখনতকৈ সামান্য দীঘলো চুৰিযা পিন্ধিবৰ বাবে সামৰ্থ্য নাই। ভাৰতৰ স্বাধীনতা মানে সেইসকল অষ্টম দৰিদ্ৰক পিন্ধিবৰ বাবে অকণ কাপোৰ, দুবেলা দুসন্ধ্যা পেট ভৰাই খাবলৈ অন্ন আৰু থাকিবৰ বাবে মূৰৰ ওপৰত এখন চালি দিয়া। ঈশ্বৰ যদি কেনেবাকৈ এই দৰিদ্ৰসকলৰ সন্মুখত থিয় দিয়েহি, তেনেহ'লে তেওঁ হাতত আনিব লাগিব একাহী ভাত। পেটৰ ভোকত জীয়াই থকাটো কি দুৰ্বিষহ যন্ত্ৰণা, তাক সেই দৰিদ্ৰজনৰ বাহিৰে আনে কোনে বুজিব?",...

দৰ্শক-শ্ৰোতাৰ মাজৰ বেছি ভাগৰে চকুত দেখা গ'ল পানী। হাতত বিদেশী বস্ত্ৰ লৈ থকা জ্যোতি অশান্ত হৈ পৰিল।

জ্যোতিয়ে দেখিলে, মাতৃ কিৰণময়ীৰ দুয়ো গালেদি চকুপানী নিগৰি আহিছে। পকীৰ সন্মুখৰ চোতালত ঘৃতাগ্নিৰ দৰে বস্ত্ৰ-যজ্ঞৰ অগ্নি দপদপকৈ জ্বলিবলৈ ধৰিলে।

মহাত্মাই সৰ্বপ্ৰথমে জ্যোতিৰ হাতৰ পৰা লৈ এখন বিদেশী বস্ত্ৰ অগ্নিলৈ দলিয়াই দিলে। দ্বিতীযটো দিলে তৰুণৰামে। জ্যোতিয়ে এইবাৰ এটাৰ পিছত এটাকৈ ঘৰৰ সকলো বিদেশী বস্ত্ৰ দপদপকৈ জ্বলি থকা অগ্নিত নিক্ষেপ কৰিলে।

চাৰিওফালৰ পৰা মানুহে বস্ত্ৰ দলিয়াবলৈ ধৰিলে। কুণ্ডলীৰ আকাৰত ধোঁৱা

আকাশ অভিমুখে উঠিল। লগে লগে আকাশ-বতাহ নিনাদি কল্লোলিত হ'লঃ মহাত্মা গান্ধী কী জয়। ভাৰত-মাতা কী জয়।

জাহাজঘাটত মহাত্মাই নগাঁও অভিমুখে বিদায় ল'লে। কিৰণময়ীয়ে গান্ধীক পিন্ধাই দিলে ফুলৰ মালা। মহাত্মাই কিৰণময়ীক ক'লে, "আপোনাৰ পুত্ৰ জ্যোতিপ্ৰসাদৰ দেশপ্ৰেমে মোক মুগ্ধ কৰিলে। তেওঁৰ মনৰ ভাব আৰু তেওঁ কৰা কামৰ মাজত সামান্য প্ৰভেদো নাই। তেওঁৰ কথা মই সততে মনত ৰাখিম। তেওঁৰ ভৱিষ্যৎ অতি উজ্জ্বল। ভালদৰে চাব, যাতে তেওঁৰ পঢ়াৰ ক্ষতি নহয়। জ্যোতিপ্ৰসাদক মই আশীৰ্বাদ দিলো।"

মহাত্মাৰ বিদায়ৰ পিছত জ্যোতি বহুত সময় ধৰি ব্ৰহ্মপুত্ৰৰ পাৰত অকলে বহি থাকিল।

তাৰ মন আৰু হৃদয় আশা আৰু প্ৰত্যয়, গৌৰৱ আৰু আনন্দেৰে উপচি পৰিল। এই মহান ভাৰতৰ এজন মহামানৱ দুদিনৰ বাবে আহি তাৰ ঘৰ পৱিত্ৰ কৰি থৈ গ'ল। জনমে জনমে এই ঘৰ পৱিত্ৰ, জ্যোতিৰ্ময় হৈ থাকিব। এই ঘৰৰ প্ৰতিটো অণুৰ লগত বিজড়িত হৈ থাকিব মহাত্মাৰ মৃত্যুহীন স্মৃতি। সময় অতিবাহিত হ'ব, ব্ৰহ্মপুত্ৰইদি অবিৰত জলধাৰা হ'ব প্ৰবাহিত, পূবাকাশত অজস্ৰ সূৰ্য উদয় হ'ব, অজস্ৰ সূৰ্য ডুব যাব পশ্চিমাকাশত। এই পৃথ্বীৰ প্ৰত্যেক অণুৰ লগত মিহলি হৈ থাকিব মহাত্মাৰ পৱিত্ৰ পদধূলিৰ বিনন্দীয়া সৌৰভ।

বাৰে বাৰে জ্যোতিৰ মনত পৰিল তাক কোৱা মহাত্মাৰ কথাখিনিঃ "জ্যোতিপ্ৰসাদ, তোমাৰ সাহিত্য-সৃষ্টিক অৱজ্ঞা কৰি স্বাধীনতা আন্দোলনত যোগ দিব নোৱাৰিবা। দুয়োটা কাৰ্য তুমি একেলগে কৰিব লাগিব। বৰং তুমি সাহিত্য সৃষ্টিত একান্ত মনে ব্ৰতী হ'ব লাগিব। ... পৰমেশ্বৰে মানুহক দান দিয়া আটাইবোৰ গুণৰ ভিতৰত শ্ৰেষ্ঠ হ'ল ভালকৈ লিখিব পৰাটো। যিকোনো এজন লিখকেই মুক্তিযুঁজাৰু হ'ব পাৰে, কিন্তু যিকোনো এজন মুক্তিযুঁজাৰুৱেই লিখক হ'ব নোৱাৰে।"....

জ্যোতিৰ হৃদয় গৌৰৱেৰে উদ্বেলিত হ'ল। সি দীঘল দীঘলকৈ নিশ্বাস লৈ বিশাল নদীৰ বায়ু সেৱন কৰিবলৈ ধৰিলে। সি মহাত্মাৰ বাণীকে শিৰোগত কৰি ল'ব। দেশৰ মুক্তিৰ আন্দোলন আৰু সাহিত্য সাধনাঃ দুয়োটাই হ'ব তাৰ জীৱনৰ লক্ষ্য। ৰচনাৰ মাজেৰে সি ফুটাই তুলিব মানুহৰ মুক্তিৰ চিৰন্তন বাসনা। সেই ৰচনা হ'ব তাৰ দেশপ্ৰেমৰে সমাৰ্থক, অথবা ক'ব পাৰি ইটো সিটোৰ পৰিপূৰক। জ্যোতিৰ ধাৰণা হ'লঃ কি বিস্তীৰ্ণ সুন্দৰ এই পৃথিৱী। কি মনোৰম সেই বিশাল নীলা আকাশ। কি স্নিগ্ধ এই ধীৰে ধীৰে প্ৰবাহিত বতাহ। হঠাতে সি যেন শুনিবলৈ পালে মহাজীৱনৰ গীতঃ ভয় নাই, ভয় নাই, এই বিনন্দীয়া পৃথিৱীত নাই কোনো শঙ্কা। আছে কেৱল মুক্তিৰ বাণীঃ মুক্তিৰ গীত দিশে দিশে।

জ্যোতিয়ে সিদ্ধান্ত কৰিলে, সি তেজপুৰৰ চৰকাৰী হাইস্কুল বৰ্জন কৰিব।

সি ভাস্ত নপঢ়েও আৰু তাৰ পৰা মেট্ৰিকো নিদিয়ে। পিতা পৰমানন্দ আৰু মাতৃ কিৰণময়ী চিন্তাত পৰিল। চন্দ্ৰকুমাৰৰ লগত আলোচনাৰ বাবে পৰমানন্দ তামোলবাৰীলৈ গ'ল।

সিদ্ধান্ত হ'ল, জ্যোতি কলিকতালৈ যাব। শৰৎ বসুয়ে স্বাধীনভাৱে স্থাপন কৰা বিদ্যাপীঠত সি পঢ়িব।

বন্দে মাতৰমৰ ৰাজ্য কলিকতালৈ পুনৰ যাবলৈ পাই জ্যোতি প্ৰফুল্লিত হ'ল।

কলিকতালৈ যাবৰ দিনা ৰাতিপুৱা জ্যোতিয়ে কিৰণময়ীক ক'লে, "মা, তোমাৰ টিপচি চৰাইটোৱে আজিকালি বহুত ওপৰলৈকে উৰিব পৰা হ'ল। কিন্তু বহুত ওপৰলৈকে উৰিব পৰা হ'লেও মই তোমাৰ কাষলৈ বাৰে বাৰে উভতি আহোঁ। মই কবি ওৰ্ডছৱৰ্থৰ চৰাইটোৰ দৰেঃ সি উৰে কিন্তু পৃথিৱীলৈ বাৰে বাৰে উভতি আহে। মই এইবাৰ বহুত দিন কলিকতাত থাকিম। মেট্ৰিক পৰীক্ষা দিহে ঘৰলৈ আহিম। প্ৰত্যেক সোমবাৰে তোমাৰ চিঠিৰ বাবে মই বৈ থাকিম। দুপৰীয়া বাৰবজালৈকে তোমাৰ চিঠিৰ বাবে মই বৈ থাকিম। দুপৰীয়া বাৰবজালৈকে তোমাৰ চিঠিৰ বাবে মই বৈ থাকিব পাৰিম। তাৰ পিছত আৰু মই বৈ থাকিব নোৱাৰিম। মোৰ চকুৰ পৰা পানী ওলাই আহিব।"

জ্যোতিৰ চকু চলচলীয়া হ'ল। "কিন্তু টিপচিয়ে মাকলৈ প্ৰতি সোমবাৰে চিঠি লিখিব নে নিলিখে? মই কথা দিলো, লিখিম। তুমি?"

"মাজে মাজে মোৰ চিঠি লিখা পলম হ'ব পাৰে। মই মেট্ৰিক পৰীক্ষা দিব লাগিব। তোমাৰ চিঠি পোৱামাত্ৰকে মই উত্তৰ দিয়াটো হৈ যাবঃ তোমাৰ চিঠি পাই মই যি আনন্দ পাম তাৰ মাজতে মোৰ উত্তৰ দিয়া হৈ থাকে।"

ৰাতিপুৱাৰ পৰা ৰূপহী চঞ্চল হৈ উঠিছে। তাই গম পালে, জ্যোতি ক'ৰবালৈ যাব আৰু এইবাৰ সি বহুদিনলৈ নাহিব। তাই জ্যোতিৰ লগ এৰা নাই। সি যেনিয়েই যায় তায়ো তাৰ ভৰি দুটাৰ মাজত সোমাই গৈ থাকে। এবাৰ তাই জ্যোতিৰ মোজা এজোৰ কামোৰ মাৰি তাৰ আগত হাজিৰ হ'লহি।

জ্যোতি জাহাজত উঠিল। তাক আগবঢ়াবলৈ ঘৰৰ সকলো আহিছিলঃ পৰমানন্দ, কিৰণময়ী, কমলা, বিবেকা, অন্নপূৰ্ণা,হৃদয়া। আহিছিল কেবাজনো নিকটাত্মীয়, বন্ধু-বান্ধৱ। আৰু আহিছিল ৰূপহী।

কিৰণময়ীৰ মুখত এক হাঁহি দেখা পালে জ্যোতিয়ে। সি ভালদৰে জানে, কান্দোন লুকুৱাবৰ বাবেই মাকৰ এই হাঁহি। তাৰো কান্দোন ওলাই আহো আহো অৱস্থা। কিন্তু সি জোৰ কৰি কান্দোন বন্ধ কৰিছেঃ সি প্ৰমাণ কৰিববলৈ বিচাৰিছে কেৱল কলিকতালৈকে নহয়, সি পৃথিৱীৰ যিকোনো ঠাইলৈকে যাবলৈ সাজুঃ ঘৰৰ মানুহবোৰেই তাৰ একমাত্ৰ আপোন মানুহ নহয়। তাৰ চকুত পানী থাকিব পাৰে, কিন্তু ঘৰৰ মানুহৰ আগত চকুপানী টুকিলে তাৰ বীৰত্বৰ মহিমা থাকিব ক'ত! সি জোৰেৰে চকুপানী বন্ধ কৰিলে।

অন্নপূৰ্ণাই চকুপানী টুকিব খুজিছিল। জ্যোতিয়ে তাইক দুহাতেৰে ওপৰলৈ দাঙি দুগালত দুটা চুমা খালে।

জাহাজ এৰিবৰ সময় হ'ল। জ্যোতিয়ে পিতৃ আৰু মাতৃক সেৱা কৰিলে।

তেওঁলোক সকলো জাহাজৰ পৰা নামি আহিল। তললৈ নামি আহিও ৰূপহীয়ে বিজুলী গতিৰে গৈ জ্যোতিৰ হাত দুখন চেলেকিবলৈ ধৰিলে। জাহাজ এবাৰ আগমুহূৰ্তত ৰূপহীক জোৰেৰে নমুৱাই নিয়া হ'ল।

কোনো এক ফৰকাল ৰাতিপুৱা জ্যোতি কলিকতা পালেগৈ।

এখন ঠাইত ভৰি দিয়েই জ্যোতিয়ে সৰ্বপ্ৰথমে দীঘলকৈ নিশ্বাস লৈ সেই ভূমিৰ জীৱন-স্বাদ গ্ৰহণ কৰে।

সি কলিকতালৈ ইয়াৰ আগতে ছবাৰ নে সাতবাৰ আহিছে। আৰ্মেনিয়াম ষ্ট্ৰীটত আছিল ককাদেউতাক হৰিবিলাসৰ ডাঙৰ ঘৰ। সেই ঘৰত সি কেবাবাৰো আছিল। সেই ঘৰ কিছু বছৰৰ আগতে বিক্ৰী কৰা হৈছে।

জ্যোতি কেইদিনমান আছিল ৰয়েল হোটেলত। তাৰ পিছত ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ ঘৰৰ কাষৰ বিদ্যাসাগৰ স্কোৱাৰৰ সৰু দুমহলীয়া ঘৰ এটাত জ্যোতি থাকিবলৈ ল'লে।

কলিকতাত উপস্থিত হৈয়েই জ্যোতিৰ প্ৰথম কাম হ'ল লক্ষ্মীনাথ আৰু প্ৰজ্ঞাসুন্দৰীক দেখা কৰা। লক্ষ্মীনাথক 'শোণিত কুঁৱৰী' নাটক চাবলৈ দিয়াৰ আগ্ৰহ তাৰ অত্যুগ্ৰ হৈছিল।

"বৰদেউতা, মই জ্যোতি।"

লক্ষ্মীনাথৰ হাওৱাৰ ঘৰৰ ভিতৰত সোমায়েই জ্যোতিয়ে লক্ষ্মীনাথৰ সন্মুখীন হ'ল। জ্যোতিৰ মাত শুনা মাত্ৰকে প্ৰজ্ঞাসুন্দৰীও ওলাই আহিল।

জ্যোতিয়ে লক্ষ্মীনাথক সেৱা কৰিলে। জেঠাইদেউ প্ৰজ্ঞাসুন্দৰীক সি সেৱা কৰিবলৈ ধৰোতেই তেওঁ তাক আথেবেথে তুলি দুয়োখন গালতে এটাকৈ চুমা খালে।

"জ্যোতিপ্ৰসাদ, মাজুৱে (চন্দ্ৰকুমাৰে) চিঠি লিখিছিল, তুমি কলিকতালৈ পঢ়িবলৈ আহিবা। মহাত্মা গান্ধী তোমালোকৰ ঘৰত অতিথি আছিল বুলি শুনি বৰ ভাল পালো। তোমালোকৰ ঘৰখনে এনেদৰে দেশৰ স্বাধীনতাৰ হকে লগাটো বৰ গৌৰৱৰ কথা। পিছে, তোমাৰ 'শোণিত কুঁৱৰী'ৰ খবৰ কি?"

জ্যোতি আচৰিত হ'ল। তেওঁ 'শোণিত কুঁৱৰী'ৰ কথা কেনেকৈ জানিলে?

জ্যোতিক আচৰিত হোৱা দেখি লক্ষ্মীনাথে ক'লে, "মাজুৱে তোমাৰ নাটকৰ কথাও লিখিছিল। চোৱা, কলিকতাত থাকিও তোমাৰ খবৰ আমি প্ৰায়ে পাই থাকো।"

প্ৰজ্ঞাসুন্দৰীয়ে মাত লগালে, "খবৰ পাবলগীয়া ল'বা বাবেহে জ্যোতিৰ খবৰ আমি পাই থাকো। জ্যোতিৰ বয়সৰ কিমান ল'ৰা আছে, আমিতো খবৰ নলও।"

জ্যোতিয়ে লাজত ডলাঁলে মুখ কৰিলে।

প্ৰজ্ঞাসুন্দৰীয়ে তাক ঘৰৰ কথা সুধিলে।

জ্যোতিয়ে লাহে লাহে টোপোলাৰ পৰা 'শোণিত কুঁৱৰী'ৰ পাণ্ডুলিপি উলিয়ালে। সেইখন থিয় হৈ লক্ষ্মীনাথক অৰ্পণ কৰি সি ক'লে, "ঘৰদেউতা, আপোনাৰ 'জয়মতী কুঁৱৰী'ৰ অনুপ্ৰেৰণাতে মই এই নাটকখন লিখিলো। এইখন যে নাটক হোৱা নাই মই জানো। এইখনক নাটক বুলি নকৈ অসমীয়া গীত-সুৰৰ চৰ্চা বুলি ক'ব পাৰি।"

লক্ষ্মীনাথে তেওঁৰ সেই প্ৰখ্যাত হাঁহিৰে পৰম আদৰেৰে পাণ্ডুলিপিখন লৈ প্ৰথমতে মুখৰ ওপৰত ধৰি তাৰ ঘ্ৰাণ ল'লে আৰু তাৰ পিছতে প্ৰথম শব্দটোৰ পৰা অতি আগ্ৰহেৰে পঢ়িবলৈ ধৰিলে।

জ্যোতি অশান্ত হ'বলৈ ধৰিলে। সি তাৰ পৰা পলাবলৈ পালেই এতিয়া ৰক্ষা পৰে। সি ভাবিছিল, কামত অত্যন্ত ব্যস্ত লক্ষ্মীনাথে আজৰি সময়ত তাৰ নাটক পঢ়িব। গোটেইখন নপঢ়িলেও মাজে মাজে পঢ়িব। কিন্তু তেওঁ তাৰ সন্মুখতে এনেদৰে তাৰ নাটক পঢ়া দেখি সি অশান্ত হ'বলৈ ধৰিলে। তেওঁ যদি হঠাতে কিবা মন্তব্য দি দিয়ে? তেওঁ যদি হঠাতে তাৰ ভাষাৰ ভুল ধৰে? অথবা তেওঁ তাক লগে লগে প্ৰশংসা কৰিলেও সি লাজত থাকিব নোৱাৰা হ'ব।

জ্যোতিক ৰক্ষা কৰিলে প্ৰজ্ঞাসুন্দৰীয়ে। তেওঁ কাঁহৰ থালত আনি জ্যোতিক মিঠাই খাবলৈ দিলে আৰু দিয়েই লক্ষ্মীনাথৰ পৰা নাটকখন আনি নিজেই চাবলৈ ধৰিলে।

লক্ষ্মীনাথে সুধিলে, "জ্যোতিপ্ৰসাদ, তোমালোকৰ ঘৰত আলহী হৈ থাকোতে গান্ধীৰ লগত তুমি কথা পাতিছিলা নে নাই?"

"পাতিছিলো। তেখেতে মোৰ 'শোণিত কুঁৱৰী" নাটকো চাইছিল আৰু তাৰ বিষয় কি সুধিছিল।"

"তেওঁক তোমাৰ নাটকৰ বিষয় কি বুলি ক'লা?"

"মুক্তিৰ অনন্ত বাসনা বুলি ক'লো। বাণৰ গ্ৰাসৰ পৰা ঊষাৰ মুক্তি। মানুহৰ অত্যাচাৰৰ পৰা মানুহকে মুক্ত কৰাৰ এক সামান্য প্ৰচেষ্টা বুলি ক'লো।"

"তেতিয়া তেওঁ কি ক'লে?"

"মই স্বাধীনতা আন্দোলনত যোগ দিয়া আৰু একে সময়তে মোৰ সাহিত্য-চৰ্চাৰ কথা শুনি মহাত্মাই ক'লে, জ্যোতিপ্ৰসাদ, তুমি তোমাৰ সাহিত্য-সৃষ্টিক অৱজ্ঞা কৰি স্বাধীনতা আন্দোলনত যোগ দিব নোৱাৰিবা। দুয়োটা কাৰ্যকে তুমি একেলগে কৰিব লাগিব ঃ বৰং তুমি সাহিত্য সৃষ্টিত একান্তমনে ব্ৰতী হ'ব লাগিব। তেখেতে কৈছিল, যিকোনো এজন লিখকেই মুক্তিযোদ্ধা হ'ব পাৰে, কিন্তু যিকোনো এজন মুক্তিযোদ্ধাই লিখক হ'ব নোৱাৰে।"

লক্ষ্মীনাথ মুগ্ধ হ'ল। তেওঁ ভাবিলে মহাত্মা গান্ধীয়ে এই মাত্ৰ ওঠৰ বছৰীয়া

ল'ৰাটোক কি এক হৃদয়স্পৰ্শী কথা কৈ দিলে।

"বৰদেউতা, মোৰ নাটকখনৰ মূল বিষয় উষা আৰু অনিৰুদ্ধৰে মুক্তি নহয়। আন এক মুক্তিৰ কথা মোৰ নাটকখনত জড়িত হৈ আছে।"

জ্যোতি বৈ গ'ল। কথাটো ক'লে ভাল হ'ব নে বেয়া হ'ব, সি হঠাতে সিদ্ধান্ত কৰিব নোৱাৰা হ'ল।

"কোৱা। তোমাৰ নাটকৰ কথা শুনিবলৈ মই অতিশয় ব্যগ্ৰ।"

"বঙলুৱা নাটক, বঙলুৱা গীত-সুৰৰ পৰা মুক্ত হৈ মই অসমীয়া গীত অসমীয়া সুৰক নাটকত প্ৰতিষ্ঠা কৰিব খুজিছো। বাণষ্টেজত অসমীয়া নাটক, অসমীয়া গীত আৰু মাত-কথা মই স্থাপনা কৰিবলৈ প্ৰয়াস কৰিছো।"

বিমুগ্ধ লক্ষ্মীনাথে জ্যোতিৰ মুখলৈ চাই থাকিল।

## ॥ সোতৰ ॥

দুদিন তিনিদিন চাৰিদিন অতিবাহিত হ'ল। জ্যোতিয়ে লক্ষ্মীনাথৰ ওচৰলৈ যাবলৈ সাহস নকৰিলে। লক্ষ্মীনাথে তাক কৈছিল, "জ্যোতিপ্ৰসাদ, তোমাৰ নাটকখন পঢ়ি মই কেনে পালো, তোমাৰ জানিবলৈ ইচ্ছা হ'লে পৰহিলৈ সন্ধিয়া আহিবা।"

জ্যোতি যাবলৈ উদ্যত হৈয়ো যাব নোৱাৰিলে।

জ্যোতিয়ে জানে, 'শোণিত কুঁৱৰী' কোনোপধ্যেই এখন ভাল নাটক হোৱা নাই। নাটকৰ টেক্‌নিক, নাটকৰ ধৰ্ম আয়ত্ত নকৰাকৈয়ে সি নাটকখন লিখি উলিয়ালে। কিন্তু 'শোণিত কুঁৱৰী'তো তাৰ বাবে নাটক হ'ব নোৱাৰেঃ শোণিত কুঁৱৰীতো তাৰ বাবে যিকোনো এক ৰচনা হ'ব নোৱাৰে! সেই নাটক তাৰ বাবে হ'ল এক অলৌকিক ঘটনা, এক সুদীৰ্ঘ স্বপ্নৰ ৰূপায়ণ। এক আহ্বানঃ আহ্বানেই নহয়, এক প্ৰত্যাহ্বান। বাণষ্টেজত বিয়ানামৰ সুৰত অসমীয়া গীত পৰিবেশন কৰাৰ এক দুৰ্বাৰ প্ৰত্যাহবান। বৰদেউতা লক্ষ্মীনাথে যদি হঠাতে তাক কৈ দিয়ে, জ্যোতিপ্ৰসাদ, তোমাৰ এইখন অইন কি হৈছে ক'ব নোৱাৰো, কিন্তু নাটক হোৱা নাই। তেওঁ যদি নাটক কেনেকৈ লিখিব লাগে, সেই বিষয়ে তাক দীঘলীয়াকৈ ক'বলৈ ধৰে? লক্ষ্মীনাথৰ মুখত তেনে কথা শুনি সি সামান্যভাৱেও নিজৰ বিষয়ে নোকোৱাকৈ নিৰ্বাক হৈ থাকিব লাগিব। সেই অৱস্থা হ'ব তাৰ বাবে অসহ্য। নিজৰ জীৱনৰ প্ৰথম ৰচনাৰ বিষয়ে সি নিজেই ভালদৰে জানে, তাৰ দুৰ্বলতা ক'ত সেই বিষয়ে সি জ্ঞাত। কিন্তু সেইখিনি কথাকে আনৰ মুখত শুনিবলৈ সি ইচ্ছা নকৰে। অথবা, এইটোৱো হ'ব পাৰে, লক্ষ্মীনাথে তাক সহানুভূতি জনাবৰ বাবে, উৎসাহিত কৰিবৰ বাবে, নাটকখনৰ ভূয়সী প্ৰশংসাও কৰি দিব পাৰে। লক্ষ্মীনাথে তাক আশীৰ্বাদ দিব পাৰে।

জ্যোতিয়ে ভাবিলে, তেনে কথাও শুনাটো তাৰ বাবে সম্ভৱ নহ'ব। নাটকখন ভাল হোৱা নাই বুলি জানিও তাক প্ৰশংসা কৰিবৰ বাবেই ভাল হৈছে বুলি

ক'বলৈ ৰবদেউতাকক সি কোনোপধ্যে বাধ্য কৰিব নোৱাৰিব। তাৰ নিজৰ সততাৰ স্বাৰ্থতে ৰবদেউতাকক মিথ্যাৰ আশ্ৰয় ল'বলৈ সি দিব নোৱাৰিব। এবাৰ সি সিদ্ধান্ত কৰিলে, লক্ষ্মীনাথে নাটকৰ বিষয়ে যিহকে কয়, সি শুনিব লাগিব। সি তেওঁক নাটকখন চাবলৈ দিছে আৰু তেওঁ পৰমাগ্ৰহেৰে নাটকখন চাবলৈ লৈছে। তেনে ক্ষেত্ৰত লক্ষ্মীনাথৰ যিকোনো মন্তব্য, অনুকূল অথবা প্ৰতিকূল যিকোনো সমালোচনা আৰু পৰ্যালোচনা শুনিবলৈ সি বাধ্য হ'ব লাগিব। নাটকখনৰ ত্ৰুটি কি, অসাৰ্থকতা কি, সেই বিষয়ে নিজেই সি জ্ঞাত। কিন্তু সেই ভুল-ত্ৰুটিৰ কথাকে আন এজনৰ মুখত শুনিবলৈ সি কুণ্ঠাবোধ কৰে, দুখ পায়।

এনে এক চিন্তা যে তাৰ মনত উদয় হ'ব পাৰিলে, তাকে ভাবিও সি পিছ মুহূৰ্ততে অনুশোচিত হ'ল। কি ভয়ানক পৰস্পৰবিৰোধী ভাববোৰ যে তাৰ মনলৈ আহিবলৈ ধৰিছে। তাৰ মানে এই কথাও সত্য নেকি ঃ নিজৰ চৰিত্ৰগত, জন্মগত কিছুমান দোষৰ কথা সি নিজেই বৰ ভালদৰে জানে। সেইবোৰ কেনেকৈ শুধৰাব পাৰি, তাৰ বাবে সি চিন্তিতো নোহোৱাকৈ নাথাকে। কিন্তু আনৰ মুখত নিজৰ সেইবোৰ দোষৰ কথা শুনিলে সি মৰ্মান্তিক আঘাত পায়, সি ভয়ঙ্কৰভাৱে ক্ৰোধান্বিত হয়? এইটো ভণ্ডামিৰ বাহিৰে একো নহয়। জ্যোতি সেই সিদ্ধান্তত উপনীত হ'ল। সি অনুশোচিত হ'ল। এনে কিছুমান সৰ্বনশীয়া ভাব তাৰ মনত কেনেকৈ উদয় হ'বলৈ পালে, তাকে ভাবি সি ম্ৰিয়মান হ'ল।

হঠাতে জ্যোতিৰ নিজৰ ওপৰত নিজৰে বিশ্বাস যেন স্তিমিত হৈ পৰিল। ভাৰতবৰ্ষৰ এই যুগৰ সৰ্বশ্ৰেষ্ঠ পুৰুষ মহাত্মা গান্ধীৰ নিকট সান্নিধ্যলৈ অহাৰ মাত্ৰ কিছুদিনৰ পিছতে তাৰ মনৰ ঠাই পোৱা এনে দুৰ্ভাৱনাৰ কথা ভাবি সি নিজেই দুৰ্দশাগ্ৰস্ত হ'ল, হ'ল অনুতপ্ত। তাৰ হঠাতে সন্দেহ হ'ল ঃ মহাত্মা গান্ধীৰ নিকট হৈ থকা সেই জ্যোতি আৰু কলিকতালৈ আহি এই দুৰন্ত ভাব-চিন্তা মনত উদয় হোৱা জ্যোতি, সেই দুয়োটা জ্যোতি একেটা জ্যোতিয়েই হয়নে নহয়। জ্যোতি ম্ৰিয়মান হ'ল এই কথা ভাবি ঃ যিখন নাটক সি লিখিলে, সেইখন সি ৰাণমঞ্চত মঞ্চস্থ কৰিলে, সেইখন এতিয়া ৰাজহুৱা সম্পত্তিত পৰিণত হ'ল। সেই নাটকৰ বিষয়ে সমালোচনা কৰাৰ, সেই নাটকৰ বিষয়ে অত্যন্ত বিৰূপ মন্তব্য কৰাৰ অধিকাৰ সমাজৰ নিশ্চয় আছে। ৰবদেউতা লক্ষ্মীনাথৰ অধিকাৰ আটাইতকৈ বেছি এইবাবেই যে তেওঁ ইতিমধ্যে সাহিত্যৰথীৰূপে বৰণীয় হৈছে, তেওঁৰ 'জয়মতী কুঁৱৰী' নাটকে এতিয়া সমগ্ৰ অসমীয়াৰ জাতীয় ঐশ্বৰ্যত পৰিণত হৈছে। জ্যোতিয়ে নীৰৱে অনুভৱ কৰিলে, নাটক কি, উপন্যাস কি, গল্প কি, বুজি পোৱাৰ তাৰ বয়স হৈছে। সম্পূৰ্ণ বুজি নাপালেও সি বুজি পাবলৈ অশেষ যত্ন কৰিব লাগিব। নাটক লিখিছে যেতিয়া সি নাটক লিখাৰ টেকনিকটোৱো হৃদয়ঙ্গম কৰি ল'ব লাগিব। নাটকৰ এক নিজস্ব ধৰ্ম আছে ঃ কিছুমান অসমীয়া গীত বিয়ানাম আইনামৰ সুৰত গাব পাৰিলেই এখন সাৰ্থক নাটক হ'ব নোৱাৰে। নাটক

হোৱাটোৱেই নাটকৰ একমাত্ৰ গুণ।

পিছদিনা বাতিপুৱা জ্যোতি লক্ষ্মীনাথৰ ওচৰলৈ যাবলৈ ওলাল। লক্ষ্মীনাথে যিহকে কয়, তাকে সাৰোগত কৰি ল'ব লাগিব সি। তাৰ বাহিৰে তাৰ আন কোনো উপায় নাই। সি লক্ষ্মীনাথক অৱজ্ঞা কৰিব নোৱাৰে। জ্যোতিৰ মনত প্ৰথমতে এই ভাবে ঠাই পাইছিল: তাৰ সমান ভাগ্যৱান পৃথিবীত নাই। ষোল্ল বছৰ বয়সতে সি লিখিলে এখন নাটক। বাণ থিয়েটাৰৰ পৰা সি বহিষ্কাৰ কৰিলে অনা-অসমীয়া গীত-মাত-সুৰ। ওঠৰ বছৰ বয়সতে তাৰ শিৰত পৰিল মহাত্মা গান্ধীৰ আশীৰ্বাদ। অসমৰ মানুহৰ মুখে মুখে এতিয়া তাৰ নাম। আত্ম-অহঙ্কাৰত সমগ্ৰ পৃথিৱী জয় কৰিব পাৰিব বুলি সি স্বপ্ন দেখিছিল।

কিন্তু কলিকতালৈ আহি মহাপ্ৰাণসকলৰ লগত নিজকে তুলনা কৰি সি নিজকে ক্ষুদ্ৰাতিক্ষুদ্ৰ জ্ঞান কৰিবলৈ ধৰিলে। বাণষ্টেজৰ বাহিৰতো যে এখন বিশাল পৃথিৱী আছে সেই পৃথিৱীখনৰ কথা এদিন সি ভাবিব পৰা নাছিল। এই বঙ্গদেশৰে ৰামমোহন ৰায়, ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ, বঙ্কিমচন্দ্ৰ চেটাৰ্জী, ৰবীন্দ্ৰনাথ ঠাকুৰৰ বিপুল সাহিত্য-সম্পদৰ কথা ভাবি সি তাৰ অহঙ্কাৰৰ কথাত নিজেই নিজে অতি লজ্জিত হ'ল। এই ভাৰতৰ সিপাৰৰ সেইসকল মহান লিখক, শ্বেইক্সপীয়েৰ, মিল্টন, ৱৰ্ডছৱৰ্থ, শ্বেলী, টলষ্টয়, ৰোমা ৰোলা, গ্যেটে, যাৰ ৰচনাৰাশি এদিন সি পৰমাগ্ৰহেৰে অধ্যয়ন নকৰাকৈ থাকিব নোৱাৰিব, সেইসকলৰ কথা ভাবি জ্যোতি নিজেই নিজৰ অহঙ্কাৰৰ কথা ভাবি মৰ্মাহত হ'ল। জ্যোতি পিছদিনা পুৱাই লক্ষ্মীনাথৰ ওচৰলৈ যাব। কিন্তু জ্যোতিক সম্পূৰ্ণ আচৰিত কৰি পিছদিনা পুৱাতে আহি ওলালহি প্ৰজ্ঞাসুন্দৰী।

"জ্যোতিপ্ৰসাদ, তোমাৰ কি হ'ল? তোমাৰ অসুখ-বিসুখ হ'ল বুলি ভাবি মই নিজেই খবৰ ল'বলৈ আহিলো। তুমি আমাৰ ঘৰলৈ আহিবা আহিবা বুলি ৰবদেউতাৰে বাটলৈ চাই আছিল। নগ'লা কিয়?"

প্ৰজ্ঞাসুন্দৰীয়ে হাতত আনিছিল ভীমনাগৰ ভালেমান ৰসগোল্লা, সন্দেশ আৰু জ্যোতিৰ অসুখ হ'ল বুলি ভাবি লক্ষ্মীনাথে পঠোৱা হোমিঅ'পেথিৰ পিল।

জ্যোতিয়ে যাব নোৱাৰাৰ বাবে দুখ প্ৰকাশ কৰিলে। প্ৰজ্ঞাসুন্দৰীয়ে জ্যোতিৰ দুয়ো গালে চুমা খাই তাৰ কপাল আৰু হাতত নিজৰ হাত দি চালে। তেওঁ আশ্বস্ত হ'ল, জ্যোতিৰ অসুখ হোৱা নাই। "জ্যোতিপ্ৰসাদ, তোমাৰ 'শোণিত কুঁৱৰী' পঢ়ি আমাৰ মনৰ অৱস্থা কি হৈছিল, তাকে তোমাক ক'বলৈ আহিছো। তুমিতো নগ'লাই। তুমি যাবা যাবা বুলি ৰবদেউতাবাই ৰবকৈ আশা কৰি আছিল। তুমি সেইদিনা নাটকখন দি অহাৰ পিছতে সকলো কাম-বন কতি কৰি, নিশাসকলকৈ বুলি ক'ব পাৰি, তেওঁ সেইখন পঢ়ি পেলালে। এবাৰ নহয় দুবাৰ পঢ়িলে। পঢ়ি কোনো কমেণ্ট নিদিয়াকৈ মোক পঢ়িবলৈ দিলে। মোৰ পঢ়ি কেনে লাগিল জানা, মই এখন স্বপ্নৰাজ্যত সোমোৱা যেন লাগিল, য'ত পৰীয়ে উৰে,

বিনন্দীয়া ফুল ফুলে, অজস্ৰ ধাৰে জৰণাৰ পানী বৈ থাকে, পক্ষীয়ে গীত গায় অবিৰত। তোমাৰ নাটক পঢ়ি শেষ কৰি মই তেওঁৰ মুখলৈ চালো। কি হ'ল জানা? মোৰ চকুৰেদি পানী ওলাই আহিল। ইমান আনন্দ আৰু সন্তোষৰ মাজতো যে চকুৰ পানী ওলাব পাৰে, তাকে ভাবি একেবাৰে বিস্মিত হ'লো। জ্যোতি, আহা, তোমাক অলপ মৰম কৰি লওঁ।" প্ৰজ্ঞাসুন্দৰীয়ে জ্যোতিক সাবট মাৰি ধৰি মূৰে-গালে হাত বুলাবলৈ ধৰিলে। "তোমাৰ বৰদেউতাৰে মোক ক'লে, তুমি হেনো তেওঁৰ জয়মতী কুঁৱৰীক নক্-আউট কৰি দিলা। তেওঁ কোৱা শুনিলো, তেওঁৰখন আছিল নাটক আৰু তোমাৰখন নাটকতকৈয়ো ওপৰত। তোমাৰখন হ'ল এটা স্পিৰিট, এ গ্ৰেট আইডিয়া, এক চূড়ান্ত দেশপ্ৰেম। অসমক যে তুমি ইমান গভীৰভাৱে ভাল পাব পাৰা, সেই কথা ভাবি তেওঁ বোলে পৰমানন্দত ডুব গৈ আছে। তেওঁ হেনো তোমাৰ নাটকৰ মাজত পুৰণি অসমখন বিচাৰি পাইছে। তোমাৰ গীতবোৰ অসমীয়া সুৰেৰে গুণগুণাই মোক শুনাবলৈ ধৰিলে। তেওঁৰ হেনো মনত পৰিল আইতাকলৈ, মাকলৈ। তোমাৰ গীতৰ সুৰত হেনো আইতাকে আইনাম গাইছিল। ব'লা, তোমাক মোৰ লগত লৈ যাবলৈ তেওঁ কৈ পঠিয়াইছে।"

জ্যোতিৰ বাবে লক্ষ্মীনাথে অপেক্ষা কৰিয়েই আছিল। তেওঁ তামোল খাই আছিল আৰু লৰালৰিকৈ মুখখন ধুই জ্যোতিৰ গালত এটা চুমা খালে।

"জ্যোতিপ্ৰসাদ, আমি নানা কষ্ট কৰি সাহিত্য-শিল্পী হ'বলৈ প্ৰয়াস কৰিছো। তুমি কিন্তু শিল্পী হৈয়েই জন্ম লৈছিলা। নহ'লে মাত্ৰ যোল বছৰ বয়সতে তোমাৰ এনে এক সৃষ্টি পঢ়িবলৈ নেপালোহেঁতেন। মই যিটো স্বপ্ন দেখিছিলো, তুমি তাক দিঠক কৰিলা। তোমাৰ ৰচনাৰ মাজেৰে তুমি মোৰ 'অ' মোৰ অসমী আই'ক জীৱন দিলা। অসমীয়া পুৰণি কথা-মাত-গীত-সুৰ উভতি আহিল। তুমি যে অসমক ইমান গভীৰভাৱে ভাল পাব পাৰা, তাৰ কথা 'শোণিত কুঁৱৰী'ৰ প্ৰতিটো আখৰত জিলিকি আছে। মই মোৰ জয়মতীক অসমৰ মাজতে আবদ্ধ কৰি ৰাখিছিলো। কিন্তু তুমি তোমাৰ 'শোণিত কুঁৱৰী'ত উষাক ভাৰতৰ সংস্কৃতিৰ লগত মিলাই দিলাঃ ভাৰতীয় সংস্কৃতিৰ সৰ্বশ্ৰেষ্ঠ পুৰুষ কৃষ্ণক শোণিতপুৰলৈ লৈ আহিলা, দেৱাদিদেৱ শিৱক লৈ আহিলা। মহাত্মা গান্ধীয়ে তোমাক কোৱা কথাই সত্যঃ তুমি উষা আৰু অনিৰুদ্ধৰ মুক্তিৰ মাজেৰে এতিয়াৰ পৰাধীন ভাৰতৰ মুক্তি কামনা কৰিছা।" প্ৰজ্ঞাসুন্দৰীয়ে ক'লে, "জ্যোতিক কিবা এটা খাই ল'বলৈ দিয়ক। ময়ো তেওঁক তোমাৰ প্ৰশংসাৰ কথা কৈছো।" প্ৰজ্ঞাসুন্দৰীয়ে নিজ হাতে কৰা পায়স জ্যোতিয়ে খাবলৈ ধৰিলে। লক্ষ্মীনাথে ক'লে, "মই তোমাৰ নাটকৰ বিষয়ে কালিয়েই মাজুলৈ (চন্দ্ৰকুমাৰলৈ) লিখিছো।" প্ৰজ্ঞাসুন্দৰীয়ে ক'লে, "ময়ো তোমাৰ মাৰালৈ লিখিছো।" কলিকতাত ছাত্ৰ হৈ থকা অৱস্থাত জ্যোতিৰ লোকেল গাৰ্জেন হ'ল প্ৰজ্ঞাসুন্দৰী। "জ্যোতিপ্ৰসাদ,

এতিয়া তুমি কি লিখিম বুলি ভাবিছা ?" "এতিয়া মেট্ৰিক পৰীক্ষাৰ বাবে পঢ়িম বুলি ভাবিছো।" "উইছ য়ু দী বেষ্ট অব্ লাক!" "জ্যোতি, তুমি এবাৰ শান্তি নিকেতনলৈ যাবা। বৰ অনুপ্ৰাণিত হ'ব পাৰিবা।" প্ৰজ্ঞাসুন্দৰীয়ে ক'লে। জ্যোতিয়ে বিদায় ল'লে।

কলিকতা বিদ্যাপীঠত নাম লগায়েই জ্যোতিয়ে এক মুক্ত পৰিবেশৰ লগত নিজক মিলাই দিলে। বৃটিছ চৰকাৰে প্ৰতিষ্ঠা কৰা, চৰকাৰৰ আৰ্থিক সাহায্যত গঢ় লোৱা, স্কুল-বিদ্যালয়ৰ পৰা সম্পূৰ্ণ মুক্ত হৈ স্বাধীনতা আন্দোলনত সম্পূৰ্ণ বিসৰ্জন দিয়া প্ৰখ্যাত বসু পৰিয়ালে এই কলিকতা বিদ্যাপীঠ প্ৰতিষ্ঠা কৰিছে। শৰৎচন্দ্ৰ বসু আৰু তেওঁৰ ভাতৃ সুভাষচন্দ্ৰ বসু সেই বিদ্যাপীঠৰ প্ৰতিষ্ঠাতা। মহাত্মা গান্ধীৰ আহ্বানত অনেক ছাত্ৰই চৰকাৰী স্কুলৰ পৰা ওলাই আহি এই বিদ্যাপীঠত যোগ দিলেহি। শিক্ষকসকল নিজেই হ'ল মুক্তিযুঁজাৰু। স্কুলত বিদ্যাদান কৰাৰ বাহিৰে আন সময়ত তেওঁলোকে আন্দোলনত যোগ দিয়ে। বিদ্যাপীঠৰ পাঠ্যপুথিও সম্পূৰ্ণ বেলেগ। তাৰ বাবে দেশৰ সভ্যতা-সংস্কৃতি-পৰম্পৰাৰ লগত সমন্বয় ৰাখি বিখ্যাত শিক্ষাবিদৰ দ্বাৰা পাঠ্যপুথি প্ৰস্তুত কৰা হ'ল। ছাত্ৰৰ মনত স্বাধীনতাৰ স্পৃহা গভীৰভাৱে জাগ্ৰত কৰাই হ'ল মূল লক্ষ্য। জ্যোতি উদ্বেলিত হ'ল। তেজপুৰৰ চৰকাৰী হাইস্কুলৰ পৰা আঁতৰি আহি সি ইয়াত মনৰ স্বাধীনতা বিচাৰি পালে।

সি স্কুলৰ পাঠ্যপুথিত গভীৰভাৱে মনোযোগ দিলে। তেনেকৈ পঢ়ি থাকোতেই হঠাতে তাৰ দ্বিতীয় নাটকৰ চিন্তাত সি ডুব যায়। জোৰ কৰি সি অধ্যয়নত ব্ৰতী হয়। কিন্তু পাঠ্যপুথিৰ কোনো কেইটামান বাক্য পঢ়ি থাকোঁতে তাৰ মুখেদি ওলাই আহে ঃ এনে কেইটামান বাক্য যিকেইটা সেই পাঠ্যপুথিত নাই ঃ সেইকেইটা তাৰ কাল্পনিক নাটকৰ বাক্য। কাৰেঙত বন্দী হৈ থকা কোনো লিগিৰীৰ মুক্তিৰ কামনাৰে সিক্ত কেইটামান বচন-বাক্য। সেইদিনা আছিল সোমবাৰ। বাতিপুৱাৰ পৰাই মাতৃৰ চিঠিৰ বাবে জ্যোতিয়ে অপেক্ষা কৰিবলৈ ধৰিলে। সোমবাৰে দুপৰীয়া বাৰ বজাৰ আগতে কিৰণময়ীৰ চিঠি সি পাবই লাগিব। জ্যোতিৰ মন উন্মনা হ'ল।

ইফালে-সিফালে চাৰিওফালে সি যেন মাতৃমূৰ্তি দেখা পালে ঃ জ্যোতি নাই জ্যোতি নাই ভাবেৰে মাতৃৰ মনত এতিয়া হাহাকাৰ উঠিছে। তেওঁ এতিয়া তাৰ কোঠাত সোমাই তাৰ বিছনা তাৰ কাপোৰ স্পৰ্শ কৰি পুত্ৰৰ শৰীৰৰ ঘ্ৰাণ লৈছে। তেওঁ এতিয়া চাহ খাবৰ সময়ত জ্যোতিৰ শূন্য স্থানৰ ফালে আকুলভাৱে চাই আছে। তেওঁ এতিয়া ফুলনিলৈ গৈ জ্যোতিৰ শোকত জয় পৰা ফুলবোৰলৈ করুণ নয়নে চাই আছে। তেওঁ এতিয়া জ্যোতিৰ শোকত মজিয়াত মুখ থৈ পৰি থকা ৰূপহীৰ মূৰত হাত বুলাই বুলাই তেওঁৰ মনত পৰিছে টিপচি চৰাইটোলৈ। তাৰ ভনীয়েক আইদেউ (নীৰা) আৰু অন্নই (অন্নপূৰ্ণা) মাকক জোকাইছে: হে

মাতৃদেৱী, তুমি যে তোমাৰ টিপচি চৰাইৰ কথা ইমানকৈ ভাবি কান্দি থাকা, আমাৰ কথা ভাবিও নাকান্দা কিয়? আমিও কি তোমাৰ সন্তান নহয়?

জ্যোতি অশান্ত হ'বলৈ ধৰিলে। সময় অতিবাহিত হ'ল। জ্যোতিয়ে অপলক দৃষ্টিৰে বাহিৰলৈ চাই থাকিল। মাতৃৰ পত্ৰ কঢ়িয়াই অনা পিয়নৰ অপেক্ষাত সি ক্ষণে ক্ষণে চঞ্চল হ'বলৈ ধৰিলে।

বাৰ বজাৰ অলপ পিছতে সেই চিৰ বাঞ্ছিত চিঠি আহিল। লেফাফাৰ ওপৰত মাতৃৰ হাতৰ তাৰ নামটোলৈ সি কিছু সময় বিমুগ্ধভাৱে চাই থাকিল। চিঠিখন সি দুয়োহাতেৰে ধৰি মূৰলৈ নিলে। অতি সাৱধানেৰে লেফাফা সি ফালিলে, যাতে মাতৃয়ে সযত্নে আদৰেৰে আঠা লগোৱা চিঠিয়ে সামান্য আঘাতো নাপায়। চিঠিখন পঢ়াৰ আগতে সি চিঠিখন কিমান দীঘল আঙুলিৰে জুখি চালে, বাৰে বাৰে আখৰবোৰৰ ঘ্ৰাণ ল'লে। সি যেন এখন বিনন্দীয়া জগত আৱিষ্কাৰ কৰি উলিয়ালে।

"মোৰ অতিকৈ আদৰৰ টিপচি।" জ্যোতি উদ্ভাসিত হ'ল। সি নিজৰ আনন্দত নিজেই বিভোল হ'ল। তাৰ এপাক নাচিবৰ মন গ'ল।

"... তুমি দূৰত আছা, ইয়াৰ বাহিৰে আন কোনো কথাই মোৰ মনলৈ নাহে। ইয়াৰ বাহিৰে মোৰ আন কোনো কথা জানিবৰ মন নাযায়। গোসাঁই থাপনাৰ আগত সেৱা লৈ মই ৰাতিপুৱা আৰু সন্ধিয়া তোমাৰ মঙ্গলৰ বাবে প্ৰাৰ্থনা কৰো।"...

জ্যোতিৰ অজানিতে তাৰ চকুৰ পৰা দুটোপাল পানী ওলাই মাতৃৰ চিঠিৰ ওপৰতে পৰিল।

এবাৰ, দুবাৰ, তিনিবাৰ সি চিঠিখন পঢ়িলে। এবাৰ পঢ়িলে সি শব্দ কৰি। জ্যোতিয়ে ভাবিলে, লৰালৰিকৈ চিঠিৰ উত্তৰ লিখাৰ প্ৰয়োজন নাই। মাতৃৰ চিঠিখন যে সি পালে, তাতেই তাৰ উত্তৰ নিহিত আছে। মাতৃয়ে তাৰ বিষয়ে কি ভাবে, কেনেকৈ বেজাৰ কৰে, সেইটো জনাৰ পিছত তাৰ সকলো জনা হৈ যায়।

জ্যোতিৰ লগত এদিন থাকিবলৈ আহিল ফুনু ককাইদেউ। পৰশুৰাম বৰুৱা। চিত্ৰলেখাৰ অভিনয় কৰা প্ৰফুল্ল ককাইদেউৰ কনিষ্ঠ ভাতৃ। পৰশুৰামে প্ৰথমতে বেঙ্গল টেক্‌নিকেল ইনষ্টিটিউটত নাম লগাইছিল। কিছুদিনৰ পিছত সি জ্যোতিয়ে পঢ়া কলিকতা বিদ্যাপীঠলৈ গুচি আহিল।

এদিন সন্ধিয়া জ্যোতি আৰু পৰশুৰাম মিণাৰ্ভাত 'আঁধাৰে আলো' নামৰ এখন বায়স্কোপ চাবলৈ গ'ল। নিৰ্বাক ছবি। সংসাৰ যুদ্ধত সৰ্বস্বান্ত হৈ এগৰাকী নাৰীয়ে আত্মহত্যা কৰিবলৈ গৈছিল। এনেতে তেওঁ শুনিবলৈ পালে মহাপুৰুষৰ অন্তৰবাণী। এই যে প্ৰতিদিন প্ৰভাততে উদয় হয় বিশাল সূৰ্য, আকাশত হয় আৱিৰ্ভাৱ মনোৰম চন্দ্ৰ, তৰা-নক্ষত্ৰ, প্ৰবাহিত হয় পূবৰ পৰা পশ্চিমলৈ উত্তৰৰ পৰা দক্ষিণলৈ বতাহ: এই সকলোবোৰে মানুহক উদ্বুদ্ধ কৰে, পূৰ্ণ কৰে, মানুহে

মাত্র জীৱন এটাই পায়, ভয় নাই ভয় নাই ঃ হে অমৃতৰ সন্তান, তোমাৰ বিনাশ নাই।
জ্যোতিয়ে সেইদিনা গধূলি পৰশুৰামক ক'লে, "মই এখন ছবি কৰিম।"
"পাৰিবা ?"
"কৰিম বুলিছো যেতিয়া কৰিমেই।"
"মোক কিন্তু তোমাৰ ছবিত এটা ভাও দিব লাগিব।"
"দি দিম। তুমি আচল ভাওটো ল'ব লাগিব।"
এসপ্তাহৰ পিছত জ্যোতি বেলেৰে শান্তি নিকেতনলৈ গ'ল।

## ॥ ওঠৰ ॥

বোলপুৰ ৰেল ষ্টেশনত নামিয়েই জ্যোতিয়ে শান্তি নিকেতনৰ স্পৰ্শ অনুভৱ কৰিলে। সেন্দুৰীয়া আলি। দুয়োকাষে ৰাশি ৰাশি নাৰিকল, তাল, তামোল গছ। নতুন ঠাইত প্ৰবেশ কৰিয়েই জ্যোতিয়ে দীঘল নিশ্বাসেৰে সেই ঠাইৰ মাটি-বায়ুৰ ঘ্ৰাণ লয়। সি পুলকিত হ'ল।

এখন ঘোড়া গাড়ীত যিমানে সি শান্তি নিকেতনৰ দিশে গৈ আছে, সিমানে তাৰ এখন নতুন জগত আৱিষ্কাৰ কৰাৰ দৰে লাগিল। ৰবীন্দ্ৰনাথৰ জগতত প্ৰবেশ কৰাটোৱেই যেন তাৰ জীৱনৰ এটা ঐশ্বৰ্যমণ্ডিত ঘটনা।

কোনো এক অতিথিশালাত চুটকেচ-হ'ল্ডঅল থৈয়েই জ্যোতি ওলাই গ'ল।

একেই সেন্দুৰীয়া পথৰ দুকাষে মনোৰম আম্ৰকুঞ্জ। ইউক্লিপটাছ অশোক, আইত, কৃষ্ণচূড়াৰ শাৰী। ওপৰত সুনিৰ্মল আকাশ। বিচিত্ৰ বৰ্ণাঢ্য পৰিধানেৰে শান্তি নিকেতনৰ ছাত্ৰ-ছাত্ৰীৰ ইফালে-সিফালে অহা-যোৱা।

জ্যোতিয়ে দেখি পুলকিত হ'ল, ছাত্ৰ-ছাত্ৰীক বিদ্যাদান কৰা হয় ঘৰৰ বাহিৰত, গছৰ তলত। ওপৰত বিশাল সুনিৰ্মল আকাশ। প্ৰকৃতিৰ লগত জীৱনৰ এই নিবিড় সম্পৰ্কই জ্যোতিক বিমোহিত কৰিলে।

জ্যোতিয়ে হঠাতে অনুভৱ কৰিলে, শান্তি নিকেতনৰ চাৰি দিশে মুক্তিৰ এক বিনন্দীয় সুৰ ধ্বনিত, প্ৰতিধ্বনিত হৈ উঠিছে। বৃটিছ শাসনৰ সামান্য স্পৰ্শও তাত নাই। বহুকাল ধৰি ঘৰৰ ভিতৰত বিদেশী চৰকাৰে নিৰ্দিষ্ট কৰি দিয়া পাঠ্যপুথিৰ গ্ৰাসৰ পৰা মানুহক মুক্ত কৰাৰ এই প্ৰচেষ্টা চিৰস্তনীয়।

সেইদিনা আবেলি শান্তি নিকেতনৰ প্ৰতিষ্ঠা দিবসত ৰবীন্দ্ৰনাথে আম্ৰকুঞ্জত ভাষণ দিব। চাৰিও দিশৰ পৰা ধাৰ নিছিগাকৈ সেই ভাষণ শুনিবৰ বাবে মানুহ আহিল। সুদূৰ পাৰৰ পৰাও শোভাযাত্ৰা কৰি আহিল মানুহ।

ৰবীন্দ্ৰনাথৰ গীতেৰেই উৎসৱ আৰম্ভ হ'লঃ সাৰ্থক জনম আমাৰ জন্মেছি এই দেশে...তোমায় ভালোবেসে।

ৰবীন্দ্ৰনাথে নিজৰ সেই অনন্য ভঙ্গীত, পিছফালে হাত দুখন থৈ, আগফালে সামান্য হাঁউলি ভাষণ আৰম্ভ কৰিলে।

ৰবীন্দ্ৰনাথে ক'লে, মই সমগ্ৰ বিশ্বৰ দৃষ্টিৰ পৰা ভাৰতবৰ্ষক প্ৰত্যক্ষ কৰো। বিশ্বৰ সকলো বন্দী মানুহৰ মুক্তি মই কামনা কৰোঃ সেইসকল হতভাগ্যৰ জীৱনৰ স্বাধীনতা মোৰ জীৱনৰ লক্ষ্য। ভাৰতৰ বন্দিত্বক মই বিচ্ছিন্ন দৃষ্টিৰে চাব নোৱাৰোঃ ভাৰতৰ মুক্তি, পৃথিৱীৰ সকলো পৰাধীন দেশৰ মুক্তিৰ লগত ওতপ্ৰোতভাৱে জড়িত আছে। তেনে এক দৃষ্টিৰ পৰাই মই ভাৰতৰ স্বাধীনতা আন্দোলনক লক্ষ্য কৰো।

... গান্ধীৰ অনুৰোধ সত্ত্বেও মই যে ভাৰতৰ স্বাধীনতা আন্দোলনত যোগ দিয়া নাই, তাৰ কাৰণো সেই একেটাই। মোৰ মানসত মানুহ হিচাপে এজন ভাৰতীয় আৰু এজন বৃটিছৰ মাজত প্ৰভেদ নেথাকে। মানৱতাৰ দৃষ্টিৰে সেই দুয়োজনেই মানৱ-সন্তান। বৃটিছেই হওক অথবা ভাৰতীয়েই হওক, দুজন মানুহৰ মাজৰ সংঘৰ্ষ মোৰ বাবে অকল্পনীয়। বৃটিছ শাসনক অন্ত কৰাৰ বাবে এজন ভাৰতীয়ই এজন বৃটিছক শাৰীৰিকভাৱে আঘাত কৰিব, সেই কথা মোৰ বাবে অচিন্তনীয়, সেইজন ভাৰতীয় দেশপ্ৰেমিকেই হওক অথবা বৃটিছভক্তই হওক।

... আপোনালোকে আজি এই বাতৰি পাইছে, চৌৰিচৌৰাত আন্দোলনকাৰীয়ে কেইজনমান বৃটিছ পক্ষৰ পুলিচক জীৱন্তে দগ্ধ কৰাৰ বাবে গান্ধীজীয়ে অসহযোগ আন্দোলন বন্ধ কৰি দিছে। এই কাৰ্যত মই তেওঁক সম্পূৰ্ণভাৱে সমৰ্থন কৰো। তেওঁৰ বাবে অহিংসা স্বাধীনতা আন্দোলনৰ এটা কৌশল নহয়, নহয় এক ষ্ট্ৰেটেজী। অহিংসা তেওঁৰ বাবে হ'ল এক মহান আদৰ্শ, এক দৰ্শন, এটা চৰিত্ৰ। সেইবাবে তেওঁ দেশৰ স্বাধীনতা আন্দোলনতো বিপক্ষৰ বিৰুদ্ধে হিংসাৰ আশ্ৰয় ল'ব নোৱাৰে। বহুতে ভাবে, বৃটিছৰ বিশাল শক্তিৰ বিৰুদ্ধে অস্ত্ৰেৰে যুদ্ধ কৰিবলৈ ব্যৰ্থ হৈ তেওঁ অহিংসা আন্দোলন চলাইছে। সেই কথা সম্পূৰ্ণ মিথ্যা। মহাত্মাই ভাৰতৰ সভ্যতা-সংস্কৃতিৰ ভিত্তি অহিংসা মানৱপ্ৰেম আৰু উদাৰতালৈ দৃষ্টি ৰাখি এই আন্দোলনক অহিংসাত পৰিণত কৰিছে। এই ভাৰতৰ আদি কবি বাল্মীকিয়ে এদিন নিষাদৰ হিংসাৰ প্ৰতিবাদ কৰোতে তেওঁৰ মুখেদি প্ৰথম কাব্যৰ শব্দকেইটা উচ্চাৰিত হৈছিল।...

ৰবীন্দ্ৰনাথৰ মুখতে জ্যোতিয়ে এই প্ৰথম শুনিবলৈ পালে চৌৰিচৌৰাৰ হিংসাত্মক ঘটনাৰ বাবে মহাত্মাই অসহযোগ আন্দোলন বন্ধ কৰি দিছে।

জ্যোতি হঠাতে চঞ্চল হ'ল। ৰবীন্দ্ৰনাথৰ ভাষণ শুনি তন্ময় হৈ থকা তাৰ মন খন্তেকতে অশান্ত হ'ল। সমগ্ৰ দেশৰ মানুহ যেতিয়া বৃটিছ শাসনৰ বিৰুদ্ধে উত্তেজিত আৰু সাজু, ঠিক সেই সময়তে গান্ধীয়ে আন্দোলন বন্ধ কৰাটো বাঞ্ছনীয় নে? ৰবীন্দ্ৰনাথৰ গান্ধীক সমৰ্থন কৰাৰ কথায়ো তাক শান্ত কৰিব নোৱাৰিলে।

ৰবীন্দ্ৰনাথে ক'লেঃ মই দেশৰ স্বাধীনতা আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰিব নোৱাৰো মোৰ নিজস্ব দৰ্শন-চিন্তাৰ বাবে। কিন্তু মই গান্ধীৰ অহিংসা আন্দোলনৰ বিজয়ৰ ঘোষণা বহু দিনৰ আগতেই কৰিছো। আজিৰ পৰা পোন্ধৰ বছৰৰ পূৰ্বতে মই লিখা 'ঘৰে বাইৰে' উপন্যাসৰ মূল বিষয়টো হ'ল, অহিংসাৰ সন্মুখত হিংসাৰ পৰাজয়। হিংসাৰ দাবানলত অহিংসাৰ প্ৰতীক নিখিলেশ নিঃশেষ হ'ল যদিও মই হিংসাৰ প্ৰতীক সন্দীপৰ নৈতিক অধঃপতনো সম্পূৰ্ণ কৰি দেখুৱাইছো। বিমলাৰ আত্মানুশোচনাও হ'ল অহিংসাৰ জয়ৰেই প্ৰচণ্ড ইঙ্গিত। মোৰ দৃষ্টিত সমগ্ৰ পৃথিৱীয়েই হ'ল সহজ-সৰল অহিংস। সেই যে বিশাল সূৰ্যই, মনোৰম ৰাত্ৰিৰ চন্দ্ৰই বিশাল উদাৰতাৰে সকলোকে, কোন হিংস্ৰাশ্ৰয়ী, কোন অহিংসাশ্ৰয়ী, বাছ-বিচাৰ নকৰাকৈ পোহৰ বিলায় সেয়াও অহিংসা আৰু উদাৰতাৰ প্ৰচণ্ড প্ৰমাণ। পৃথিৱীৰ সভ্যতা, পৃথিৱীৰ সংস্কৃতিত, পৃথিৱীৰ পৰম্পৰা অহিংসাৰ চিৰন্তন ভিত্তিত অনন্তকালব্যাপী প্ৰতিষ্ঠিত।...

জ্যোতিয়ে তেতিয়াই ঠিক কৰিলে, আজিয়েই 'ঘৰে বাইৰে' উপন্যাস কিনি সন্ধিয়াৰ পৰা পঢ়া আৰম্ভ কৰি দিব।

ৰবীন্দ্ৰনাথৰ কথা শুনি জ্যোতি মুগ্ধ হ'ল। মহাত্মা গান্ধী দক্ষিণ আফ্ৰিকাৰ পৰা ভাৰতলৈ প্ৰত্যাৱৰ্তন কৰাৰ বহুত বছৰৰ আগতেই, গান্ধীয়ে অহিংস অসহযোগ আন্দোলন আৰম্ভ কৰাৰ বহু আগতেই, ৰবীন্দ্ৰনাথে নিজৰ এক উপন্যাসত হিংসাৰ প্ৰবল বিৰোধিতা কৰিছিল।

জ্যোতিয়ে হঠাতে ৰবীন্দ্ৰনাথৰ ভাষণত এই কথা শুনি পুলকিত হ'লঃ সাহিত্যৰ সাধনা আৰু শিল্পৰ সাধনা প্ৰকৃততে দেশপ্ৰেমৰ সমাৰ্থক। দেশক মহৎ পৰ্যায়লৈ উত্তৰণ কৰিবৰ বাবে কেৱল ৰাজনৈতিক স্বাধীনতাই যথেষ্ট নহয়। তাত্ত্বিক আৰু নান্দনিক দিশতো ভাবে-ভাষাই-ব্যঞ্জনাৰে এটা জাতিক উদ্বুদ্ধ নকৰিলে ৰাজনৈতিক স্বাধীনতা অসম্পূৰ্ণ হৈ থাকিব। সেই স্বাৰ্থতে মই শান্তি নিকেতনৰ ছাত্ৰ-ছাত্ৰীসকলক নিৰৱচ্ছিন্নভাৱে সাহিত্য-কলা-সংস্কৃতিৰ সাধনাত ব্ৰতী হ'বলৈ অনুপ্ৰাণিত কৰিছো। তাৰ উপৰি, স্বাধীনতা সংগ্ৰামত প্ৰত্যক্ষভাৱে যোগ নিদিলেও এজন দেশপ্ৰেমিক হ'ব পাৰেঃ দেশৰ আত্মিক আৰু পাৰমাৰ্থিক দিশটোক ঐশ্বৰ্যমণ্ডিত কৰাটোৱো সাধাৰণ কাম নহয়। মই ভাবো, শ্ৰেষ্ঠ কবি, শ্ৰেষ্ঠ কথাশিল্পী, শ্ৰেষ্ঠ শিল্পীৰ সৃষ্টি নহ'লে স্বাধীন ভাৰতবৰ্ষৰ তাত্ত্বিক দিশটো দুৰ্বল হৈ পৰিব। সেইবাবে মই শান্তি নিকেতনক অসহযোগ আন্দোলনৰ প্ৰভাৱৰ পৰা সুদূৰত ৰাখিম।...

জ্যোতিৰ মনত পৰি গ'ল তেজপুৰৰ পকীত বহি মহাত্মা গান্ধীয়ে তাক কোৱা কথাঃ জ্যোতিপ্ৰসাদ, তোমাৰ সাহিত্য-সৃষ্টিক অৱজ্ঞা কৰি তুমি স্বাধীনতা আন্দোলনত যোগ দিব নোৱাৰিবা। দুয়োটা কাৰ্য তুমি একেলগে কৰিব লাগিব। বৰং তুমি সাহিত্য-সৃষ্টিত একান্ত মনে ব্ৰতী হ'ব লাগিব। পৰমেশ্বৰে মানুহক দান

দিয়া আটাইবোৰ গুণৰ ভিতৰত শ্ৰেষ্ঠ হ'ল ভালকৈ লিখিব পৰাটো। যিকোনো এজন লিখকেই মুক্তিযোদ্ধা হ'ব পাৰে, কিন্তু যিকোনো এজন মুক্তিযোদ্ধাই লিখক হ'ব নোৱাৰে।...

এই দুজন মহাপুৰুষৰ কথাৰ এনে অপূৰ্ব মিল দেখি জ্যোতি সম্মোহিত হ'ল।

সেইদিনা সন্ধিয়া শান্তি নিকেতনৰ প্ৰতিষ্ঠা দিবসত আয়োজিত সাংস্কৃতিক অনুষ্ঠানত জ্যোতিয়ে ভালেমান ৰবীন্দ্ৰনাথৰ গীত শুনি, 'বাল্মীকি প্ৰতিভা' নৃত্য-নাটিকা চাই দুপৰ ৰাতি অতিথিশালালৈ উভতিয়েই 'ঘৰে বাইৰে' উপন্যাস মেলি ল'লে।

উপন্যাসখন লিখাৰ টেক্‌নিক দেখিয়েই প্ৰথমে জ্যোতি আচৰিত হ'ল। তিনিটা মূল চৰিত্ৰই প্ৰথম পুৰুষতে কথা কৈছেঃ অধ্যায়বোৰ ভগোৱা হৈছে এনেদৰেঃ বিমলাৰ আত্মকথা, সন্দীপৰ আত্মকথা, নিখিলেশৰ আত্মকথা। প্ৰথমতে বিমলাৰ আত্মকথাঃ মা গো, আজ মনে পড়ছে তোমাৰ সেই সিঁথেৰ সিঁদুৰ, চওড়া সেই লাল পেড়ে শাড়ি, সেই তোমাৰ দুটি চোখ-শান্ত স্নিগ্ধ গভীৰ।... সুন্দৰীতো নাই, কিন্তু মায়েৰ মতো যেন সতীৰ যশ পাই, দেৱতাৰ কাছে একমনে এই বৰ চাইতুম।...

কিন্তু বিমলাই মাতৃৰ সেই শিৰৰ সেন্দুৰ, মাতৃৰ সতীত্বৰ সেই পৰম গৌৰৱৰ খ্যাতি নিজৰ জীৱনত অ-মৃত কৰি ৰাখিব নোৱাৰিলে। দেৱতাৰ দৰে চেহেৰাৰ ৰাজকুমাৰ স্বামী নিখিলেশৰ উদাৰ বান্ধোনৰ পৰা তাই এদিন ওলাই গ'ল। তাই প্ৰবলৰূপে আকৰ্ষিত হ'ল অগ্নিভাষী সন্ত্ৰাসবাদী দেশপ্ৰেমিক সন্দীপৰ প্ৰতিঃ সেই ভণ্ড সন্দীপ, যি দেশপ্ৰেমৰ নামত ধন আৰু নাৰীৰ সতীত্ব হৰণ কৰে। ৰজাৰ ঘৰৰ বন্ধনৰ পৰা ওলাই ভণ্ড দেশপ্ৰেমিকৰ দুৰ্বাৰ আকৰ্ষণত বিমলাই হেৰুৱালে নিজৰ নাৰীত্ব আৰু শেষত স্বামীক। সন্দীপৰ হিংসাৰ দাবানলৰ বলি হ'ল নিখিলেশ। হিংসাৰ পৰিসমাপ্তিৰ মাজেৰে অহিংসাক ৰবীন্দ্ৰনাথে বিজয়ী কৰি দিলে। বিমলাই হৃদয়েৰে উপলব্ধি কৰিলেঃ সকলো প্ৰেম পূজাৰ সমুদ্ৰত মিলি গৈছে সেই সাগৰ-সংগমত। সেই দিশে ধাৱিত হোৱা। মই অগ্নিৰ বুকুৰ পৰা ওলাই আহিছোঃ যিখিনি দগ্ধ হ'ব লাগিছিল সেইখিনি দগ্ধ হৈ গৈছে। যিখিনি বাকী আছে তাৰ মৰণ নাই। সেইবাবে মই মোক নিবেদন কৰিলো তেওঁৰ পাদপদ্মত যি মোৰ সকলো অপৰাধকে তেওঁৰ গভীৰ বেদনাৰ মাজেৰে গ্ৰহণ কৰিছে।...

উপন্যাসৰ অধ্যয়ন শেষ কৰিলে জ্যোতিয়ে যেতিয়া পূবাকাশত অন্ধকাৰৰ বুকু বিদীৰ্ণ কৰি অৰুণৰ আগমনৰ বিশাল আয়োজন হৈছে।

উপন্যাস জ্যোতিয়ে বন্ধ কৰিলে। কিন্তু এইবাৰ তাৰ হৃদয়ত আৰম্ভ হ'ল তুমুল আলোড়ন।

সেই আলোড়নৰ আছে মাত্ৰ আৰম্ভণি; নাই তাৰ পৰিসমাপ্তি।

শান্তি নিকেতনৰ পৰা জ্যোতি কলিকতালৈ উভতি আহিল। সি অনুভৱ কৰিলে, এক পৱিত্ৰ তীৰ্থযাত্ৰাৰ পৰা সি প্ৰত্যাৱৰ্তন কৰিছে।

ৰবীন্দ্ৰনাথৰ কথাত জ্যোতি উদ্বুদ্ধ হ'ল। দেশপ্ৰেম আৰু সাহিত্য-সাধনা সমাৰ্থক। ৰবীন্দ্ৰনাথ নিজেই তাৰ মহান প্ৰতীক। স্বাধীনতা আন্দোলনত যোগ নিদিয়াকৈয়ে মহাত্মা দক্ষিণ আফ্ৰিকাৰ পৰা প্ৰত্যাৱৰ্তন কৰাৰ বহু আগতেই তেওঁ নিজৰ উপন্যাসৰ যোগেদি অহিংসাৰ সন্মুখত হিংসাৰ পৰাজয় প্ৰতিষ্ঠা কৰিছে। জালিৱানাৱালাবাগৰ নিৰ্মম হত্যাকাণ্ডৰ প্ৰতিবাদত তেওঁ বৃটিছপ্ৰদত্ত ছাৰ উপাধি ত্যাগ কৰিছে। 'জন গণ মন অধিনায়ক জয় হে ভাৰত ভাগ্য বিধাতা'ৰ দৰে দেশপ্ৰেমেৰে উদ্দীপনাময় গীত লিখিছে। আত্মাৰ মুক্তি সাধন নহ'লে ৰাজনৈতিক মুক্তিয়েই ভাৰতবাসীক উদ্ধাৰ কৰিব নোৱাৰে।

জ্যোতিয়ে ঠিক কৰিলে, প্ৰজ্ঞাসুন্দৰী জেঠাইদেউৰ লগত সি এদিন ৰবীন্দ্ৰনাথৰ কাষত বহি তেওঁৰ লগত কথা পাতিব।

কলিকতালৈ উভতি অহাৰ দিনাই জ্যোতিয়ে লগ পালে চন্দ্ৰনাথ শৰ্মাক। অসমৰ পৰা আহিছে, মহাত্মা গান্ধীক দেখা কৰিবলৈ বোম্বাইলৈ যাব।

চন্দ্ৰনাথ উত্তেজিত। জ্যোতিৰ কোঠাত সোমাই তেওঁ এফালৰ পৰা সিফাললৈ গৈছে, সিফালৰ পৰা ইফাললৈ গৈছে।

হঠাতে মহাত্মা গান্ধীয়ে অসহযোগ আন্দোলন বন্ধ কৰি দিয়াৰ বাবে চন্দ্ৰনাথ ক্ৰোধান্বিত। উত্তেজিত। মহাত্মাৰ সেই কাৰ্যৰ দুৰ্ঘোৰ প্ৰতিবাদ কৰিবৰ বাবে তেওঁ বোম্বাইলৈ যাব ৰাতিৰ ৰেলত। সমগ্ৰ দেশ যেতিয়া বৃটিছক অহিংসা ভাৱেৰেই এক বজ্ৰ আঘাত হানিবৰ বাবে প্ৰস্তুত, হেজাৰে হেজাৰে যেতিয়া দেশপ্ৰেমিক আন্দোলনত জপিয়াই পৰিছে, মৃত্যু ভয়কো অতিক্ৰম কৰি যেতিয়া মুক্তিযোদ্ধাসকল বৃটিছৰ গুলী-লাঠিৰ বাবে সাজু হৈ আছে, ঠিক সেই সময়তে মহাত্মাই তেনেকৈ আন্দোলন বন্ধ কৰিব নালাগিছিল। চৌৰিচৌৰাত দুজনমান বৃটিছ চৰকাৰৰ পুলিচক অগ্নিদগ্ধ কৰাটো ভাল কাম হোৱা নাই সত্য, কিন্তু সেই পুলিচৰ নিৰ্মম অত্যাচাৰ দেশপ্ৰেমিকে সহ্য কৰাৰো যে এটা সীমা আছে।

চন্দ্ৰনাথে ক'লে, "ভাৰতৰ দৰে বিশাল দেশ এখনত বন্ধ হৈ যোৱা আন্দোলন এটা পুনৰুজ্জীৱিত কৰাটো সহজ নহয়। কাৰণ, বহুদিন ধৰি মানুহে দেশৰ বাবে চূড়ান্ত ত্যাগ কৰিবলৈ প্ৰস্তুত হয়। সেই উৎসাহ বাধাগ্ৰস্ত হ'লে মানুহৰ মনত অন্তহীন নিৰাশাৰ সৃষ্টি হয়।"...

"দাদা, ময়ো আপোনাৰ লগত বোম্বাইলৈ যাম।" জ্যোতিয়ে ক'লে।

"তুমি বোম্বাইলৈ কেনেকৈ যাবা। আচলতে তোমাৰ ইয়ালৈ অহাৰ কাৰণ হ'ল, তোমাৰ মাতৃয়ে কৈ পঠিয়াইছে যে তুমি আন সকলো চিন্তা পৰিহৰি মেট্ৰিক পৰীক্ষা দিব লাগিব। পৰীক্ষাত ভালদৰে পাছ কৰিলে তোমাক বিলাতলৈ পঠোৱাৰ কথা আছে। বোম্বাইৰ পৰা ঘূৰি আহি মই তোমাক ৰিভাৰ্ছ মেজৰ

কাষত বহি থকা পাৰহি লাগিব।"

চন্দ্ৰনাথ বোম্বাইলৈ গ'ল।

ইতিমধ্যে জ্যোতিয়ে কিৰণময়ীৰ পৰা এখন চিঠি পালে। মাতৃ হৃদয়ৰ সকলো কৰুণা আৰু শুভেচ্ছাৰে তেওঁ তাৰ পৰীক্ষাত কৃতকাৰ্যতা কামনা কৰিছে। "মেট্ৰিক পাছ কৰাৰ পিছতে মোৰ টিপচিক সাগৰ পাৰ হ'বলৈ মই পঠিয়াম।"

জ্যোতিৰ মনৰ চকুৰ আগত আৱিৰ্ভাব হ'লহি মিল্টনৰ কোনো এক ছনেটৰ দৰে, কীৰ্তনৰ কোনো এক পদৰ দৰে পবিত্ৰ সেই মাতৃমূৰ্তি।

জ্যোতিৰ মুখেদি গুণগুণকৈ ফুটি উঠিল : কোনে ক'লে তোক শকতিবিহীনা বুলি আই তোৰ পুত্ৰ শকতিবন্ত। আই অ' মোৰ চেনেহী সাদৰী....

তিনিমাহ ধৰি ক্লান্তিহীনভাৱে পঢ়ি জ্যোতিয়ে পৰীক্ষা দিলে।

পৰীক্ষাৰ পিছদিনাই জ্যোতিৰ তেজপুৰলৈ প্ৰত্যাৱৰ্তন। কিৰণময়ীৰ মুখত জয়োল্লাসৰ হাঁহি।

## ॥ ঊনৈশ ॥

এদিন অতি প্ৰত্যুষতে যেতিয়া পূবৰ পৰা পশ্চিমলৈ বতাহ বলিছিল ৰিবৰিব, খিড়িকীৰ কাষৰ অশোকৰ ডালত বহি চৰাইটোৱে যেতিয়া সুহুৰিৰ সুৰেৰে জুৰিছিল গীত, তেতিয়া জ্যোতিয়ে কোবেৰে ঘৰৰ পৰা ওলাই গেটখন খুলিবলৈ লওঁতেই ৰূপহীয়ে পিছৰ পৰা বাৰে বাৰে তাৰ গালে জপিয়াবলৈ ধৰিলে। জ্যোতিয়ে দেখিলে, ৰূপহীয়ে শিকলিডাল মুখেৰে কামুৰি লৈয়েই আছে। সি খৰধৰকৈ শিকলি তাইৰ ডিঙিত লগাই তাইৰ সৈতে জোৰেৰে ওলাই গ'ল।

পদুম পুখুৰীৰ পাৰত জ্যোতি বহিল। কাষত ৰূপহী।

ৰিবৰিবকৈ বতাহ বলিছিল। পদুমৰ কলিবোৰ লৰিছিল লয়লাসেৰে।

জ্যোতিৰ মুখেদি ওলাই আহিছিল গুণগুণকৈ: পুৱতি নিয়ৰে সানে চৰণতে শুকুলা মুকুতাৰ বেণু, অ' তোৰ শ্যামল গাতে কোনে চন্দন পিন্ধালে।... পুৱতি নিয়ৰে সানে চৰণতে।

জ্যোতি চঞ্চল হৈ পৰিল। সেই শব্দকেইটা এইবাৰ তাৰ মুখৰ পৰা ডাঙৰকৈ ওলাই আহিল।

তেনে উত্তেজনাতে সি জেপৰ পৰা ন'টবুক আৰু কলম উলিয়াই লিখিবলৈ ধৰিলে: মোৰে জীৱনৰে সখা কৃষ্ণ ভই, বজাৱ কি সুৰে বেণু। কপালতে তোৰ কোনে আঁকি দিলে ইন্দ্ৰধনু? পুৱতি নিয়ৰে সানে চৰণতে শুকুলা মুকুতাৰ বেণু..... অ' তোৰ শ্যামল গাতে কোনে চন্দন পিন্ধালে.... অ' তোৰ ফুল কুমলীয়া তনু, বজাৱ সোণৰে বেণু কৃষ্ণ ভই বজাৱ সোণৰে বেণু।.... সুৰৰে জিজিৰী পিন্ধালি মোক... মোৰে জীৱনৰে সখা কৃষ্ণ...

জ্যোতিয়ে সেই গীতত সুৰ দি ডাঙৰ ডাঙৰকৈ গাবলৈ ধৰিলে: মোৰে জীৱনৰে সখা কৃষ্ণ।.... ৰূপহী আচৰিত হ'ল। তাই জ্যোতিৰ গাল আৰু কাণ চেলেকিবলৈ ধৰিলে।

এই যে হঠাতে মনৰ পৰা নিগৰি ওলাই আহিল গীতটো, হৃদয়ৰ গভীৰৰ

পৰা, তাৰ দ্বিতীয় নাটকৰ কোনো সুপুৰুষৰ কণ্ঠত শুনিবলৈ পাব লাগিব সেই গীত।

কিন্তু সেইটোতো এটা গীত নহয়। সেইটোতো এটা কেৱল সুৰ নহয়। আজি এই প্ৰভাতৰ মধুৰ প্ৰহৰত পদুম পুখুৰীৰ পাৰত বহি সি যে ৰচনা কৰিলে যি গীত, যি গীত গালে সি বিমোহিত সুৰেৰে, সেই গীতৰ অভিব্যঞ্জনাই তাৰ হৃদয় তাৰ মন ৰোমাঞ্চিত কৰিলে মনে মনে।

জ্যোতিৰ জীৱনত কৃষ্ণ-সংস্কৃতিৰ বিনন্দীয়া ধাৰণা ঠিক এনেকৈয়ে হঠাতে কোনো এক প্ৰত্যুষতে এদিন আৱিৰ্ভাৱ হ'ল। কিন্তু এই ভাৱৰ সৃষ্টিতো হঠাতে হোৱা নাই। বহুত দিন ধৰি, দিনৰ পিছত মাহ, মাহৰ পিছত বছৰ ধৰি তাৰ মনৰ চকুৰ আগত, তাৰ স্বপ্নত, তাৰ মানসত, তাৰ বোধত সেই মনোমোহা ৰূপ, ঈষৎ হাঁহি, গলত মনোৰম মালাৰে কৃষ্ণ আহি উপস্থিত হৈছিল। কৃষ্ণৰ সেই হাঁহিয়ে তাক জীৱনৰ জগতৰ ইফালৰ সিফালৰ চাৰিওকালৰ যিখিনি সুন্দৰ যিখিনি বিভোপল যিখিনি শ্ৰেষ্ঠ সেইখিনিয়ে অবিৰত তাক হাতবাউল দি মাতে।

দুষ্কৃতিৰ, দুৰ্বৃত্তৰ, যাক শাসন কৰাটো অসম্ভৱ, সেই দুঃশাসনৰ গ্ৰাসৰ পৰা এদিন কৃষ্ণই ভাৰতবৰ্ষৰ সভ্যতা-সংস্কৃতিক উদ্ধাৰ কৰি বিশাল এই ভাৰতীয় জাতিক এক শাশ্বত, অ-মৃত দৰ্শন আৰু চৰিত্ৰ দান কৰি গৈছিল। কৃষ্ণ জ্যোতিৰ বাবে মুক্তিৰ ঈশ্বৰঃ কৃষ্ণ আৰু মানৱ মুক্তি তাৰ বাবে ভাবাই-দুলাই সমাৰ্থক।

জ্যোতিয়ে এই কথা ভাবি উদ্বেলিত হয়, হয় মুগ্ধ, মহাভাৰতৰ যুদ্ধৰ পিছতে শ্ৰীকৃষ্ণই ইচ্ছা কৰা হ'লে মুহূৰ্ততে ভাৰতৰ একছত্ৰী সম্ৰাট হ'ব পাৰিলেহেঁতেন ঃ তেওঁৰ সন্মুখত সামান্যতম বাধাও নাছিল। পাণ্ডৱৰ পূৰ্ণ সমৰ্থন পালেহেঁতেন তেওঁ। কিন্তু কৃষ্ণই সেই দুৰ্বাৰ প্ৰলোভন তুচ্ছাতিতুচ্ছ জ্ঞান কৰিলে।

জ্যোতিৰ বাবে কৃষ্ণ-সংস্কৃতিৰ সৰ্বশ্ৰেষ্ঠ দান হ'ল, দুৰ্নীতি অন্যায় বিশৃংখলতাৰ সম্পূৰ্ণ বিনাশ। কৃষ্ণক জন্ম দান কৰা যদুবংশ ভাৰতৰ এক আছিল ঐশ্বৰ্যমণ্ডিত বংশ। কিন্তু যেতিয়া কৃষ্ণই লক্ষ্য কৰিলে, সেই বংশও দুৰ্নীতি-ব্যভিচাৰৰ জটিল অন্ধকাৰত নিমজ্জিত, তেতিয়া তেওঁ নিজে সন্মুখত থাকি সেই বংশৰ ধ্বংস সম্পূৰ্ণ কৰি সাগৰত নিমজ্জিত কৰি দিলে। কৃষ্ণৰ পৰিসমাপ্তি ঘটিল সামান্য এক প্ৰাণীৰ দৰে কোনো এক সামান্য ব্যাধৰ হাতত। মহাভাৰতৰ যুদ্ধত সৰ্বশক্তি প্ৰয়োগ কৰি ভাৰতৰ সভ্যতা, ভাৰতৰ সংস্কৃতি আৰু পৰম্পৰাক শত্ৰুৰ ভয়ানক গ্ৰাসৰ পৰা মুক্ত কৰা এক মহামানৱৰ মৃত্যু ঘটিল অত্যন্ত সাধাৰণভাৱে, যেনেকৈ এদিন তেওঁ অত্যন্ত সাধাৰণভাৱেই জন্ম হৈছিল এক অন্ধকাৰ কাৰাগাৰত আৰু জন্ম-মুহূৰ্ততে তেওঁক আজুৰি নিয়া হৈছিল মাতৃৰ বুকুৰ পৰা।

জ্যোতিয়ে এইবাৰ ব্ৰহ্মপুত্ৰৰ পাৰলৈ গৈ দীঘল দীঘলকৈ নিশ্বাস লৈ নদীৰ ৰতাহ সেৱন কৰিবলৈ ধৰিলে। গতি এইবাৰ তাৰ দ্ৰুত হ'ল। হাতত কলাইৰ চেইন। সি অভিভূত হ'ল। কি মহৎ এই মাতৃভূমি ভাৰতবৰ্ষ! কি তাৰ বিশাল মহান ইতিহাস-সভ্যতা-সংস্কৃতি! এই ভাৰতভূমিত জন্ম হৈছিল এদিন শ্ৰীকৃষ্ণৰ, ভাৰতীয় সংস্কৃতিৰ সৰ্বশ্ৰেষ্ঠ পুৰুষ কৃষ্ণৰ। সেই একেই ভাৰতভূমিত জন্ম লৈ

সি ধন্য, তাৰ জীৱন সম্পূর্ণ।

পিতৃ পৰমানন্দই সুৰ দিয়া মহাপুৰুষৰ সেই কৰিতা আবৃত্তি কৰিলেঃ ধন্য ধন্য কলিকাল ধন্য নৰতনু ভাল। ধন্য ধন্য ভাৰত বৰিষে॥ জ্যোতিৰ গতি তীব্ৰ হ'ল। তাৰ মুখৰ পৰা এইবাৰ জোৰেৰে ওলাই আহিলঃ মোৰে জীৱনৰে সখা কৃষ্ণ, তই বজাৱ কি সুৰে বেণুঃ কপালতে তোৰ কোনে আঁকি দিলে ইন্দ্ৰধনু?...

কিন্তু জ্যোতিয়ে এই গীত কাৰ মুখেদি সুৰৰ মধুৰ ব্যঞ্জনাৰে প্ৰাণ সঞ্চাৰ কৰিব?

সেইদিনা সন্ধিয়া নিজৰ কোঠাৰ দুৱাৰ বন্ধ কৰি জ্যোতিয়ে প্ৰজ্ঞাসুন্দৰী জেঠাইদেৱে উপহাৰ দিয়া পার্কাৰ পেন লৈ এক নতুন নাটকৰ পৰিকল্পনা কৰিলে। এই নাটক হ'ব সম্পূর্ণ কাল্পনিক। তাৰ জীৱনৰ প্ৰথম নাটকত কল্পনাৰ লগত সংযোজন ঘটিছিল কৃষ্ণৰ, মহাদেৱৰ।

এই দ্বিতীয় নাটক হ'ব সম্পূর্ণ কাল্পনিক।

কিন্তু থীম হ'ব, নাটকৰ প্ৰাণ হ'ব সেই একেটাইঃ মুক্তি। মানুহৰ আত্মাৰ মুক্তি। বন্দীশালৰ পৰা মুক্তি। মানুহৰ গ্ৰাসৰ পৰা মুক্তি।

'শোণিত কুঁৱৰী' লিখি শেষ কৰি, সি সেই নাটকৰ নামকৰণ কৰিছিল। তাকো সেই নামৰ পৰিৱৰ্তন ঘটিছিল এবাৰ নহয় দুবাৰ।

এইবাৰ নাটকৰ প্ৰথম আখৰটো লিখাৰ আগতেই জ্যোতিয়ে তাৰ নাটকৰ নামকৰণ কৰিলেঃ কাৰেঙৰ লিগিৰী। কাৰেঙৰ গ্ৰাসৰ পৰা এজনী লিগিৰীৰ মুক্তিসাধন কৰিব লাগিব।

জ্যোতিয়ে লিখিবলৈ আৰম্ভ কৰিলে। কিন্তু অদ্ভূত কথাঃ নাটকৰ চৰিত্ৰবোৰৰ নাম লিপিবদ্ধ কৰাৰ আগতে জ্যোতিৰ কলমেদি প্ৰকাশ পালে এটা গীতহেঃ সোণৰে পালেঙত অ' মনে তৰা.... ধুনীয়া কোঁৱৰৰ ঘুমটি নাহিলে কপাহৰে দলিচা পৰা মনে তৰা... চাত্তোনৰ দলিচা পাৰি দিম শুবলৈ অ' মনে তৰা, বগলীৰ পাখিৰে গাৰু দিম শুবলৈ অ' মনে তৰা... পদুমৰ পাহিৰে শুঁঠি দিম বিচনী... কোনোবা বিতোপন দেশৰে সাধু কম নিশাটো কাষতে বহি মনে তৰা...।

জ্যোতিয়ে এইবাৰ নিজকে গীতৰ জগতৰ পৰা বিচ্ছিন্ন কৰি নাটকৰ প্ৰথম বাক্য লিখিবলৈ আৰম্ভ কৰিলেঃ প্ৰথম অঙ্ক, প্ৰথম দর্শনঃ কাৰেং, সুন্দৰ কোঁৱৰৰ শোৱনি কোঠা। কোঠাৰ সোঁ মাজতে পাল্লৰ বেৰৰ দাঁতিলৈ পথালিকৈ এখন সিংহৰ মূৰ আৰু আগ ভৰিৰ ওপৰত থিয় হোৱা ঠগৰ খুৰা লগোৱা সোণ খটোৱা চালপীৰা।... সুন্দৰঃ আইতা, তুমি মোৰ মূৰটো ঘোলা নকৰা মানে নেৰা নেকি? দিন নাই ৰাতি নাই সেই একেটা কথা। তোমাৰ আৰু ভাবিবলৈ কৰিবলৈ একো নোহোৱা হ'ল নেকি?...

ইয়াৰ পিছৰ কথাখিনি হ'ব লাগিছিলঃ বৰ বিৰক্তিৰে ৰাজমাওৰ ওচৰৰ পৰা আঁতৰি গৈ বৰণীৰাত বহি, পুথিবোৰ লৰাই লৰাই...

কিন্তু জ্যোতিয়ে লিখি পেলালেঃ এই নাটকৰ সকলো চৰিত্ৰ আৰু ঘটনা

কাল্পনিক।

জ্যোতিয়ে লিখিলে প্ৰকৃততে নাটকৰ পাতনিয়েই, প্ৰণেতাৰ কথা ঃ ইয়াক বিশেষকৈ অসমীয়া গঢ় দি অসমীয়া সাজ-সজ্জাৰে উলিয়াবৰ কাৰণেহে অসমীয়া বুৰঞ্জীমূলক নাটকৰ ঠাঁচত লেখা হৈছে। আহোম-সমাজৰ চানেকি বা আহোম চৰিত্ৰ দেখুৱা হিচাপে এই নাটক লিখা হোৱা নাই...

প্ৰণেতাৰ কথা এইবাৰ শেষ হ'ল।

কাবেঙৰ সেই লিগিৰী। জ্যোতি তন্ময় হৈ পৰিল। তাই লিগিৰী হৈয়ো প্ৰকৃততে লিগিৰী নহয়। তাইৰ প্ৰেম অসামান্য। প্ৰেমৰ অভিনৱ মৰ্যাদাই লিগিৰী হৈয়ো তাইক ৰাণীৰ মৰ্যাদা দান কৰিব লাগিব। তাই কেৱল নিজকে ৰাজকাবেঙৰ পৰা মুক্ত কৰিলেই নহ'ব, তাই ৰাজকাবেঙৰ ৰাজপুত্ৰকো প্ৰলোভনৰ নিদাৰুণ যন্ত্ৰণাৰ পৰা মুক্ত কৰিব লাগিব।

কি নাম দিব লাগিব লিগিৰীৰ?

জ্যোতিৰ কোঠাৰ খিড়িকীৰ কাষতে আছে এজোপা শেৱালি ফুলৰ গছ। খিড়িকী খুলি সি কেতিয়াবা শেৱালিৰ মধুৰ গোন্ধ হিয়া ভৰাই উপভোগ কৰে। শীতৰ ৰাতি নিয়ৰৰ টোপাল পৰাৰ দৰে নিঃশব্দে শেৱালি ফুল সৰি দূবৰি বনত পৰে। সি যেন সেই শব্দ শুনিবলৈ পায়। নিয়ৰৰ শব্দৰ দৰে, কাণপাতি কোনো আধা পাহৰা গীতৰ দৰে গীত সেই ফুল সৰি পৰাৰ শব্দয়ো তাৰ মন উদ্‌ভলা কৰে বাৰে বাৰে।

এদিন সি হঠাতে আৱিষ্কাৰ কৰিলে, আকাশৰ দৰে ৰৰণৰ দুবৰিত বগা শেৱালি একোটা একোটা তৰাৰ দৰে উদ্ভাসিত হৈ আছে।

জ্যোতিয়ে সিদ্ধান্ত কৰিলে ঃ তাৰ কাবেঙৰ সেই অনন্যা লিগিৰীৰ নামো হ'ব লাগিব শেৱালি'। আকাশৰ তৰাৰ দৰে শুভ্ৰা, দুবৰিৰ পাতত পৰা কোনো নিয়ৰৰ টোপালৰ এক কোমল সুৰৰ দৰে অভিনৱ শেৱালি হ'ব সেই ৰূপহী লিগিৰীৰ নাম।

নাটকৰ নায়িকাৰ নাম শেৱালি থোৱাৰ লগে লগে জ্যোতিৰ হঠাতে ধাৰণা হ'ল ঃ সি যেন শেৱালিৰ দৰে এক গাভৰুক ক'ৰবাত দেখিছিল। ক'ত বাৰু দেখিছিল? কলিকতাৰ ৰবদেউতা লক্ষ্মীনাথৰ হাওৰাৰ ঘৰত জেঠাইদেউৰ লগে লগে ছাঁৰ দৰে লাগি থকা সেই গাভৰু, নাম যাৰ তৃষ্ণা, কণিৰ দৰে মুখৰ আকৃতি, দুৰ্লভ দুটা চকু, সামান্য এৰাৰ কঠুৱা কথাতে যাৰ পৰা নিগৰি আহিব পাৰে পানী, সেই কন্যা কি জ্যোতিৰ শেৱালি নহয়?

অথবা, তামোলবাৰী বাগানৰ ৰবমা মুক্তাপ্ৰভাৰ সেই লিগিৰীজনী, যি প্ৰথমা কন্যা প্ৰতিমাৰ অকাল করুণ মৃত্যুত সদা-ম্ৰিয়মান ৰবমাৰ চুলি আঁচুৰি দিয়ে প্ৰতি ৰাতিপুৱা, যি ৰাতি শুব নোৱাৰে কোনো চৰায়ে কোনো নাৰীৰ দৰে বিননি তোলা শুনি, যি ৰাতিপুৱা গৰুৰ গাখীৰ খীৰাওঁতে মুৰটো সামান্য হাওলাই বিমুগ্ধ চাৱনিৰে চায় অদূৰৰ লহপহকৈ বাঢ়ি অহা বেঙেনা আৰু লফা শাকৰ পিনে ঃ সেই যুৱতী কি এই শেৱালি নহয়? অথবা, তাৰ গল্পৰ সেই সামান্যা ৰমণী, যি

সামান্যা হৈয়ো অসামান্যা, যিটো গল্প লিখো বুলিও সি আজিলৈকে লিখিব পৰা নাই, অথচ সেই নাৰী প্ৰতিভাত হৈ আছে বিপুল গৌৰৱেৰে তাৰ মনৰ চকুৰ আগত, সেই যুৱতী, সি চিৰদিন অপেক্ষা কৰি থাকিল দিহিঙৰ নিঃসঙ্গ পাৰত, কিন্তু প্ৰত্যাৱৰ্তন নকৰিলে তাইৰ প্ৰেমাস্পদে হেজাৰ অঙ্গীকাৰ কৰিও, সেই পূৰ্ণ-যৌৱনা কি প্ৰকৃততে শেৱালি নহয়?

কিন্তু কাৰেঙৰ লিগিৰীৰ স্বপ্ন ভঙ্গ হ'ল পিছদিনা ৰাতিপুৱাই। জ্যোতিৰ জীৱনৰ দ্বিতীয় নাটক ৰচনাৰ আৰম্ভণিতে বাধাগ্ৰস্ত হ'ল। ৰাতিপুৱাই পকীত ওলালহি চন্দ্ৰনাথ, অমিয়, বিজয়ঃ চন্দ্ৰনাথ শৰ্মা, অমিয়কুমাৰ দাস, বিজয়চন্দ্ৰ ভাগৱতী। তেজপুৰত আসাম ছাত্ৰ সন্মিলনৰ অধিবেশন বহিব। সভাপতি প্ৰখ্যাত বিজ্ঞানাচাৰ্য প্ৰফুল্লচন্দ্ৰ ৰায়।

জ্যোতিয়ে কেৱল গীতৰ দায়িত্ব ল'লেই নহ'ব। স্বেচ্ছাসেৱক বাহিনীৰো সি নেতৃত্ব কৰিব লাগিব।

তেওঁলোকৰ লগত জ্যোতি তেতিয়াই ওলাই গ'ল।

অসম ছাত্ৰ সন্মিলনৰ অধিবেশনৰ কথা শুনিয়েই জ্যোতি উত্তেজিত হোৱাৰ দৰে হ'ল। এই সন্মিলনৰ গুৱাহাটীত বহা প্ৰথম অধিবেশনত জ্যোতি উপস্থিত আছিল। সভাপতি লক্ষ্মীনাথ বেজবৰুৱা। লতাশিল খেলমাটিত। জ্যোতিৰ বয়স তেতিয়া মাত্ৰ তেৰ বছৰ।

লক্ষ্মীনাথৰ সেই উদাত্ত ভাষণৰ প্ৰায় প্ৰতিটো কথা জ্যোতিৰ আজিও মনত আছে। কি উদ্দীপনাময় আছিল সেই ভাষণ। তেওঁ কৈছিলঃ বন্ধুসকল, আপোনালোকে এনেভাৱে কাম কৰি যাওক, যাতে আপোনালোকৰ দ্বাৰাই জননীৰ মুখ উজ্জ্বল হয়। আপোনালোক লেখত তাকৰ, তাত একো কথা নাই। . . . .অসমীয়াৰ ভিতৰৰ পৰাই, ঢেকীয়া-কচুৰে কঢ়া অসমীয়াৰ শৰীৰৰ পৰাই শ্ৰীশংকৰদেৱ, শ্ৰীমাধৱদেৱ, শ্ৰীদামোদৰদেৱ, মোমাই তামুলী বৰবৰুৱা, লাচিত বৰফুকন, পূৰ্ণানন্দ বুঢ়াগোহাঁই, আনন্দৰাম ঢেকিয়াল ফুকন, আনন্দৰাম বৰুৱাৰ জন্ম হৈছিল। History repeats itself : কোনে জানে কোনে ক'ব পাৰে যে ৰত্নগৰ্ভা অসমৰ গৰ্ভত আকৌ তেনেকুৱা প্ৰতিভাশালী সন্তানৰ জন্ম নহ'ব? নানা বিপদ নানা বিপ্লৱে জুৰুলা কৰা অসম পুনৰ সুস্থ-সবল হৈ আকৌ যে বিদ্যা-জ্ঞান, ধন-ধান্য, সুপুত্ৰ সম্পদেৰে বিভূষিত নহ'ব, এই কথা কোনে ক'ব পাৰে?... আপোনালোক বিচলিত নহৈ, এহাশুধীয়াভাৱে নিজৰ কৰ্তব্য কৰি যাওক। নিশ্চয় দেখিব, স্বৰ্গাদপি গৰীয়সী জননী জন্মভূমিৰ মঙ্গল সাধিত হৈছে।'

বৰদেউতা লক্ষ্মীনাথৰ প্ৰতিটো শব্দ আজিও জ্যোতিৰ মনত আছে। স্পষ্টকৈ তাৰ মনত আছে, সেইদিনা মঞ্চত একেলগে বহিছিল অসম আইৰ তিনিজন সুপুত্ৰ লক্ষ্মীনাথ, হেমচন্দ্ৰ আৰু চন্দ্ৰকুমাৰঃ বেজ হেম আৰু মাজু। সেই তিনিজন মহাপ্ৰাণে এদিন সেই তেতিয়াই কলিকতাৰ কলেজত পঢ়িবলৈ গৈ, 'জোনাকী'

আলোচনীৰ জন্ম দিছিল। 'জোনাকী'য়ে অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি, অসমীয়া জাতীয় জীৱনক ঐশ্বৰ্যমণ্ডিত কৰিলে।

জ্যোতিৰ মনত আছে, লক্ষ্মীনাথে নিজৰ ভাষণত উদ্ধৃতি দিছিল এই সংস্কৃত শ্লোকৰঃ যাদৃশী ভাবনা যস্য সিদ্ধিৰ্ভবতি তাদৃশী, মানে তুমি যেনে ভাবা তেনেকুৱাই হ'বা। লক্ষ্মীনাথে লগে লগে মাধৱদেৱৰ এফাঁকি পদৰ কথা কৈছিল যি জ্যোতিয়ে জীৱনত কোনোদিন পাহৰিব নোৱাৰিবঃ আপুনি আপোন শত্ৰু আপুনি আপোন মিত্ৰ আপুনি আপোন ৰাখে মাৰে। ...

তেজপুৰৰ অধিবেশনৰ কাম ক্ষিপ্ৰগতিৰে আৰম্ভ হ'ল। জ্যোতিয়ে প্ৰথমতেই কৈ দিলে, সভাত অ' মোৰ আপোনাৰ দেশ আৰু তাৰ নিজৰ মোৰে জীৱনৰে সখা কৃষ্ণ গীত দুটা গাবলৈ দিব লাগিব। নহ'লে সি তাত সহযোগ নকৰে।

দুই-চাৰিজন বৃটিছ ভক্তই আপত্তি কৰিছিল। কিন্তু চন্দ্ৰনাথ আৰু তৰুণৰামে সেই আপত্তি নাকচ কৰিলে।

জ্যোতিয়ে মাত্ৰ দুদিনৰ ভিতৰতে স্বেচ্ছাসেৱক বাহিনীটো সাজু কৰি তুলিলে। কোনো এজন স্বেচ্ছাসেৱক যদি প্ৰশিক্ষণৰ বাবে দুই মিনিটো পলমকৈ আহে, জ্যোতিয়ে তাৰ নাম কাটি দিয়ে তৎক্ষণাতে। লাইনত থিয় হৈ থাকোতে কোনোবাই যদি সামান্যভাৱেও হাঁহে, এটাও ফুচফুচীয়া কথা পাতে, জ্যোতিয়ে তাৰ নাম কাটে লগে লগে। সি ঘোষণা কৰিলে, নিয়মানুৱৰ্তিতা যি নিশিকে দেশ-মাতৃকাৰ পূজাত তাৰ দৰে কুলাঙ্গাৰৰ প্ৰয়োজন নাই।

সি নিৰ্দেশ দিলে, সভাপতিক আদৰিবৰ বাবে জাহাজঘাটত ভলণ্টিয়াৰ শাৰী পাতিব লাগিব জাহাজ অহাৰ এঘণ্টাৰ আগৰে পৰা। অধিবেশনত সিহঁত নিৰ্দিষ্ট স্থানত ক'লৈয়ো কেনিও নোচোৱাকৈ থিয় দি থাকিব লাগিব। স্বেচ্ছাসেৱকৰ বাবে প্ৰথমতে নাম লিখাইছিল এশতকৈয়ো অধিকে। জ্যোতিৰ কঠোৰ শাসনত শেষত থাকিলগৈ মাত্ৰ কুৰিজন।

গীতৰ বেলিকাও সেই একেই তীক্ষ্ণ শাসন। ৰাতিপুৱা, আবেলি, সন্ধিয়া জ্যোতিয়ে অ' মোৰ আপোনাৰ দেশ আৰু মোৰে জীৱনৰে সখা কৃষ্ণ গীত শিকায়। প্ৰথমতে আহিছিল কুৰিজনঃ শেষত থাকিলগৈ মাত্ৰ ছজনঃ চাৰিজন যুৱক, দুগৰাকী যুৱতী। সভাৰ প্ৰথমতে অ' মোৰ আপোনাৰ দেশ, শেষত মোৰে জীৱনৰে।

অধিবেশনৰ এসপ্তাহৰ আগৰ পৰা তেজপুৰ উৎসৱমুখৰ হ'ল। ছাত্ৰ সন্মিলন পৰিণত হ'ল জাতীয় উৎসৱত। কাৰো বুজিবলৈ বাকী নাথাকিল যে এই অধিবেশনেই হ'ল স্বাধীনতা আন্দোলনৰ প্ৰথম পদক্ষেপ।

অধিবেশন আৰম্ভ হ'ল।

নিঃসন্দেহে, অধিবেশনৰ অতি উদ্দীপনাময় বিষয়টো আছিল সভাপতি বিজ্ঞানাচাৰ্য প্ৰফুল্ল চন্দ্ৰ ৰায়ৰ উদাত্ত ভাষণ। তেওঁ সেইদিনা কোৱা এইকেইটা

কথা অসমৰ জাতীয় ইতিহাসত চিৰকালৰ বাবে খোদিত হৈ থাকিব: আপোনালোকৰ বৰ গৌৰৱৰ বিষয় যে মহাপুৰুষ শংকৰদেৱ আৰু মাধৱদেৱে বঙ্গদেশৰ চৈতন্যৰ পূৰ্বেই অসমত বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰ কৰে আৰু কৃত্তিবাস, কাশীৰাম দাসৰ পূৰ্বেই গদ্য-পদ্যত পুথি লিখে। ভট্টদেৱৰ ষোল শতিকাত লিখা কথা-গীতাৰ গদ্য বাস্তৱতে অতুলনীয়। স্বভাৱতেই আপোনালোকৰ হিয়া অহঙ্কাৰৰ ভাৱত কঁপি উঠে যে যি সময়ত বঙ্গদেশে কৃত্তিবাস বা কাশীৰামক জন্ম দিয়া নাছিল আৰু যি সময়ত গদ্য নামৰ উপযুক্ত সাহিত্য ওপজোৱা নাই সেই সময়ত অসমত বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰক শংকৰদেৱ আৰু তেৰাৰ উপযুক্ত শিষ্য মাধৱদেৱ-দুয়োজনেই কায়স্থ-চৈতন্যৰ জন্মৰ পূৰ্বেই পদ্যত পুথি লিখে আৰু এই কেইআষাৰ কথা লিখাৰ পিছত পণ্ডিত হেমচন্দ্ৰ গোস্বামী মহোদয়ৰ পাণ্ডিত্য আৰু স্বদেশ সেৱাৰ ফলত এই 'কথা-গীতা'ৰ অপূৰ্ব সংস্কৰণ পঢ়িবলৈ হুকাৰ আৰু লাটিমাৰৰ ৰচনাৰ বাহিৰে জগতৰ আন কোনো সাহিত্যই উন্নতি লাভ কৰিব পৰা নাছিল, সেই সময়ত ষোল শতিকাত অসমীয়া গদ্য-সহিত্যই উন্নত অৱস্থাত ভৰি দিছিল।... অসমত থকা বঙালীবিলাকৰ প্ৰাদেশিক ভাব আৰু জাতীয় অহংকাৰৰ কাৰণে এনেবোৰ কথা ওলাইছে। অসমীয়া সাহিত্যই ষোল শতিকাত যি উন্নত অৱস্থা পাইছিল বঙলা সাহিত্যই তেনে অৱস্থা ঈশ্বৰচন্দ্ৰ আৰু বঙ্কিমচন্দ্ৰৰ দিনতহে মাথোন পাইছে। বাস্তৱতে যদি কোনো অসমীয়া পণ্ডিতে কয় যে বঙালীয়েহে অসমীয়া ভাষাৰ পৰা চুৰ কৰিছে তেন্তে সেই কথাৰ বিৰুদ্ধে প্ৰমাণ দিয়া টান। মই ভাবোঁ যে এতিয়া চিৰদিনলৈ সেই প্ৰশ্নৰ মীমাংসা হৈছে বুলি ধৰিব পৰা যায়। মই এই কথাষাৰ অকল এজন প্ৰমুখ্য বঙালী স্বৰূপে নহয় বৰং বঙ্গীয় সাহিত্য সন্মিলনৰ ভূতপূৰ্ব সভাপতিস্বৰূপেহে কৈছোঁ।.....

ছাত্ৰ সন্মিলনৰ অধিবেশনৰ পিছত এদিন মাত্ৰ বিশ্ৰাম লৈ জ্যোতিয়ে পৰম উৎসাহেৰে 'কাৰেঙৰ লিগিৰী' লিখিবলৈ লওঁতেই মাজুদেউতা চন্দ্ৰকুমাৰৰ পৰা বাৰ্তা আহিল: জ্যোতিয়ে পৰীক্ষাৰ ফলাফল নোলোৱা পৰ্যন্ত গুৱাহাটীলৈ আহি তেওঁৰ নিউ প্ৰেছত ছপা হোৱা 'অসমীয়া' কাকতৰ কামত সহায় কৰিবহি লাগিব।

কোনো এক উজ্জ্বল ৰাতিপুৱা জাহাজেৰে জ্যোতি এইবাৰ আহিল গুৱাহাটীৰ খাৰঘুলিলৈ।

সন্মুখত বিশাল ব্ৰহ্মপুত্ৰ।

## ॥ বিশ ॥

মাজুদেউতা চন্দ্ৰকুমাৰৰ নিউপ্ৰেছত সোমাই জ্যোতি স্তম্ভিত হ'ল, ইঁান এটা সৰু প্ৰেছৰ পৰা 'অসমীয়া' কাকতখন প্ৰতি সপ্তাহে নিয়মীয়াকৈ কেনেকৈ ওলায়।

মাজুদেউতাই কি গুৱাহাটী নগৰৰ কোনো এক কেন্দ্ৰ স্থানত প্ৰেছটো স্থাপন কৰিব নোৱাৰিলেহেঁতেন?

উজান বজাৰৰ পকী জাহাজঘাটখৰ পৰা প্ৰায় ডেৰমাইল খোজকাঢ়ি খাৰঘুলিৰ সেই প্ৰেছলৈ যাব পাৰি। জাহাজঘাটত আছিল এখন যৌবাবাগী। খাৰঘুলিৰ নাম শুনা মাত্ৰকে যাত্ৰীৱালাই মূৰে-কপালে হাত দি ক'লে, এনে জয়াল ঠাইলৈ সি যাব নোৱাৰে।

দিনৰ বেলাতেই খাৰঘুলিলৈ যাবলৈ মানুহে ভয় খায়। সন্ধিয়াৰ পিছত সেই স্থান এক ভয়াৱহ অন্ধকাৰত নিমজ্জিত। মাত্ৰ গৰুগাড়ী এখন যাব পৰা এটা উঠা-নমা কেঁচা বাট। দুফালৰ হাবিৰ মাজেৰে বৈ যোৱা ক্ষুদ্ৰ নৈৰ দৰে সেই পথ। এবাৰ ওপৰলৈ উঠা, এবাৰ তললৈ নমা। দুফালে প্ৰকাণ্ড গছ। দুপৰতো সূৰ্যৰ পোহৰ পৰ্যন্ত গোপন হৈ থাকে। অ'ত ত'ত দুই-এঘৰ মানুহ। বনৰীয়া হাতী আৰু বাঘে সহবাস কৰে পাহাৰৰ নামনিৰ হাবিত। পথৰ ওপৰত বাঘৰ খোজ। সন্ধিয়াৰ লগে লগে অজস্ৰ শিয়ালৰ অন্তহীন চিঞৰ। নানা চৰাইৰ বিনন্দীয়া আৰু কৰ্কশ গীত শুনা যায় একেলগে।

সেই বাতিপুৱা জ্যোতি যিমানে আগুৱাই গৈছে, সিমানে তাৰ বিস্ময়কৰ সীমা নোহোৱা হৈছে। হঠাতে সি দেখিবলৈ পালে সংখ্যাহীন বান্দৰে এজোপা গছৰ পৰা আন জোপালৈ দুৰন্ত গতিৰে জপিয়াইছে। জ্যোতিয়ে একে ঠাইতে থিয় হৈ বান্দৰবোৰলৈ চাই থাকোতে সি দেখিলে কেইটাও বান্দৰে তাক ঘেৰি ধৰিছেহি। খেক খেক শব্দ কৰি বান্দৰকেইটাই আক্ৰমণ কৰাৰ দৰে তাৰ কাষ চাপি আহিল। জ্যোতিয়ে বাধা দিয়াৰ আগতে এটা পোৱালি জাপ মাৰি তাৰ গাত উঠি কান্ধত বহিলগৈ। জ্যোতিয়ে ভয় খাইছিল। কিন্তু খন্তেক পিছতে

পোৱালিটো জাপ মাৰিয়েই তাৰ মাকৰ পিঠিত উঠিল আৰু লগে লগে বান্দৰকেইটা তাৰ পৰা আঁতৰি গ'ল।

বান্দৰৰ তেনে অদ্ভুত ব্যৱহাৰৰ পৰা জ্যোতিয়ে সিদ্ধান্ত কৰিলে ঃ বান্দৰবোৰে তাক এই স্থানত বিদেশী বুলি ভাবিছিল। সিহঁতৰ পাৰপত্ৰ নোহোৱাকৈ সি যেন এই অজান দেশত প্ৰবেশ কৰিব নোৱাৰিব। কিন্তু যেতিয়া সিহঁতে লক্ষ্য কৰিলে, জ্যোতিয়ে সিহঁতৰ প্ৰতি কোনো প্ৰকাৰৰে হিংসাত্মক আচৰণ কৰা নাই, তেতিয়া এই স্থানত প্ৰবেশ কৰাৰ তাক অধিকাৰ দি সিহঁত বনলৈ উভতি গ'ল।

নিউ প্ৰেছৰ বাৰান্দাও ভৰি দিয়েই জ্যোতিয়ে সম্মুখত দেখিলে বিশাল ব্ৰহ্মপুত্ৰ। তেজপুৰৰ পৰা ব্ৰহ্মপুত্ৰৰ সিপাৰ কেৱল ৰিণিকি ৰিণিকি দেখা যায়। ইয়াত সিপাৰৰ পাহাৰৰাশি দেখা যায় স্পষ্টভাৱে।

জ্যোতি তন্ময় হ'ল। ফৰকাল ৰাতিপুৱা নদীৰ সিপাৰৰ পাহাৰৰ ৰূপ বিতোপন হৈ পৰিছে। ইটোৰ পিছত সিটো পাহাৰৰ ৰেখা, কোনো এক সংগীতৰ ধীৰে ধীৰে চৰমলৈ উঠা মূৰ্ছনাৰ দৰে, ওপৰলৈ উঠি হিমালয়ত বিলীন হৈ গৈছে। সি পলকিত হ'ল এই নদীৰ বুকুত সূৰ্যৰ উদয় আৰু সূৰ্যৰ অস্ত সমানে প্ৰত্যক্ষ কৰিবলৈ পোৱা যাব।

এটা টিলাৰ ওপৰত নিউ প্ৰেছ। চন্দ্ৰকুমাৰে জ্যোতিক ক'লে, নিউ প্ৰেছৰ পৰা প্ৰকাশ পোৱা সাপ্তাহিক 'অসমীয়া' আচলতে এখন খবৰ কাকত নহয়। তাৰ ছপামেলা ইমান ম্ৰিয়মান যে দেশৰ আন কোনো কাকতৰ লগত তাক সামান্যভাৱেও তুলনা কৰিব নোৱাৰি। ভগা ভগা কিছুমান আখৰ, কম্পজিটৰ মাত্ৰ দুজন। কাকতত প্ৰকাশ কৰিব পৰা কাঠৰ ব্লক মাত্ৰ এটাই আছে আৰু সেইটো হ'ল মহাত্মা গান্ধীৰ। কিন্তু এই কাকতৰ যি আত্মা, সেইটো তেওঁৰ জীৱনতকৈয়ো অধিক। এইখন বাতৰি কাকত নহয় ঃ ই এটা এটা স্পিৰিট, এ গ্ৰেট আইডিয়া। চন্দ্ৰকুমাৰে স্বাধীনতা আন্দোলনত প্ৰত্যক্ষভাৱে যোগ দিয়া নাই। কিন্তু 'অসমীয়া' তেওঁৰ চূড়ান্ত গান্ধীৰ কথা, তেওঁৰ আন্দোলনৰ প্ৰতিটো শব্দ তাত প্ৰকাশ পায়। মহাত্মা গান্ধীৰ ছবি প্ৰকাশ পায় প্ৰতিটো সংখ্যাত।

চন্দ্ৰতকুমাৰে জ্যোতিক ক'লে, যি অসীম অনুপ্ৰেৰণাৰে তেওঁ এদিন লক্ষ্মীনাথ আৰু হেম গোঁসাইৰ লগ লাগি কলিকতাত 'জোনাকী' উলিয়াইছিল, সেই একেই স্পিৰিটেৰে 'অসমীয়া' উলিয়াইছে। এই কাকতৰ পৰা আৰ্থিক লাভ একেবাৰে নহয়। কিন্তু অসমীয়া জাতিৰ সমস্ত সত্তাই এই কাকতক দান কৰিছে এক দৰ্শন আৰু চৰিত্ৰ। অসমীয়া জাতীয় জীৱনৰ, অসমীয়া ভাষা আৰু সাহিত্যৰ, অসমীয়া সৃষ্টিশীলতাৰ সমস্ত বাতৰি প্ৰকাশ পাব মোৰ কাকতত।

"জ্যোতি, তোৰ ভাব আৰু চিন্তাৰ লগত 'অসমীয়া'ৰ মূল আদৰ্শৰ যথেষ্ট মিল আছে। চেষ্টা কৰি চা, তই কাকতৰ অধিক উন্নতি সাধন কৰিব পাৰ নেকি? পৰীক্ষাৰ ৰিজাল্ট নোলোৱালৈকে তই কাকতৰ কামতে লাগ। এই কাম

অত্যন্ত কষ্টকৰ।"

জ্যোতিয়ে পৰমাগ্ৰহেৰে মাজুদেউতাৰ আদেশ মানি ল'লে। তিনুসংখ্যক পঞ্চ প্ৰকাশ পাওঁতেই 'অসমীয়া'ৰ ৰূপ দেখি জ্যোতি অসন্তুষ্ট হৈছিল। অসমীয়া 'ৰ'ৰ ঠাইত ব্যৱহাৰ কৰা হয় বঙালী 'ৰ'। সি ঠিক কৰিলে, এইবাৰ কলিকতালৈ গৈ বৰদেউতা লক্ষ্মীনাথৰ সহযোগত সি অসমীয়া 'ৰ' টাইপ কৰাই আনিব। তদুপৰি 'অসমীয়া'ৰ প্ৰথম পৃষ্ঠাতে বিজ্ঞাপন প্ৰকাশো জ্যোতিৰ অপছন্দ। কাকতখনৰ চৰিত্ৰ পৰিৱৰ্তনৰ বাবে ভালেমান দিনৰ প্ৰয়োজন হ'ব।

জ্যোতিয়ে দায়িত্ব লোৱা কাকতৰ প্ৰথম সংখ্যাতে মহাত্মা গান্ধীলৈ চন্দ্ৰনাথে লিখা চিঠিখন প্ৰকাশ কৰি দিলে। সেই চিঠিৰ কপি সি তেজপুৰৰ পৰা লৈয়েই আহিছিল।

চন্দ্ৰনাথৰ চিঠিত আছিলঃ ১৮৫৭ চনৰ চিপাহী বিদ্ৰোহৰ দিনৰে পৰা ভাৰতবাসীয়ে বৃটিছ চৰকাৰৰ বিৰুদ্ধে সংগ্ৰাম কৰিছে। বন্দে মাতৰম ধ্বনিয়ে দেশপ্ৰেমিকক ক্ষণে ক্ষণে জাগ্ৰত কৰে। সুদূৰ দক্ষিণ আফ্ৰিকাত বৃটিছ চৰকাৰৰ বিৰুদ্ধে সত্যাগ্ৰহ কৰি কৃতকাৰ্য হৈ ভাৰতলৈ আহি মাহাত্মা গান্ধীয়ে যি অসহযোগ আন্দোলন আৰম্ভ কৰিলে, তাৰ বাবে দেশে অপেক্ষা কৰিয়ে আছিল। মহাত্মাৰ আহ্বানত দেশে আন্দোলনত জপিয়াই পৰিল। সকলোৰে মনত অসীম শক্তি আৰু প্ৰেৰণা। এনে এক জাগ্ৰত অৱস্থাত হঠাতে মহাত্মাই আন্দোলন বন্ধ কৰি দিয়াটো সম্পূৰ্ণ অন্যায় আৰু অবাঞ্ছিত। ....
.... চৌৰিছোৰাত এক সংখ্যক দেশপ্ৰেমিকে দুজনমান বৃটিছ পুলিচক অগ্নিদগ্ধ কৰাটো মানৱতাৰ দৃষ্টিৰ পৰা এক নিষ্ঠুৰ কাম। সেই ঘটনা নিন্দনীয়। কিন্তু বৃটিছৰ নিদাৰুণ অত্যাচাৰৰ বিপৰীতে, সেই ঘটনা অতি আকস্মিক। মানুহৰ ধৈৰ্যৰ এক সীমা থাকেঃ অহিংসাৰো এক সীমা আছে। অহিংস সত্যাগ্ৰহীৰ ওপৰত অমানুষিক অত্যাচাৰ চলোৱা হ'ব আৰু সত্যাগ্ৰাহীয়ে সহ্য কৰি থাকিব লাগিব। কিন্তু কিছুমান সত্যাগ্ৰাহীয়ে শাৰীৰিক যন্ত্ৰণাক অতিক্ৰম কৰিব নোৱাৰে। সেই দৃষ্টিৰ পৰা আন্দোলনকাৰীয়ে অ'ত ত'ত দুই-এটা হিংসাত্মক ঘটনা ঘটালে তেওঁলোকক ক্ষমা কৰিব লাগিব। ... এক জাগ্ৰত, স্বতঃস্ফূৰ্ত আন্দোলন বন্ধ কৰি গান্ধীয়ে দেশবাসীক বঞ্চনা কৰিলে।...

চন্দ্ৰনাথৰ কথা মনত পৰিল জ্যোতিৰ। বৃটিছৰ বিৰুদ্ধে চন্দ্ৰনাথ সদায়ে উত্তেজিত। বৃটিছৰ বিৰুদ্ধে কথা কওঁতে তেওঁ কোনো পিঞ্জৰাবদ্ধ সিংহৰ দৰে গুজৰিবলৈ ধৰে। সমগ্ৰ শৰীৰৰ তেজ যেন তেওঁৰ মুখলৈ আহে। বহু দিন ধৰি চন্দ্ৰনাথ এক দুৰাৰোগ্য ভোগত ভুগিছে। কিন্তু শাৰীৰিক শক্তি যিমানে তেওঁৰ হ্ৰাস পাইছে, সিমানে তেওঁৰ মানসিক শক্তি বৃদ্ধি পাইছে।

ৰাজহুৱা সভাত দেশৰ দুৰ্দশাৰ কথা কওঁতে চন্দ্ৰনাথৰ মুখেদি যেন অগ্নি প্ৰজ্জ্বলিত হয়। শ্ৰোতাক উত্তেজিত কৰি কৰি চৰম পৰ্যায়লৈ তুলি নিয়ে। বাবে

বাৰে বন্দে মাতৰম ধ্বনিয়ে আকাশ-বতাহ নিনাদ কৰে। চন্দ্ৰনাথে কয়ঃ দেশমাতৃকাক মুক্ত কৰাৰ বাহিৰে আমাৰ আন কোনো ধৰ্ম নাই, কৰ্ম নাই, পিতৃ নাই, নাই ভ্ৰাতা-ভগ্নী-মিত্ৰ-নিকটাত্মীয়। আমাৰ মাতৃ মাত্ৰ এগৰাকীয়েই। তেৱেঁই হ'ল আমাৰ ভাৰতমাতৃ। আপোনালোকৰ চকুত পানী নাইনে দেশমাতৃকাৰ দুখত টুকিবলৈ? আপোনালোকৰ হৃদয় নাইনে দেশমাতৃকাৰ বিপদত কঁপি উঠিবলৈ? আপোনালোকৰ বিবেক নাইনে দেশমাতৃকাৰ দুখত দংশন হ'বলৈ?...

বহুতে শ্ৰোতাৰ চকুৰ পানী ওলাই আহিল। চন্দ্ৰনাথক সদেশপ্ৰাণ' সন্মানেৰে বন্দনা কৰা হ'ল।

তাৰ পিছৰ সংখ্যা কাকতত জ্যোতিয়ে নিজেই লিখিলে এক ৰচনা। অহিংসা এক জীৱন বোধ নে স্বাধীনতা আন্দোলনৰ এক অস্ত্ৰ? তেজপুৰৰ পকীত বহি মহাত্মা গান্ধীৰ নিকট সান্নিধ্যলৈ আহি তাৰ যি উপলব্ধি হৈছিল, সেয়েই আছিল তাৰ ৰচনাৰ উৎস।

জ্যোতিৰ যুক্তি হ'লঃ অহিংসা যদি কেৱল অসহযোগ আন্দোলনৰ এক অস্ত্ৰ, তেনেহ'লে সেই অস্ত্ৰ সলনি কৰিব পাৰি। বেলেগ বেলেগ অস্ত্ৰেৰে যুদ্ধত অৱতীৰ্ণ হ'ব পাৰি। তেনে অৰ্থত অহিংস দেশপ্ৰেমিকে অতি বিপৃকালত নিজৰ জীৱন ৰক্ষাৰ বাবে হিংসাৰ আশ্ৰয় লোৱাটো অপৰাধ হ'ব নোৱাৰে। কিন্তু অহিংসাক যদি এক জীৱনবোধৰ দৰ্শন আৰু চৰিত্ৰলৈ উত্তৰণ কৰা হয়, তেনেহ'লে বিপক্ষৰ হেজাৰ অত্যাচাৰ আৰু পীড়নৰ সন্মুখতো এজন দেশপ্ৰেমিক মনেৰে আৰু শৰীৰেৰে প্ৰকৃত অহিংস হৈ থাকিব পাৰিব লাগিব।

জ্যোতিৰ প্ৰশ্ন হ'লঃ এজন দেশপ্ৰেমিকক কাৰাগাৰত যেতিয়া নিৰ্মম শাৰীৰিক অত্যাচাৰ কৰা হ'ব, উত্তপ্ত লোহাৰে যেতিয়া তেওঁৰ দেহা কৰা হ'ব দগ্ধ তেতিয়া তেওঁ শাৰীৰিক দুখ-বেদনাক সম্পূৰ্ণ অতিক্ৰম কৰি এক অপাৰ্থিৱ মানসিকতাৰে দেশপ্ৰেমৰ বিমল আনন্দত উত্তৰণ হ'ব পাৰিব নে নোৱাৰে? যদি পাৰে তেওঁৰ বাবে অহিংসা এক জীৱনবোধঃ জীৱনবোধেই নহয়, সেয়া এক জীৱনেই।

এনে এক দৃষ্টিৰ পৰা মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনক প্ৰত্যক্ষ কৰিবলৈ জ্যোতিয়ে আন্দোলনত যোগ দিয়া সকলোকে আহবান জনায়।

মাজুদেউতাৰ জীৱং-স্বপ্ন সত্যত পৰিণত কৰিবলৈ জ্যোতি সাজু হ'ল। সাদিনীয়া অসমীয়াক দৈনিকত পৰিণত কৰিব লাগিব। অসমীয়া জাতীয় জীৱনক অক্ষৰে অক্ষৰে প্ৰতিভাত কৰিব লাগিব এই কাকতত।

জ্যোতি উৎসাহিত হ'ল। ১৯১৮ চনত ডিব্ৰুগড়ত প্ৰথমে প্ৰকাশ পোৱা এই কাকতৰ সম্পাদনা আৰু প্ৰকাশনত জড়িত আছিল এইসকল প্ৰখ্যাত লোকঃ নীলমণি ফুকন, যীতন্দ্ৰনাথ দুৱৰা, সদানন্দ দুৱৰা, মহিমচন্দ্ৰ সিংহ, লক্ষ্মীনাথ ফুকন, লোকনচন্দ্ৰ বৰুৱা, বিমলা বৰুৱা। 'অসমীয়া'ৰ আদৰ্শ-বাণী আছিল 'স্বৰ্গতো অধিক জনমভূমি'ঃ কাকতৰ নামৰ তলতে সেই বাণী ডাঙৰ আখৰেৰে খোদিত

হৈ থাকে। চন্দ্ৰকুমাৰৰ জীৱনৰ মহত্ত্ব আৰু দৃঢ়প্ৰতিজ্ঞাৰ প্ৰমাণ পালে জ্যোতিয়ে এক মানহানি মোৰ্কদমাক কেন্দ্ৰ কৰি। সুন্দৰীদিয়াৰ এটা ঘটনাক হল 'অসমীয়া'ৰ বিৰুদ্ধে মানহানি মোৰ্কদমা আদালতত উঠিল। চন্দ্ৰকুমাৰে যিটো সত্য বুলি বিশ্বাস কৰে, যিটোৰ ওপৰত নিজৰ এখন মুখপত্ৰৰ, দেশৰ আৰু দেশৰ মানুহৰ আত্মসম্মান নিৰ্ভৰ কৰে, সেইটো আৰ্থিক লোকচানৰ ভয়ত তেওঁ মোৰ্কদমা হ'বলৈ নিদিয়াকৈ থব পাৰিলেহেঁতেন। কিন্তু তেওঁ আপোচবিহীন। প্ৰকৃততে এজন উচ্চপদস্থ চৰকাৰী বিষয়াক অপদস্থ কৰা সেই বাতৰি প্ৰথমতে মহাত্মা গান্ধীৰ 'ইয়ং ইণ্ডিয়া'ত প্ৰকাশ পাইছিল আৰু তাৰে পৰা 'অসমীয়া'ত প্ৰকাশ কৰা আখৰে আখৰে।

ঘৰৰ অনেকে চন্দ্ৰকুমাৰক সেই ভুল স্বীকাৰ কৰি আপোচ কৰিবলৈ কৈছিল। জ্যোতিয়ে মাজুদেউতাকৰ সিদ্ধান্ত দেখি বিস্ময় মানিলে। আনকি বৃদ্ধ সম্পাদক মহেশ্বৰ বৰুৱাই অৰ্থহানি আৰু নিজে অভিযুক্ত হোৱাৰ আশঙ্কাত ভুল স্বীকাৰ কৰিবলৈ সাজু হ'ল। চন্দ্ৰকুমাৰ অলৰ-অচৰ। তেওঁ লিখিছিলেঃ সম্পাদক বৰুৱা জেললৈ যাবলগীয়া হ'লে তেওঁৰ সৰ্বস্ত জীৱনকালিৰ খৰচ চন্দ্ৰকুমাৰে নিজৰ সম্পত্তিৰ আয়ৰ পৰা বহন কৰিব। অসমৰ উকীলে যেতিয়া মোৰ্কদমা কাকতৰ বিৰুদ্ধে যাব বুলি ক'লে, তেতিয়া চন্দ্ৰ কুমাৰে কলিকতাৰ বিখ্যাত উকীল অখিল দত্তক বহুত ধন খৰচ কৰি লৈ আহিল।

অৱশেষত চৰকাৰে জয়ী হ'ল। কাকতক জৰিমণা কৰা হ'ল এহেজাৰ টকা।

জ্যোতিক চন্দ্ৰ কুমাৰৰ মনৰ দৃঢ়তাই বাৰে বাৰে উৎসাহিত কৰে, কৰে অনুপ্ৰাণিত।

খাৰঘুলিলৈ অহাৰ পিছদিনা প্ৰত্যুষতে জ্যোতিয়ে এক জৰণাৰ কলকল ধ্বনি শুনিবলৈ পালে। সি দৌৰি গৈ দেখিলে, পাহাৰৰ পৰা নামি অহা এক বিমল পানীৰ জৰণা। কোন কাহানিয়েই প্ৰবাহিত হ'ল যি জলধাৰা, তাৰগতি হৈ থাকিল নিৰবধি।

এজোপা গছ হাউলি পৰিছে জৰণাৰ ওপৰত। জ্যোতি গৈ উঠিল গৈ সেই গছত। ডালেৰে বগাই সি জৰণাৰ পানীৰ ওপৰ পালেগৈ। সি বৈ বৈ শুনিবলৈ পালে প্ৰবাহিত জৰণাৰ কলকল শব্দ। সেই একেজোপা গছৰ ডালতে বহি এটা শালিকাই তাৰ হালধীয়া ঠেং এটা দাঙি তালৈকে চাই থাকিল।

জ্যোতিয়ে সেই সময়ত খন্তেকৰ বাবেও ভাবিব পৰা নাছিল, কৰিব পৰা নাছিল কল্পনা, সেই জৰণা আৰু গছেই এদিন, বাৰ-তেৰ বছৰ পিছত তাৰ জীৱনৰ প্ৰথম আলোকসন্ধানী এখন কথাছবিত চৰিত্ৰৰূপে প্ৰতিভাত হ'ব।

তাৰ পৰা গৈ জ্যোতি বহিলগৈ প্ৰেছৰ বাৰাণ্ডাত। বিশাল নদীৰ বহু দূৰলৈকে, তাৰ দৃষ্টিও বিস্তীৰ্ণ হৈ পৰিল। এই নদীয়েদি ভটিয়াই সি কেবাবাৰো কলিকতালৈ গৈছে। সুদূৰৰ তেজপুৰৰো এই একেই নদীৰ বিশালতাই তাক তন্ময় কৰে।

সি সিদ্ধান্ত কৰিলে, দিনত 'অসমীয়া'ৰ প্ৰকাশত ব্যস্ত হৈ সি গধূলি 'কাৰেঙৰ লিগিৰী' লিখিবলৈ ধৰিব।

সন্ধিয়া সি নাটক লিখা আৰম্ভ কৰিলে। এইবাৰ মাজুদেউতাই উপহাৰ দিয়া পেলিকান পেন। নিউপ্ৰেছত বান্ধি দিয়া বন-কাগজৰ বহী।

প্ৰথমতে নাটকৰ এটা গীত ঃ পৰ্বততে ফুলিলে ৰঙানোকৈ ফুলে কলি ৰেণুৰে বোলালি তই কুমলীয়া হাত। অ' ভৈয়ামৰ সোণামুৱা কিনো কৰ গুণিগাথি লেখিলেখি সেউজীয়া পাত। বনে মইনা সেউজীয়া, গছে মইনা সেউজীয়া পাত। ... আমনজিমনকৈ থাকনো তই কিয় ঐ গালতেনো দিয় কিয় হাত?... ভালেনো পাও চাবলৈ, ৰঙা ওঁঠৰ হাঁহিৰে জিকিমিকি দুয়ো পাৰি দাঁত।...

সেই গীতৰ শেষৰ শব্দকেইটা শেষ হোৱাই নাছিল। হঠাতে জ্যোতিৰ মন উন্মনা হ'ল। চকুৰ আগত ছয়ামযাকৈ আৱিৰ্ভাৱ হ'লহি এক নাৰীমূৰ্ত্তি।

সেই নাৰী কল্পনাৰ শেৱালি নহয়, নহয় উষা অথবা চিত্ৰলেখা।

সেই নাৰী সত্য। সেই যুৱতীৰ নাম উত্তৰা।

তেজপুৰৰ পদুমপুখুৰীৰ পাৰত পুৱা-সন্ধ্যা জ্যোতিক নেদেখি অনন্ত আশাত বন্দী উত্তৰাই শোকাহত হৈছে এই কথা ভাবি, ৰবীন্দ্ৰনাথৰ কোনো এক বঞ্চিত কাব্যকন্যাৰ দৰে, তাইৰ বক্ষৰ মাজত যে পূৰ্ণিমা লুকাই আছে, জ্যোতিয়ে কি নেপালে তাৰ সামান্য সম্ভেদ!

## ॥ একৈশ ॥

মাতৃ কিৰণময়ীয়ে এদিন ৰাতিপুৱা জ্যোতিৰ কাপোৰ ধোবাক দিবলৈ লওঁতে তাৰ পঞ্জাবীৰ ওপৰৰ জেপত পাইছিল এখন চিঠি।

চকুৰ পচাৰতে চিঠিৰ তললৈ চাই কিৰণময়ীয়ে দেখিলে লেখিকাৰ নামঃ উত্তৰা।

চিঠিৰ আখৰ চানেকিৰ দৰে মনোৰম।

মাত্ৰ কেইটামান বাক্যঃ তোমাৰ পৰা পোৱা ব্যৱহাৰৰ পিছত মই এতিয়া মৰিবলৈ সাজু হৈ আছো। তোমাৰ বাবেই যেতিয়া মই মৰিম, সেইবাবে মই কেনেকৈ মৰিম তাৰ উপায় তুমিয়েই দিব লাগিব। জীয়াই থাকিবলৈ তুমি মোক অনুমতি নিদিলা, এতিয়া মৰিবলৈ তোমাৰ অনুমতিৰ বাবে মই মাত্ৰ দুদিনমান অপেক্ষা কৰিম। . . .

কিৰণময়ী সন্ত্ৰস্ত হ'ল।

তেওঁ অতি কাষৰ পৰা লক্ষ্য কৰিলে, উত্তৰাৰ চিঠিয়ে জ্যোতিক অকণো চঞ্চল কৰা নাই।

কিন্তু উদ্বিগ্ন কৰিলে কিৰণময়ীক নিজক। চিঠিৰ সুৰৰ পৰা তেওঁ অনুমান কৰি ল'লে, সেই ছোৱালীজনীয়ে কিবা এক অঘটন নঘটোৱাকৈ নাথাকিব।

জ্যোতি বিচলিত হয় বুলি ভাবি, জ্যোতি কলঙ্কৰ ভাগী হয় বুলি ভাবি, কিৰণময়ী বিচলিত হ'ল। তেওঁ লৰালৰিকৈ স্বামী পৰমানন্দৰ লগত আলোচনা কৰিলে।

পৰমানন্দ সাধাৰণতে কোনো কথাতে বিচলিত নহয়। প্ৰত্যেকটো কথা তেওঁ গভীৰভাৱে বিবেচনা কৰি এক সিদ্ধান্তলৈ আহে। তেওঁৰ জীৱনত উত্তেজনা, চাঞ্চল্য নাই বুলি ক'ব পাৰি।

আৰু সেইবাবেই তেওঁ জ্যোতিক আদৰ কৰে। তেওঁৰ যিটো গুণ নাই, সেইটো আনৰ মাজত দেখি, বিশেষকৈ নিজৰ জ্যেষ্ঠ সন্তানৰ মাজত দেখি,

তেওঁ পৰম আহ্লাদিত হয়। জ্যোতিৰ অধীৰ আৱেগ, প্ৰাণচাঞ্চল্য, ধুমুহাৰ দৰে গতি দেখি পৰমানন্দই অতি তৃপ্তি পায় আৰু এই কথা ভাবি আচৰিত হয়, অচঞ্চল প্ৰকৃতিৰ পিতৃ আৰু মাতৃৰ প্ৰথম সন্তান কেনেকৈ এনে আৱেগসৰ্বস্ব হ'ব পাৰিলে।

কিন্তু জ্যোতিলৈ লিখা সেই উত্তৰা নামৰ ছোৱালীজনীৰ তেনে কথাত পৰমানন্দও স্তম্ভিত নোহোৱাকৈ থাকিব নোৱাৰিলে। তেওঁ জানে, পঞ্জাবীৰ ওপৰৰ জেপত সেই চিঠি থোৱাটোৱে বুজায়, ছোৱালীজনীৰ কথাই জ্যোতিক প্ৰভাৱিত বা বিচলিত কৰিব পৰা নাই। কিন্তু ছোৱালীজনীৰ কি হ'ব? তাই যদি জ্যোতিৰ কথা গভীৰভাৱে ভাবিবলৈ ধৰিছে? তাই যদি চৰম উত্তেজনাত কিবা এক অঘটন ঘটায়?

কিন্তু জ্যোতিৰ কি কথাত উত্তৰা তেনেদৰে বিচলিত হ'ব লগা হ'ল?

পৰমানন্দই কিৰণময়ীক উপদেশ দিলে, আদৰ কৰি, সহজভাবে, জ্যোতিৰ পৰা প্ৰকৃত কথাটো জানিব লাগিব।

সেইদিনা ৰাতিপুৱা জ্যোতিয়ে নিজৰ কোঠাত বহি এটা গীত ৰচনা কৰি আছিল। আচলতে, জ্যোতিয়ে যেতিয়াই মন যায় তেতিয়াই এটাৰ পিছত এটাকৈ গীত ৰচনা কৰে আৰু দুই-এটা লাইন, দুই-চাৰিটা শব্দ নতুনকৈ লিখি, নহ'লে ইফালে-সিফালে কৰি এখন নাটকত সংযোগ কৰি দিয়ে।

জ্যোতিয়ে সেই ৰাতিপুৱা লিখিছিলঃ বাৰিষাৰে ঘন ঘোৰ বজালি প্ৰাণত মোৰ কিনো উদাসীন সুৰ? পৱন অ' উৰুৱাই মোক নিবিনো কত দূৰ? শূইন জীৱন অ' মোৰ উঠি যাব কোনো ফালে. . . . আকাশ পৱন জোৰা একেখনি ছবি অ' কৰি থবি মোৰ এই জীৱনকে বিয়াকুল। . . .

কিৰণময়ী জ্যোতিৰ কোঠালৈ সোমাই আহিল।

মাকক দেখি জ্যোতি থিয় হ'ল। "মা, মই এটা গীত লিখিছো, শুনিবা?"

কিৰণময়ী গম্ভীৰ।

হঠাতে জ্যোতিয়ে মাতৃৰ হাতত দেখা পালে সেই চিঠিখন। তৎক্ষণাতে সি আলনালৈ চালেঃ পঞ্জাবীটো তাত নাই।

জ্যোতিয়ে মাকৰ হাতৰ পৰা চিঠিখন ল'বলৈ অলপো চেষ্টা নকৰিলে। তাৰ মুখৰ স্বাভাৱিক অভিব্যঞ্জনাৰো সামান্য পৰিৱৰ্তন নহ'ল। বৰং এক বহল হাঁহিৰে সি মাকৰ দুয়ো বাউসিত ধৰি তাৰ চকিত বহুৱাই দিলে।

জ্যোতি থিয় হ'ল কিৰণময়ীৰ আগত। সি অনুমান কৰিলে, মাতৃৰ জিজ্ঞাসা আজি কিছু কঠিন হ'ব।

"জ্যোতি, এই ছোৱালীজনীলৈ তই চিঠি লিখিছিলি?"

"নাই লিখা। এখনো লিখা নাই। এটা বাক্যও লিখা নাই।"

"তাই?"

"আজিলৈকে চাৰিখন লিখিছে। তোমাৰ হাতত থকাখনকে ধৰি।"

"তাই যে ইমান দুখ পালে, তই তাইক কি কৈছিলি?"

"মই মাত্র তাইক কৈছিলো, তোমাৰ বয়সত মোৰ মা তোমাৰ দৰেই দেখিবলৈ ধুনীয়া আছিল।"

জ্যোতিৰ কথা শুনাৰ লগে লগেই কিৰণময়ীৰ কণ্ঠ ৰুদ্ধ হ'ল। মুখৰ অভিব্যঞ্জনাৰ দ্রুত পৰিৱৰ্তন ঘটিল। মুখৰ কঠোৰতা পৰিণত হ'ল হঠাতে করুণাত। নিশ্বাস দ্রুত হ'ল সামান্য। এবাৰ নে দুবাৰ তল ওঁঠ দাঁতেৰে কামুৰিলে। জ্যোতিৰ মুখৰ ওপৰত সমগ্র দৃষ্টি নিক্ষেপ কৰিলে তেওঁ। তেওঁ সামান্যভাৱে হাঁহিব খুজিছিল। নোৱাৰিলে হাঁহিব। জ্যোতিৰ মুখৰ ওপৰৰ পৰা দৃষ্টি তুৰাই নিব খুজিও তেওঁ নোৱাৰিলে নিব। আৰু ঠিক সেই অৱস্থাতে সেইদৰে নিশ্চল হৈ বহি থাকোঁতেই তেওঁৰ দুয়ো চকুৰ পৰা দুটোপাল পানী ওলাই আহিল।

মন্ত্রমুগ্ধ জ্যোতিয়ে অসীম বিস্ময়েৰে মাতৃৰ সেই সৰগৰ মুকুতাৰ দৰে পৱিত্র দুটোপাল চকুপানীৰ ওপৰত নিজৰ দৃষ্টি নিবদ্ধ কৰিলে।

তাৰ পিছদিনাই জ্যোতি গুচি আহিল গুৱাহাটীলৈ, মাজু দেউতা চন্দ্রকুমাৰৰ কাকত 'অসমীয়া'ৰ প্রকাশত সহায় কৰিবৰ বাবে।

কিন্তু গুৱাহাটীলৈ অহাৰ পিছদিনাই উত্তৰালৈ জ্যোতিৰ মনত পৰিল।

উত্তৰাৰ কথা নেভাবো নেভাবো বুলি ভাবি জ্যোতিয়ে উত্তৰাৰ কথাকে ভাবিলগীয়া হ'ল।

নাটকৰ কোনো নাৰী চৰিত্রৰ দৰে, উষাৰ দৰে, চিত্রলেখাৰ দৰে, উষাৰ সখীৰ দৰে, শেৱালিৰ দৰে, কেতিয়াবা দুপৰৰ সুউজ্জ্বল পোহৰৰ দৰে, কেতিয়াবা বৃষ্টিৰ পিছৰ স্নিগ্ধ মনোৰম জোনৰ পোহৰৰ দৰে, কেতিয়াবা ধ্বনিত প্রতিধ্বনিত হৈ থকা কোনো এক গীতৰ সুৰৰ দৰে, কেতিয়াবা আধা পাহৰা কোনো এক গীতৰ মূৰ্চ্ছনাৰ দৰে উত্তৰা আহিল তাৰ কাষলৈ!

উত্তৰাই জ্যোতিক কৈছিল, 'শোণিত কুঁৱৰী'ৰ উষা হ'বলৈ লাগে তাইক, চিত্রলেখাৰ দৰে আকাশলৈ উৰিবলৈ লাগে তাইক। তাই কৈছিল, তাইক সম্পূর্ণ নকল কৰি জ্যোতিয়ে উষাৰ চৰিত্র নির্মাণ কৰিছিল: তাইৰ দৰেই উষাই হাঁহে, বিননি তোলে, কঁকালত দুখন হাত থৈ চিত্রলেখাৰ বাবে বাবে ওঁকা ছবিলৈ চায়, আকাশৰ অসীমতালৈ চাই কথা কয়। যি জীয়ন্ত যুৱতীৰ পৰা সি উষাৰ চৰিত্র, চিত্রলেখাৰ চৰিত্র ৰূপায়ণ কৰিবলৈ অনুপ্রেৰণা পালে, সেই যোড়শীক উপেক্ষা কৰি কল্পনাৰ চৰিত্রৰ বাবে জ্যোতি ইমান চিন্তিত হোৱাৰ বাবে তাইৰ প্রাণত অন্তহীন হাহাকাৰৰ সৃষ্টি হৈছে।

প্রথমখন চিঠিতে তাই জ্যোতিলৈ লিখিছিল ৰবীন্দ্রনাথৰ কবিতাৰ কথাৰে:

মোৰ বক্ষৰ মাজত পূৰ্ণিমা লুকুৱাই ৰাখিছো ঃ তুমি কেৱল মোৰ বক্ষৰ মাজত দেখিবলৈ পালা অমাৱস্যা ঃ 'দিনে দিনে অৰ্ঘ মম পূৰ্ণ হ'বে প্ৰিয়তম, আজি মোৰ দৈন্য কৰো ক্ষমা।'

জ্যোতিয়ে উত্তৰাৰ চিঠি পঢ়ি, কাষৰ পৰা উত্তৰাৰ কথা শুনি, উৎফুল্লিত হয়, কিন্তু আৱেগ-উদ্বেলিত নহয়। জ্যোতিয়ে উত্তৰাৰ চিঠি পঢ়ি উৎসাহিত হয়, কিন্তু উত্তৰ নিদিয়ে। জ্যোতিয়ে উত্তৰাৰ আখৰ নিজৰ আখৰৰ লগত মিলাই চায়। কিন্তু প্ৰথম প্ৰেমৰ দুৰন্ত উত্তেজনাত ব্যাকুল অন্য যুৱকৰ দৰে উত্তৰাৰ প্ৰতিটো অক্ষৰৰ মাজত তাইৰ কৰ্ণিৰ আকৃতিৰ দৰে মনোৰম মুখৰ প্ৰতিবিম্ব দেখিবলৈ নাপায়।

উত্তৰাই জ্যোতিৰ জীৱনৰ প্ৰথম নাটকৰ কথাৰেই জ্যোতিলৈ লিখে, "মোক জ্যোতিৰ উজ্জ্বল পোহৰত স্নান কৰিবলৈ লাগে। তোমাৰ বেজাৰত মোক ম্ৰিয়মান হ'বলৈ লাগে। উষাৰ লগত অনিৰুদ্ধৰ দৰে তোমাৰ লগত সুদূৰ পশ্চিম সাগৰৰ পাৰলৈ যাবলৈ লাগে। মোক তোমাৰ হাতৰ পৰশত উন্মাদিনী হ'বলৈ লাগে। অতি কাষৰ পৰা তোমাৰ নিশ্বাসৰ শব্দ শুনি মোক ব্যাকুল হ'বলৈ লাগে। ....তুমি হৃদয়হীন হৈ মোৰ হৃদয় ক্ষত-বিক্ষত নকৰিবা। মোৰ দৰে এজনী জীৱন্ত, আনে বহুতে কোৱাৰ দৰে সৰ্বাঙ্গ-সুন্দৰী নাৰীক সন্মুখত পায়ো তুমি চঞ্চল হ'ব নোৱাৰা। কিন্তু সেইবোৰ অত্যন্ত কাল্পনিক নাৰীৰ চৰিত্ৰ অঙ্কন কৰি তুমি ধুমুহাৰ দৰে অধীৰ হোৱা, তুমি উন্মাদৰ দৰে নদীৰ পাৰত দৌৰিবলৈ ধৰা। তুমি উদাৰ হ'বলৈ ধৰা, তুমি মোৰ, এই উত্তৰাৰ, আকুল হৃদয়ৰ কথা কাণপাতি শুনিবলৈ ধৰা। মই সকলো সহ্য কৰিব পাৰো, কিন্তু নোৱাৰো তোমাৰ অনাদৰ, অকাৰণ অৱহেলা।...."

এদিন সঁচাকৈয়ে সেই ষোড়শীৰ আবেদন অতিক্ৰম কৰিব নোৱাৰি, উত্তৰাৰ প্ৰাণৰ কথা কাণপাতি শুনিবলৈ, উত্তৰাৰ বক্ষৰ মাজত লুকাই ৰখা পূৰ্ণিমাৰ আলোকেৰে প্লাৱিত হ'বলৈ, জ্যোতিয়ে উত্তৰাৰ কাষ চাপোতেই সেই ঘটনাটো ঘটিল।

উত্তৰাৰ মুখমণ্ডলত জ্যোতিয়ে হঠাতে দেখা পালে মাতৃ কিৰণময়ীৰ মুখৰ এক প্ৰতিচ্ছবি। উত্তৰাৰ মুখমণ্ডলত হঠাতে কিৰণময়ীৰ মুখৰ নিৰ্ভুল সাদৃশ্য জ্যোতিয়ে পৰম বিস্ময়েৰে আৱিষ্কাৰ কৰিলে।

আৱেগ-বিহ্বলিত উত্তৰাই শ্বাসৰুদ্ধ অৱস্থাৰে দেখিলে, জ্যোতিয়ে যেন কোনো যাদুৰ কবলত তাইৰ মুখলৈ স্থিৰ হৈ চাই আছে।

আৰু ঠিক তেতিয়াই, দ্বিধাহীন কণ্ঠেৰে জ্যোতিয়ে উত্তৰাক কৈ দিলে ঃ "তোমাৰ বয়সত মোৰ মা তোমাৰ দৰে দেখিবলৈ সুন্দৰী আছিল।"...

গুৱাহাটীলৈ আহি, খাবলুলিৰ নিউপ্ৰেছৰ বাৰাণ্ডাত বহি ব্ৰহ্মপুত্ৰৰ বিস্তীৰ্ণ বিশালতালৈ দৃষ্টি উন্মুক্ত কৰি জ্যোতিৰ মনত পৰে উত্তৰালৈ।

ৰবীন্দ্ৰনাথৰ শান্তি নিকেতনৰ চিত্ৰবিদ্যা আৰু সাহিত্যৰ ছাত্ৰী উত্তৰালৈ।

জ্যোতিয়ে চিন্তা কৰিলেঃ উত্তৰাৰ প্ৰথম যৌৱনৰ আকুল নিবেদন গ্ৰহণ নকৰি সি কি নৈতিকতাৰ দোষত অভিশপ্ত নহয় ?

উত্তৰাৰ হৃদয়ত সেই উপেক্ষা আৰু প্ৰত্যাখ্যান যদি স্থায়ী হয় ?

কল্পনাৰ নাৰী চৰিত্ৰক ভাবে-ভাষাই-সুৰে-অভিব্যঞ্জনাই মহিমামণ্ডিত কৰি, বাস্তৱত, সত্যৰূপে একেবাৰে কাষত আৱিৰ্ভাৱ হোৱা, ৰূপহী যুৱতীক উপেক্ষা কৰাটো কি কলা আৰু সত্যৰ খাতিৰত অপৰাধ নহয় ?

এইবাৰ নদীৰ পাৰত জ্যোতিৰ গতি তীব্ৰ হ'ল। যিমানে তাৰ গতি ক্ষিপ্ৰ হৈছে, সিমানে তাৰ মনৰ ভাব উত্তাল হ'বলৈ ধৰিছে।

নিজৰ প্ৰশ্নৰ উত্তৰ নিজেই সি বিচাৰি পালে। মাতৃ কিৰণময়ীৰ বাবেই সি অন্য কোনো নাৰীৰ সান্নিধ্য গ্ৰহণ কৰিব নোৱাৰিব। মাতৃৰ স্নেহ সম্পূৰ্ণভাৱে, শেষভাৱে তাক নহ'লে নহয়।

অদ্ভুতভাৱে, অভাৱনীয়ভাৱে, যিকোনো নাৰীৰ মুখতে সি কিৰণময়ীৰ মুখৰ সামান্য হ'লেও সাদৃশ্য বিচাৰি পায়। যি তন্ময় হয়। আৰু সেই তন্ময় অৱস্থাতে সি লিখিলে এক গীতঃ তোমাৰ চকুৰ মণিত মোৰ ছবিটো মই যে দেখিছো, সেইহে মই তোমাৰ ছবিটো গানেৰে আঁকিছোঁ। তোমাৰ প্ৰাণৰ আখৰ মোৰ, মনৰ পুথিৰ বাখৰ তাৰেই মই মোৰ জীৱনৰ সাধু লিখিছো। সেই আখৰকেইটাও তোমাৰ পৰাই মই যে চিনিছো। তোমাৰ ছবিটো গানেৰে আঁকিছোঁ। . . . .

দুদিন তিনিদিন কেবাদিনৰো পিছত, সেই কল্পনাৰ চৰিত্ৰবোৰ, উষা, চিত্ৰলেখা, সেউতি, বাসন্তী, নিজৰা আৰু বাস্তৱৰ উত্তৰাঃ এই আটাইবোৰ একাকাৰ হৈ পৰিল। কোনটো সত্য, কোনটো কাল্পনিক, কোনটো অক্ষয়, কোনটো ভংগুৰঃ আটাইবোৰ সানমিহলি হৈ গ'ল।

আৰু এইবাৰ উত্তৰাক উত্তৰণ কৰি, অতিক্ৰম কৰি, সেই কল্পনাৰে চিত্ৰিত চৰিত্ৰবোৰে তাৰ মন তাৰ হৃদয় সম্পূৰ্ণভাৱে অধিকাৰ কৰি ল'লেহি।

উত্তৰাই তাক নাটকৰ নাৰী চৰিত্ৰক অধিক সত্য কৰি চিত্ৰিত কৰিবলৈ আহ্বান জনাই গ'ল।

এইবাৰ সি শেৱালিৰ মাজত উদ্ভাসিত কৰিব লাগিব প্ৰেমৰ পূৰ্ণ পূৰ্ণিমা।

কিন্তু কাল্পনিক নাৰীপ্ৰেম হঠাতে পৰিণত হ'ল দিঠকৰ দেশপ্ৰেমত। 'কাৰেঙৰ লিগিৰী'ত হাত দিবলৈ ধৰোতেই ধুমুহাৰ দৰে প্ৰৱেশ চন্দ্ৰনাথৰ। লগতে অমিয়।

গুৱাহাটীৰ পথত কেবাশও লোকৰ বৃটিছ-বিৰোধী বিক্ষোভ। জ্যোতি শোভাযাত্ৰাৰ সন্মুখত। হাতত জাতীয় পতাকা। বন্দে মাতৰম্! ভাৰতৰ স্বাধীনতা আমাৰ পণ ॥

তাৰ পিছদিনাই কলিকতাৰ পৰা টেলিগ্ৰাম আহিল : জ্যোতি পৰীক্ষাত উত্তীৰ্ণ হৈছে।

## ॥ বাইশ ॥

জ্যোতিৰ পুনৰ কলিকতা যাত্ৰা। কিৰণময়ীৰ ইচ্ছা আছিল, জ্যোতিয়ে কলিকতাৰ বিখ্যাত প্ৰেছিডেন্সি কলেজত আই এ, বি এ পঢ়ক। অসমৰ কেবাজনো প্ৰখ্যাত ব্যক্তি সেই কলেজৰ গ্ৰেজুৱেট। প্ৰেছিডেন্সিৰ পৰা বি এ পাছ কৰি জ্যোতিয়ে কলিকতা বিশ্ববিদ্যালয়ত এম এ পঢ়ক। তেওঁৰ প্ৰথম পুত্ৰই এদিন বিখ্যাত বিশ্ববিদ্যালয়ৰ পৰা এম এ পাছ কৰি ওলাই আহিব। মাতৃয়ে স্বপ্ন দেখে।

মাতৃয়ে পুনৰ স্বপ্ন দেখেঃ প্ৰেছিডেন্সিৰ পৰা বি এ পাছ কৰাৰ পিছতে জ্যোতিক পঠিয়াব লাগিব লণ্ডনলৈ এম এ পঢ়িবৰ বাবে।

কিৰণময়ীৰ আশা আছিল, কিছুদিনৰ বাবে স্বাধীনতা আন্দোলনৰ পৰা জ্যোতি আঁতৰি থাকি অধ্যয়ন আৰু সাহিত্য চৰ্চা দুয়োটাতে একান্তভাৱে ব্ৰতী হওক। স্বাধীনতাৰ আন্দোলনৰ শেষ নাই, কিন্তু কলেজ-বিশ্ববিদ্যালয়ত অধ্যয়নত বয়সৰ এটা সীমা আছে।

কিন্তু জ্যোতিয়ে পিতৃ-মাতৃক কৈ দিলেঃ মহাত্মা গান্ধীৰ সন্মুখত সি শপত গ্ৰহণ কৰি বিলাতী বস্ত্ৰ দাহ কৰিছিল আৰু তাৰ লগে লগে সি ভাৰতৰ কোনো বৃটিছ চৰকাৰে প্ৰতিষ্ঠা কৰা কলেজত নপঢ়িবলৈ প্ৰতিজ্ঞাবদ্ধ।

সি পঢ়িব কলিকতাৰ নেশ্বনেল কলেজত। মহান দেশনেতা চিত্তৰঞ্জন দাসে স্বাধীনভাৱে প্ৰতিষ্ঠা কৰা নেশ্বনেল কলেজত।

মাজুদেউতা চন্দ্ৰকুমাৰ, পিতৃ পৰমানন্দই সন্মতি দিলে। মাতৃয়ে পুত্ৰক হাঁহি হাঁহি দিলে বিদায়।

জ্যোতিয়ে কিৰণময়ীক ক'লে, "মা, প্ৰতি সোমবাৰে দুপৰীয়া তোমাৰ চিঠিৰ বাবে মই পিয়নলৈ বৈ থাকিম। মোৰ পৰা চিঠি নেপালেই ধৰি ল'বা মোৰ অসুখ-বিসুখ একো হোৱা নাই। অসুখ হ'লে চিঠি পাবাই।"

কলিকতাৰ নেশ্বনেল কলেজত ভৰ্তি হৈ জ্যোতিয়ে লক্ষ্য কৰিলে, এই কলেজ বৃটিছ-বিৰোধী আন্দোলনৰ উত্তপ্ত কেন্দ্ৰ। কেৱল ছাত্ৰ আৰু ছাত্ৰৰ মাজতে নহয়,

শিক্ষক আৰু শিক্ষকৰ মাজত, শিক্ষক আৰু ছাত্ৰৰ মাজত কেৱল আলোচনাৰ কথা।

জ্যোতি সন্ত্ৰস্ত হ'ল কলিকতাৰ বহুত ছাত্ৰৰ মাজত মহাত্মা গান্ধীৰ অহিংস আন্দোলনৰ প্ৰবল-বিৰোধী কথা-আলোচনা শুনি। মানুহৰ শৰীৰত সোমাই থকা কাঁইটক কাঁইটেৰেহে উলিয়াব পৰাৰ দৰে, হিংস বৃটিছক অহিংসাৰে প্ৰতিৰোধ এক ব্যৰ্থ প্ৰচেষ্টা: ৰাম ৰাজ্যৰ কল্পনাৰে পৃথিৱীবিজয়ী বৃটিছক ভাৰতৰ পৰা বহিষ্কৃত কৰাটো কেৱল এক অলীক কল্পনা: দেশৰ স্বাধীনতাৰ বাবে হেজাৰ হেজাৰ দেশবাসীয়ে প্ৰাণ আহুতি দিব লাগিব।.... এনে ধৰণৰ কথা জ্যোতিয়ে বাৰে বাৰে ইফালে সিফালে চাৰিওফালে দিনে-ৰাতিয়ে শুনিবলৈ পালে।

জ্যোতিয়ে শুনিবলৈ পালে এনে ধৰণৰ কথা: মানুহৰ আটাইতকৈ প্ৰবল লোভ হ'ল জীয়াই থকাৰ লোভ আৰু সেই লোভ অতিক্ৰম কৰি যি ফাঁচিৰ মঞ্চত হাঁহি হাঁহি, মুখেৰে বন্দে মাতৰম ধ্বনি কৰি থিয় হ'ব পাৰে, সেইজনেই হ'ল শ্ৰেষ্ঠ দেশপ্ৰেমিক।

... দেশমাতৃক আমি বন্দনা কৰো। আমাৰ মাত্ৰ মাতৃ এগৰাকীয়েই: তেওঁ হ'ল ভাৰত-মাতৃ। আমাৰ অন্য কোনো মাতৃ নাই, আমাৰ অন্য কোনো ভাতৃ-ভগ্নী, আত্মীয়, পৰমাত্মীয়, নিকটাত্মীয় নাই। ভাৰত-মাতৃয়েই হ'ল আমাৰ জীৱন, আমাৰ প্ৰাণ, আমাৰ স্বপ্ন, আমাৰ সৰ্বস্ব। সেই মাতৃক আমি বন্দনা কৰো। বন্দে মাতৰম।....

জ্যোতি সতৰ্ক হ'ল।

সি অনুভৱ কৰিলে: এই হিংসা-অহিংসাৰ বিতৰ্কৰ শেষ নাই। মানুহৰ সৃষ্টিৰ আৰম্ভণিতে সম্ভৱ সেই বিতৰ্ক আৰম্ভ হৈছিল। কিন্তু নাই তাৰ পৰিসমাপ্তি।

সি জানে, মহাত্মা গান্ধীৰ অতি কাষত বহি সি তেওঁৰ জীৱন-দৰ্শনৰ কথা শুনিবলৈ পাইছিল: অহিংসা মহাত্মাৰ বাবে এক বৃটিছ-বিৰোধী আন্দোলনৰ কৌশল অথবা ষ্ট্ৰেটেজী নহয়: তেওঁৰ বাবে সেয়েই হ'ল জীৱন-দৰ্শন। মিনছ জাষ্টিফাইজ দী এইণ্ড: আৰম্ভণিয়ে পৰিসমাপ্তিৰ ন্যায্যতা প্ৰতিপন্ন কৰে।

এই ক্ষেত্ৰত মহাত্মাৰ যুক্তি অব্যৰ্থ: তৰোৱালেৰে কোনো এক কাম আৰম্ভ কৰিলে সেই কামৰ সমাপ্তি ঘটে তৰোৱালেৰে। বৃটিছৰ তীক্ষ্ণ বন্দুক-তৰোৱালৰ উত্তৰ ভাৰতীয়ই সেই একেই বন্দুক-তৰোৱালেৰে দিলে স্বাধীনতাৰ দৰে এক মহাপৱিত্ৰ ঐশ্বৰ্য লাভ কৰাটো অসম্ভৱ।....

কলিকতালৈ যোৱাৰ এসপ্তাহৰ পিছতে জ্যোতিয়ে সিদ্ধান্ত কৰিলে: এনে এক বৃটিছ-বিৰোধী উত্তাল কলেজত কলেজীয়া পাঠ্যপুথিৰ কাষ চপাটো সম্ভৱ নহয়। সি বিভ্ৰান্ত হ'ল: স্কুল-কলেজৰ শিক্ষাই তাক পৰিত্যাগ কৰিলে, নে সি স্কুল-কলেজৰ শিক্ষাক ত্যাগ কৰিলে?

তেনে এক বিভ্ৰান্তিৰ মাজতে সি 'কাৰেঙৰ লিগিৰী' লিখিবলৈ উলিয়াই

ল'লে। তাৰ ধাৰণা হ'ল, যি দ্ৰুত গতিৰে ঘটনাৰাশি প্ৰৱহমান, তাৰ নাটক সম্পূৰ্ণ কৰাটোৱেই হ'ব কষ্টসাধ্য।

সেইদিনা সন্ধিয়া সি লিখিবলৈ আৰম্ভ কৰিলে।

জ্যোতিয়ে এতিয়াও সিদ্ধান্তলৈ আহিব পৰা নাই: সুন্দৰ কোঁৱৰে সম্পূৰ্ণভাৱে মাতৃ ৰাজমাওৰ কৰ্তৃত্ব অস্বীকাৰ কৰিব পাৰিবনে নোৱাৰে? বিবাহিতা পত্নী কাঞ্চনমতীক ঘৰৰ পৰা সুন্দৰে নিৰ্বাসন দিব? অথবা, লিগিৰী শেৱালিৰ প্ৰেমত সুন্দৰ সম্পূৰ্ণ জাহ যাব?

দিন অতিক্ৰমি মাহত, মাহ অতিক্ৰমি বৰ্ষত পৰিণত হয়। সুদীৰ্ঘ কালব্যাপী মনৰ মাজত পুঞ্জিত জ্যোতিৰ ক্ষোভ প্লাৱনৰ দৰে বৃদ্ধি পায়। এই অত্যাচাৰী, হৃদয়হীন সমাজৰ বিৰুদ্ধে এক প্ৰকাশ্য বিদ্ৰোহ ঘটাবৰ বাবে সি দৃঢ়প্ৰতিজ্ঞ হয়। এই সমাজৰ অবিচাৰৰ ওপৰত এক বজ্ৰাঘাত হানিবৰ বাবে সি অধৈৰ্য হয়।

'শোণিত কুঁৱৰী'ত সি অসুৰ পিতৃৰ গ্ৰাসৰ পৰা উষাক উদ্ধাৰ কৰিছিল। সেই পূৰ্ণ প্ৰণয়ৰ আবেদনো আছিল ভয়াৱহ: হৰ আৰু হৰিৰ মাজত এখন ভীষণ যুদ্ধৰ প্ৰস্তুতি চলিছিল। সেই কাহিনী আছিল প্ৰাগৈতিহাসিক।

কিন্তু এই নতুন নাটকত জ্যোতিয়ে আধুনিক সমাজৰ অবিচাৰৰ বিৰুদ্ধে লিখনী হাতত ল'ব। তিখাৰ অস্ত্ৰতকৈ কলমৰ অস্ত্ৰ তীক্ষ্ণতৰ। নাটকৰ কল্পনাৰ সহায়েৰে সি এইবাৰ এজন যুৱক প্ৰেমিকক বিদ্ৰোহৰ বেশত আৱিষ্কাৰ কৰিব। সেই প্ৰেমিকে নামানিব সমাজৰ বন্ধন,সি নামানিব তাৰ মাতৃৰ আসুৰিক কৰ্তৃত্ব। সি হ'ব তাৰ হৃদয়ৰ দ্বাৰা নিয়ন্ত্ৰিত। সি তাৰ ঘৰৰ এজনী লিগিৰীক প্ৰেমৰ সিংহাসনত প্ৰতিষ্ঠাপিত কৰিব। সি লিগিৰীৰ বক্ষৰ মাজত অমাৱস্যাৰ পৰিৱৰ্তে শৰতৰ মধু পূৰ্ণিমা আৱিষ্কাৰ কৰি উলিয়াব।

জ্যোতিৰ বাবে, দেশ কেৱল ৰাজনৈতিক পৰাধীনতাৰ পৰাই মুক্ত হ'লে নহ'ব। মুক্ত হ'ব লাগিব মনৰ পৰাধীনতাৰ পৰাও। মনৰ মাজত থকা চিৰকলীয়া ত্ৰাসৰ পৰাও মানুহক উদ্ধাৰ কৰিব লাগিব।

কিন্তু মাতৃ কিৰণময়ীৰ বাবেই জ্যোতিয়ে নাটকৰ প্ৰথম পৰিকল্পনা বাতিল কৰিবলগীয়া হ'ল।

সি পৰিকল্পনা কৰিছিল: সেই যে চৰিত্ৰবোৰ, সুন্দৰ সুদৰ্শন অনঙ্গ শেৱালি, কাঞ্চনমতী: এই আটাইবোৰ বিংশ শতাব্দীৰ দ্বিতীয় দশকৰ অসমীয়া সমাজৰ জীৱন্ত চৰিত্ৰৰূপে প্ৰস্ফুটিত হ'ব। সি যিখন সমাজত জীয়াই আছে, যিখন সমাজ সি জীৱনৰ দুটা দশক নিকটভাৱে প্ৰত্যক্ষ কৰিছে, সেই সমাজৰ মাজৰ পৰাই সেই চৰিত্ৰবোৰ লৈ সি তাৰ বিদ্ৰোহ ঘোষণা কৰিব।

কিন্তু সুন্দৰৰ মাতৃৰ চৰিত্ৰৰ ৰূপায়ণৰ কথা ভাবোতে হঠাতে তাৰ মনৰ চকুৰ আগত আৱিৰ্ভাৱ হয়হি মাতৃ কিৰণময়ী।

মাতৃ কিৰণময়ীয়ে যদি ভাবি লয়, সামান্যভাৱেও ভাবি লয়, জ্যোতিয়ে তাৰ

মাকৰ আৰ্হিৰে সুন্দৰ-মাতৃক অঙ্কন কৰিছে?·কিবশঙ্কৰীয়ে যদি এইদৰে ভাবিবলৈ আৰম্ভ কৰে ঃ জ্যোতিয়ে ভেওঁৰ মাজত কৰ্তৃত্বশীল নিঠুৰ ৰূপটো দেখা নোপোৱা হ'লে সি ভেনে এক কঠোৰ চৰিত্ৰ ৰূপায়ণ কৰিব নোৱাৰিলেহেঁতেন? কাৰণ, সি এদিন ভেওঁক কৈছিল, সি তাৰ প্ৰত্যেকটো চৰিত্ৰৰ শৰীৰৰ গোন্ধ পায়, সি তাৰ শৰীৰৰ সমস্ত শক্তি আশা আৰু আন্তৰিকভাবে একোটা চৰিত্ৰ ৰূপায়িত কৰে।

নাটকৰ বিষয়-বস্তু একেই থাকিল। কিন্তু তাৰ কালৰ পৰিবৰ্তন ঘটিল। কাল আওৱালে প্ৰায় ডেৰশ বছৰৰ পূৰ্বলৈ ঃ আহোম ৰাজত্বলৈ। সুন্দৰ হ'ল সুন্দৰ কোঁৱৰ। প্ৰথমতে সুন্দৰৰ মাতৃৰ নামকৰণ কৰিব খুজিছিল জ্যোতিয়ে ভানুমতী ঃ এইবাৰ সেই নাম হ'ল ৰাজমাও। সুন্দৰ কোঁৱৰ হৈ পৰিল অসমৰ এখন ৰাজ্যৰ কোঁৱৰ। কোনো আধুনিক সম্ভ্ৰান্ত পৰিয়ালৰ যি হ'ব পাৰিলেহেঁতেন কন্যা কাঞ্চন, তাইক কৰা হ'ল বুঢ়াগোহাঁইৰ কন্যা। ভাষা, কথা-বতৰা, পোছাক-পাতি, গীত-সুৰ সকলোবোৰ একেই থাকিল।

....ৰাজমাও ঃ মোৰ তৰ্কবাগীশ পুত্ৰ, তই ইয়ালৈকে শাস্ত্ৰ পঢ়িলি? বেদ-বেদান্তই ইয়াকে কয়? পুৰাণ ভাৰতে মাতৃআজ্ঞা লঙ্ঘন কৰিবলৈ কয়।

... আজি তিনি বছৰে মাৰক তিল তিলকৈ পুৰিছ। আৰুনো কিমান দিন মোক এনে কষ্ট দিবি? তৰ্কেৰে ৰাজ্য নচলে।....

ৰাজমাওৰ প্ৰস্তাৱ, পুত্ৰ সুন্দৰ কোঁৱৰ বুঢ়াগোহাঁইৰ কন্যা কাঞ্চনমতীৰ লগত বিবাহবন্ধনত আবদ্ধ হ'ব লাগে।

সুন্দৰ কোঁৱৰৰ হৃদয়ত ইতিমধ্যে স্থান অধিকাৰ কৰি লৈছে শেৱালিয়ে। লিগিৰী ছোৱালী। জ্যোতিৰ দৃষ্টিত শেৱালি অতুলনীয় ঃ শেৱালি ষোড়শী, সুন্দৰী। এযোৰ কলপতীয়া বগা-ফুলীয়া বিহা-মেখেলা। মুখত এটা কোমল করুণ ভাব। ওখ পাতল গঢ়, লাহী কঁকাল। খোজত গাম্ভীৰ্য।.... সুন্দৰ কোঁৱৰৰ কোঠাত শেৱালিয়ে পুথিবোৰ সজাই দিহা লগাই থয়। মাজে মাজে কিবা ভাবি-গুণি ৰ লাগি ৰৈ থাকে। লাহে লাহে তাই আপোন-বিভোৰা হৈ আছে। তাইক অলপ উত্ৰাৱল যেন দেখা যায়। হঠাৎ এবাৰ থৰকৈ গৈ দাপোণৰ আগত ৰয়গৈ।... লাহে লাহে তাই কিবা সুখ-সপোনত পাগলী হোৱাৰ দৰে ঘূৰি-ফুৰি মাজে মাজে দাপোণ চাই আপোন পাহৰা হৈ নাম গাই মতলীয়া হয় ঃ সোণৰে পালেঙত অ' মনে তৰা.... ধুনীয়া কোঁৱৰৰ ঘুমতি নাহিলে মনে তৰা ... চাতোলৰ দলিচা পাৰি দিম শুবলৈ অ' মনে তৰা, বগলীৰ পাখীৰে গাৰু দিম শুবলৈ.... । পদুমৰ পাহিৰে গুঠি দিম বিচনী... কিনো বিতোপন দপ্তৰে সাধু কম নিশাটো কাষতে বহি মনে তৰা।....

জ্যোতিৰ ভাবনাত পুনৰ আউল লাগি গ'ল।

শেৱালিৰ প্ৰতি সুন্দৰৰ প্ৰেম হৃদয়ৰ নিভৃত কোণৰ পৰা নিঃসৃত, সে সমাজৰ পৰাক্ৰমী মাতৃৰ বিৰুদ্ধে সংগ্ৰাম কৰিবৰ বাবে তাৰ শেৱালি কেৱল এক মাধ্যম,

অথবা অন্ত্র? মাতৃৰ নিষ্ঠুৰতাৰ বিৰুদ্ধে বিদ্ৰোহ যিমানে বৃদ্ধি হৈছে, সিমানে শেৱালিৰ প্ৰতি সুন্দৰৰ প্ৰেম কি প্লাৱনত পৰিণত হৈছে? কোনটো অধিক সত্য: সমাজৰ শাসনৰ বিৰুদ্ধে সংগ্ৰাম কৰা, নে সেই যে শান্ত পৰমাসুন্দৰী দাসী, যাৰ হৃদয় ফুটিলেও মুখৰ মাত নুফুটে, সুন্দৰৰ কাষে কাষে থাকি যি যৌৱনপ্ৰাপ্ত হ'ল, হ'ল ঋতুমতী, সেই যুৱতীৰ প্ৰেমৰ বাবে সমাজ আৰু সংসাৰক সি মিথ্যা জ্ঞান কৰা?

সুন্দৰৰ হৃদয়ৰ অবিৰত সংকটৰ সমভাগী হ'ল জ্যোতি।

সুন্দৰে জানে, কাঞ্চনমতী আৰু অনঙ্গৰ প্ৰেম অনাবিল, পৱিত্ৰ। কিন্তু কাঞ্চনমতীয়ে পিতৃ বুঢ়াগোহাঁই আৰু মাতৃ বুঢ়াগোহাঁয়নীৰ বিৰুদ্ধে বিদ্ৰোহ কৰিব নোৱাৰে। কাঞ্চনমতীয়ে সুন্দৰ কোঁৱৰৰ জীৱনত প্ৰবেশ কৰি সমস্ত জীৱন নিদাৰুণ হৃদয়বেদনাত ভুগিব, কিন্তু মুখেৰে প্ৰতিবাদ কৰিব নোৱাৰিব।

জ্যোতিয়ে এনে অবিচাৰ, অন্যায় সহ্য নকৰে। সি দুৰ্ঘোৰ প্ৰতিবাদ কৰিব। সুন্দৰ কোঁৱৰ ৰূপে সি নিজেই তাৰ নিজৰ নাটকত ধুমুহাৰ দৰে প্ৰৱেশ কৰিব।

ঠিক এনে সময়তে জ্যোতিয়ে উত্তৰাৰ পৰা এখন চিঠি পালে। শান্তি নিকেতনৰ সাহিত্য আৰু চিত্ৰকলাৰ ছাত্ৰী উত্তৰাৰ পৰা। উত্তৰাৰ চিঠিয়ে জ্যোতিৰ নাটক লিখাৰ উদ্যম হঠাতে স্তিমিত কৰি দিলে।

উত্তৰাই লিখিলে:... তুমি কবি, নাট্যকাৰ, সাহিত্যিকৰূপে এই বয়সতে অসম ৰাজ্যত প্ৰখ্যাত হৈ পৰিছা। কিন্তু তুমি এজনী গাভৰুৰ হৃদয়ত প্ৰথম প্ৰেম জাগ্ৰত কৰি সেই গাভৰুকে বঞ্চনা আৰু উপেক্ষা কৰিলা। সেই প্ৰথম দিনাই, প্ৰথম দৃষ্টিতে, তুমি মোক অৱজ্ঞা কৰা হ'লে, মই এনে অসীম যন্ত্ৰণাত ভুগিব লগা নহ'লহেঁতেন।.... মোৰ বয়সত তোমাৰ মাতৃ মোৰ দৰেই দেখিবলৈ সুন্দৰী আছিল বুলি কৈ তুমি মোক অপমান কৰিলা। তোমাৰ কল্পনা শক্তিৰ ক্ষমতা দেখি মই স্তব্ধ হ'লো। মোৰ মুখলৈ চায়ো তুমি তোমাৰ মাতৃৰ সেই বয়সৰ কথা নোকোৱাকৈ থাকিব নোৱাৰিলা। তুমি কি তোমাৰ মাতৃক সেই গাভৰু বয়সত দেখিবলৈ পাইছিলা? তোমাৰ মাতৃৰ গ্ৰাসত পৰি তুমি মোৰ গোপন হৃদয়ৰ কথা কাণপাতি নুশুনিলা। তোমাৰ নাটকৰ সেই নাৰী চৰিত্ৰবোৰ, যিবোৰ নিজৰ প্ৰেমৰ মৰ্যাদাৰ বাবে জীৱন বিসৰ্জন দিবলৈ উদ্যত, সেইবোৰ চৰিত্ৰ ৰূপায়ণত তোমাৰ যে সামান্য আন্তৰিকতাও নাই, তাৰ কথা মোৰ প্ৰতি কৰা আসুৰিক ব্যৱহাৰতে প্ৰমাণিত হৈ গ'ল। তুমি মানুহটো যিমান উদাৰ আৰু সহৃদয় বুলি ভাবিছিলো, সিমান উদাৰ আৰু সহৃদয় তুমি নহয়।...

উত্তৰাৰ চিঠিৰ শেষৰ কথাখিনি পঢ়ি জ্যোতি বিস্মিত হ'ল:... তেজপুৰত থাকোতে ভাবিছিলো, তোমাৰ বঞ্চনা আৰু প্ৰত্যাখ্যানে মোৰ জীৱন নিঃশেষ কৰি দিলে: মৰিবৰ বাবে তোমাৰ পৰা উপায় বিচাৰিছিলো। কিন্তু শান্তি নিকেতনলৈ আহি, কবি গুৰুৰ স্পৰ্শলৈ আহি মই মোৰ জীৱনৰ অভিনৱ অৰ্থ

বিচাৰি পালো। তুমি মোক এদিন কৈছিলা, তুমি জীবনৰ অভিনৱ অৰ্থ বিচাৰি পাইছা। ময়ো আজি মোৰ জীৱনৰ অভিনৱ অৰ্থ বিচাৰি পালো। দিনে দিনে এই ধাৰণা মোৰ মনত দৃঢ় হৈ আহিবলৈ ধৰিলে, অনন্ত আকাশৰ ৰাশি ৰাশি তৰালৈ চাই চাই কবি গুৰুৰ 'একলা চল ৰে' কবিতা বাৰে বাৰে গীতৰ দৰে গাই গাই মই সিদ্ধান্ত কৰিলো, মই তোমাৰ উপেক্ষা, অৱজ্ঞা আৰু প্ৰত্যাখ্যানৰ পাত্ৰী নহয়। তুমি মোৰ মনত যি নিদাৰুণ আঘাত হানিলা সেই অগ্নি-পৰীক্ষাত মই বিজয়িনী হৈ ওলাই আহিলো। আমাৰ কবি গুৰু ৰবীন্দ্ৰনাথৰ মতে, ৰামচন্দ্ৰই সীতাক অন্তৰৰ অগ্নিত পৰীক্ষা নকৰি বাহ্যিক অগ্নিত পৰীক্ষা কৰাৰ বাবে সীতাক হেৰুৱাবলগীয়া হ'ল। তুমিও তেনেকৈ তোমাৰ হৃদয়ৰ মাজত আৱিষ্কাৰ নকৰি তোমাৰ মাতৃৰ যৌৱনকালৰ মুখ-সাদৃশ্যৰ মাজত মোক আৱিষ্কাৰ কৰি মোক হেৰুৱালা।.... জ্যোতিপ্ৰসাদ, তোমাক এটা কথা ক'বলৈ মোৰ অন্তৰত হাহাকাৰ উঠিছে, কিন্তু সেই হাহাকাৰৰ পৰা উদ্ধাৰৰ বাবেই মই সিদ্ধান্ত কৰিলো সেই কথা তোমাক ক'বৰ বাবে ঃ তোমাৰ বঞ্চনা আৰু অৱজ্ঞা অতিক্ৰম কৰি, তাৰ উৰ্ধলৈ উঠাৰ ক্ষমতা মোৰ আছে। অশেষ কষ্ট কৰি মই সেই ক্ষমতাৰ অধিকাৰিণী হ'ব পাৰিছো।... কিন্তু এটা কথা সত্য ঃ তোমাৰ প্ৰেমৰ পাত্ৰী হ'ব নোৱাৰিলেও, তুমি মোৰ এখনো পত্ৰৰ উত্তৰ বুলি সামান্য এটা শব্দ নিলিখিলা যদিও, মোৰ গভীৰ হৃদয়ৰ পৰা তোমাৰ প্ৰতিচ্ছবি ধীৰে ধীৰে অন্তৰ্ধান হ'ল যদিও, লিখক ৰূপে, দেশপ্ৰেমিক ৰূপে তুমি প্ৰখ্যাত, বিখ্যাত হোৱা চাবলৈ মই পৰমাগ্ৰহেৰে সমগ্ৰ জীৱন অপেক্ষা কৰিম।...

উত্তৰাৰ চিঠিয়ে জ্যোতিক ব্যথিত কৰিলে। কিন্তু সি এক অসীম যন্ত্ৰণাবোধৰ পৰা, এক দাৰুণ বিবেকৰ দংশনৰ পৰা মুক্তি পালে।

বিচিত্ৰ ছলনাময়ী বেশে উত্তৰাই তাৰ হৃদয় তাৰ মন তাৰ ভাবনাত যি প্ৰচণ্ড ধুমুহাৰ সৃষ্টি কৰিছিল, সেই উত্তৰাই নিজেই অৱশেষত তাক সেই গ্ৰাসৰ পৰা মুক্ত কৰি দিলেহি। যি উত্তৰাই এদিন দুৰন্ত প্ৰেমৰ বান্ধোনেৰে তাক বন্দী কৰিছিল, এতিয়া তায়েই তাক তাৰ পৰা মুক্ত কৰি দিলেহি।

এইবাৰ সি উত্তৰালৈ অবাধে চিঠি লিখিব পাৰিব। চিঠি লিখাৰ ভয়ৰ পৰা এইবাৰ সি মুক্ত হ'ল।

জ্যোতিৰ হৃদয় গৰ্বেৰে উপচি পৰিল। উত্তৰাই এইবাৰ উভতি চোৱাৰ সামান্য প্ৰয়োজনো নেদেখিব। তাই এইবাৰ কোনো স্বাৰ্থপৰ যুৱকৰ খন্তেকীয়া প্ৰেমৰ পৰা উত্তৰণ লাভ কৰি অন্য এক মহত্তৰ, চিৰন্তনীয়, চিৰ সুন্দৰ প্ৰেমৰ সন্ধানৰ যাত্ৰী হৈছে ঃ সেই প্ৰেম সাহিত্যৰ প্ৰেম, সেই প্ৰেম চিত্ৰকলাৰ প্ৰেম।

জ্যোতিয়ে গৰ্ব অনুভৱ কৰিলে ঃ সি উত্তৰাৰ প্ৰেম প্ৰত্যাখ্যান কৰি তাইক এক চিৰন্তনীয় প্ৰেমৰ যাত্ৰাৰ আলোকসন্ধানী যাত্ৰীত পৰিণত কৰিলে। জ্যোতি বিজয়ী হ'ল।

উত্তৰাৰ অমৃতৰ সন্ধান দিবৰ বাবেই জ্যোতি তাইৰ মনৰ পৰা আঁতৰি নাহিলে নহ'লহেঁতেন।

কিন্তু জ্যোতিৰ বিলাতলৈ যোৱাৰ কথা কি হ'ল? বৃটিছ চৰকাৰৰ অন্যায়-অত্যাচাৰৰ কথা ভাবি সি এদিন বৃটিছ সাম্ৰাজ্যৰ ৰাজধানীলৈ যোৱাৰ আশা পৰিত্যাগ কৰিছিল।

কিন্তু এদিন সি সেই কলিকতাতে ৰাজা ৰামমোহন ৰায়ৰ অভূতপূৰ্ব অসাধাৰণ জীৱনৰ কাহিনী শ্বাসৰুদ্ধ গতিৰে পঢ়িবলৈ পালে।

## ॥ তেইশ ॥

কলিকতা বিশ্ববিদ্যালয়ৰ চিনেট হলত জনাকীৰ্ণ এক ৰাজহুৱা সভা। ৰাজা ৰামমোহন ৰায়ৰ ডেৰশ বছৰীয়া জন্মোৎসৱ। মূল বক্তা ৰবীন্দ্ৰনাথ।

আবেলি চাৰি বজাত সভা। জ্যোতি তিনি বজাতে গৈ হলৰ এনে এক স্থানত বহিলগৈ য'ৰ পৰা কবি গুৰুক দেখা পোৱা যাব স্পষ্টকৈ।

সভা আৰম্ভ হ'ল ৰবীন্দ্ৰনাথৰ গীতেৰেই : কত অজানাৰে জানাইলে তুমি, কত ঘৰে দিলে ঠাই : দূৰকে কৰিলে নিকট বন্ধু, পৰকে কৰিলে ভাই। — জীৱন মৰণে নিখিলে ভুবনে যখনি যেখানে লবে, চিৰ জনমেৰ পৰিচিত ওহে তুমিই চিনাবে সবে॥

এইবাৰ ৰবীন্দ্ৰনাথৰ ভাষণ। জ্যোতিয়ে কাণ থিয় কৰি, মূৰ তুলি, পৰম তৃপ্তিৰে ৰবীন্দ্ৰনাথলৈ চাবলৈ ধৰিলে।

ৰবীন্দ্ৰনাথে ক'লে : ডেৰশ বছৰৰ আগতে ৰামমোহন ৰায় যেতিয়া ভাৰতবৰ্ষত জন্ম গ্ৰহণ কৰিছিল, তেতিয়া এই ভাৰতবৰ্ষৰ চতুৰ্দিশে কালৰাত্ৰিৰ অন্ধকাৰ বিৰাজ কৰিছিল। আকাশত কৰিছিল মৃত্যু বিচৰণ। ৰাজভয়, দস্যুভয়, অনাহাৰত মৃত্যু, ধৰ্মৰ নামত হত্যাই সমগ্ৰ দেশক অটল অন্ধকাৰত কৰিছিল নিমজ্জিত। জীৱনৰ নাছিল কোনো নিশ্চয়তা, নাছিল নিৰাপত্তা। ৰামমোহনৰ অগাধ বিশ্বাস আছিল, ইংৰাজৰ শাসনে দেশ সেই অৰাজকতাৰ পৰা মুক্ত কৰি দেশলৈ ঐক্য আৰু শান্তি-শৃংখলা ঘূৰাই আনিব পাৰিব। . . . .

বিশাল চিনেট হলৰ কাঁহ পৰি জীন যোৱা অৱস্থা। দুটা বহল চকুৰে জ্যোতিয়ে ৰবীন্দ্ৰনাথৰ ফালে চাই থাকিল।

ৰবীন্দ্ৰনাথে ক'লে : ৰামমোহনে একান্তভাৱে বিশ্বাস কৰিছিল, পাশ্চাত্যৰ কৰ্মচঞ্চলতাই এই দেশকো প্ৰাণচঞ্চল কৰি তুলিব : এই দেশক জৰাজীৰ্ণ জড়ত্বৰ পৰা দিব মুক্তি। ৰামমোহনে বৃটিছক এক প্ৰয়োজনীয় অমঙ্গল অথবা ইন্‌ভিটেবল ইভিল জ্ঞান কৰিছিল। ইংৰাজী শাসনেই ভাৰতবৰ্ষক অজ্ঞানতা,

কুসংস্কাৰ, হৃদয়হীনতা আৰু অনৈক্যৰ পৰা মুক্তি দিব পাৰিব, এয়ে আছিল ৰামমোহনৰ আশা। কিন্তু ৰামমোহনে ভাৰতত ইংৰাজ শাসন চল্লিশ-পঞ্চাশ বছৰতকৈ অধিক থকাটো বাঞ্ছা কৰা নাছিল। . . .

. . .যি পুৰুষৰ মাজত তেওঁ জীয়াই থকা কাল সম্পূৰ্ণভাৱে প্ৰতিভাত হয়, সেইজনেই হ'ল প্ৰকৃত প্ৰতিভা। ৰামমোহন আছিল এক যুগপ্ৰতিভাঃ তেওঁৰ মাজত তেওঁৰ কালৰ ৰাজনৈতিক, অৰ্থনৈতিক, সামাজিক, সাংস্কৃতিক সকলো দিশৰ প্ৰতিভা বিকশিত হৈছিল। সেই বাবেই তেওঁ হ'ল যুগপ্ৰতিভা। . . . .

. . .ৰামমোহনে ভাৰতত বৃটিছৰ শাসন অন্ত কৰিবৰ বাবেই বৃটিছৰ ইংৰাজী শিক্ষা, বৃটিছৰ আধুনিক চিন্তা ভাৰতবাসীক গ্ৰহণ কৰিবলৈ আহ্বান জনাইছিল। ৰামমোহনে বিশ্বাস কৰিছিল, বৃটিছৰ শিক্ষা, চিন্তা আৰু শাসনৰ মাজতে বৃটিছ সাম্ৰাজ্যৰ ধ্বংসৰ বীজ নিহিত আছে। সেই দৃষ্টিৰ পৰা ভাৰতৰ স্বাধীনতা যুদ্ধৰ প্ৰথম প্ৰবাদপুৰুষ হ'ল ৰামমোহন। . . . .

জ্যোতি বিস্ময়াভিভূত হ'ল। এয়া যেন এক পৰামাশ্চৰ্য ঘটনা। এয়া যেন তাৰ বাবে এক পৰম বিস্ময়কৰ আৱিষ্কাৰ।

ভাৰতত বৃটিছ শাসন নিৰ্মূল কৰিবৰ বাবে বৃটিছৰ শিক্ষা ধাৰণা আধুনিক চিন্তা গ্ৰহণ কৰিব লাগিব?

সভাৰ অন্তত জ্যোতি পোনে পোনে কাষৰে কলেজ ষ্ট্ৰীটৰ কিতাপৰ দোকানত সোমালগৈ। ৰামমোহন ৰায়ৰ জীৱনীভিত্তিক দুখন কিতাপ কিনিলে সি।

সম্পূৰ্ণ দুটা দিন ৰামমোহন ৰায়ৰ জীৱনকাহিনী পঢ়ি, কেবাটাও অধ্যায় একাধিকবাৰ পঢ়ি, হৃদয়ৰে উপলব্ধি কৰি, জ্যোতিয়ে এখন যেন নতুন জগতত প্ৰবেশ কৰিলে।

ধুমুহাৰ গতিত গ্ৰন্থৰ অধ্যয়ন শেষ হ'ল। এইবাৰ আৰম্ভ হ'ল ধুমুহা জ্যোতিৰ হৃদয়ত।

ভাৰতৰ সেই কালৰ, বিশেষকৈ বংগদেশৰ, অজস্ৰ ৰক্ষণশীল লোকৰ, প্ৰখ্যাত হিন্দু পণ্ডিতৰ গোড়ামি আৰু ভয়ংকৰ ৰক্ষণশীলতাৰ বিৰুদ্ধে ৰামমোহনে অকলে যুদ্ধ ঘোষণা কৰি বিজয়ী হৈছিল।

সতীদাহ প্ৰথাৰ বিৰুদ্ধে ৰামমোহনৰ যুদ্ধ আছিল ৰক্ষণশীলতা আৰু গোড়ামিৰ বিৰুদ্ধে সৰ্বপ্ৰথম যুদ্ধ। শৈশৱতে, মাত্ৰ সাত বছৰ বয়সতে ৰামমোহনে নিজৰ এগৰাকী নিকটাত্মীয় বিধবাক ৰক্ষণশীলে জোৰ কৰি স্বামীৰ চিতাত তুলি হত্যা কৰাৰ দৃশ্য দেখি সেই নৃশংস প্ৰথাৰ বিৰুদ্ধে সমগ্ৰ জীৱন সংগ্ৰামৰ ব্ৰতত ব্ৰতী হৈছিল।

ৰামমোহন সেই যুদ্ধত বিজয়ী হ'ল। ৰামমোহনে ভাৰত আৰু ইংলণ্ড দুয়ো স্থানতে সেই প্ৰথাৰ বিৰুদ্ধে ক্লান্তিহীন সংগ্ৰাম-প্ৰতিবাদ কৰাৰ পৰিণামত বৃটিছ চৰকাৰে সতীদাহ প্ৰথা বিলোপ কৰিবলৈ বাধ্য হ'ল।

তাৰ পিছতে ৰামমোহনে এক অভাৱনীয় বৈপ্লৱিক দাবী জনালে। স্কুলৰ সংস্কৃত শিক্ষাৰ ঠাইত ইংৰাজী শিক্ষা প্ৰৱৰ্তন কৰিব লাগিব।

কাৰণ, বৃটিছ চৰকাৰৰ মনোভাৱ ৰামমোহনে নিজৰ স্বাভাৱিক বিচক্ষণতাৰে উপলব্ধি কৰিব পাৰিছিল। ভাৰতীয় ছাত্ৰক সংস্কৃত শিক্ষা দি সিহঁতক ভাৰতীয় সভ্যতা-সংস্কৃতিৰ প্ৰতি এনেদৰে অতীতমুখী আৰু ৰক্ষণশীল কৰি ৰখা যাতে বৃটিছৰ বিৰুদ্ধে এই দেশত কেতিয়াও বিদ্ৰোহৰ ভাব জাগ্ৰত নহয়।

বৃটিছৰ মনোভাৱ আছিল প্ৰকৃততে সাম্ৰাজ্যবাদীঃ ভাগ ভাগ কৰি শাসন কৰা। প্ৰথম দৃষ্টিত ধাৰণা হ'ব বৃটিছে পাঁচ হেজাৰ বছৰীয়া ভাৰতীয় সভ্যতা-সংস্কৃতি আৰু পৰম্পৰাৰ প্ৰতি পৰম শ্ৰদ্ধা নিবেদনেৰে ভাৰতীয়ক সংস্কৃত শিক্ষাৰ প্ৰতি আগ্ৰহী কৰিছিল। কিন্তু বৃটিছৰ মূল লক্ষ্য আছিল, ভাৰতীয়ক তেনেদৰে অতীতমুখী কৰি ভাৰতত নিজৰ শাসন স্থায়ী কৰা।

ৰামমোহন যেতিয়া ইংলণ্ডলৈ গৈছিল, তেতিয়া তেওঁক সোধা হৈছিল তেওঁৰ সেই ভ্ৰমণৰ উদ্দেশ্য কি। ৰামমোহনে দ্ব্যৰ্থহীন, উদাও ভাষাৰে কৈ দিলে, ভাৰতত বৃটিছ শাসনৰ কাল কেনেকৈ চমু কৰিব পাৰি, তাৰ অধ্যয়নৰ বাবে মই ইংলণ্ডলৈ আহিছো।

ৰামমোহনৰ কথা শুনি ইংলণ্ডৰ মানুহ স্তম্ভিত হ'ল। কিন্তু ৰামমোহনৰ আদৰ সেই দেশত হঠাতে বাঢ়ি গ'ল। তেওঁক সম্বৰ্দ্ধনা জনাবৰ বাবে এখনৰ পিছত এখনকৈ বৃটিছে সভা আহ্বান কৰিলে।

জ্যোতিৰ উপলব্ধি সম্পূৰ্ণ হ'ল। এখন ইংলণ্ডৰ মাজতে বাস কৰি আছে সম্পূৰ্ণ বিভিন্ন, পৰস্পৰবিৰোধী দুখন ইংলণ্ড। এখন ইংলণ্ড দুৰন্ত সাম্ৰাজ্যবাদীঃ পৃথিৱীৰ দেশে দেশে সাম্ৰাজ্য বিস্তাৰৰ যাত্ৰাত ক্ষমাহীন।

অন্য এখন ইংলণ্ড হ'ল উদাৰ, সাহিত্য-সংস্কৃতিসেৱীঃ সেইখন ইংলণ্ড টমাছ কাৰ্লাইলৰ, যি ঘোষণা কৰিছিল, 'আমাক ভাৰত সাম্ৰাজ্য নালাগে, কিন্তু আমাক লাগে শ্বেইক্সপীয়েৰক, শ্বেইক্সপীয়েৰ নহ'লে আমাৰ নহয়।' . . .

ইংলণ্ডলৈ যোৱাৰ যি আগ্ৰহ জ্যোতিৰ স্তিমিত হৈ আহিছিল, সেই আগ্ৰহ তাৰ এইবাৰ অত্যুগ্ৰ হৈ পৰিল।

জ্যোতিৰ ভাবৰ দিগন্ত উদ্ভাসিত হৈ আহিছিল।

বৃটিছৰ বিৰুদ্ধে বৰ্তমান ক্লান্তিহীন কঠিন সংগ্ৰামত ব্ৰতী ভাৰতৰ প্ৰায় আটাইকেইজন মহাপ্ৰাণ নেতা এদিন বিলাতলৈ গৈছিল। বিলাতলৈ গৈ তেওঁলোকে আৱিষ্কাৰ কৰি উলিয়ালে ভাৰতবৰ্ষক।

এদিন মহাত্মা গান্ধী গৈছিল বিলাতলৈ বাৰিষ্টাৰ হ'বৰ বাবে। কিন্তু প্ৰত্যাৱৰ্তন কৰিলে বৃটিছ শাসনৰ বিৰুদ্ধে বিদ্ৰোহীৰূপে। বৃটেইনৰ ভূমিত, বৃটেইনৰ জলবায়ুত সেই বিদ্ৰোহৰ ভাব নিহিত হৈ আছে।

জৱাহৰলাল গৈছিল ইংলণ্ডলৈ বাৰিষ্টাৰী পাছ কৰি প্ৰখ্যাত আইনজীৱী হ'বৰ

বাবে। বল্লবভাই গৈছিল। অসমৰ তৰুণৰামো গৈছিল।

জৱাহৰলালক ইংলগুত প্ৰশ্ন কৰা হৈছিল, তোমাৰ জীৱনৰ লক্ষ্য কি? দ্বিধাহীন, দ্ব্যৰ্থহীন, উদাত্ত উত্তৰঃ মোৰ জীৱনৰ লক্ষ্য মাত্ৰ এটাই, ভাৰতত বৃটিছ শাসন নিৰ্মূল কৰা। সেই দিনাই অক্সফৰ্ড বিশ্ববিদ্যালয়ত আয়োজিত হ'ল জৱাহৰলালৰ অভ্যৰ্থনাৰ্থে সভা।

বৃটিছ সাম্ৰাজ্যৰ ৰাজধানী লণ্ডনৰ বিষয়ে থকা জ্যোতিৰ মনৰ ডাৱৰ আঁতৰি গ'ল। সি পুনৰ এক দীৰ্ঘদিনীয়া অশান্তিৰ গ্ৰাসৰ পৰা মুক্তি পালে।

জ্যোতিয়ে মনৰ আনন্দত দুটা গীত লিখিলে একেলগেঃ হালধীয়া চৰায়ে গান গাব নেজানে কন্দাকে সুহুৰিয়াই। ক'ৰবাৰ কিবা সুৰে তাৰ বুকু ভাঙিলে ফুৰোতে আপোনাৰ লগ হেৰুৱাই।। আন্ধাৰত বিচাৰ জোনাকত বিচাৰ বিচাৰ ফুলনিত মোৰ। হেৰ, অকলশৰীয়া লগৰী হেৰোৱা মোৰ গানেৰে সুৰেৰে মচি দিও চুকলো তোৰ।।

...জয় আলোকময় অনাদি...অনন্ত-প্ৰসাৰী বিশ্বজীৱন জ্যোতি। জয় জয় সুন্দৰ সত্য সনাতন চিৰ প্ৰশান্ত বিশ্বপতি।। কোটি বিশ্ব ব্যাপক হে মহামনাধীপ বিশ্ব জীৱন জ্যোতি। প্ৰণতি প্ৰণতি প্ৰণতি।।

মাজুদেউতা চন্দ্ৰকুমাৰক কৈ অহা মতে, এইবাৰ জ্যোতি কলিকতালৈ অহাৰ দুদিনৰ পিছতে বৰদেউতা লক্ষ্মীনাথৰ ওচৰলৈ গৈছিল।

মাজুদেউতাই ইমান কষ্ট কৰি প্ৰকাশ কৰা 'অসমীয়া' কাকতৰ আখৰবোৰ স্পষ্ট আৰু আধুনিক কৰা হ'ল তাৰ উদ্দেশ্য। বিশেষকৈ অসমীয়া কাকত এখনত অসমীয়া 'ৰ'ৰ ঠাইত বঙালী 'ৱ' ব্যৱহাৰ কৰাটো দৃশ্যকট। অকল দৃশ্যকটুৱেই নহয়, অসমীয়া জাতীয় স্বাৰ্থৰ বিৰোধীও।

কলেজৰ প্ৰথম বাৰ্ষিকত পঢ়িবলৈ অহা জ্যোতিৰ এনে জাতীয় বোধত লক্ষ্মীনাথ আৰু প্ৰজ্ঞাসুন্দৰী অভিভূত হ'ল।

লক্ষ্মীনাথে জ্যোতিক লৈ প্ৰখ্যাত কাত্যায়নী প্ৰেছলৈ গ'ল। লক্ষ্মীনাথক দেখি প্ৰেছৰ মালিক, মেনেজাৰকে ধৰি কৰ্মচাৰীসকলে থিয় হৈ সন্মান জনালে।

কলিকতাৰ প্ৰেছ এটাত বৰদেউতাৰ আদৰ দেখি জ্যোতি গৌৰৱান্বিত হ'ল।

কাত্যায়নী প্ৰেছৰ মালিকে দায়িত্ব ল'লে, অসমীযা 'ৰ' আৰু 'ৱ' আখৰ তৈয়াৰী কৰি সোনকালেই গুৱাহাটীলৈ পঠিয়াই দিব।

জ্যোতিয়ে লগতে জাতীয় নেতাসকলৰ ভালেমান ব্লক কলিকতাতে কৰাই ল'লে। নিউ প্ৰেছত ভাল ব্লক আছে মাত্ৰ এটাই আৰু সেইটো হ'ল মহাত্মা গান্ধীৰ। জ্যোতিয়ে কৰাই ল'লে গুণাভিৰাম বৰুৱা, হেমচন্দ্ৰ বৰুৱা, আনন্দৰাম বৰুৱাৰ ব্লক। প্ৰজ্ঞাসুন্দৰীৰ পৰা লক্ষ্মীনাথৰ ফটো এখন আনি সি এটা ব্লক কৰাই ল'লে।

জ্যোতিৰ একান্ত ইচ্ছা আছিল ককাদেউতা হৰিবিলাসে প্ৰকাশ কৰি যোৱা

শঙ্কৰদেৱৰ কীৰ্তন-ভাগৱত পুনৰ্মুদ্ৰিত কৰা। কাৰণ সেইবোৰ গ্ৰন্থতো 'ব'ৰ ঠাইত আছিল 'ৱ'।

"বৰদেউতা, মহাপুৰুষ শঙ্কৰদেৱৰ এখন ছবি আঁকাব নোৱাৰিনে? আমাৰ 'অসমীয়া' কাকতত প্ৰকাশ কৰিম।"

লক্ষ্মীনাথে লগে লগে উত্তৰ দিলে, শঙ্কৰ গুৰুৰ ছবি আঁকাৰ সাহস আছে কাৰ? পাৰিব কোনোবাই সেই মহাপুৰুষৰ ছবি আঁকিব।. . . . দেখিতে সুন্দৰ গৌৰৱৰ্ণ কলেবৰ। কৰণ প্ৰকাশ অতি সূৰ্য সমসৰ।। ৰূপ দেখি কন্দৰ্পৰো দৰ্প হোৱে ছন্ন। সৰ্বজন ৰঞ্জিত থাকে মধুৰ বচন।। গমন গম্ভীৰ, নেত্ৰ কমলৰ পাসি চন্দ্ৰসম বদন প্ৰকাশে অল্প হাসি।। এয়া দৈত্যাৰি ঠাকুৰৰ বৰ্ণনা। পাৰিবনে কোনো বিখ্যাত শিল্পীয়েও আঁকিব সেই সূৰ্যসম মহাপুৰুষৰ সূৰ্যসম মহাপুৰুষৰ ছবি? মাধৱদেৱৰ বৰ্ণনা শুনিবা নেকি?... বিনা অঙ্গভূষণ দেখিতে সুশোভন, গহীন গম্ভীৰ ধীৰ মতি। আয়ত কমলনয়ন বৰ সুন্দৰ বয়ন চান্দকহো জ্যোতি।। লীলা গজপতি গমন বিলোকণ, বাণী মেঘ-গম্ভীৰ। পাৰভ্ৰমৰ্দন কলিক কালে যাৰ সম নাহি ধীৰ।।

"জ্যোতিপ্ৰসাদ, মহাপুৰুষ শঙ্কৰদেৱৰ মূৰ্তি কেৱল কল্পনা কৰিব পাৰি, হৃদয়ৰ সিংহাসনত বহুৱাই থ'ব পাৰি। তদুপৰি মহাপুৰুষে নিজে মূৰ্তিত বিশ্বাস নকৰে। তেনে এজনৰ মূৰ্তি নিৰ্মাণ কৰিবা কেনেকৈ? . . . . প্ৰতিমাত কৰে দেৱতা বুদ্ধি। গৰুতো অধম্য কৃষ্ণ বদতি।। হৃদয়ে থাকিয়া বিদৰ হৰি। আপুনিও নষ্ট আনকো নাশে। শুনিলা?"

ইণ্টাৰমেডিয়েট পৰীক্ষাৰ বাবে জ্যোতিয়ে চাৰিমাহ ভালদৰে পঢ়িবলগীয়া হ'ল।

কিন্তু কিতাপ মেলি লৈ থাকোতে অন্য ভাবত সি বিভোৰ হ'বলৈ ধৰে। ইংৰাজী কিতাপৰ পৰা ন'ট কৰোতে হঠাতে সি লিখি পেলায় কোনো অসমীয়া গীতৰ কেবাটাও ফাঁকি। মনৰ চকুত আৱিৰ্ভাৱ হয় বিচিত্ৰ বৰ্ণাঢ্য বেশে উষা, চিত্ৰলেখা, শেৱালি। প্ৰাণৰ সখী উষাই এৰি যোৱা চিত্ৰলেখাৰ নিঃসঙ্গ কৰুণ জীৱনে তাক মৰ্মাহত কৰে। তাৰ মনত পৰে ৰূপহীলৈঃ ৰূপহীয়ে এতিয়াও তাৰ বিছনাত শুই তাৰ বাবে অপেক্ষা কৰি আছে। সি ভাবি বিভোৰ হয়, তাৰ ভনীয়েক দুজনীয়ে আইদেউ আৰু অল্পই জ্যোতি ককাইদেউ আহিব আহিব বুলি গেটৰ মুখলৈ অবিৰত চাই থকাৰ কথা। সি চঞ্চল হৈ উঠে 'কাবেঙৰ লিগিৰী' সম্পূৰ্ণ কৰিব নোৱাৰাৰ বাবে। তাৰ মনৰ চকুৰ আগত থিয় হয়হি আইতাই সৰুতে কোৱা সেই নিমাতী কন্যাজনী, যাৰ মুখৰ পৰা কেৱল কোনো মধুৰ গীতৰ সুৰ শুনিলেহে দুই-এটা কথা ওলাই আহে, যি গভীৰ ৰাতি সুদূৰত বাঁহীৰ কোমল সুৰ শুনিবলৈ পালে চঞ্চল হ'বলৈ ধৰে।

জ্যোতি সিদ্ধান্তলৈ আহিলঃ তাৰ এই জন্মত কলেজীয়া শিক্ষা লোৱাৰ ভাগ্য

নহ'ল। মাতৃ কিৰণময়ীয়ে স্বপ্ন দেখিছিল, তেওঁৰ প্ৰথম সন্তানে এম এ পাছ কৰি পণ্ডিত হ'ব। বিদ্বান-পণ্ডিতৰ মাজত বেদ-বেদান্ত গীতা-উপনিষদৰ সংস্কৃত শ্লোক উদ্ধৃত কৰি বিতৰ্ক-আলোচনাত অংশ ল'ব। ...আই, তুমি মোক বিশ্বাস কৰা, এই প্ৰতিশ্ৰুতি মই তোমাক দিলোঃ কলেজ-বিশ্ববিদ্যালয়ৰ শ্ৰেষ্ঠ ডিগ্ৰী নোহোৱাকৈয়ে মই এদিন তোমাৰ মুখ উজ্জ্বল কৰিম, মোৰ খ্যাতি দেখি তোমাৰ মুখত হাঁহিয়ে নধৰা হ'ব, তুমি মাত্ৰ কেইটামান বছৰ অপেক্ষা কৰা!

পৰীক্ষা দিয়াৰ পিছদিনাই জ্যোতিয়ে নিজ গৃহলৈ প্ৰত্যাগমন কৰিলে।

## ॥ চৌবিশ ॥

পুনৰ সেই খাৰঘুলি। পুনৰ সেই নিউ প্ৰেছ।

আই এ পৰীক্ষাৰ ফল নোলোৱা পৰ্যন্ত জ্যোতিয়ে 'অসমীয়া' কাকতৰ দুটা কামত নিজক ব্ৰতী কৰিলে: 'অসমীয়া'ৰ ছপামেলা উন্নত কৰিব লাগিব আৰু অসমৰ গাঁৱে-ভূঁয়ে 'অসমীয়া' অসমীয়া মানুহে পঢ়িবলৈ পাব লাগিব।

মাজু দেউতা চন্দ্ৰকুমাৰক জ্যোতিয়ে ক'লে, কাকতত কি বাতৰি প্ৰকাশ পালে সেইটো যেনেকৈ প্ৰয়োজনীয়, তেনেকৈ সেই বাতৰি কেনেকৈ প্ৰকাশ পালে সেইটোৱো সমানে প্ৰয়োজনীয়। জ্যোতিৰ উদ্দেশ্য হ'ল, বাতৰি পৰিবেশনৰ ভাষা ভাল হ'ব লাগিব: ভাল ভাষা এখন বাতৰি কাকতৰ প্ৰাণ বুলি সি অনুভৱ কৰিলে। সাহিত্যৰ ভাষা আৰু কাকতৰ ভাষাৰ মাজত বৃহৎ পাৰ্থক্য নাই বুলি জ্যোতিৰ বিশ্বাস গভীৰ হ'ল, যদিও দুয়োটাৰে লক্ষ্যৰ প্ৰভেদ বৃহত্তৰ। সাংবাদিকতাৰ লক্ষ্য হ'ল, দৈনন্দিন জীৱনত মানুহক স্পৰ্শ কৰা সমস্যাৰ বিষয়ে সেই মানুহৰে ধাৰণা গাঢ় কৰা। সাহিত্যৰ লক্ষ্য হ'ল, মানুহৰ বিষয়েই মানুহৰ ধাৰণা গাঢ়তৰ কৰা।

চন্দ্ৰকুমাৰ অভিভূত হ'ল। নিজ হাতে সৃষ্টি কৰা এখন বাতৰি কাকতৰ বিষয়ে তেওঁ নিজেই যি ধাৰণা কৰিব পৰা নাছিল, সেই ধাৰণা জ্যোতিয়ে দ্বিধাহীন ভাষাৰে স্পষ্ট কৰি দিলেহি।

চন্দ্ৰকুমাৰ আছিল অত্যন্ত দৃঢ় প্ৰকৃতিৰ লোক, অত্যন্ত জেদী বুলি ক'ব পাৰি। তেওঁৰ কবিতা পঢ়িবলৈ নোপোৱাহেঁতেন কোনেও সামান্য ধাৰণাও কৰিব নোৱাৰিলেহেঁতেন যে এনে এজন গোড়া লোকৰ এখন কোমল অন্তৰ থাকিব পাৰে বুলি।

সেইজন চন্দ্ৰকুমাৰেই জ্যোতিৰ পৰিকল্পনাৰ কথা শুনি অভিভূত হ'ল। জ্যোতিয়ে যি কথা কয়, তাৰ অৰ্থ সম্পূৰ্ণ অনুধাৱন কৰি সি সেই কথা কয়: তাৰ কথাৰ মাজতে তাৰ সমস্ত ব্যক্তিত্ব, তাৰ বিশ্বাস, তাৰ অনন্যতা আনৰ হৈ

উঠে। 'হি মিঞ্চ হোৱাট হি চে'জঃ সদায় শুনা এই কথাষাৰৰ প্ৰকৃত অৰ্থ জ্যোতিৰ কথা শুনি চন্দ্ৰকুমাৰে ভালদৰে বুজি পালে।

'অসমীয়া'ৰ দায়িত্ব জ্যোতিক দি চন্দ্ৰকুমাৰ তামোলবাৰী বাগিচালৈ গ'লঃ তাৰ পিছত ভ্ৰমণ-বিলাসী চন্দ্ৰকুমাৰ ভাৰত ভ্ৰমণলৈ।

জ্যোতি এইবাৰ ওলাল 'অসমীয়া'ৰ বাবে বাতৰি আৰু গ্ৰাহক সংগ্ৰহৰ অভিযানত। অসমৰ বিভিন্ন স্থানত, নগৰতে হওক অথবা গাঁৱতে হওক, জ্যোতিয়ে লগ পোৱা পৰিচিত অপৰিচিত সকলোকে বুজাই দিলেঃ 'অসমীয়া' এখন কেৱল বাতৰি কাকতেই নহয়ঃ 'অসমীয়া' হ'ল এটা মিশ্বন, এটা বৃহৎ আইডিয়া, অসমীয়া জাতীয় জীৱনৰ এক দলিলঃ যিয়ে এই কাকত পঢ়িব তেওঁ জাতিৰ জীৱনী-শক্তিৰ স্পৰ্শ অনুভৱ কৰিব। এই কাকতৰ ছপামেলা অত্যন্ত বেয়া হ'ব পাৰে, ভাৰতৰ প্ৰধান নগৰৰ পৰা ওলোৱা কাকতৰ তুলনাত এই কাকতক পূৰ্ণিমাৰ জোনৰ আগত সামান্য বন্তিৰ পোহৰ যেন লাগিব পাৰে। কিন্তু এই কাকতৰ মাজত এটা জাতিৰ স্বপ্ন, প্ৰতিশ্ৰুতি, প্ৰতীতি, প্ৰাণস্পন্দন নিহিত হৈ আছে।

অসমৰ এমূৰৰ পৰা সিমূৰলৈ জ্যোতিয়ে ভ্ৰমণ কৰিবলৈ ধৰিলে। অসমীয়া জাতীয় জীৱনৰ কথা কৈ থাকোতে জ্যোতি উত্তেজিত হৈ পৰে। তাৰ ভাষাত সাগৰৰ ঢৌ উদ্বেলিত হয়। . . . এই যে আমাৰ অসমীয়া জাতিটো, এই জাতিটোৰ তুলনা সমগ্ৰ পৃথিৱীতে বিচাৰি নেপাও। কেতিয়াবা মোৰ এনে হেন লাগে, অসমৰ মুখ যেতিয়া মই দেখিবলৈ পালো, তেতিয়া মই পৃথিৱীৰ মুখ দেখিবলৈ নেপালেও হ'ব। অসমক মই যেতিয়া ভাল পাবলৈ শিকিলো, তেতিয়া পৃথিৱীকো শিকিলো ভাল পাবলৈ।

কেতিয়াবা মোৰ মনত এনে ভাব হয়ঃ সমগ্ৰ পৃথিৱীৰ, সমস্ত জগতৰ সকলো মহত্ত্ব সকলো গৌৰৱ সকলো বৈভৱ-সৌন্দৰ্য মোৰ অসমৰ বায়ু মোৰ অসমৰ মাটি আৰু পানীত একাকাৰ হৈ আছে। কি পৰম ভাগ্যৰ বলত এই অসমত আমি জন্ম হ'লো! এই অসমৰ মাটি, বায়ু, পানী এই অসমৰ প্ৰতিটো ধূলিকণা কি পবিত্ৰ, কি মনোৰম!

জ্যোতি উত্তেজিত হয়। তাৰ কথাই যেন বাৰিষাৰ প্লাৱনৰ ৰূপ লয়। তাৰ সকলো উত্তেজনা, উদাত্ত কথাৰ পৰিণতি সেই একেটাইঃ ভাৰতৰ স্বাধীনতা। . . . . . পৰাধীন মানুহৰ আত্মাৰ বিননিৰ শেষ নাই। পৰাধীন মানুহৰ কোনো স্বত্ব নাই। অধিকাৰ নাই, পৰাধীন মানুহৰ কোনো মৰ্যাদা নাই, গৌৰৱ নাই। অসমৰ এই মাটি, এই পানী, এই বায়ুৰ পবিত্ৰ ৰক্ষাৰ বাবেই দেশৰ স্বাধীনতাৰ হকে আমি প্ৰতি মুহূৰ্ত্তে সৰ্বস্ব ত্যাগ কৰিবৰ বাবে সাজু হৈ থাকিব লাগিব।

মহাত্মা গান্ধীৰ কথা ক'বলৈ পালে জ্যোতিৰ সমগ্ৰ মুখমণ্ডল জ্যোতিৰ্ময় হয়ঃ ... সমগ্ৰ ভাৰতবৰ্ষৰ অত্যন্ত দৰিদ্ৰজনক ভাৰতবাসীক প্ৰতিনিধিত্ব কৰাৰ ক্ষমতা কেৱল আছে এইজন মহাত্মাৰে। তেওঁ আঁঠুৰ ওপৰত চুৰিয়া পিন্ধে,

কাৰণ এই ভাৰতবৰ্ষৰ শতকৰা সত্তৰভাগ মানুহৰ আঁঠুৰ তলত চুবিব পিন্ধাৰ সংস্থান নাই। তেওঁ অলপ মাত্ৰ হাগলী পাখীৰ, এটুকুৰা শুকান কটি আৰু এটা সিজোৱা আলু নহ'লে বেঙেনা খাই জীৱনধাৰণ কৰে। কাৰণ, এইখন দেশৰ সৰহভাগ মানুহৰ সদায় দুবেলা দুসাজ চকৰ তলত জুই নজ্বলে। তেওঁ ৰেলৰ তৃতীয় শ্ৰেণীত ভ্ৰমণ কৰে, কাৰণ ৰেলৰ আতকৈ তলৰ শ্ৰেণী এটা নাই। --

অসমৰ স্থানে স্থানে 'অসমীয়া'ৰ বাতৰি দিওঁতা নিযুক্ত কৰি, আশা কৰাতকৈয়ো অতি বেছি গ্ৰাহক সংগ্ৰহ কৰি ডিব্ৰুগড়ৰ মাজুদেউতাৰ ঘৰ পালেগৈ জ্যোতি। মাজু দেউতাৰ ঘৰত জ্যোতিৰ অখণ্ড অধিকাৰ। জ্যোতি ককাইদেউক কাষত পালে অকণে হঠাতে নিজৰ ক্ষমতাৰ বিষয়ে সচেতন হৈ উঠে। জ্যোতিৰ লগত তাক আচলতে ডাঙৰ ডাঙৰকৈ কথা ক'বলৈ লাগে, দুৰন্ত গতিৰে ব্ৰহ্মপুত্ৰৰ পাৰত ফুৰিবলৈ লাগে, জ্যোতিৰ লগত বিলাতলৈ যোৱাৰ কথা পাতিবলৈ লাগে, জ্যোতিৰ গীত শুনি, জ্যোতিৰ নাটকৰ বচন শুনি, তাক এপাক নাচিবলৈ লাগে, বৰ ডাঙৰ ডাঙৰকৈ জ্যোতিৰ গীত তাক গাবলৈ লাগে। জ্যোতিতকৈ বয়সত ডাঙৰ হ'লেও নবীনেও জ্যোতিৰ কথাত মুগ্ধ হয় আৰু কনিষ্ঠ ভাতৃ তৰুণৰতো কথাই নাই। তাৰ কেৱল চিন্তা, জ্যোতি ককাইদেৱে কি খাব, কেনে বিছনাত শুব, গ্ৰামোফোনৰ কোনখন ৰেকৰ্ডৰ গীত শুনি ভাল পাব, আদি।

ডিব্ৰুগড়ৰ ঘৰলৈ আহিয়েই জ্যোতি গ'ল ৰৰমা মুক্তাপ্ৰভাৰ কাষলৈ। প্ৰথমা কন্যা প্ৰতিমাৰ অকাল মৃত্যুত ম্ৰিয়মান শোকাকুলা ৰৰমা। কন্যাৰ মৃত্যুৰ মুহূৰ্ততে তেওঁৰ জীৱনৰ পৰা যেন চিৰদিনৰ বাবে অন্তৰ্ধান হ'ল জীৱনৰ সকলো আনন্দ, আশা-ভৰসা।

জ্যোতিয়ে ৰৰমাক এটা কথা ক'ব বুলি বহু দিন ভাবি আছিল ঃ ৰৰমা, মানুহৰ মৃত্যুৰ শোক মানুহৰ মনত স্থায়ী হৈ নাথাকে। মানুহৰ মৃত্যুৰ শোক আৰু বিননি পাহৰিবৰ বাবে পৰমেশ্বৰে মানুহক এক অদ্ভুত ক্ষমতা দান কৰিছে ঃ অতি নিকটাত্মীয়জনৰো মৃত্যুৰ শোক মানুহে কিছু দিনৰ পিছতে পাহৰি যায়। পাহৰি নোযোৱা হ'লে পুত্ৰ-কন্যাহাৰা মাতৃ আৰু পিতৃৰ, স্বামীহাৰা পত্নীৰ, পিতৃ-মাতৃহাৰা সন্তানৰ শোক আৰু বিননিত পৃথিৱীত মানুহ থাকিব নোৱাৰা হৈ পৰিলহেঁতেন।

কিন্তু মুক্তাপ্ৰভাৰ কাষত বহি জ্যোতিয়ে তেনে কথা কোৱাৰ সাহস বিচাৰি নেপালে।

ৰৰমাৰ কৰুণ নয়নলৈ চাই জ্যোতিয়ে কথা ক'ব নোৱাৰা হৈ পৰে। বাহ্যিক চকুৰ আগতে হওক, অথবা মনৰ চকুৰ আগতে হওক, মুক্তাপ্ৰভাই কেৱল প্ৰতিমাৰ মূৰ্তি অবিৰত দেখিবলৈ পায়।

কলিকতাৰ পৰা জ্যোতিয়ে ৰৰমাৰ বাবে লক্ষ্মীবিলাস তেলৰ এটা ডাঙৰ বটল লৈ আহিছিল। এক আয়ুৰ্বেদিক টনিকৰ বটলো। কিৰণময়ীয়ে দি পঠিয়াইছিল এখন পাটৰ মেখেলা, মৰাতে যোৱা এখন মুগাৰ চাদৰ। পাটৰে

এটা ব্লাউজ। আইদেয়ে (নীৰাই) দি পঠিয়াইছিল ববমালৈ ব্ৰঞ্জৰ বাঁহী বজাই থকা এটা কৃষ্ণৰ মূৰ্ত্তি।

জ্যোতিয়ে মুক্তাপ্ৰভাৰ চৰণ স্পৰ্শ কৰিবলৈ ধৰোতেই তেওঁ তাক দুয়ো হাতে সাবট মাৰি ধৰি গালে-মুখে চুমা খাবলৈ ধৰিলে। তাৰ পিছত তেওঁ তাৰ কান্ধত ধৰি অতি কাষৰ পৰা তাৰ চকুলৈ অপলক দৃষ্টিৰে চাবলৈ ধৰিলে।

আৰু ঠিক তেনেকৈ চাই থাকোতেই মুক্তাপ্ৰভাৰ দুয়ো চকুৰ পৰা দুটোপাল পানী ওলাই আহিল।

জ্যোতিক প্ৰথমতে দেখি মুক্তাপ্ৰভাই হাঁহিছিল আৰু অলপ পিছতে সেই হাঁহি পৰিণত হ'ল চকুপানীত। জ্যোতিয়ে অনুভৱ কৰিলে, কান্দোন লুকুৱাবৰ বাবেই ববমাই খন্তেকৰ বাবে হাঁহিছিল।

নাৰীৰ চকুত পানী দেখিলে জ্যোতিৰ মন বিষাদেৰে উপচি পৰে। নাটকত নাৰীৰ কাৰুণ্য বৰ্ণনা কৰি সমস্ত নাৰী জাতি অন্তহীন বিষাদ আৰু কাৰুণ্যৰ প্ৰতীক বুলি সি ভাবিবলৈ ধৰিলে।

মাতৃ কিৰণময়ীৰ গালেদি নিগৰি অহা সৰগৰ মুকুতাৰ দৰে সেই দুটোপাল চকুপানীয়ে তাৰ মনত সদায়ে শেষহীন বিষাদৰ সৃষ্টি কৰে। "মই উত্তৰাক ক'লো, তোমাৰ বয়সত মোৰ মা তোমাৰ দৰেই দেখিবলৈ সুন্দৰী আছিল" ঃ তাৰ মুখত এইবাৰ কথা শুনি মাতৃৰ চকুৰ পৰা নিগৰি অহা সেই দুটোপাল চকুলো!

জ্যোতিক কাষত পাই অৰুণৰ প্ৰত্যাশাৰ সীমা নোহোৱা হ'ল।

"জ্যোতি ককাইদেউ, তুমি বিলাতলৈ যাবা?"

"যাম।"

"জ্যোতি ককাইদেউ, ময়ো বিলাতলৈ যাম।"

"মই উভতি অহাৰ পিছত তই যাবি। ভালদৰে এতিয়া পঢ়া-শুনা কৰ।"

"দেউতাই যাবলৈ দিব?"

"দিব। কেলেই নিদিব। মই তোৰ যোৱাৰ সকলো সুবিধা কৰি দিম।"

"মায়ে ভাবে, মই এবাৰ ক'ৰবালৈ গ'লে ঘূৰি নাহিম। সেইটো ভয়তে তেওঁ মোক বিলাতলৈ যাবলৈ নিদিব পাৰে। মোৰ ডিব্ৰুগড়ত থাকিবৰ অকণো ইচ্ছা নাই, জ্যোতি ককাইদেউ! দেউতাৰ কঠোৰ শাসন আৰু মাৰ চকুপানী ঃ এইবোৰ মই সহ্য কৰি থাকিব নোৱাৰিম। মোৰ কেতিয়াবা এনে যেন লাগে, মই যেন সম্পূৰ্ণ অকলশৰীয়া, মোৰ যেন কোনো নাই, মোৰ জন্ম হোৱাটো কোনেও যেন নিবিচাৰিছিল। মাৰ কাণ্ড দেখি তোমাৰ কেনে লাগে? তাহানিয়েই এৰেবাৰে সকন্তে হোৱালী এজনী ঢুকাল। ময়ো জানো বৰ দুখ লগা ঘটনা সেইটো। মই তাইক দেখা নাছিলো যদিও মোৰো বৰ বেজাৰ লাগে। কিন্তু তাইৰ কথা ভাবি মায়ে আমাৰ ল'ৰাকেইটাক নিজৰ ল'ৰা-ছোৱালী বুলি জ্ঞান নকৰাৰ কথা ভাবিলে এইখন ঘৰত এক মিনিটো মোৰ থকাৰ প্ৰয়োজন নাই বুলি ভাবো।"...

জ্যোতিয়ে ক'লে, "মাতৃৰ অন্তৰৰ দুখৰ কথা তই এই বয়সত বুজিব নোৱাৰিবি। প্ৰথম সন্তানৰ মৃত্যুৰ দুখ কোনো মাকেই পাহৰিব নোৱাৰে। প্ৰতিমা আছিল অতি সুন্দৰী। পিতৃ-মাতৃয়ে তাইৰ চকু-মুখত পৃথিৱীৰ সকলো শান্তি, স্নিগ্ধতা মধুৰতা দেখিবলৈ পাইছিল। তেনে এজনী ছোৱালীৰ একেবাৰে অকাল, কৰুণ মৃত্যুত মাক হৈ বৰমাই ধৈৰ্য ধৰিব পাৰে? মাজুদেউতাই প্ৰতিমাৰ স্মৃতিত কবিতা লিখি মনত সান্ত্বনা পায়। বৰমাই বেজাৰ কৰি সান্ত্বনা পায়। এই কথাটো তই বুজিবলৈ চেষ্টা নকৰ কিয়, অৰুণ? তোক দেখুৱাই মৰম নকৰিলেও তোক যে তেওঁলোকে কিমান ভাল পায়, এই কথাটো অনুভৱ তই কৰিব নোৱাৰ কিয়? জীৱনত কোনো দিন পিতৃ-মাতৃৰ প্ৰতি অকৃতজ্ঞ নহ'বি। আমাৰ ভালৰ বাবেই, ভাল মানুহ হৈ আমি প্ৰতিষ্ঠা পাবৰ বাবেই, মা-দেউতাই সদায় প্ৰাৰ্থনা কৰে। তই উদাৰ হ'বলৈ ধৰ: অন্যৰ মনৰ কথাও চিন্তা কৰ।" ...

জ্যোতিৰ কথা অৰুণে সদায় মন দি শুনে। সি জ্যোতিৰ সকলো কথা নামানিব পাৰে। কিন্তু তাৰ কথাৰ জোৰেৰে প্ৰতিবাদ নকৰে।

"কিন্তু, জ্যোতি ককাইদেউ, মই ইংলণ্ডলৈ যামেই। তুমি দেউতা আৰু মাক এতিয়াই মোৰ কথা কৈ দিয়া। তোমাৰ উভতি অহালৈ মই অপেক্ষা কৰি থাকিব নোৱাৰিম। মই বিলাতত্তে তোমাক লগ ধৰিমগৈ। মই জাহাজত উঠিবলৈ পাম। জাহাজৰ ৰেলিংত ধৰি মই সাগৰৰ প্ৰকাণ্ড প্ৰকাণ্ড ঢৌ চাবলৈ পাম। মোক, জ্যোতি ককাইদেউ, টেমছ নৈৰ বুকুত নাও চলাবলৈ লাগে। মই লণ্ডন টাৱাৰত উঠিবলৈ পাম। বৰফত মোক দৌৰিবলৈ লাগে। লণ্ডনৰ ৰাস্তাত মোক ফুৰিবলৈ লাগে।" ....

জ্যোতিয়ে ক'লে, "অৰুণ, তই নিশ্চিন্ত হৈ থাক। তোৰ বিলাতলৈ যোৱাৰ বাবে ঘৰৰ কোনেও বাধা নিদিয়ে। মাজুদেউতাৰ মুখখন দেখিবলৈ কঠোৰ যদিও, তেওঁৰ অন্তৰ কৰুণাৰে ওপচা। তই শান্ত হ।"

সেই দিনা জ্যোতি ভামোলবাৰী বাগিচাৰ ঘৰলৈ গ'ল। লগত অৰুণ। গধূলি ভাত খাই অৰুণক শুবলৈ কৈ জ্যোতিয়ে কোঠাত সোমাই দুৱাৰ বন্ধ কৰি দিলে। আজি গোটেই ৰাতি সি 'কাৰেঙৰ লিগিৰী' নাটক লিখিব।

খিৰিকিৰ কাষলৈ আহি সি শুনিলে, আঁহত গছৰ ডালত গইচৰাই জাকে কাজিয়া কৰিছে। বতাহত ভাহি আহিছে অস্পষ্ট এক গীতৰ সুৰ।

... কাঞ্চনমতী। বয়স ওঠৰ-উনৈশ। দেখিবলৈ অতিকৈ শুৱনি। গাত গোঁসানীৰ গাম্ভীৰ্য। চকু পদুমৰ পাহি যেন। তাইৰ গাত পদ্মিনী তিৰোতাৰ সকলো লক্ষণ বৰ্তমান। ... ওচৰতে হেঙুল হাইতাল বোলোৱা ঠগিত এখন পুথি। কাঞ্চনমতীয়ে তললৈ মূৰ কৰি একান্ত মনেৰে মহুৰা ফুৰাই আছে।

'আইদেউ, অনন্ত বোপা দেউতাই আপোনাক এবাৰ নিজলৈ লগ পাব খোজে।'

কেইটামান মাত্ৰ শব্দ। এইকেইটা শব্দৰেই জ্যোতিয়ে কাঞ্চনমতীৰ অন্তৰত

তুমুল ধুমুহাৰ সৃষ্টি কৰিলে।

জ্যোতিৰ লিখনি এইবাৰ তীক্ষ্ণ হৈ পৰিল।

অনঙ্গই কাঞ্চনক কৈ দিলে ঃ কাঞ্চনমতী, তুমি মোৰ ইমান আন্তৰিক চেনেহ এইদৰে তলসৰা শুকান পাত গচকাদি গচকি নাযাবা বুলি ভাবিছিলো। তুমি মোৰ সকলো সপোন ভাঙিলা....

কাঞ্চন ঃ কাৰো সপোন কোনেও ভাঙিব নোৱাৰে। সপোন নফলিয়াইহে । ... আমাৰ দেশৰ ছোৱালীয়ে যাকে ইচ্ছা অৱশ্যে তাকে ভাল পাব পাৰে, কিন্তু যাকে ইচ্ছা তাকে বিয়া কৰাব নোৱাৰে। ....

অনঙ্গ ঃ ইচ্ছা কৰিলেও নোৱাৰেনে ?

কাঞ্চন ঃ বিয়াৰ বিষয়ে আমি ছোৱালীয়ে আই-বোপাইৰ ইচ্ছাৰ ভিতৰেদিহে ইচ্ছা কৰিব পাৰো।

এইখিনি কথা লিখি জ্যোতি হঠাতে উত্তেজিত হৈ পৰিল। সি নিজৰ কথাৰে দুৰ্ঘোৰ প্ৰতিবাদ কৰিব। আই-বোপাইৰ ইচ্ছাৰ মাজেৰে কোনো নাৰীৰ প্ৰেম, জীৱন, ভৱিষ্যৎ নিৰ্ণয় কৰিবলৈ সি নিদিব। সি সেই নিয়মৰ ওপৰত বজ্ৰাঘাত হানিব। .....

এইবাৰ তাৰ লিখনি দুৰ্দমনীয় হৈ পৰিল।

কাঞ্চন ঃ আপুনি যদি সচ্যাই মোক ভাল পায়, তেন্তে আপুনি কিয় সুন্দৰ কোঁৱৰক হাক নিদিয়ে। তেওঁ যদি আপোনাৰ প্ৰকৃত বন্ধু হয়, নিশ্চয় শুনিব।

অনঙ্গ ঃ মই তাকে কৰিলে, তোমাৰে মোৰে প্ৰণয়ৰ কথা ওলাই পৰিব।

কাঞ্চন ঃ ওলাই পৰিলে কি হ'ব ?

অনঙ্গ ঃ সমাজে কি বুলিব ?

কাঞ্চন ঃ তাৰ মানে আপোনাৰ সমাজলৈ ভয়।

অনঙ্গ ঃ তেন্তে তুমি কোনো প্ৰতিবাদ কৰিব নোখোজা ?

কাঞ্চন ঃ সমাজে প্ৰতিবাদ কৰিবলৈ মোক কোনো অধিকাৰ দিয়া নাই।

অনঙ্গ ঃ সোণৰ চিকমিকনিত প্ৰণয় সুন্দৰীৰ চকুত জলক-তবক লাগে।

কাঞ্চন ঃ আপোনাৰ পাটীৰ তিৰোতা নোহোৱাকৈ জানো আপোনাক মই ভাল পাব নোৱাৰো ?

অনঙ্গ সাউৎকৰে দুৱাৰ মেলি, বিজুলী যোৱাদি গুচি যায়। কাঞ্চনে বহাৰ পৰা উঠি দুৱাৰত বৈ, দুৱাৰ অলপ মেলি বহলৰ বাহিৰলৈ চাই থাকে। তাৰ পিছত দুৱাৰ জপাই, মুখত হাত দি হুক-হুক কৰে কান্দিবলৈ ধৰে। বুকুত হাত দি কান্দি কান্দি মাটিত লেপেটা কাঢ়ি বহে আৰু কান্দি কান্দি মাটিত উবুৰি খাই পৰে।

কাঞ্চনমতীৰ চকুলো অথলে যাব নোৱাৰিব। তাইক ৰক্ষা কৰিবলৈ জ্যোতি দৃঢ়প্ৰতিজ্ঞ হ'ল।

## ॥ পঁচিশ ॥

কাঞ্চনমতীক বিয়া কৰাৰ পূৰ্ব-মুহূৰ্তত সুন্দৰ কোঁৱৰৰ মুখত জ্যোতিয়ে দিলে এই বচনঃ হ'ব, মোৰ বিয়া হ'ব। জন্ম, মৃত্যু আৰু বিবাহ বোলে অনিবাৰ্য, সি বোলে হ'বই। বন্ধু, হ'বলগীয়া ভেস্তে হৈ যাওক, সংসাৰ তাৰ আপোন ইচ্ছা বুলি যাওঁক। সংসাৰৰ ৰীতি সমাজৰ নিয়ম, বোপাককাৰ সহজ, ৰয়জনৰ আজ্ঞা, আইৰ হেঁপাহ প্ৰজাৰ আগ্ৰহ সকলো বওকঃ মাথো সকলোৰে গছকত মৰিমূৰ হৈ যাওঁ। প্ৰাণৰ অগণিত মনৰ শান্তি, জীৱন ভস্ম হৈ, ছাই হৈ, ধূলি হৈ উৰি যাওক, কেৱল আগ্ৰহ থাওক, হেঁপাহ থাওক আৰু মোৰ বাহিৰে গোটেই সংসাৰ সন্তুষ্ট হওক।. . .

এইখিনিলৈকে লিখি জ্যোতি বৈ গ'ল।

হঠাতে তাৰ মনৰ মাজত গোপন হৈ থকা সমালোচকটোৱে ভুমুকি মাৰিলেহি। নিজকে নিজে সি জিজ্ঞাসা কৰিলে।

কাঞ্চনমতীক বিয়া কৰাই সি সমাজ মাতৃ ৰাজকীয় অধিকাৰৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰিব নে কাঞ্চনমতীক বিয়া কৰোৱাৰ আগতে সেই বিদ্ৰোহ কৰিব?

জ্যোতিয়ে জানে, কাঞ্চনমতীৰ নাৰী জীৱনৰ প্ৰথম প্ৰেম জাগ্ৰত কৰিছিল অনন্তই। কাঞ্চনমতীৰ হৃদয়ত স্থান আছে কেৱল অনন্তৰ। কিন্তু ৰাজবংশৰ প্ৰতাপ-ক্ষমতা, সমাজৰ অমোঘ বান্ধোন অতিক্ৰম কৰাৰ ক্ষমতা আৰু সাহস তাইৰ নাই। কিন্তু হৃদয়ৰ নিভৃত কক্ষত যি নাম লিখা আছে অদৃশ্য অক্ষৰে, সেই অনন্তৰ নাম মচি পেলাব নোৱাৰে কোনেও তাইৰ সমগ্ৰ জীৱনব্যাপী। তাইৰ শৰীৰ অন্য পুৰুষে স্পৰ্শ কৰিব পাৰে, কিন্তু হৃদয় কদাপি নোৱাৰে কৰিব।

সুন্দৰে কাঞ্চনৰ জনাত নিজৰ বিবাহ প্ৰত্যাখ্যান কৰি তাৰ নিজৰ প্ৰেমৰ আৰাধ্যা দেৱী কাবেঙৰ লিগিৰী শেৱালিক বিয়া কৰাই ৰাজকাবেঙৰ পথা ভঙাই নাবায় কিয়?

জ্যোতিৰ লিখা বন্ধ হৈ গ'ল। সি চঞ্চল হৈ পৰিল।

সি যেতিয়া নিজৰ নাটক লিখে তেতিয়া তাৰ সমস্ত ব্যক্তিত্ব, সত্তা, আশা-অনুভূতি নাটকৰ সেই ৰচনাত অহৰহ ধাৱমান হয়। শোৱাৰ সময়ত, খোৱা, ফুৰা, কাৰোবাৰ লগত কথা পতাৰ সময়ত, সি তাৰ নাটকৰ চৰিত্ৰবোৰৰ কথা ভাবি ভাবি ক্ষণে-ক্ষণে অশান্ত হৈ উঠে। কোনোবাই তাক কথা ক'লে সি সেইজনৰ মুখলৈ চাই চাই তাৰ নাটকৰ বচনবোৰ আওৰাই থাকে। নাটকৰ সেই চৰিত্ৰৰ কথাৰ বাহিৰে যেন তাৰ অন্য কথা নাইঃ ভাগ্যই যেন তাক তাৰ লগত অবিচ্ছেদ্যভাৱে জড়িত কৰি দিলে।

তামোলবাৰীৰ চাহ্ গছৰ মাজে মাজে দুৰন্ত গতিৰে খোজ কাঢ়ে জ্যোতিয়ে। অৰুণক কেতিয়াবা লগত লৈ যায়, কেতিয়াবা অকলে অকলে যায়। অকলে অকলে যাওঁতে অৰুণে দৌৰি দৌৰি তাৰ লগ ধৰেগৈ। অৰুণক জ্যোতিয়ে বহুত কথা কয়, ডাঙৰ ডাঙৰকৈ কয়, দুয়োখন হাত ওপৰলৈ প্ৰশস্ত কৰি কয়ঃ কেতিয়াবা কোনো যুদ্ধজয়ী বীৰৰ দৰে হাত জোকাৰি কয়। কি পৰম ভাগ্যৰ বলত মানুহে দেশৰ স্বাধীনতাৰ সংগ্ৰামত যোগ দিবলৈ পায়, কি ভাগ্যৰ বলত মনুহে মহাত্মা গান্ধীৰ কাযত বহি কথা ক'ব পাৰেঃ মানুহৰ আটাইতকৈ প্ৰবল লোভ জীয়াই থকাৰ লোভ, সেই লোভ অতিক্ৰম কৰি দেশৰ বাবে যিজনে ফাঁচিৰ মঞ্চত উঠি জীৱনৰ জয় গান গাব পাৰে তেওঁতকৈ মহৎ ভাগ্যৱান নাই, সমগ্ৰ পৃথিৱীৰ সকলো সাহিত্য সকলো গীত সকলো কবিতাৰ মূল সুৰটো হ'ল, মুক্তিৰ সুৰঃ মানুহৰ কবলৰ পৰা মানুহক মুক্ত কৰাটোৱেই হ'ল পৃথিৱীৰ সভ্যতা-সংস্কৃতিৰ মূল সুৰ।

হঠাতে জ্যোতিৰ কণ্ঠ ৰোধ হয়। তাৰ গতিও হৈ আছে ৰুদ্ধ। অৰুণে দেখে, জ্যোতি ককাইদেৱে এক অবাক অদ্ভুত দৃষ্টিৰে অস্তগামী সূৰ্যৰ ফালে চাই আছে।

হঠাতে জ্যোতিৰ হৃদয়, মন আৰু সমস্ত সত্তা অধিকাৰ কৰিলেহি শেৱালিৰ চিন্তাই, সুন্দৰ কোঁৱৰৰ কথাই। মনৰ চকুৰ আগত থিয় দিলেহি লিগিৰী শেৱালিঃ যি শেৱালি কাৰেঙৰ লিগিৰী হৈয়ো তাৰ বাবে লিগিৰী নহয়। লিগিৰীৰ তুচ্ছ স্থান অতিক্ৰমি শেৱালি এতিয়া ৰাজকুমাৰ সুন্দৰৰ প্ৰথম প্ৰেমৰ ঐশ্বৰ্যমণ্ডিত ৰাণীৰ সিংহাসনত উপবিষ্ট।

অৰুণে অতি নিৰ্বাকভাৱে জ্যোতি ককাইদেউৰ মুখলৈ চাই থাকে। সি জানে, জ্যোতি এতিয়া নিজৰ ভাব-চিন্তাত নিমজ্জিতঃ তাৰ কথা, পৃথিৱীৰ আন কাৰোৰে কথা শুনিব সি এতিয়া নোৱাৰে। মানুহে নিজৰ আনন্দতে যেতিয়া নিজেই বিভোল হৈ থাকে, নিজৰ কথাকেই যেতিয়া নিজেই কাণ পাতি ৰ লাগি শুনিবলৈ ধৰে, সকলো আশা-আকাংক্ষা অনুভূতি যেতিয়া পুঞ্জিত হয়হি নিজৰ হৃদয়ত, তেতিয়া সেই মানুহ পৃথিৱীত থাকিও নথকাৰ দৰে হৈ পৰে।

ঘৰলৈ উভতি আহি জ্যোতিয়ে নিজৰ কোঠাৰ দুৱাৰ বন্ধ কৰি দিলে।

জ্যোতিৰ প্ৰবল ইচ্ছা, কাঞ্চনমতীক, যি কাঞ্চনে ইতিমধ্যে প্ৰেমৰ দেৱতাৰূপে

অনঙ্গক তাইৰ হৃদয়াসনত প্ৰতিষ্ঠা কৰিছে, তাইক বিয়া নকৰাই সুন্দৰ কোঁৱৰে মাতৃৰ নিৰ্মম নিৰ্দেশৰ বিৰুদ্ধে প্ৰবল প্ৰতিবাদ কৰিব, কৰিব বিদ্ৰোহ। তুচ্ছ কৰি ৰাজসন্মান, ৰাজমৰ্যাদা, তুচ্ছ কৰি ৰাজসিংহাসন, তুচ্ছ কৰি ৰাজকীয় বৈভৱ-ঐশ্বৰ্য, সুন্দৰে কাৰেঙৰ লিগিৰীক জীৱনসঙ্গিনী কৰি হঠাতে অন্তৰ্ধান হ'ব। সি কেতিয়াও পিছলৈ উভতি নাচাব।

সেই কথাকে শ্বাসৰুদ্ধ গতিৰে জ্যোতিয়ে লিখিবলৈ আৰম্ভ কৰিলে।

কিন্তু কেইটামান বাক্য লিখাৰ পিছতে লিখনীৰ গতি তাৰ ৰুদ্ধ হৈ গ'ল।

কিন্তু নাটকৰ ধৰ্ম ৰক্ষা হ'ব নে নহয়?

সেই ঘটনাৰ মাজেৰে এখন নাটক সম্পূৰ্ণ হৈ উঠিবনে নুঠে?

সুন্দৰ কোঁৱৰে মাতৃ-আজ্ঞা অমান্য কৰি প্ৰচণ্ড ক্ষোভেৰে শেৱালিক লৈ ৰাজকাৰেঙৰ পৰা অন্তৰ্ধান হ'ব। এই কথাৰে মাত্ৰ কেইটামান পৃষ্ঠাতে এখন নাটক সম্পূৰ্ণ হ'ব কেনেকৈ?

জ্যোতিৰ মন দ্বিধা আৰু অনিশ্চয়তাৰে উপচি পৰিল। মনৰ মাজত হেজাৰ চেষ্টা কৰি সি সুন্দৰ আৰু শেৱালিৰ প্ৰেমক চিৰমণ্ডিত, চিৰবন্দিত কৰিবলৈ হৈছিল দৃঢ়। অন্য এজন পুৰুষক হৃদয় দান কৰা কোনো নাৰীয়েই তাৰ পত্নীৰূপে তাৰ কাৰেঙত প্ৰৱেশ কৰিব নোৱাৰিব। আকাশত, বতাহত প্ৰেমৰ বিজয় পতাকা উৰিব লাগিব অবিৰত॥

কিন্তু নাট্যধৰ্মৰ স্বাৰ্থত সি হৃদয়ধৰ্ম ত্যাগ নকৰিলে নহ'ব। নাটক লিখিবলৈ সি ধৰিছে যেতিয়া, নাট্যনীতি মানি চলিবলৈ সি বাধ্য।

সামাজিক দৃষ্টিত কাঞ্চনমতী পত্নী ৰূপেই তাৰ গৃহত প্ৰৱেশ কৰিব। কিন্তু সেই নাৰীক সি পত্নীত্বৰ অধিকাৰ নিদিব। কাঞ্চনমতী তাৰ ৰাজ-কাৰেঙত প্ৰৱেশ কৰিব। কিন্তু তাৰ হৃদয়ত নহয়। কাঞ্চনমতীয়ে তাৰ কাৰেঙৰ পালেঙত শুই তাৰ নহয় অনঙ্গৰ সপোনত বিভোৰ হ'ব।

সুন্দৰ কোঁৱৰে সেই একেই পালেঙত শুই শেৱালিৰ স্বপ্নত বিভোৰ হ'ব।

সুন্দৰৰ কাৰেঙত কাঞ্চন কুঁৱৰীৰ শোৱনি ঠাই। শেৱালিয়ে হাতত এটা কুঁকি আনি এখন শৰাইত সজাই থয়। মাজে মাজে চকু পানী মচে। শেৱালিয়ে হুক-হুক কৰি কান্দে।

জ্যোতিয়ে অনুমান কৰিলে, তাৰো যেন চকুৰ পানী ওলোৱাৰ উপক্ৰম হৈছে। তাৰ ভাব হ'লঃ নাটকৰ চৰিত্ৰাঙ্কনত সি নিৰপেক্ষ হ'ব পৰা নাই, নাটকৰ কাল্পনিক চৰিত্ৰ হৈয়ো শেৱালিয়ে তাৰ হৃদয়ত এক আসন অধিকাৰ লৈছে, শেৱালিয়ে জীৱনৰ সকলো ভাব-ভাষা, অনুভূতি-অভিব্যঞ্জনাৰে তাক নিবেদন কৰিছে প্ৰেম। জ্যোতি হঠাতে হৈ পৰিল সুন্দৰ, সুন্দৰ হঠাতে হৈ পৰিল জ্যোতি। আটাইবোৰ একাকাৰ হৈ পৰিল।

পূবৰ পৰা পশ্চিমলৈ জোৰেৰে বতাহ ব'বলৈ ধৰিলে। পদুলিমুখৰ আহত

গছৰ গঁই চৰাইৰ হুলস্থূল নাইকিয়া হ'ল। খিৰিকিৰ কাষৰ গছৰ পৰা এটা ৰেবাব টেঙা সৰি পৰাৰ শব্দ হ'ল। দূৰৈৰ পৰা ভাহি আহিল এক মৃদঙ্গৰ শব্দ।

জ্যোতি নিজেই বিস্ময়াভিভূত হ'ল। শেৱালিয়ে চকুৰ পানী টুকি-টুকি, সুন্দৰৰ কথা ভাবি ভাবি যি পালেং সজ্জিত কৰে অপূৰ্ব সুন্দৰ হাতেৰে, সেই পালেংগুত শুই কাঞ্চনমতীয়ে অনঙ্গৰ কথা ভাবি বিভোল হৈ থাকে।

যি বিনন্দীয়া ফুলৰ কুঁকি আনি শেৱালিয়ে পালেংৰ কাষত সজায় কেৱল সুন্দৰৰ হাতৰ স্পৰ্শত সেই ফুল জাতিষ্কাৰ হোৱাৰ শেষহীন কামনাত, সেই ফুলৰ সুবাস লৈ কাঞ্চনমতীয়ে অনঙ্গৰ নিশ্বাসৰ সুবাস পোৱাৰ আশাত উন্মাদ হয়।

জ্যোতিয়ে ভাবে, কি বিচিত্ৰ এই জীৱন! নাৰী আৰু পুৰুষৰ কি বৰ্ণাঢ্য জীৱন কাহিনী! মানুহে কি আশা কৰে, অন্তহীন আৰু অৱশেষত কি পায় মানুহে অত্যন্ত সামান্য! পুৰুষে, নাৰীয়ে নিজৰ নিজৰ হৃদয় প্ৰেম নোৱাৰিব কেতিয়াও অতিক্ৰম!

জ্যোতি উত্তেজিত হয়ঃ শেৱালিক যিকোনো উপায়ে উদ্ধাৰ কৰিব লাগিব। তাইক চিৰকাল কাৰেংৰ লিগিৰী কৰি ৰাখিব নোৱাৰি। তাইক মৰ্যাদাসম্পন্ন নাৰীৰ অধিকাৰ দিব লাগিব। তাইৰ বক্ষৰ মাজত গোপনে ৰখা পূৰ্ণিমাক আৱিষ্কাৰ কৰিব লাগিব।

সুন্দৰঃ কুঁৱৰী, মোৰ এয়েই প্ৰথম আৰু শেষ কথা। তুমি মোৰ জীৱনৰ পৰা আঁতৰি যাব লাগিব।

কাঞ্চনমতীঃ (বৰ তীব্ৰতাৰে) মোৰ এইদৰে জীৱন-মৰণ লৈ ল'ৰা-ধেমালি কৰা আপোনাৰ উচিত হোৱা নাই। এটা ভুল কৰিলে, কিন্তু তাতোকৈ এটা ডাঙৰ ভুলেৰে আপুনি সেই ভুল শুধৰাবলৈ গৈছে। আপুনি ইমান দুৰ্বল বুলি মই ভাবিব নোৱাৰো।

সুন্দৰঃ সত্যক আকোঁৱালি ধৰা দুৰ্বলতা নে?

কাঞ্চনমতীঃ কেতিয়াও নহয়।

সুন্দৰঃ বিবাহ আৰু ভাল পোৱাৰ পাৰ্থক্য কি?

কাঞ্চনমতীঃ বিবাহৰ দ্বাৰাই শাৰীৰিক সম্বন্ধ ঘটে আৰু মানসিক সম্বন্ধ হ'বই লাগিব বুলি সমাজে ধৰি লয়, নিৰ্দেশ কৰে। ভাল পোৱা মানসিক সম্বন্ধ, শাৰীৰিক সম্বন্ধ তাৰ উদ্দেশ্য নহ'বও পাৰে। আপুনিও মোক মাত্ৰ সমাজৰ সন্তুষ্টিৰ কাৰণেহে বিবাহ কৰাইছিল - আপোনাৰ মাতৃ আৰু সমাজে আমাৰ শাৰীৰিক মিলন বিচাৰিছিল, আপুনি তাত মত দিয়া নাছিলনে?

সুন্দৰঃ কিন্তু তোমাৰ মন যে আনক -

কাঞ্চনমতীঃ তাৰ স'তে আপোনাৰ সম্বন্ধ কি? মাতৃৰ অনুৰোধত আপুনি মাত্ৰ শৰীৰটো বিবাহ কোঠালৈ পঠিয়াই আন পক্ষৰ মনকো তাত বিচৰাটো যুক্তিযুক্ত কথা হৈছেনে?. . .

এইবাৰ জ্যোতিৰ শিখা অনিৰ্বাণ হৈ পৰিল। সুন্দৰ কৌঁৱৰে কাঞ্চনক কৈ

দিলে, অনঙ্গৰ সৈতে তোমাৰ আন্তৰিক ভাল পোৱাৰ কথা মোক নিঃসঙ্কোচে আৰু তেজস্বীতাৰে, নিজৰ স্বামীৰ আগত কোনো কথা গুপুত নাৰাখো বুলি, প্ৰকাশ কৰি সাহ দেখুৱাই এহাতে তোমাৰ মানসিক দৃঢ়তা দেখুৱাইছা। কিন্তু আকৌ আনফালে সেই বাস্তৱ আৰু জীৱন্ত সত্যক উপেক্ষা কৰি, নিৰ্মম কঠোৰভাৱে ভৰিৰে মোহাৰি, সমাজৰ প্ৰাণহীন নিয়ম প্ৰতি-প্ৰতিকৈ মানি মোৰ স'তে সংসাৰ কৰিবলৈকো আগবাঢ়িছা। এই পৰস্পৰ ঘোৰ বিৰোধী কথা দুটাৰ তুমি মিলন বিচাৰিছা, বিশেষকৈ মই যেতিয়া সকলো কথা বুজি তোমাৰ আন্তৰিক পৱিত্ৰতা ৰক্ষা কৰিবলৈ সহায় কৰিবলৈকো সাহকৈ আগবাঢ়িছো।

কাঞ্চনমতীঃ হ'ব পাৰে সেইটো কিন্তু আপোনাৰ মতে কাম হ'বলৈ হ'লে এতিয়া সমাজত এটা প্ৰলয় উপস্থিত হ'ব।

জ্যোতিয়ে এইবাৰ শ্বাসৰুদ্ধ গতিৰে লিখি পেলালে সুন্দৰৰ কথাঃ প্ৰলয় হ'ব হওক। প্ৰলয়ৰ আৱশ্যক হৈছে। শতাব্দী ধৰি গোট খাই থকা সমাজৰ আৱৰ্জনা ধুই সমাজক নিৰ্মল আৰু পৱিত্ৰ কৰিবলৈ এক প্ৰলয়ৰ অতি আৱশ্যক হৈছে। তেন্তে মই সেই প্ৰলয়ক আহবান কৰিছো। এবাৰ জীৱনলৈ, সমাজৰ জীৱনলৈ এক প্ৰলয়ক আমন্ত্ৰণ কৰি আনিম। সুদৰ্শন - নহয় অনঙ্গৰ স'তে - নহয়, নহয অনঙ্গক মই দেখা পাব লাগিব - অনঙ্গ।

জ্যোতিয়ে সিদ্ধান্ত কৰিলে, নাটকৰ পৰিসীমা অতিক্ৰম কৰি গ'লেও তাৰ মনত বহুত দিন ধৰি পুঞ্জিত হৈ থকা সমাজ-সংস্কাৰ নিৰ্মম নিৰ্দেশৰ বিৰুদ্ধে সি বিষোদগাৰ নকৰিলে নহ'ব। সুন্দৰ কৌৰৱৰ মুখেদি সি নিজৰ প্ৰবল বিক্ষোভ প্ৰকাশ কৰিব।

জ্যোতিয়ে জানে, সি নাট্যশাস্ত্ৰ অধ্যয়ন কৰা নাই, নাট্য-নীতিৰ সূক্ষ্ম তথ্য সি নাজানে। নাটকৰ খাতিৰতে কেৱল নাটক সি নিলিখে। এই সমস্ত প্ৰচেষ্টাত যিটো ভাবে, যিটো চিন্তাই তাক অবিৰত উদ্বেলিত কৰে, অস্থিৰ কৰে, সেইটো হ'ল মুক্তিৰ অনিৰুদ্ধ চেতনা। মানুহকে মানুহৰে গ্ৰাসৰ পৰা, মানুহৰে চৰম কৰ্তৃত্বৰ পৰা মুক্তি দিয়াটো জীৱন শিল্পী আৰু সাহিত্যিকৰ ধৰ্ম। সেই ধৰ্ম সি নিৰৱচ্ছিন্ন সাধনাৰে, আপোচবিহীনভাৱে পালন কৰিব। আৰু সেই যাত্ৰাত তাৰ নাটকে যদি নাট্য শাস্ত্ৰৰ বিধি উলঙ্ঘা কৰে, তেন্তে তেনে দুৰ্ভাগ্যৰ বাবে সি নিজে জগৰীয়া হ'ব নোৱাৰিব বুলি জ্যোতিয়ে মন দৃঢ় কৰি ল'লে।

সুন্দৰ কৌৰৱে অনঙ্গক দ্ব্যৰ্থহীন সুৰত দ্বিধাহীনভাৱে তাৰ মনৰ বিদ্ৰোহৰ কথা ক'বলৈ বিচাৰিছে। সেই কথা কেৱল অনঙ্গই শুনিলেই নহ'বঃ শুনিব লাগিব কাঞ্চনমতীয়ে, যি নিজৰ প্ৰেমক বিশ্বাসঘাতকতা কৰিবলৈ নকৰিলে সামান্য কুণ্ঠাবোধ।

জ্যোতিয়ে সেই দৃশ্য স্থাপনা কৰিলে নিঃসঙ্গ কাজিৰঙা অৰণ্যত। সমাজ-সংস্কাৰ সকলো যে মিথ্যা, মিথ্যা যে জীৱনৰ এই হেজাৰ কিংবদন্তি, তাৰ প্ৰমাণৰ

বাবে মানুহৰ সমাজৰ পৰা, মানুহৰ অজস্ৰ কোলাহলৰ পৰা বিস্তীৰ্ণ সুদূৰ কাজিৰঙাৰ অৰণ্যই হ'ব লাগিব উপযুক্ত স্থান।

. . . .অৰণ্য। লুইতৰ পাৰ। লুইতৰ সিপাৰে অপূৰ্ব শ্যামল শোভাৰে এটাৰ পিছত এটাকৈ পাহাৰ উঠি উঠি কোনো এক সংগীতৰ মূৰ্ছনাৰ দৰে চৰমলৈ গতি কৰি হঠাৎ হিমালয়ৰ বুকুত বিলীন হৈ গৈছে। সেই স্থান গহীন, ভয় লগা। কিন্তু তাত মানুহৰ আক্ৰমণৰ শংকা নাই। এটা গছৰ মূঢ়াত বহি আছে অনঙ্গ। হাতত এডাল নগাযাঠি। বাহুত ধেনু আৰু পিঠিত কাঁড়ৰ তূণ। কঁকালত এখন দীঘল তুৰোৱাল। সি বিবৰ্ণ আৰু ৰুক্ষ।.... অনঙ্গৰ কঠোৰতা আৰু নীৰৱতাই গোটেই স্থান অধিক গহীন কৰিছে। সোঁফালৰ পৰা সুন্দৰ কোঁৱৰে লগত কাঞ্চনমতীক লৈ দৃঢ় খোজেৰে আহি অনঙ্গক ভৰিৰে পৰা মূৰলৈকে তীব্ৰ আৰু কঠোৰ ভাবেৰে চাই থিয় হৈ আছে।

সুন্দৰ লগুৱা বপুৰাক ক'লে, এইফালে দলিচা পাৰি কুঁৱৰীক বহুৱা। ... কাঞ্চন কুঁৱৰীয়ে লাহে লাহে গৈ দলিচাত বহেগৈ আৰু ওৰণিখন মূৰত একতীয়াকৈ লৈ লুইতৰ ফালে ৰ লাগি বৈ থাকে। ...

সুন্দৰে বহুৱাক আঁতৰি যাবলৈ নিৰ্দেশ দিয়ে।

এনে এক অদ্ভুত দৃশ্য নিৰ্মাণ কৰি জ্যোতিয়ে তাৰ নাটকক এনে এক অমোঘ চৰম মুহূৰ্তলৈ লৈ গ'ল। যাৰ পৰা প্ৰত্যাৱৰ্তন কৰা ক্ষমতা আৰু সময় নাই। সুন্দৰে মানুহৰ শাসন আৰু নিৰ্মমতাৰ বিৰুদ্ধে এতিয়া যি সিদ্ধান্ত ল'ব, তাৰ সাক্ষী হ'বৰ বাবে এই ৰূঢ় ভঙ্গুৰ সমাজৰ কোনো মানুহৰে প্ৰয়োজন নাই। মানুহৰ, সমাজৰ কৃত্ৰিম নিৰ্মম পৰিসীমা উত্তীৰ্ণ হোৱাৰ এয়া প্ৰকৃত সময়। এইটো এক ভয়ঙ্কৰ সময়। কিন্তু এইটো এক মানুহক মানুহৰ গ্ৰাসৰ পৰা মুক্ত কৰাৰ মহৎ সময়। সুন্দৰৰ, মানে জ্যোতিৰ, সংকল্প ভয়ঙ্কৰ। কিন্তু মানুহৰ পৰম ভাগ্যৰ ঐশ্বৰ্যৰে সেই সংকল্প গৌৰৱমণ্ডিত। সেই ক্ষণৰ সাক্ষী হ'ব নালাগিব কোনো মানুহ। ভঙ্গুৰ অল্পপ্ৰাণ অকাৰণ কোনো মানুহ সাক্ষী হ'ব নালাগিব সেই ভয়ঙ্কৰ অথচ পবিত্ৰ কাহিনীৰ। সাক্ষী মাত্ৰ হ'ব লাগিব সেই অনন্ত আকাশ, সেই বিনন্দীয়া পাহাৰ আৰু অৰণ্যৰ মনোৰম শ্যামলিমা। সাক্ষী হ'ব লাগিব সেই বিশাল চিৰ প্ৰবহমান ব্ৰহ্মপুত্ৰ। সেই চিৰন্তনীয় সাক্ষীয়ে মিথ্যাৰ আশ্ৰয় নলয়, নকৰে কোনো ফালে কাকো বিশ্বাসঘাতকতা।

সুন্দৰ কোঁৱৰে এইবাৰ আতঙ্কত দুটা বিশাল চকুৰে লুইতৰ বুকুলৈ চাই থকা তাৰ বিবাহিতা পত্নী কাঞ্চনমতী আৰু সেই কাঞ্চনমতীৰে হৃদয়সৰ্বস্ব প্ৰিয়তম অনঙ্গৰ মাজত থিয় হৈ নিদাৰুণ কথা ক'বৰ বাবে সাজু হ'ল।

## ॥ ছাব্বিশ ॥

অৰণ্যৰ মাজত, প্ৰবহমান বিশাল ব্ৰহ্মপুত্ৰৰ পাৰত, নিৰ্মম সমাজ, ৰাজকীয় প্ৰতাপ, সিংহাসনৰ প্ৰলোভন যেতিয়া হৈ পৰিল সুদূৰ, নিঃসঙ্গ এই অৰণ্যৰ মাজত তিনিটা চৰিত্ৰক একত্ৰিত কৰি জ্যোতিয়ে প্ৰথমতে ভাবিছিল, অনঙ্গৰ হাতত তাৰ বিবাহিতা পত্নী কাঞ্চনমতীক, যি কাঞ্চনমতী তাৰ পত্নী হৈয়ো প্ৰকৃততে হ'ব নোৱাৰিলে তাৰ অৰ্ধাঙ্গিনী, সেই নাৰীক গতাই দি সি সেই অশান্তিময় অধ্যায়ৰ সমাপ্তি ঘটাই সুন্দৰ কৌৰৱে শেৱালিৰ কাষলৈ প্ৰত্যাৱৰ্তন কৰাৰ পথ প্ৰশস্ত কৰিব।

সুন্দৰ কৌৰৱ নিৰ্মম আৰু উদাৰ সমানে হ'ব লাগিব। বিবাহিতা পত্নীক নিৰ্বাসন দিবলৈ সি হ'ব লাগিব নিৰ্মম। প্ৰেমিকাক তেওঁৰ প্ৰেমাস্পদৰ হাতত প্ৰদান কৰিবলৈ সি হ'ব লাগিব উদাৰ। সেই নিৰ্মমতা আৰু উদাৰতা প্ৰকাশৰ বাবে জ্যোতি তাৰ সৃষ্টিৰ, তাৰ কল্পনাৰ সমস্ত শক্তিৰে এইবাৰ সাজু হ'ল। দয়া আৰু কৰুণাৰ স্থান ল'ব লাগিব সমাজৰ ভ্ৰান্ত অকাৰণ নিয়ম আৰু ধাৰণাৰ বিৰুদ্ধে বিদ্ৰোহে। কাঞ্চনমতীক নিৰ্বাসন দিব লাগিব তাই নিজৰ হৃদয়ক বিশ্বাসঘাতকতা কৰাৰ বাবেঃ হৃদয়ত যিজনক এদিন স্থান দিছিল, সেইজনক প্ৰতাৰণা কৰাৰ বাবে। অসহ্য সমাজ আৰু পিতৃ-মাতৃৰ নিৰ্মম অনুশাসনৰ বিৰুদ্ধাচৰণ নকৰি তাই সমাজৰ ভয়ত অন্তৰৰ বিদ্ৰোহ মুখেৰে প্ৰকাশ কৰিব নোৱৰাৰ বাবে কঠোৰ শাস্তি মূৰ পাতি ল'ব লাগিব।

সেই নাৰীৰ বিদ্ৰোহক ক্ষমাহীন কোভেৰে ইন্ধন যোগাব পাৰিলেহেঁতেন অনঙ্গই। তাক গুৰুতৰ শাস্তি দিব লাগিব, কাৰণ সি এটা দুৰ্দান্ত প্ৰতাৰক।

হঠাতে, লিখক জ্যোতিৰ মন সমালোচক, জিজ্ঞাসাকাৰী জ্যোতিয়ে অধিকাৰ কৰিলেহি। সত্য, কাঞ্চনমতীয়ে অনঙ্গক আৰু অনঙ্গই কাঞ্চনমতীক প্ৰতাৰণা কৰা বাবে, কৰা বাবে বিশ্বাসঘাতকতা, সিহঁত দুয়োজনেই সুন্দৰৰ হাতত, মানে জ্যোতিৰ হাতত, পাব লাগিব শাস্তি। শাস্তি হ'ব নিৰ্মমেই। কিন্তু সুন্দৰৰ কি

হ'ব ? সুন্দৰক শাস্তি দিব কোনে ?

কাঞ্চনমতী আৰু অনঙ্গৰ ঐকান্তিক, গভীৰ প্ৰেমৰ কথা জানিও সুন্দৰ কোঁৱৰে কাঞ্চনমতীক বিয়া কৰাইছিল। সেই প্ৰতাৰণাৰ বাবে সুন্দৰ কি অপৰাধী নহয় ?

সুন্দৰতকৈয়ো জ্যোতিহে হ'বলগীয়া হ'ল অধিক বিভ্ৰান্ত। নাটক লিখি থাকোতে কিবা এক অলৌকিক উপায়েৰে মনৰ মাজত উদয় হোৱা সেই প্ৰশ্নকাৰী, জিজ্ঞাসাকাৰী উৎপীড়নটো বন্ধ কৰিব নোৱাৰিনে ?.....

কিছুদিনৰ আগতে জ্যোতিয়ে দুখন প্ৰখ্যাত নাটক পঢ়িছিল : ইবছেনৰ ডল্‌ছ হাউছ আৰু মেটাৰলিঙ্কৰ মন্নাভান্না। এই দুখন নাটক সি পঢ়িছিল নিজৰ মনৰ মাজতে সততে উদয় হোৱা সমালোচকটোৰ সন্তুষ্টিৰ বাবেই। 'শোণিত কুঁৱৰী' লিখি আৰু মঞ্চত উপস্থাপন কৰি এই জিজ্ঞাসাই তাক অবিৰত আক্ৰান্ত কৰিছিল : সেই নাটক প্ৰকৃততে নাটক হ'ল নে নহ'ল ? পুৰণি অসমীয়া আইনাম, বিয়ানামক আধুনিক অসমীয়া সমাজত পুনৰ্প্ৰতিষ্ঠা কৰিলেই এখন নাটকে নাটকৰ ধৰ্ম অথবা মৰ্যাদা ৰক্ষা কৰিব পাৰেনে ?

ইবছেনৰ নোৰাৰ বিদ্ৰোহে জ্যোতিক চঞ্চল আৰু লগে লগে অভিভূত কৰিলে। নোৰাই যেতিয়া দেখিলে তাইৰ নিজৰ ঘৰতে তাইৰ অধিকাৰ খৰ্ব কৰিবৰ বাবে পুৰুষ নিৰ্মম আৰু অনুদাৰ, তেতিয়া তাই বিদ্ৰোহ কৰিলে : বিদ্ৰোহ মনৰ মাজতে সীমিত হৈ নাথাকিল, তাই স্বাধীন জীৱন যাপন কৰিবলৈ, সেই গৃহ ত্যাগ কৰিবলৈ সামান্য দ্বিধাবোধো নকৰিলে। পুৰুষৰ বঞ্চনা আৰু প্ৰতাৰণাক তাই কৰিলে বজ্ৰাঘাত।

জ্যোতি অভিভূত হৈ অশান্ত হৈ পৰিল। একেখন পৃথিৱীতে দুখন সমাজৰ পাৰ্থক্য কিমান বিশাল ! ১৮৮০ চনতে লিখিছিল ইবছেনে সেই যুগান্তকাৰী নাটক আৰু তাৰ প্ৰায় দুকুৰি বছৰৰ পিছত সি লিখিছে এনে এখন নাটক, যাৰ নায়িকাই হৃদয় বিদীৰ্ণ হ'লেও মুখেৰে এটাও প্ৰতিবাদৰ শব্দ উচ্চাৰণ কৰিব নোৱাৰে, বিদ্ৰোহৰ কথাটো স্বপ্নৰ দৰে সুদূৰেই।

জ্যোতি উত্তেজিত হ'ল। আবেলি পূবৰ পৰা পশ্চিমলৈ বতাহ বলিছে অবিৰাম। সি কোৰেৰে ওলাই গ'ল। তামোলবাৰী বাগিচাৰ আকাশত খলকনি তুলি শ শ ভাটো উৰিবলৈ ধৰিছে। বৰ্ণাঢ্য ৰূপৰ ভাটো চৰাই কেৱল উৰিছে, কেতিয়াবা গোল আকাৰত, কেতিয়াবা সৰলৰেখাৰ আকাৰত, ইফালে সিফালে চাৰিওফালে কেৱল উৰিছে। সিহঁতৰ মাতত আকাশ-বতাহত খলকনি উঠিছে।

জ্যোতিয়ে দেখিলে : কি অপৰূপ এই প্ৰকৃতি ! ওপৰত অনন্ত বিনন্দীয়া আকাশ। তলত বাশি বাশি শ্যামল চাহ গছ। বৰ্ণাঢ্য ৰূপৰ ভাটোৰ অন্তহীন উৰণ।

কিন্তু সেই প্ৰকৃতিৰ মনোৰম ৰূপ বৈ বৈ উপভোগ কৰিবলৈ জ্যোতিৰ সময় নাই। মন তাৰ প্ৰস্তুত নহয়। মনৰ মাজত অশান্ত ধুমুহাৰ সৃষ্টি কৰি আছে কেইটামান কাল্পনিক চৰিত্ৰই। অনন্ত আকাশলৈ চালে তাৰ মনৰ চকুৰ আগত

ভাহি উঠে কাজিবঙা অবশ্যব মাজত বহি থকা কাঞ্চনব বিশাল দুটা চকুব পবা ওলাই অহা চকুপানী। জ্যোতিয়ে সিদ্ধান্ত কবিলেঃ ইবছেনব ডলছ হাউছৰ এজনী নোবাক সি নিজেই এই অসমীয়া সমাজতে এদিন আৱিষ্কাৰ কবিব। নোৰা কেৱল থাকিব নোৱাৰিব নবয়ে নামব দেশতে আবদ্ধ হৈ। নোৰাৰ কোনো ভোগৌলিক পৰিধি থাকিব নোৱাৰে, ইবছেনৰ ভাষাই বিদ্রোহৰ একমাত্র ভাষা হ'ব নোৱাৰিব। অসমৰ ভূমিত অন্য এগৰাকী নোৰাক জন্ম দিব লাগিব ঃ লুইতৰে পানী খাই, লুইতৰ ঘাটেদিয়েই তাই প্রচণ্ড প্রতিবাদেৰে ঘৰৰ পৰা বাহিৰলৈ ওলাই যাব। বিলাতৰ পৰা উভতি আহিয়েই জ্যোতিয়ে তেনে এক চৰিত্ৰৰ সৃষ্টি কৰিব। সি লণ্ডনৰ পৰা নবৱেলৈকো যাব ঃ ইবছেনৰ নোৰাক সি তেওঁৰ দেশতে পুনৰাৱিষ্কাৰ কৰিব। সেই দেশৰ মাটিৰ গোন্ধ সি সেৱন কৰিব প্ৰাণভৰি ঃ সেই দেশৰ ভূমিত কেনেদৰে নাৰীয়ে বিদ্ৰোহ কৰিব পাৰে, তাৰ ইতিবৃত্ত সি অধ্যয়ন কৰি আহিব!

জ্যোতিয়ে যেন ৰক্ষা পালে! অন্ততঃ বিবেকৰ দংশনৰ পৰা সি পালে ৰক্ষা। 'কাৰেঙৰ লিগিৰী' নাটকৰ স্থান আৰু কাল সুদূৰ অতীতত স্থাপন নকৰি বৰ্তমান কালত স্থাপন কৰা হ'লে ইবছেনৰ নোৰাই তাৰ মনত অন্তহীন অশান্তিৰ সৃষ্টি কৰিলেহেঁতেন। নোৰাৰ সন্মুখত পৰাজিত হোৱাৰ গ্লানিৰ পৰা ৰক্ষা পাবৰ বাবেই যেন কাঞ্চনমতীক বহু যুগৰ পূৰ্বলৈ লৈ যাবলগীয়া হ'ল।....

জ্যোতিয়ে ঠিক কৰিলে, সুন্দৰ কোঁৱৰে কাঞ্চনমতীক কেৱল পত্নীৰূপে গ্ৰহণ কৰিবলৈ অনঙ্গক বাধ্য কৰিলেই নহ'ব। সিহঁত দুয়োটাকে ৰাজ্যৰ পৰা নিৰ্বাসন দিব লাগিব।

জ্যোতিয়ে এই কথাও জানে, ৰাজ্যত থাকিও তাৰ বিৰুদ্ধে, ৰাজবংশৰ বিৰুদ্ধে, বিদ্ৰোহ ঘোষণা কৰাৰ সাহস আৰু ক্ষমতা অনঙ্গৰ নাই। থকা হ'লে সুন্দৰৰ লগত কাঞ্চনমতীৰ বিবাহৰ সময়তে তেনে বিদ্ৰোহ সি ঘোষণা কৰিলেহেঁতেন। হৃদয়ত বিদ্ৰোহ উপচি থাকিলেও, সেই বিদ্ৰোহ বাহিৰত প্ৰকাশ কৰিবলৈ সি অসমৰ্থ।

সুন্দৰ কোঁৱৰে কাঞ্চনমতীক প্ৰকৃততে নিৰ্বাসন দিবলৈ বিচাৰে, কাঞ্চনমতীৰ বিৰুদ্ধে প্ৰতিশোধ ল'বৰ বাবে নহয়, কাঞ্চনমতীক যি অন্যায় কৰা হ'ল তাৰ পৰিণামত তাৰ মনত সৃষ্টি হোৱা বিবেকৰ দংশনৰ পৰা ৰক্ষা পোৱাৰ আশাৰে সি কাঞ্চনক বহিষ্কাৰ নকৰিলে নহয়! সুন্দৰ কোঁৱৰে নিজৰ ৰাজকীয় ক্ষমতাৰে সমগ্ৰ ৰাজ্যত মহা হুলস্থুলৰ সৃষ্টি কৰিব পাৰে, প্ৰজাক কেৱল ৰাজ্যৰ পৰা নিৰ্বাসনেই নহয়, মৃত্যুদণ্ডও দিব পাৰে। কিন্তু সি নিজৰ দুৰন্ত হৃদয়ক নিজৰ ইচ্ছাৰে শাসন কৰিব নোৱাৰে। হৃদয়ৰ অনিশ্চয়তা আৰু দুৰ্বলতা হ'ল তাৰ ক্ষমতাৰ একমাত্ৰ দুৰ্বলতা।

কাঞ্চনমতী যদি তাৰ ৰাজ্যৰ ভিতৰতে থাকে, তেন্তে তাইৰ প্ৰতি কৰা

অন্যায়ৰ বাবে বিবেকৰ দংশন ইমান তীব্ৰ হৈ উঠিব পাৰে যে সুন্দৰ এদিন তাইৰ কাষত উপস্থিত হ'বগৈ পাৰে। কাঞ্চনক কাষত পাই তাইৰ প্ৰতি তাৰ আকাংক্ষা অনিৰ্বাৰ হৈ উঠিব পাৰে। তেতিয়া আটাইবোৰ ওলট-পালট হৈ পৰিব।

সেই সৰ্বনশীয়া চিন্তাতে সুন্দৰে কাঞ্চনমতীক ৰাজ্যৰ পৰা বহিষ্কাৰ কৰিব লাগিব। তাইক পত্নীৰূপে ৰাজগৃহলৈ আনিও তাইৰ পত্নীত্ব স্বীকাৰ নকৰাৰ যি বিবেক-দংশন, তাৰ পৰা উদ্ধাৰ পাবৰ বাবেই কাঞ্চনমতী এই ৰাজ্যৰ পৰা সুদূৰলৈ বাহিৰ হৈ যাব লাগিব যাতে সি কোনো দিন তাইক দেখিবলৈ নাপায়। অনঙ্গৰ লগত কাঞ্চনৰ বৈবাহিক জীৱন সমৃদ্ধ কৰিবৰ বাবেই সিহঁত দুয়োটা তাৰ ৰাজ্যৰ পৰা তাৰ দৃষ্টিৰ পৰা তাৰ মনৰ পৰা তাৰ চিন্তাৰ পৰা সুদূৰলৈ অতি সুদূৰলৈ আঁতৰি যাব লাগিব। ....

অনঙ্গ অতিষ্ঠ হৈ উঠিল। সি কৈ দিলেঃ তুমি, তুমি অবৈধ প্ৰেমত আবদ্ধ আৰু সেই অবৈধ প্ৰণয়ৰ বিঘিনি ঘটিব বুলিয়েই বিয়া কৰাবলৈ অসম্মতি কৰিছিলা, আৰু এতিয়া বাধ্যত পৰি বিয়া কৰাই সেই প্ৰণয়ৰ প্ৰাবল্য হোৱাত বিবাহ বান্ধোনৰ পৰা মুক্তি বিচাৰিছা। সত্যৰ স্পৃহা, সমাজ-সংস্কাৰ, উচ্চ হৃদয়তাৰ ভাও ধৰি মাত্ৰ তুমি তোমাৰ –

সুন্দৰঃ (খণ্ডত অগ্নিমূৰ্ত্তি ধৰি) হীন কাপুৰুষ! অপৱিত্ৰ মনৰ গৰাকী শঠতাৰ প্ৰধান সেৰক! মোকো তোমাৰ দাপোণত প্ৰতিফলিত তোমাৰেই প্ৰতিবিম্ব বুলি ভাবিছানে? ... অনঙ্গৰাম, এই মুহূৰ্ত্তৰে পৰা তুমি মোৰ বন্ধু নোহোৱা। মই ৰজা, তুমি মোৰ প্ৰজা । মই ন্যায়দণ্ডধাৰী বিচাৰক, তুমি দোষী। মূৰ পাতি মোৰ দণ্ড গ্ৰহণ কৰিবলৈ বাধ্য।....

জ্যোতি এইবাৰ দুৰ্দান্ত হৈ উঠিল।

সুন্দৰঃ সত্যনিষ্ঠ ভূতপূৰ্ব বন্ধুবৰ! শুনা তোমাৰ ৰজাৰ আদেশ। এই কাঞ্চনমতী আজি এই মুহূৰ্ত্তৰ পৰা তোমাৰ! মই ৰজাই তোমাক সেই অধিকাৰ দান কৰিলো। অসজ্ঞ বিদায়ৰ পৰত তোমাৰ ভূতপূৰ্ব বন্ধুৰ শেষ দান গ্ৰহণ কৰা। আৰু তোমাৰ শত্ৰুৰ, ৰাজ-শত্ৰুৰ, তোমাৰ কাপুৰুষতই জন্ম দিয়া শত্ৰুৰ দণ্ড গ্ৰহণ কৰা। মই তোমাক, অনঙ্গৰাম বৰগোহাঁইক আৰু কাঞ্চনমতীক মোৰ ৰাজ্যৰ পৰা নিৰ্বাসন দিলো। . . . . পুৰণি জীৱন পাহৰি গৈ ন জীৱন ন দেশত আৰম্ভ কৰাগৈ। বিদায়!

অৰণ্যৰ গভীৰতাত এনে এক বজ্ৰাঘাতৰ দৰে নিৰ্মম আদেশ ঘোষিত হ'ল। প্ৰকৃতি নিঠৰ সাক্ষী হৈ থাকিল। বাহিৰৰ সমাজে শুনিবলৈ নেপালে সেই মৰ্মান্তিক আদেশ। বিশাল ব্ৰহ্মপুত্ৰত নঘটিল অগ্ন্যুৎপাত। চাৰিওফালৰ গছ, চৰাই, নিজৰা, বণ্যপ্ৰাণী কোনেও নকৰিলে তাৰ সামান্য প্ৰতিবাদো।

কাঞ্চন্ আৰু অনঙ্গক নিৰ্বাসন দি জ্যোতিয়ে সেই অধ্যায়ৰ সমাপ্তি ঘটাইছিল। সেইখিনিলৈকে লিখি সি কোঠাটোত এফালৰ পৰা সিফাললৈ খোজকাঢ়ি নাটকৰ

এক চৰম বিন্দুলৈ আহিব পৰাৰ আনন্দ আৰু গৌৰৱত বিভোৰ হ'বলৈ ধৰিলে।

এইবাৰ তাৰ মনৰ চকুৰ আগত আৱিৰ্ভাৱ হ'লহি অন্য এক যুৱতী: যি কাৰেঙৰ লিগিৰী হৈয়ো আচলতে লিগিৰী নহয়। নাম শেৱালি। শীতৰ জোনাকত দুবৰিৰ ওপৰত শেৱালি ফুলক সুনিৰ্মল আকাশৰ বুকুত উদ্ভাসিত হৈ থকা তৰাৰ দৰে দেখি। সেই শেৱালি। তুচ্ছ কৰি ৰাজ্য-সিংহাসন, তুচ্ছ কৰি সমাজৰ নিৰ্মম বিচাৰ, শেৱালিয়ে এইবাৰ তাৰ জীৱনৰ মধ্যবিন্দুত আৱিৰ্ভাৱ হ'বহি।

জ্যোতিৰ ভাৱত আউল লাগি গ'ল। শেৱালি প্ৰকৃততে সুন্দৰৰ প্ৰাণৰ অতিথি, নে তাৰ নিজৰ? জ্যোতিৰ খোজ প্ৰবল হ'বলৈ ধৰিলে। এই নাৰী সত্য নহয়, এই নাৰী জীৱন্ত নহয়। এই নাৰী সম্পূৰ্ণ কাল্পনিক। এটা মাত্ৰ স্বপ্ন। শেৱালিৰ বক্ষৰ মাজত পূৰ্ণিমা গোপন হৈ আছে বুলি সি যে বিভোৰ হৈ আছে, সেই শেৱালি জীৱন্ত নহয়। কেৱল মনৰ চকুৰ আগত ভাস্বৰ হৈ উঠা এখন মনোৰম ছবি।

সেই মুহূৰ্ত্ততে, দিঠকৰ পৰা, বাস্তৱৰ পৰা শেৱালিক বিসৰ্জন দিয়াৰ লগে লগে, জ্যোতি ভীষণ অশান্ত হৈ পৰিল। কোঠাৰ ভিতৰতে তাৰ গতি হৈ পৰিল তীব্ৰ।

জ্যোতিয়ে সুন্দৰৰ চৰিত্ৰৰ পৰা নিজৰ সত্তাক হঠাতে আঁতৰাই আনিলে। সুন্দৰ কেৱল সুন্দৰেই, এক নাটকীয় চৰিত্ৰ। জ্যোতি নিজে সত্য, পৰিপূৰ্ণভাৱে সত্য। সুন্দৰৰ সেই নিৰ্বাসন দণ্ড জ্যোতিয়ে হৃদয়েৰে মানি ল'ব নোৱাৰে। সি তাৰ প্ৰতিবাদ কৰিব। অৰণ্যৰ মাজত, কোনো এক নিঃসঙ্গ একাকী দ্বীপত এনেদৰে এগৰাকী নিৰ্বাক অসহায় নাৰীক নিৰ্বাসন দিয়াৰ আদেশ সি মানি ল'ব নোৱাৰে।

জ্যোতিয়ে তৎক্ষণাতে মেজৰ কাষত বহি লিখিবলৈ ধৰিলে। এক স্বেচ্ছাচাৰী ৰাজকোঁৱৰে তাৰ নাটকত অখণ্ড প্ৰতাপ বিস্তাৰ কৰিব নোৱাৰে।

জ্যোতিয়ে সেই অধ্যায়ত সংযোজন কৰিলে:

অনঙ্গ: সুন্দৰ, সুন্দৰ! বন্ধু হৈ বন্ধুক নুবুজিলা। পণ্ডিত হৈ যুক্তি নুশুনিলা। হৃদয়বান হৈ আনৰ কলিজাৰ তেজেৰে ফাকু খেলিলা। মনত ৰাখিবা সুন্দৰ কোঁৱৰ! তুমিও সাৰি নোযোৱা। যি ৰথৰ বাঘজৰী ধৰি তুমি নিৰ্মমভাৱেৰে আমাৰ ওপৰেদি ৰথ চলাই লোহাৰ চকৰিৰে আমাক নিষ্পেষিত কৰি গ'লা, এদিন, এদিন তুমিও নিজেই তোমাৰ এই নিজৰ ৰথৰে চকাৰ তলত পৰি নিষ্পেষিত হ'বা। যি অগ্নিৰে ধেমালি পাতি তুমি আনৰ ঘৰ ভস্মীভূত কৰিলা, সেই অগ্নিয়ে উভতি তোমাৰ জীৱন ছাৰখাৰ কৰিব, তোমাক তিলতিলকৈ পুৰি তোমাক মৰ্মে মৰ্মে মোৰ হৃদয়ৰ জ্বালা অনুভৱ কৰাব আৰু তোমাৰ প্ৰতি লোমকূপ এটা জ্বালাময়ী আগ্নেয়গিৰিত পৰিণত হ'ব।. . .

সেই অগ্নিগৰ্ভ প্ৰতিবাদৰ উত্তৰ দিব নোৱাৰিলে সুন্দৰে। মানে, জ্যোতিয়ে

নিজৰ নাটকতে হস্তক্ষেপ নকৰাকৈ থাকিব নোৱাৰিলে। সি সুন্দৰক স্তব্ধ কৰি দিলে। সেই অভিশাপ সি মূৰ পাতি ল'ব লাগিব।

জ্যোতিয়ে অনুভৱ কৰিলে, অনঙ্গৰ সেই কথাখিনি সি যেন নিজৰ বক্তৰ অক্ষৰেৰে ৰচনা কৰিলে। সি নিজেই নিজৰ বিবেকৰ তীব্ৰ দংশনৰ পৰা ৰক্ষা পালে।

জ্যোতিয়ে অনঙ্গৰ বচনতে তাৰ নাটক সদ্যহতে সামৰি থ'লে। মনৰ এই অশান্তি অৱস্থাত সেই লিগিৰী শেৱালিক, যি লিগিৰী হৈয়ো তাৰ দৃষ্টিত কোনো দিনে নহয় লিগিৰী, সেই শেৱালিৰ প্ৰেমক পূৰ্ণ মৰ্যাদা দিব নোৱাৰি।

জ্যোতিয়ে কল্পনা কৰিলে, বিলাতলৈ যাওঁতে জাহাজত বহি, সাগৰৰ মহা তৰংগৰ উত্তাল শব্দত, শেৱালিৰ হৃদয়ত সৃষ্টি হোৱা তৰংগত সি ভাব ভাষা সুষমা ব্যঞ্জনা আৰু প্ৰাণ দিব। লিগিৰীক বহুৱাব সি প্ৰেমৰ ঐশ্বৰ্যমণ্ডিত সিংহাসনত।

সেইদিনা আবেলি সি দেখিলে, তেজপুৰৰ পৰা আহি উপস্থিত হৈছেহি মাতৃ কিৰণময়ী, ভগ্নী আইদেউ আৰু অন্ন, ভাতৃ কমলা আৰু বিবেকা। লগত ৰূপহী। বহুত দিনৰ পিছত জ্যোতিক দেখি ৰূপহীয়ে বাৰে বাৰে তাৰ গালে জপিয়াই তাৰ শৰীৰৰ গোন্ধ ল'বলৈ ধৰিলে। সি বহি দিলে। ৰূপহীয়ে চেলেকিবলৈ ধৰিলে তাৰ গাল, কপাল, কাণ, ডিঙি আৰু হাত।

মাতৃ আহিছে জ্যোতিৰ পিছ দিনা জন্মদিন পালনৰ বাবেঃ বিলাতলৈ যোৱাৰ আগতে পুত্ৰৰ এই জন্মদিন উৎসৱত পৰিণত কৰাৰ বাবে মাতৃ আহিছে।

জ্যোতিয়ে জীৱনৰ বাইশটা বছৰ অতিক্ৰম কৰিলে।

## ॥ সাতাইশ ॥

মাজু দেউতা চন্দ্ৰকুমাৰে কৈছে, অসমত বাতৰি কাকতৰ অৱস্থা কচুপাতৰ পানীৰ দৰেঃ এই আছে এই নাই।

জ্যোতিয়ে চন্দ্ৰকুমাৰৰ মৰ্মবেদনা হৃদয়েৰে অনুভৱ কৰিলে। দুখনকৈ চাহ-বাগিচা, বিশাল পৈতৃক সম্পত্তি আৰু অধিকাৰ, দেশৰ বিভিন্ন প্ৰান্তত ঘূৰি ফুৰাৰ বিলাসী জীৱন সত্ত্বেও চন্দ্ৰকুমাৰে নগৰৰ কল্লোল উন্মাদনাৰ পৰা সুদূৰত, দিনতে হাতী-বাঘ বলৰীয়া জন্তুৱে মানুহ আক্ৰমণ কৰিব পৰা খাবলুলিৰ হাবিৰ মাজত নিউপ্ৰেছ স্থাপন কৰি 'অসমীয়া' কাকত প্ৰতিষ্ঠা কৰিছিল অসমীয়া মানুহক দেশৰ আৰু পৃথিৱীৰ বাতৰিৰে সমৃদ্ধ কৰিবৰ বাবে।

কিন্তু অসমীয়া মানুহৰ এই কাকতৰ প্ৰতি আগ্ৰহ নোহোৱা দেখি চন্দ্ৰকুমাৰ তেনেদৰে হতাশাগ্ৰস্ত হৈছিল নে কাকতখন আধুনিক ধৰণে প্ৰকাশ কৰিব নোৱাৰাৰ বাবে তেওঁ তেনেদৰে নিৰাশ হৈছিল?

'নিউপ্ৰেছ'ত প্ৰথমতে সোমায়েই জ্যোতিয়ে কাকতখনৰ ছপামেলা উন্নত কৰিবৰ বাবে কলিকতাৰ পৰা নতুন টাইপ অনাৰ  বন্দবস্ত কৰিলে। এই ক্ষেত্ৰত জ্যোতিক সহায় কৰিলে কলিকতাবাসী ৰবদেউতা লক্ষ্মীনাথ বেজবৰুৱাই। তেওঁ প্ৰখ্যাত কাত্যায়নী প্ৰেছৰ পৰা নতুন টাইপ, ব্লক আদি পঠিয়াই দিলে।

কেইদিনমানৰ পিছতে জ্যোতি বাতৰিৰ অন্বেষণত অসমৰ বিভিন্ন স্থানত ফুৰিবিদিনীয়া ভ্ৰমণৰ বাবে ওলাই গ'ল।

জ্যোতিয়ে লক্ষ্য কৰিলে, 'অসমীয়া' কাকত মুক্তপন্থিৰে জনপ্ৰিয় নোহোৱাৰ কাৰণ হ'ল, তাত যিবিলাক বাতৰি প্ৰকাশ পায়, সেইবোৰে অসমৰ প্ৰকৃত আত্মা আৰু প্ৰাণত প্ৰতিফলিত নকৰে। 'দেওবৰীয়া নেতা'ৰূপে প্ৰখ্যাত এক সংখ্যক লোকৰ, যিসকলে সমস্ত সপ্তাহটো ওকালতি কৰি দেওবাৰে হঠাতে দেশপ্ৰেমিক হৈ দেশৰ স্বাধীনতাৰ বাবে অগ্নিগৰ্ভ বক্তৃতা দিয়ে, সেইসকলৰ বক্তৃতাবোৰ কোনো স্থানীয় সাংবাদিকে কাকতলৈ পঠিয়াই দিয়ে।

জ্যোতিয়ে সিদ্ধান্ত কৰিলে, এই নেতাসৰ্বস্ব বাতৰিৰ অৱসান ঘটাব লাগিব।

জ্যোতিয়ে যিমানে অসমৰ গাঁৱৰ মাজলৈ সোমাই গ'ল, সিমানে মানুহৰ অন্তহীন দুৰ্দশাৰ জীৱনটো তাৰ চকুৰ আগত উন্মোচিত হ'ল।

জ্যোতিয়ে দেখিলে, এক সামান্য সংখ্যক লোক আছে, যি স্কুলৰ সামান্য শিক্ষা লাভ কৰি গাঁৱৰ জীৱনৰ প্ৰতি সম্পূৰ্ণ বিতৃষ্ণা আৰু অৱজ্ঞা প্ৰকাশ কৰি নগৰলৈ যাবলৈ সাজু হৈ আছে। গাঁৱৰ অভিশপ্ত, দৰিদ্ৰতাৰ অটল অন্ধকাৰত নিমজ্জিত জীৱনৰ পৰা উদ্ধাৰ পাবৰ বাবে তেওঁলোক উদগ্ৰীৱ। গাঁৱলীয়া জীৱনৰ অসীম অনগ্ৰসৰতাৰ প্ৰতি সেইবোৰ মানুহৰ বিতৃষ্ণা আৰু ঘৃণাৰ বাহিৰে আন একো নাই।

কিন্তু তাৰ বিপৰীতে সেই সংখ্যাহীন অজস্ৰ মানুহ, আবেলিৰ লগে লগে যাৰ সমগ্ৰ পৰিবেশ ভয়ানক অন্ধকাৰত হয় নিমজ্জিত, দুবেলা দুসাজৰ বাবে যাৰ সংস্থান নাই, সেইবোৰ মানুহৰ অসীম দুখ-দুৰ্গতিৰ কথা কাকতত প্ৰকাশ নাপায়। বৃটিছ চৰকাৰৰ সামান্য এক টেকেলাকে সেই মানুহে চকুৰ আগত যম দেখাদি দেখে।

ভয় ভয়, চাৰিওদিশে কেৱল ভয়।

জ্যোতিয়ে নীৰৱে উপলব্ধি কৰিলে, কৰিলে অনুভৱ, সেই নগৰলৈ যাবৰ বাবে উন্মাদ মানুহবোৰ হ'ল ভাৰতীয় মহাজীৱনৰ বৃত্তৰ বাহিৰৰ লোক। সেইসকলক কেন্দ্ৰ কৰি কোনো সভ্যতা-সংস্কৃতি পৰম্পৰাৰ সৃষ্টি নহয়। অথচ সেইবোৰ মানুহৰ কথা কাকতত বেছিকৈ প্ৰকাশ পায়। কাৰণ, তেওঁলোকে কায়দা কৰি কথা ক'ব পাৰে, কথা কওঁতে দুই-চাৰিটা ইংৰাজী হিন্দী শব্দ ক'বলৈ দ্বিধাবোধ নকৰে। তেওঁলোকৰ কথাই কাকতত বেছিকৈ প্ৰকাশিত হয়।

কিন্তু সেই যে অজস্ৰ মানুহ, যি গছৰ ওপৰলৈ উঠা সূৰ্যৰ গতি চাই, সময় নিৰ্ণয় কৰে, অন্তৰৰ কথা কাণপাতি শুনিবৰ বাবে কাৰো এখন্তেক সময়ো নাই, সেইবোৰক কেন্দ্ৰ কৰিয়েই অসমীয়া সংস্কৃতি-পৰম্পৰা কিম্বদন্তী প্ৰবাদৰ সৃষ্টি হয়। তেওঁলোকে সন্ধিয়া নামঘৰত কীৰ্তন-দশম পাঠ কৰে, ভাওনা কৰে, গীত গায়, মাছ মাৰে, সন্তানৰ জন্ম দিয়ে। তেওঁলোকৰ কথা-বতৰা, হাঁহি-কান্দোন-ৰং-ৰহইছত এটা প্ৰবহমান জাতিৰ গম্ভীৰ কণ্ঠস্বৰ বৈ বৈ শুনিবলৈ পায়।

জ্যোতিয়ে সিদ্ধান্ত কৰিলে, এইসকল ৰুদ্ধ কণ্ঠৰ লোকৰ মুখত ভাব-ভাষা দিব লাগিব।

জ্যোতিৰ আগমনত একো একোটা অঞ্চলৰ অজস্ৰ লোকে যেন এক নতুন কণ্ঠস্বৰ শুনিবলৈ পায়। ইতিমধ্যে জ্যোতিৰ গীতৰ সুৰ ধীৰে ধীৰে বাগৰি গৈ সেইসকলৰ কাণত পৰিছেগৈ। 'গছে গছে পাতি দিলে ফুলবে শৰাই', এই গীতটো বাণষ্টেজত বিষ্ণুৰাভাৰ সুৰত গাবলৈ নিদিলে বাণষ্টেজ পৰিত্যাগ কৰিম

বুলি কোৱা জ্যোতিপ্রসাদৰ প্রত্যাহবানবাণী সেইসকল লোকে শুনিবলৈ পাইছে, তেওঁলোকে ইতিমধ্যে শুনিবলৈ পাইছে। মহাত্মা গান্ধীৰ আদর্শেৰে অনুপ্রাণিত জ্যোতিয়ে স্বাধীনতা সংগ্রামত যোগ দিয়াৰ উপৰিও অসমীয়া গীত-মাতৰ সুৰ ঘূৰাই আনিবলৈ বদ্ধপৰিকৰ হৈছে।

জ্যোতিয়ে মাজুদেউতাৰ 'অসমীয়া' কাকতৰ বাবে সংবাদ বিচাৰি আহিছিল। কিন্তু সি শুনিবলৈ পালে, বাতৰিৰ পোহৰৰ পৰা চিৰকাল বিচ্ছিন্ন হৈ থকা অজস্র লোকৰ হৃদয়ৰ বাতৰি।

জ্যোতিৰ কথা শুনিবলৈ ঠায়ে ঠায়ে অনেক লোকৰ সমাগম হ'ল। প্রতিখন সভাই পৰিণত হ'ল স্বাধীনতা আন্দোলনৰ বিক্ষোভত। জ্যোতিৰ ভাষা দুৰ্দমনীয় হৈ উঠিল : বন্দে মাতৰম্! আমি আই মাতৃক বন্দনা কৰো। কিন্তু কোন সেই আই, কোন সেই আমাৰ মাতৃ। সেই আই কোনো সন্তানৰ আই নহয়। তেওঁ কোনো পুত্র বা কন্যাৰ মাতৃ নহয়। মাতৃ মানে আমাৰ জন্মভূমি। দেশৰ বাহিৰে, জন্মভূমিৰ বাহিৰে আমাৰ আন কোনো মাতৃ নাই। আমাৰ মাতৃভূমি, আমাৰ জন্মভূমি স্বর্গতকৈয়ো গৰীয়সী। ··· সুজলাম সুফলাম শস্য শ্যামলাম। সুশীতল পানীধাৰাৰে ধোৱা আমাৰ জন্মভূমি। শ্যামল শস্যৰে উদ্ভিন্নী আমাৰ দেশমাতৃ। এই মাতৃ সমগ্র পৃথিৱীতে অতুলনীয়। এই মাতৃক আমি বন্দনা কৰো। মাতৃক বন্দনা কৰি আমি ধন্য হওঁ। দক্ষিণৰ পৰা উঠি অহা সুশীতল বায়ুৰে প্লাৱিত, শ্যামল শস্যৰে সুশোভিত আমাৰ জন্মভূমিক আমি বন্দনা কৰো। শুভ জ্যোৎস্না পুলকিত যামিনীম। চাৰিদিশ উজ্জ্বল কৰা জোনৰ শুভ জ্যোতি আৰু ফলেৰে বিনন্দীয়া আমাৰ মাতৃক আমি বন্দনা কৰো। ফুল্ল কুসুমিত দ্রোম দল শোভিনীম্। ফুল-লতাৰে জাতিস্কাৰ মাতৃভূমিক আমি বন্দনা কৰো। সুভাষিণীম সুমধুৰ ভাষিণীম। মধুৰ হাঁহিৰে উজ্জ্বল সুমধুৰ কথাৰে অমৃতময় আমাৰ দেশমাতৃক, সেই জন্মভূমিক আমি বন্দনা কৰো। সুখদাম বৰদাম মাতৰম্। বৰদানত উদাৰ, প্রীতিশান্তি বিস্তাৰিত মহান আমাৰ জন্মভূমি। সেই জন্মভূমিক আমি বন্দনা কৰো। ···

জ্যোতিৰ মুখত মহান বন্দে মাতৰম্ গীতৰ তাৎপৰ্য শুনি মানুহ বিমোহিত হ'ল। দেশপ্রেমৰ উত্তেজনাৰে মানুহৰ হৃদয় পূর্ণ হ'ল।

জ্যোতি অসম ভ্রমণলৈ গৈছিল 'অসমীয়া' কাকতৰ বাবে বাতৰি সংগ্রহ কৰিবলৈ। কিন্তু প্রতিটো কথাই পৰিণত হ'ল মাতৃভূমিৰ বন্দনাত।

## ॥ আঠাইশ ॥

"অসমীয়া" কাকতৰ বাবে বাতৰি দিওঁতা আৰু বাতৰি বিচাৰি অসম ভ্ৰমণ শেষ কৰি জ্যোতি যেতিয়া গুৱাহাটীৰ খাৰঘুলিৰ নিউপ্ৰেছ পালেহি, তেতিয়া মাত্ৰ কিৰণময়ীৰ এই বাৰ্তা সি পঢ়িবলৈ পালে ঃ তাৰ বিলাত ভ্ৰমণৰ সকলো আয়োজন সমাপ্ত।

জ্যোতিয়ে জীৱনৰ বাইশটা বসন্ত অতিক্ৰম কৰিলে।

জ্যোতিয়ে সিদ্ধান্ত কৰিলে, বিলাতলৈ যাত্ৰাৰ পূৰ্বেই 'কাৰেঙৰ লিগিৰী' লিখি সমাপ্ত কৰিব লাগিব।

বহুকাল ধৰি যি কাহিনীয়ে তাৰ মনত তুমুল প্ৰত্যাশা আৰু লগতে অশান্তিৰ সৃষ্টি কৰি আছে, তাৰ পৰা মুক্ত হৈহে সি বিলাতলৈ যাব পাৰিব।

যিকোনো মুহূৰ্ততে নাটকৰ সেই চৰিত্ৰবোৰে, বচনবোৰে তাৰ মনত অন্তহীন ভাবৰ সৃষ্টি কৰে।

কাঞ্চনমতীক বিয়া কৰাৰ পূৰ্ব-মুহূৰ্তত সুন্দৰ কোঁৱৰৰ মুখত জ্যোতিয়ে দিলে এই বচন ঃ হ'ব, মোৰ বিয়া হ'ব। জন্ম, মৃত্যু আৰু বিবাহ বোলে অনিবাৰ্য, সি বোলে হ'বই। বন্ধু, হ'বলগীয়া তেন্তে হৈ যাওক, সংসাৰ তাৰ আপোন ইচ্ছা বুলি যাওঁক। সংসাৰৰ ৰীতি সমাজৰ নিয়ম, বোপাককাৰ সহজ, বৰজনৰ আজ্ঞা, আইৰ হেঁপাহ প্ৰজাৰ আগ্ৰহ সকলো ৰওক ঃ মাথো মই সকলোৰে গচকত মৰিমূৰ হৈ যাওঁ। প্ৰাণৰ অগণিত মনৰ শান্তি, জীৱন ভস্ম হৈ, ছাঁই হৈ, ধূলি হৈ উৰি যাওঁক, কেৱল আগ্ৰহ থাওঁক, হেঁপাহ থাওঁক, সমাজৰ নীতি সমাজৰ ৰীতি থাওঁক আৰু মোৰ বাহিৰে গোটেই সংসাৰ সন্তুষ্ট হওক।—

এইখিনিলৈকে লিখি জ্যোতি বৈ গ'ল।

হঠাতে তাৰ মনৰ মাজত গোপন হৈ থকা সমালোচকটোৱে ভুমুকি মাৰিলেহি। নিজকে নিজে সি জিজ্ঞাসা কৰিলে।

কাঞ্চনমতীক বিয়া কৰাই সি সমাজ মাত্ৰ ৰাজকীয় অধিকাৰৰ বিৰুদ্ধে বিদ্ৰোহ

ঘোষণা কৰিব নে কাঞ্চনমতীক বিয়া কৰোৱাৰ আগতে সেই বিদ্ৰোহ কৰিব ?

জ্যোতিয়ে জানে, কাঞ্চনমতীৰ নাৰী জীৱনৰ প্ৰথম প্ৰেম জাগ্ৰত কৰিছিল অনঙ্গই। কাঞ্চনমতীৰ হৃদয়ত স্থান আছে কেৱল অনঙ্গৰ। কিন্তু ৰাজবংশৰ প্ৰতাপ-ক্ষমতা সমাজৰ অমোঘ বান্ধোন অতিক্ৰম কৰাৰ ক্ষমতা আৰু সাহস তাইৰ নাই। কিন্তু হৃদয়ৰ নিভৃত কক্ষত যি নাম লিখা আছে অদৃশ্য অক্ষৰে, সেই অনঙ্গৰ নাম মচি পেলাব নোৱাৰে কোনেও তাইৰ সমগ্ৰ জীৱনব্যাপী। তাইৰ শৰীৰ অন্য পুৰুষে স্পৰ্শ কৰিব পাৰে, কিন্তু হৃদয় কদাপি নোৱাৰে কৰিব স্পৰ্শ। সুন্দৰে কাঞ্চনৰ লগত নিজৰ বিবাহ প্ৰত্যাখ্যান কৰি তাৰ নিজৰ প্ৰেমৰ আৰাধ্যা দেৱী কাৰেঙৰ লিগিৰী শেৱালিক বিয়া কৰাই ৰাজকাৰেঙৰ পৰা গুলাই নাযায় কিয় ?

জ্যোতিৰ লিখা বন্ধ হৈ গ'ল। সি চঞ্চল হৈ পৰিল।

সি যেতিয়া নিজৰ নাটক লিখে তেতিয়া তাৰ সমস্ত ব্যক্তিত্ব, সত্তা, আশা-অনুভূতি নাটকৰ সেই ৰচনাত অহৰহ ধাৱমান হয়। শোৱাৰ সময়ত, খোৱা, ফুৰা, কাৰোবাৰ লগত কথা পতাৰ সময়ত, সি তাৰ নাটকৰ চৰিত্ৰবোৰৰ কথা ভাবি ভাবি ক্ষণে-ক্ষণে অন্যমনস্ক হৈ উঠে। কোনোবাই তাক কথা ক'লে সি সেইজনৰ মুখলৈ চাই চাই তাৰ নাটকৰ বচনবোৰ আওৰাই থাকে। নাটকৰ সেই চৰিত্ৰৰ কথাৰ বাহিৰে যেন তাৰ অন্য কথা নাই ঃ ভাগ্যই যেন তাক তাৰ লগত অবিচ্ছেদ্যভাৱে জড়িত কৰি দিলে।

তামোলবাৰীৰ চাহ গছৰ মাজে মাজে দুৰন্ত গতিৰে খোজ কাঢ়ে জ্যোতিয়ে। অৰুণক কেতিয়াবা লগত লৈ যায়, কেতিয়াবা অকলে অকলে যায়। অকলে অকলে যাওঁতে অৰুণে দৌৰি দৌৰি তাক লগ ধৰেগৈ। অৰুণক জ্যোতিয়ে বহু কথা কয়, ডাঙৰ ডাঙৰকৈ কয়, দুয়োখন হাত ওপৰলৈ প্ৰশস্ত কৰি কয় ঃ কেতিয়াবা কোনো যুদ্ধজয়ী বীৰৰ দৰে হাত জোকাৰি কয়। কি পৰম ভাগ্যৰ বলত মানুহে দেশৰ স্বাধীনতাৰ সংগ্ৰামত যোগ দিবলৈ পায়, কি ভাগ্যৰ বলত মানুহে মহাত্মা গান্ধীৰ কাষত বহি কথা ক'ব পাৰে ঃ মানুহৰ আটাইতকৈ প্ৰবল লোভ জীয়াই থকাৰ লোভ, সেই লোভ অতিক্ৰম কৰি দেশৰ বাবে যিজনে ফাঁচিৰ মঞ্চত উঠি জীৱনৰ জয় গান গাব পাৰে তেওঁতকৈ মহৎ ভাগ্যৱান নাই, সমগ্ৰ পৃথিৱীৰ সকলো সাহিত্য সকলো গীত সকলো কবিতাৰ মূল সুৰটো হ'ল মুক্তিৰ সুৰ ঃ মানুহৰ কবলৰ পৰা মানুহক মুক্ত কৰাটোৱেই হ'ল পৃথিৱীৰ সভ্যতা-সংস্কৃতিৰ মূল সুৰ।

হঠাতে জ্যোতিৰ কণ্ঠ বোধ হয়। তাৰ গতিও হৈ আছে বন্ধ। অৰুণে দেখে, জ্যোতি ককাইদেৱে এক অবাক অদ্ভুত দৃষ্টিৰে অস্তগামী সূৰ্যৰ ফালে চাই আছে।

জ্যোতিৰ হৃদয় মন আৰু সমস্ত সত্তা অধিকাৰ কৰিলেহি শেৱালিৰ চিন্তাই, সুন্দৰ কোঁৱৰৰ কথাই। মনৰ চকুৰ আগত থিয় দিলেহি লিগিৰী শেৱালি ঃ যি

শেৱালি কাবেঙৰ লিগিৰী হৈয়ো তাৰ বাবে লিগিৰী নহয়। লিগিৰীৰ তুচ্ছ স্থান অতিক্ৰমি শেৱালি এতিয়া ৰাজকুমাৰ সুন্দৰৰ প্ৰথম প্ৰেমৰ ঐশ্বৰ্যমণ্ডিত ৰাণীৰ সিংহাসনত উপবিষ্ট।

অকণে অতি নিৰ্বাকভাৱে জ্যোতি ককাইদেউৰ মুখলৈ চাই থাকে। সি জানে, জ্যোতি এতিয়া নিজৰ ভাব-চিন্তাত নিমজ্জিত ঃ তাৰ কথা, পৃথিৱীৰ আন কাৰোৰে কথা শুনিব সি এতিয়া নোৱাৰে। মানুহে নিজৰ আনন্দতে যেতিয়া নিজেই বিভোল হৈ থাকে, নিজৰ কথাকেই যেতিয়া নিজেই কাণ পাতি ৰ লাগি শুনিবলৈ ধৰে, সকলো আশা-আকাংক্ষা, অনুভূতি যেতিয়া পুঞ্জিত হয়হি নিজৰ হৃদয়ত, তেতিয়া সেই মানুহে পৃথিৱীত থাকিও নথকাৰ দৰে হৈ পৰে।

ঘৰলৈ উভতি আহি জ্যোতিয়ে নিজৰ কোঠাৰ দুৱাৰ বন্ধ কৰি দিলে।

জ্যোতিৰ প্ৰবল ইচ্ছা, কাঞ্চনমতীক, যি কাঞ্চনে ইতিমধ্যে প্ৰেমৰ দেৱতাৰূপে অনঙ্গক তাইৰ হৃদয়াসনত প্ৰতিষ্ঠা কৰিছে, তাইক বিয়া নকৰাই সুন্দৰ কোঁৱৰে মাতৃৰ নিৰ্মম নিৰ্দেশৰ বিৰুদ্ধে প্ৰবল প্ৰতিবাদ কৰিব, কৰিব বিদ্ৰোহ। তুচ্ছ কৰি ৰাজসন্মান, ৰাজমৰ্যাদা, তুচ্ছ কৰি ৰাজসিংহাসন, তুচ্ছ কৰি ৰাজকীয় বিভৱ-ঐশ্বৰ্য, সুন্দৰে কাবেঙৰ লিগিৰীক জীৱনসঙ্গিনী কৰি হঠাতে অন্তৰ্ধান হ'ব। সি কেতিয়াও পিছলৈ উভতি নাচাব।

সেই কথাকে শ্বাসৰুদ্ধ গতিৰে জ্যোতিয়ে লিখিবলৈ আৰম্ভ কৰিলে।

কিন্তু কেইটামান বাক্য লিখাৰ পিছতে লিখনীৰ গতি তাৰ ৰুদ্ধ হৈ গ'ল।

কিন্তু নাটকৰ ধৰ্ম ৰক্ষা হ'ব নে নহয়?

সেই ঘটনাৰ মাজেৰে এখন নাটক সম্পূৰ্ণ হৈ উঠিবনে নুঠে?

সুন্দৰ কোঁৱৰে মাতৃ-আজ্ঞা অমান্য কৰি প্ৰচণ্ড ক্ষোভেৰে শেৱালিক লৈ ৰাজকাবেঙৰ পৰা অন্তৰ্ধান হ'ব। এই কথাৰে মাত্ৰ কেইটামান পৃষ্ঠাতে এখন নাটক সম্পূৰ্ণ হ'ব কেনেকৈ?

জ্যোতিৰ মন দ্বিধা আৰু অনিশ্চয়তাৰে উপচি পৰিল। মনৰ মাজত হেজাৰ চেষ্টা কৰি সি সুন্দৰ আৰু শেৱালিৰ প্ৰেমক চিৰমণ্ডিত, চিৰবন্দিত কৰিবলৈ হৈছিল দৃঢ়। অন্য এজন পুৰুষক হৃদয় দান কৰা কোনো নাৰীয়েই তাৰ পত্নীৰূপে তাৰ কাবেঙত প্ৰৱেশ কৰিব নোৱাৰিব। আকাশত, বতাহত প্ৰেমৰ বিজয় পতাকা উৰিব লাগিব অবিৰত।

কিন্তু নাট্যধৰ্মৰ স্বাৰ্থত সি হৃদয়ধৰ্ম ত্যাগ নকৰিলে নহ'ব। নাটক লিখিবলৈ সি ধৰিছে যেতিয়া, নাট্যনীতি মানি চলিবলৈ সি বাধ্য।

সামাজিক দৃষ্টিত কাঞ্চনমতী পত্নীৰূপেই তাৰ গৃহত প্ৰৱেশ কৰিব। কিন্তু সেই নাৰীক সি পত্নীত্বৰ অধিকাৰ নিদিব। কাঞ্চনমতী তাৰ ৰাজকাবেঙত প্ৰৱেশ কৰিব। কিন্তু তাৰ হৃদয়ত যেন চকুৰ পৰা পানী ওলোৱাৰ উপক্ৰম হৈছে। তাৰ ভাব হ'ল ঃ নাটকৰ চৰিত্ৰাঙ্কনত সি নিৰপেক্ষ হ'ব পৰা নাই। নাটকৰ কাল্পনিক

চৰিত্ৰ হৈয়ো শেৱালিয়ে তাৰ হৃদয়ত এক আসন অধিকাৰ লৈছে, শেৱালিয়ে জীৱনৰ সকলো ভাব-ভাষা, অনুভূতি-অভিব্যঞ্জনাৰে তাক নিবেদন কৰিছে প্ৰেম। জ্যোতি হৈ পৰিল সুন্দৰ, সুন্দৰ হঠাতে হৈ পৰিল জ্যোতি। আটাইবোৰ একাকাৰ হৈ পৰিল।

পূবৰ পৰা পশ্চিমলৈ জোৰে বতাহ ব'বলৈ ধৰিলে। পদূলিমুখৰ আঁহত গছৰ গঁই চৰাইৰ হুলস্থূল লাইকিয়া হ'ল। খিৰিকিৰ কাষৰ গছৰ পৰা এটা বেবাৰ টেঙা সৰি পৰাৰ শব্দ হ'ল। দূৰৈৰ পৰা ভাহি আহিল এক মৃদঙ্গৰ শব্দ।

জ্যোতি নিজেই বিস্ময়াভিভূত হ'ল। শেৱালিয়ে চকুৰ পানী টুকি-টুকি, সুন্দৰৰ কথা ভাবি ভাবি যি পালেং সজ্জিত কৰে অপূৰ্ব সুন্দৰ হাতেৰে, সেই পালেঙত শুই কাঞ্চনমতীয়ে অনঙ্গৰ কথা ভাবি বিভোল হৈ থাকে।

যি বিনন্দীয়া ফুলৰ কুঁকি আনি শেৱালিয়ে পালেঙৰ কাষত সজায় কেৱল সুন্দৰৰ হাতৰ স্পৰ্শত সেই ফুল জাতিস্কাৰ হোৱাৰ শেষহীন কামনাত, সেই ফুলৰ সুবাস লৈ কাঞ্চনমতীয়ে অনঙ্গৰ নিশ্বাসৰ সুবাস পোৱাৰ আশাত উন্মাদ হয়।

জ্যোতিয়ে ভাবে, কি বিচিত্ৰ এই জীৱন! নাৰী আৰু পুৰুষৰ কি বৰ্ণাঢ্য জীৱন কাহিনী! মানুহে কি আশা কৰে অন্তহীন আৰু অৱশেষত কি পায় মানুহে অত্যন্ত সামান্য! পুৰুষে, নাৰীয়ে নিজৰ নিজৰ হৃদয়ৰ প্ৰেম নোৱাৰিব কেতিয়াও কৰিব অতিক্ৰম!

জ্যোতি উত্তেজিত হয়ঃ শেৱালিক যিকোনো উপায়ে উদ্ধাৰ কৰিব লাগিব। তাইক চিৰকাল কাৰেঙৰ লিগিৰী কৰি ৰাখিব নোৱাৰি। তাইক মৰ্যাদাসম্পন্ন নাৰীৰ অধিকাৰ দিব লাগিব। তাইৰ বক্ষৰ মাজত গোপনে ৰখা পূৰ্ণিমাক আবিষ্কাৰ কৰিব লাগিব।

সুন্দৰঃ কুঁৱৰী, মোৰ এয়েই প্ৰথম আৰু শেষ কথা। তুমি মোৰ জীৱনৰ পৰা আঁতৰি যাব লাগিব।

কাঞ্চনমতীঃ (বৰ তীব্ৰতাৰে) মোৰ এইদৰে জীৱন-মৰণ লৈ ল'ৰা-ধেমালি কৰা আপোনাৰ উচিত হোৱা নাই। এটা ভুল কৰিলে, কিন্তু তাতোকৈ এটা ডাঙৰ ভুলেৰে আপুনি সেই ভুল শুধৰাবলৈ গৈছে। আপুনি ইমান দুৰ্বল বুলি মই ভাবিব নোৱাৰো।

সুন্দৰঃ সত্যক আঁকোৱালি ধৰা দুৰ্বলতা নে?

কাঞ্চনমতীঃ কেতিয়াও নহয়।

সুন্দৰঃ বিবাহ আৰু ভালপোৱাৰ পাৰ্থক্য কি?

কাঞ্চনমতীঃ বিবাহৰ দ্বাৰাই শাৰীৰিক সম্বন্ধ ঘটে আৰু মানসিক সম্বন্ধ হ'বই লাগিব বুলি সমাজে ধৰি লয়, নিৰ্দেশ কৰে। ভাল পোৱা মানসিক সম্বন্ধ, শাৰীৰিক সম্বন্ধ তাৰ উদ্দেশ্য নহ'বও পাৰে। আপুনিও মোক মাত্ৰ সমাজৰ সন্তুষ্টিৰ কাৰণেহে বিবাহ কৰাইছিল- আপোনাৰ মাতৃ আৰু সমাজে আমাৰ শাৰীৰিক মিলন বিচাৰিছিল, আপুনি তাত মত দিয়া নাছিলনে?

সুন্দৰ ঃ কিন্তু তোমাৰ মন যে আনক——

কাঞ্চনমতী ঃ তাৰ স'তে আপোনাৰ সম্বন্ধ কি? মাতৃৰ অনুৰোধত আপুনি মাত্র শৰীৰটো বিবাহ কোঠালৈ পঠিয়াই আন পক্ষৰ মনকো তাত বিচৰাটো যুক্তিযুক্ত কথা হৈছেনে?

এইবাৰ জ্যোতিৰ লিখা অনির্বাৰ হৈ পৰিল। সুন্দৰ কোঁৱৰে কাঞ্চনক কৈ দিলে, অনংগৰ সৈতে তোমাৰ আন্তৰিক ভাল পোৱাৰ কথা মোক নিঃসংকোচে আৰু তেজস্বীতাৰে, নিজৰ স্বামীৰ আগত কোনো কথা গুপুত নাৰাখো বুলি, প্ৰকাশ কৰি সাহ দেখুৱাই এহাতে তোমাৰ মানসিক দৃঢ়তা দেখুৱাইছা। কিন্তু আকৌ আনফালে সেই বাস্তৱ আৰু জীৱন্ত সত্যক উপেক্ষা কৰি, নির্মম কঠোৰভাৱে ভৰিৰে মোহাৰি, সমাজৰ প্ৰাণহীন নিয়ম প্ৰতি-প্ৰতিকৈ মানি মোৰ স'তে সংসাৰ কৰিবলৈকো আগবাঢ়িছা। এই পৰস্পৰ ঘোৰ বিৰোধী কথা দুটাৰ তুমি মিলন বিচাৰিছা, বিশেষকৈ মই যেতিয়া সকলো কথা বুজি তোমাৰ আন্তৰিক পৱিত্ৰতা ৰক্ষা কৰিবলৈ সহায় কৰিবলৈকো সাহকৈ আগবাঢ়িছো।

কাঞ্চনমতী ঃ হ'ব পাৰে সেইটো। কিন্তু আপোনাৰ মতে কাম হ'বলৈ হ'লে এতিয়া সমাজত এটা প্ৰলয় উপস্থিত হ'ব।

জ্যোতিয়ে এইবাৰ শ্বাসৰুদ্ধ গতিৰে লিখি পেলালে সুন্দৰৰ কথা ঃ প্ৰলয় হ'ব হওক। প্ৰলয়ৰ আৱশ্যক হৈছে। শতাব্দী ধৰি গোট খাই থকা সমাজৰ আৱর্জনা ধুই সমাজক নির্মল আৰু পৱিত্ৰ কৰিবলৈ এক প্ৰলয়ৰ অতি আৱশ্যক হৈছে। তেন্তে মই সেই প্ৰলয়ক আহবান কৰিছো। এবাৰ জীৱনলৈ, সমাজৰ জীৱনলৈ এক প্ৰলয়ক আমন্ত্ৰণ কৰি আনিম। সুদর্শন- নহয় অনংগৰ স'তে- নহয়, নহয় অনংগক মই দেখা পাব লাগিব- অনংগ।

জ্যোতিয়ে সিদ্ধান্ত কৰিলে, নাটকৰ পৰিসীমা অতিক্ৰম কৰি গ'লেও তাৰ মনত বহুত দিন ধৰি পুঞ্জিত হৈ থকা সমাজ-সংস্কাৰ নির্মম নির্দেশৰ বিৰুদ্ধে সি বিষোদগাৰ নকৰিলে নহ'ব। সুন্দৰ কোঁৱৰৰ মুখেদি সি নিজৰ প্ৰবল বিক্ষোভ প্ৰকাশ কৰিব।

জ্যোতিয়ে জানে, সি নাট্যশাস্ত্র অধ্যয়ন কৰা নাই, নাট্য-নীতিৰ সূক্ষ্ম তথ্য সি নাজানে। নাটকৰ খাতিৰতে কেৱল নাটক সি নিলিখে। এই সমস্ত প্ৰচেষ্টাত যিটো ভাবে, যিটো চিন্তাই তাক অবিৰত উদ্বেলিত কৰে, অস্থিৰ কৰে, সেইটো হ'ল মুক্তিৰ অনিৰুদ্ধ চেতনা। মানুহকে মানুহৰে গ্ৰাসৰ পৰা, মানুহৰ চৰম কৰ্তৃত্বৰ পৰা মুক্তি দিয়াটো জীৱন শিল্পী আৰু সাহিত্যিকৰ ধৰ্ম। সেই ধৰ্ম যি নিৰৱচ্ছিন্ন সাধনাৰে, আপোচবিহীনভাৱে পালন কৰিব। আৰু সেই যাত্ৰাত তাৰ নাটকে যদি নাট্যশাস্ত্ৰৰ বিধি উলংঘা কৰে, তেন্তে তেনে দুৰ্ভাগাৰ বাবে সি নিজে অপৰাধীয়া হ'ব নোৱাৰিব বুলি জ্যোতিয়ে মন দৃঢ় কৰি ল'লে।

সুন্দৰ কোঁৱৰে অনংগক দ্ব্যৰ্থহীন সুৰত দ্বিধাহীনভাৱে তাৰ মনৰ বিদ্ৰোহৰ

কথা ক'বলৈ বিচাৰিছে। সেই কথা কেৱল অনংগই শুনিলেই নহ'ব ঃ শুনিব লাগিব কাঞ্চনমতীয়েও। সেই কাঞ্চনমতীয়ে, যি নিজৰ প্ৰেমক বিশ্বাসঘাতকতা কৰিবলৈ নকৰিলে সামান্য কুণ্ঠাবোধ।

জ্যোতিয়ে সেই দৃশ্য স্থাপনা কৰিলে নিঃসংগ কাজিৰঙা অৰণ্যত। সমাজ-সংস্কাৰ সকলো যে মিথ্যা, মিথ্যা যে জীৱনৰ এই হেজাৰ বিসংগতি, তাৰ প্ৰমাণৰ বাবে মানুহৰ সমাজৰ পৰা, মানুহৰ অজস্ৰ কোলাহলৰ পৰা বিস্তীৰ্ণ সুদূৰ কাজিৰঙাৰ অৰণ্যই হ'ব লাগিব উপযুক্ত স্থান।

অৰণ্য। লুইতৰ পাৰ। লুইতৰ সিপাৰে অপূৰ্ব শ্যামল শোভাৰে এটাৰ পিছত এটাকৈ পাহাৰ উঠি উঠি কোনো এক সংগীতৰ মূৰ্চ্ছনাৰ দৰে চৰমলৈ গতি কৰি হঠাৎ হিমালয়ৰ বুকুত বিলীন হৈ গৈছে। সেই স্থান গহীন, ভয় লগা। কিন্তু তাত মানুহৰ আক্ৰমণৰ শংকা নাই। এটা গছৰ মূঢ়াত বহি আছে অনংগ। হাতত এডাল নগা যাঠি। বাহুত ধেনু আৰু পিঠিত কাঁড়ৰ তূণ। কঁকালত এখন দীঘল তৰোৱাল। সি বিবৰ্ণ আৰু ৰুক্ষ।— অনংগৰ কঠোৰতা আৰু নীৰৱতাই গোটেই স্থান অধিক গহীন কৰিছে। সোঁফালৰ পৰা সুন্দৰ কোঁৱৰে লগত কাঞ্চনমতীক লৈ দৃঢ় খোজেৰে আহি অনংগক ভৰিৰে পৰা মূৰলৈকে তীব্ৰ আৰু কঠোৰ ভাবেৰে চাই থিয় হৈ আছে।

সুন্দৰে লগুৱা বপুৰাক ক'লে, এইফালে দলিচা পাৰি কুঁৱৰীক বহুওৱা।— কাঞ্চন কুঁৱৰীয়ে লাহে লাহে গৈ দলিচাত বহেগৈ আৰু ওৰণিখন একতীয়াকৈ লৈ লুইতৰ ফালে ৰ লাগি বৈ থাকে।——

সুন্দৰে বহুৱাক আঁতৰি যাবলৈ নিৰ্দেশ দিয়ে।

এনে এক অদ্ভুত দৃশ্য নিৰ্মাণ কৰি জ্যোতিয়ে তাৰ নাটকক এনে এক অমোঘ চৰম মুহূৰ্তলৈ লৈ গ'ল, যাৰ পৰা প্ৰত্যাৱৰ্তন কৰাৰ ক্ষমতা আৰু সময় নাই। সুন্দৰে মানুহৰ শাসন আৰু নিৰ্মমতাৰ বিৰুদ্ধে এতিয়া যি সিদ্ধান্ত ল'ব, তাৰ সাক্ষী হ'বৰ বাবে এই ৰূঢ় ভংগুৰ সমাজৰ কোনো মানুহৰে প্ৰয়োজন নাই। মানুহৰ, সমাজৰ কৃত্ৰিম নিৰ্মম পৰিসীমা উত্তীৰ্ণ হোৱাৰ এয়া প্ৰকৃত সময়। এইটো এক ভয়ংকৰ সময়। কিন্তু এইটো এক মানুহক মানুহৰ গ্ৰাসৰ পৰা মুক্ত কৰাৰ মহৎ সময়। সুন্দৰৰ, মানে জ্যোতিৰ, সংকল্প ভয়ংকৰ। কিন্তু মানুহৰ পৰম ভাগ্যৰ ঐশ্বৰ্যৰে সেই সংকল্প গৌৰৱমণ্ডিত। সেই ক্ষণৰ সাক্ষী হ'ব নালাগিব কোনো মানুহ। ভংগুৰ অল্পপ্ৰাণ অকাৰণ কোনো মানুহ সাক্ষী হ'ব নালাগিব সেই ভয়ংকৰ অথচ পৱিত্ৰ কাহিনীৰ। সাক্ষী মাত্ৰ হ'ব লাগিব সেই অনন্ত আকাশ, সেই বিনন্দীয়া পাহাৰ আৰু অৰণ্যৰ মনোৰম শ্যামলিমা। সাক্ষী হ'ব লাগিব সেই বিশাল চিৰ প্ৰবহমান ব্ৰহ্মপুত্ৰ। সেই চিৰন্তনীয় সাক্ষীয়ে মিথ্যাৰ আশ্ৰয় নলয়, নকৰে কোনো কালে কাকো বিশ্বাসঘাতকতা।

সুন্দৰ কোঁৱৰে এইবাৰ আতংকেত দুটা বিশাল চকুৰে লুইতৰ বুকুলৈ চাই

থকা তাৰ বিবাহিতা পত্নী কাঞ্চনমতী আৰু সেই কাঞ্চনমতীৰে হৃদয়সৰ্বস্ব প্ৰিয়তম অনংগৰ মাজত থিয় হৈ সেই নিদাৰুণ কথা ক'বৰ বাবে সাজু হ'ল।

অৰণ্যৰ মাজত, প্ৰবহমান বিশাল ব্ৰহ্মপুত্ৰৰ পাৰত, নিৰ্মম সমাজ, ৰাজকীয় প্ৰতাপ, সিংহাসনৰ প্ৰলোভন যেতিয়া হৈ পৰিল সুদূৰ, নিঃসংগ এই অৰণ্যৰ মাজত তিনিটা চৰিত্ৰক একত্ৰিত কৰি জ্যোতিয়ে প্ৰথমতে ভাবিছিল, অনংগৰ হাতত তাৰ বিবাহিতা পত্নী কাঞ্চনমতীক, যি কাঞ্চনমতী তাৰ পত্নী হৈয়ো প্ৰকৃততে হ'ব নোৱাৰিলে তাৰ অৰ্ধাংগিনী, সেই নাৰীক গতাই দি সি সেই অশান্তিময় অধ্যায়ৰ সমাপ্তি ঘটাই সুন্দৰ কোঁৱৰে শেৱালিৰ কাষলৈ প্ৰত্যাৱৰ্তন কৰাৰ পথ প্ৰশস্ত কৰিব।

সুন্দৰ কোঁৱৰ নিৰ্মম আৰু উদাৰ সমানে হ'ব লাগিব। বিবাহিতা পত্নীক নিৰ্বাসন দিবলৈ সি হ'ব লাগিব নিৰ্মম। প্ৰেমিকাক তেওঁৰ প্ৰেমাস্পদৰ হাতত প্ৰদান কৰিবলৈ সি হ'ব লাগিব উদাৰ। সেই নিৰ্মমতা আৰু উদাৰতা প্ৰকাশৰ বাবে জ্যোতিয়ে তাৰ সৃষ্টিৰ, তাৰ কল্পনাৰ সমস্ত শক্তিৰে এইবাৰ সাজু হ'ল। দয়া আৰু কৰুণাৰ স্থান ল'ব লাগিব সমাজৰ ভ্ৰান্ত অকাৰণ নিয়ম আৰু ধাৰণাৰ বিৰুদ্ধে বিদ্ৰোহে। কাঞ্চনমতীক নিৰ্বাসন দিব লাগিব তাই নিজৰ হৃদয়ক বিশ্বাসঘাতকতা কৰাৰ বাবে হৃদয়ত যিজনক এদিন স্থান দিছিল, সেইজনক প্ৰতাৰণা কৰাৰ বাবে। অসহ্য সমাজ আৰু পিতৃ-মাতৃৰ নিৰ্মম অনুশাসনৰ বিৰুদ্ধাচৰণ নকৰি তাই সমাজৰ ভয়ত অন্তৰৰ বিদ্ৰোহ মুখেৰে প্ৰকাশ কৰিব নোৱাৰাৰ বাবে কঠোৰ শাস্তি মূৰ পাতি ল'ব লাগিব।

সেই নাৰীৰ বিদ্ৰোহক ক্ষমাহীন ক্ষোভেৰে ইন্ধন যোগাব পাৰিলেহেঁতেন অনংগই। তাক গুৰুতৰ শাস্তি দিব লাগিব, কাৰণ সি এটা দুৰ্দান্ত প্ৰতাৰক।

হঠাতে, লিখক জ্যোতিৰ মন সমালোচক, জিজ্ঞাসাকাৰী জ্যোতিয়ে অধিকাৰ কৰিলেহি। সত্য, কাঞ্চনমতীয়ে অনংগক আৰু অনংগই কাঞ্চনমতীক প্ৰতাৰণা কৰা বাবে, কৰা বাবে বিশ্বাসঘাতকতা, সিহঁত দুয়োটাই সুন্দৰৰ হাতত, মানে জ্যোতিৰ হাতত, পাব লাগিব শাস্তি। শাস্তি হ'ব নিৰ্মমেই। কিন্তু সুন্দৰৰ কি হ'ব? সুন্দৰক শাস্তি দিব কোনে?

কাঞ্চনমতী আৰু অনংগৰ ঐকান্তিক, গভীৰ প্ৰেমৰ কথা জানিও সুন্দৰ কোঁৱৰে কাঞ্চনমতীক বিয়া কৰাইছিল। সেই প্ৰতাৰণাৰ বাবে সুন্দৰ কি অপৰাধী নহয়?

সুন্দৰতকৈয়ো জ্যোতিহে হ'বলগীয়া হ'ল অধিক বিভ্ৰান্ত। নাটক লিখি থাকোঁতে কিবা এক অলৌকিক উপায়েৰে মনৰ মাজত সেই প্ৰশ্নকাৰী, জিজ্ঞাসাকাৰী উৎপীড়নটো হঠাতে উদয় হোৱাটো বন্ধ কৰিব নোৱাৰিনে?----

কিছুদিনৰ আগতে জ্যোতিয়ে দুখন প্ৰখ্যাত নাটক পঢ়িছিল: ইবছেনৰ ডলছ হাউছ আৰু মেটাৰলিংকৰ মন্নাভান্না। এই দুখন নাটক সি পঢ়িছিল নিজৰ মনৰ

মাজতে সততে উদয় হোৱা সমালোচকটোৰ সন্তুষ্টিৰ বাবেই। শোণিত কুঁৱৰী লিখি আৰু মঞ্চস্থ উপস্থাপন কৰি এই জিজ্ঞাসাই তাক অবিৰত আক্ৰান্ত কৰিছিল : সেই নাটক প্ৰকৃততে নাটক হ'ল নে নহ'ল ? পুৰণি অসমীয়া আইনাম, বিয়ানামক আধুনিক অসমীয়া সমাজত পুনৰ্প্ৰতিষ্ঠা কৰিলেই এখন নাটকে নাটৰ ধৰ্ম অথবা মৰ্যাদা ৰক্ষা কৰিব পাৰেনে ?

ইবছেনৰ নোৰাৰ বিদ্ৰোহে জ্যোতিক চঞ্চল আৰু লগে লগে অভিভূত কৰিলে। নোৰাই যেতিয়া দেখিলে তাইৰ নিজৰ ঘৰতে তাইৰ অধিকাৰ খৰ্ব কৰিবৰ বাবে পুৰুষ নিৰ্মম আৰু অনুদাৰ, তেতিয়া তাই বিদ্ৰোহ কৰিলে : বিদ্ৰোহ মনৰ মাজতে সীমিত হৈ নাথাকিল, তাই স্বাধীন জীৱন-যাপন কৰিবলৈ, সেই গৃহ ত্যাগ কৰিবলৈ সামান্য দ্বিধাবোধো নকৰিলে। পুৰুষৰ বঞ্চনা আৰু প্ৰতাৰণাক তাই কৰিলে বজ্ৰাঘাত।

জ্যোতি অভিভূত হৈ অশান্ত হৈ পৰিল। একেখন পৃথিবীতে দুখন সমাজৰ পাৰ্থক্য কিমান বিশাল ! ১৮৮০ চনতে লিখিছিল ইবছেনে সেই যুগান্তকাৰী নাটক আৰু তাৰ প্ৰায় অৰ্ধ-শতাব্দীৰ পিছত সি লিখিছে এনে এখন নাটক, যাৰ নায়িকাই হৃদয় বিদীৰ্ণ হ'লেও মুখেৰে এটাও প্ৰতিবাদৰ শব্দ উচ্চাৰণ কৰিব নোৱাৰে, বিদ্ৰোহৰ কথাটো স্বপ্নৰ দৰে সুদূৰেই। জ্যোতি উত্তেজিত হ'ল। আবেলি পূবৰ পৰা পশ্চিমলৈ বতাহ বলিছে অবিৰাম। সি কোবেৰে ওলাই গ'ল। তামোলবাৰী বাগিচাৰ আকাশত খলকনি তুলি শ শ ভাটৌ উৰিবলৈ ধৰিছে। বৰ্ণাঢ্য ৰূপৰ ভাটৌ চৰাই কেৰল উৰিছে, কেতিয়াবা গোল আকাৰত, কেতিয়াবা সৰলৰেখাৰ আকাৰত, ইফালে সিফালে চাৰিওফালে কেৰল উৰিছে। সিহঁতৰ মাতত আকাশ-বতাহ খলকনি উঠিছে।

জ্যোতিয়ে দেখিলে : কি অপৰূপ এই প্ৰকৃতি ! ওপৰত অনন্ত বিনন্দীয়া আকাশ। তলত ৰাশি ৰাশি শ্যামল চাহ গছ। বৰ্ণাঢ্য ৰূপৰ ভাটৌৰ অন্তহীন উৰণ।

কিন্তু সেই প্ৰকৃতিৰ মনোৰম ৰূপ বৈ বৈ উপভোগ কৰিবলৈ জ্যোতিৰ সময় নাই। মন তাৰ প্ৰস্তুত নহয়। মনৰ মাজত অশান্ত ধুমুহাৰ সৃষ্টি কৰি আছে কেইটামান কাল্পনিক চৰিত্ৰই। অনন্ত আকাশলৈ চালে তাৰ মনৰ চকুৰ আগত ভাহি উঠে কাজিৰঙা অৰণ্যৰ মাজত বহি থকা কাঞ্চনৰ বিশাল দুটা চকুৰ পৰা ওলাই অহা চকুপানী।

জ্যোতিয়ে সিদ্ধান্ত কৰিলে : ইবছেনৰ ডলছ হাউছৰ এজনী নোৰাক সি নিজেই এই অসমীয়া সমাজতে এদিন আৱিষ্কাৰ কৰিব। নোৰা কেৱল থাকিব নোৱাৰিব নৰৱেৰ নামৰ দেশতে। নোৰাৰ কোনো ভৌগোলিক পৰিধি থাকিব নোৱাৰে, ইবছেনৰ ভাষাই বিদ্ৰোহৰ একমাত্ৰ ভাষা হ'ব নোৱাৰিব। অসমৰ ভূমিত অন্য এগৰাকী নোৰাক জন্ম দিব লাগিব : লুইতৰে পানী খাই, লুইতৰ ঘাটেদিয়েই তাই প্ৰচণ্ড প্ৰতিবাদেৰে ঘৰৰ পৰা বাহিৰলৈ ওলাই যাব। বিলাতৰ

পৰা উভতি আহিয়েই জ্যোতিয়ে তেনে এক চৰিত্ৰৰ সৃষ্টি কৰিব। সি লণ্ডনৰ পৰা নৰৱেলৈকে যাব ঃ ইবছেনৰ নোৰাক সি তেওঁৰ দেশতে পুনৰাৱিষ্কাৰ কৰিব। সেই দেশৰ মাটিৰ গোন্ধ সি সেৱন কৰিব প্ৰাণভৰিঃ সেই দেশৰ ভূমিত কেনেদৰে নাৰীয়ে বিদ্ৰোহ কৰিব পাৰে, তাৰ ইতিবৃত্ত সি অধ্যয়ন কৰি আহিব।

জ্যোতিয়ে যেন ৰক্ষা পালে! অন্ততঃ বিবেকৰ দংশনৰ পৰা সি পালে ৰক্ষা। কাৰেঙৰ লিগিৰী নাটকৰ স্থান আৰু কাল সুদূৰ অতীতত স্থাপন নকৰি বৰ্তমান কালত স্থাপন কৰা হ'লে, ইবছেনৰ নোৰাই তাৰ মনত অন্তহীন অশান্তিৰ সৃষ্টি কৰিলেহেঁতেন। নোৰাৰ সম্মুখত পৰাজিত হোৱাৰ গ্লানিৰ পৰা ৰক্ষা পাবৰ বাবেই যেন কাঞ্চনমতীক বহু যুগৰ পূৰ্বলৈ লৈ যাবলগীয়া হ'ল।——

জ্যোতিয়ে ঠিক কৰিলে, সুন্দৰ কোঁৱৰে কাঞ্চনমতীক কেৱল পত্নীৰূপে গ্ৰহণ কৰিবলৈ অনংগক বাধ্য কৰিলেই নহ'ব। সিহঁত দুয়োটাকে ৰাজ্যৰ পৰা নিৰ্বাসন দিব লাগিব।

জ্যোতিয়ে জানে, এই নিৰ্বাসন, বহিষ্কাৰ নিষ্ঠুৰ, অমানৱীয়। কিন্তু এই নিৰ্বাসন অপৰিহাৰ্য।

জ্যোতিয়ে এই কথাও জানে, ৰাজ্যত থাকিও তোৰ বিৰুদ্ধে, ৰাজবংশৰ বিৰুদ্ধে, বিদ্ৰোহ ঘোষণা কৰাৰ সাহস আৰু ক্ষমতা অনংগৰ নাই। থকা হ'লে সুন্দৰৰ লগত কাঞ্চনমতীৰ বিবাহ সময়তে তেনে বিদ্ৰোহ সি ঘোষণা কৰিলেহেঁতেন। হৃদয়ত বিদ্ৰোহ উপচি থাকিলেও, সেই বিদ্ৰোহ বাহিৰত প্ৰকাশ কৰিবলৈ সি অসমৰ্থ।

সুন্দৰ কোঁৱৰে কাঞ্চনমতীক প্ৰকৃততে নিৰ্বাসন দিবলৈ বিচাৰে, কাঞ্চনমতীৰ বিৰুদ্ধে প্ৰতিশোধ ল'বৰ বাবে নহয়, কাঞ্চনমতীক যি অন্যায় কৰা হ'ল তাৰ পৰিণামত তাৰ মনত সৃষ্টি হোৱা বিবেকৰ দংশনৰ পৰা ৰক্ষা পোৱাৰ আশাৰে সি বহিষ্কাৰ নকৰিলে নহয়! সুন্দৰ কোঁৱৰে নিজৰ ৰাজকীয় ক্ষমতাৰে সমগ্ৰ ৰাজ্যত মহা হুলস্থূলৰ সৃষ্টি কৰিব পাৰে, প্ৰজাক কেৱল ৰাজ্যৰ পৰা নিৰ্বাসনেই নহয়, মৃত্যুদণ্ডও দিব পাৰে। কিন্তু সি নিজৰ দুৰন্ত হৃদয়ক নিজৰ ইচ্ছাৰে শাসন কৰিব নোৱাৰে। হৃদয়ৰ অনিশ্চয়তা আৰু দুৰ্বলতা হ'ল তাৰ ক্ষমতাৰ একমাত্ৰ দুৰ্বলতা।

কাঞ্চনমতী যদি তাৰ ৰাজ্যৰ ভিতৰতে থাকে, তেন্তে তাইৰ প্ৰতি কৰা অন্যায়ৰ বাবে বিবেকৰ দংশন ইমান তীব্ৰ হৈ উঠিব পাৰে যে সুন্দৰে এদিন তাইৰ কাষত উপস্থিত হ'বগৈ পাৰে। কাঞ্চনক কাষত পাই তাইৰ প্ৰতি তাৰ আকাংক্ষা অনিৰ্বাৰ হৈ উঠিব পাৰে। তেতিয়া আটাইবোৰ ওলট-পালট হৈ পৰিব।

সেই সৰ্বনশীয়া চিন্তাতে সুন্দৰে কাঞ্চনমতীক ৰাজ্যৰ পৰা বহিষ্কাৰ কৰিব লাগিব। তাইক পত্নীৰূপে ৰাজগৃহলৈ আনিও তাইৰ পত্নীত্ব স্বীকাৰ নকৰাৰ যি বিবেক-দংশন, তাৰ পৰা উদ্ধাৰ পাবৰ বাবেই কাঞ্চনমতী এই ৰাজ্যৰ পৰা

সুদূৰলৈ বাহিৰ হৈ যাব লাগিব যাতে সি কোনো দিন তাইক দেখিবলৈ নাপায়। অনংগৰ জগত কাঞ্চনৰ বৈবাহিক জীৱন সমৃদ্ধ কৰিবৰ বাবেই সিহঁত দুয়োটা তাৰ ৰাজ্যৰ পৰা, তাৰ দৃষ্টিৰ পৰা, তাৰ মনৰ পৰা, তাৰ চিন্তাৰ পৰা সুদূৰলৈ, অতি সুদূৰলৈ আঁতৰি যাব লাগিব।—

অনংগ অতিষ্ঠ হৈ উঠিল। সি কৈ দিলে ঃ তুমি, তুমি অবৈধ প্ৰেমত আবদ্ধ আৰু সেই অবৈধ প্ৰণয়ৰ বিঘিনি ঘটিব বুলিয়েই বিয়া কৰাবলৈ অসন্মতি কৰিছিলা, আৰু এতিয়া বাধ্যত পৰি বিয়া কৰাই সেই প্ৰণয়ৰ প্ৰাবল্য হোৱাত বিবাহ বান্ধোনৰ পৰা মুক্তি বিচাৰিছা। সত্যৰ স্পৃহা, সমাজ-সংস্কাৰ, উচ্চ হৃদয়তাৰ ভাও ধৰি মাত্ৰ তুমি তোমাৰ——

সুন্দৰ ঃ (খণ্ডত অগ্নিমূৰ্তি ধৰি) হীন কাপুৰুষ। অপৱিত্ৰ মনৰ গৰাকী শঠতাৰ প্ৰধান সেৱক। মোকো তোমাৰ দাপোণত প্ৰতিফলিত তোমাৰেই প্ৰতিবিম্ব বুলি ভাবিছানে?— অনংগৰাম, এই মুহূৰ্তৰে পৰা তুমি মোৰ বন্ধু নোহোৱা। মই ৰজা, তুমি মোৰ প্ৰজা। মই ন্যায়দণ্ডধাৰী বিচাৰক, তুমি দোষী। মূৰ পাতি দণ্ড গ্ৰহণ কৰিবলৈ বাধ্য।—

জ্যোতি এইবাৰ দুৰ্দান্ত হৈ উঠিল।

সুন্দৰ ঃ সত্যনিষ্ঠ ভূতপূৰ্ব বন্ধুবৰ। শুনা তোমাৰ ৰজাৰ আদেশ। এই কাঞ্চনমতী আজি এই মুহূৰ্তৰ পৰা তোমাৰ! মই ৰজাই তোমাক সেই অধিকাৰ দান কৰিলো। অসম বিদায়ৰ পৰত তোমাৰ ভূতপূৰ্ব বন্ধুৰ শেষ দান গ্ৰহণ কৰা। আৰু তোমাৰ শত্ৰুৰ, ৰাজ-শত্ৰুৰ, তোমাৰ কাপুৰুষতাই জন্ম দিয়া শত্ৰুৰ দণ্ড গ্ৰহণ কৰা। মই তোমাক, অনংগৰাম বৰগোহাঁইক আৰু কাঞ্চনমতীক মোৰ ৰাজ্যৰ পৰা নিৰ্বাসন দিলো।— পুৰণি জীৱন পাহৰি গৈ ন জীৱন ন দেশত আৰম্ভ কৰাগৈ বিদায়।

অৰণ্যৰ গভীৰতাত এনে এক বজ্ৰাঘাতৰ দৰে নিৰ্মম আদেশ ঘোষিত হ'ল। প্ৰকৃতি নিঠৰ সাক্ষী হৈ থাকিল। বাহিৰৰ সমাজে শুনিবলৈ নাপালে সেই মৰ্মান্তিক আদেশ। বিশাল ব্ৰহ্মপুত্ৰত নঘটিল অগ্ন্যুৎপাত। চাৰিওফালৰ গছ, চৰাই, নিজৰা, বণ্যপ্ৰাণী কোনেও নকৰিলে তাৰ সামান্য প্ৰতিবাদো।

কাঞ্চন আৰু অনংগক নিৰ্বাসন দি জ্যোতিয়ে সেই অধ্যায়ৰ সমাপ্তি ঘটাইছিল। সেইখিনিলৈকে লিখি সি কোঠাটোত এফালৰ পৰা সিফাললৈ খোজ কাঢ়ি নাটকৰ এক চৰম বিন্দুলৈ আহিব পৰাৰ আনন্দ আৰু গৌৰৱত সি বিভোৰ হ'বলৈ ধৰিলে। এইবাৰ তাৰ মনৰ চকুৰ আগত আৱিৰ্ভাৱ হ'লহি অন্য এক যুৱতী ঃ যি কাৱেঙৰ লিগিৰী হৈয়ো আচলতে লিগিৰী নহয়। নাম শেৱালি। শীতৰ জোনাকত দূৰৰিৰ ওপৰত শেৱালি ফুলক সুনিৰ্মল আকাশৰ বুকুত উল্লাসিত হৈ থকা তৰাৰ দৰে দেখি। সেই শেৱালি। তুচ্ছ কৰি ৰাজ্য-সিংহাসন, তুচ্ছ কৰি সমাজৰ নিৰ্মম বিচাৰ, শেৱালিয়ে এইবাৰ জীৱনৰ মধ্যবিন্দুত আৱিৰ্ভাৱ হ'বহি।

জ্যোতিৰ ভাবত আউল লাগি গ'ল। শেৱালি প্ৰকৃততে সুন্দৰৰ প্ৰাণৰ অতিথি, নে তাৰ নিজৰ? জ্যোতিৰ খোজ প্ৰৱল হ'বলৈ ধৰিলে। এই নাৰী সত্য নহয়, এই নাৰী জীৱন্ত নহয়। এই নাৰী সম্পূৰ্ণ কাল্পনিক। এটা মাত্ৰ স্বপ্ন। শেৱালিৰ বক্ষৰ মাজত পূৰ্ণিমা গোপন হৈ আছে বুলি সি যে বিভোৰ হৈ আছে, সেই শেৱালি জীৱন্ত নহয়। কেৱল মনৰ চকুৰ আগত ভাস্বৰ হৈ উঠা এখন মনোৰম ছবি।

সেই মুহূৰ্ততে দিঠকৰ পৰা, বাস্তৱৰ পৰা শেৱালিক বিসৰ্জন দিয়াৰ লগে লগে জ্যোতি হঠাতে ভীষণ অশান্ত হৈ পৰিল। কোঠাৰ ভিতৰতে তাৰ গতি হৈ পৰিল তীব্ৰ।

জ্যোতিয়ে সুন্দৰৰ চৰিত্ৰৰ পৰা নিজৰ সত্তাক হঠাতে আঁতৰাই আনিলে। সুন্দৰ কেৱল সুন্দৰেই, এক নাটকীয় চৰিত্ৰ। জ্যোতি নিজে সত্য, পৰিপূৰ্ণভাৱে সত্য। সুন্দৰৰ সেই নিৰ্বাসন দণ্ড জ্যোতিয়ে হৃদয়েৰে মানি ল'ব নোৱাৰে। সি তাৰ প্ৰতিবাদ কৰিব। অৰণ্যৰ মাজত, কোনো এক নিঃসংগ একাকী দ্বীপত এনেদৰে এগৰাকী নিৰ্বাক অসহায় নাৰীক নিৰ্বাসন দিয়াৰ আদেশ সি মানি ল'ব নোৱাৰে।

জ্যোতিয়ে তৎক্ষণাতে মেজৰ কাষত বহি লিখিবলৈ ধৰিলে। এক স্বেচ্ছাচাৰী ৰাজকোঁৱৰে তাৰ নাটকত অখণ্ড প্ৰতাপ বিস্তাৰ কৰিব নোৱাৰে।

জ্যোতিয়ে সেই অধ্যায়ত সংযোজন কৰিলেঃ

অনংগঃ সুন্দৰ, সুন্দৰ! বন্ধু হৈ বন্ধুক নুবুজিলা। পণ্ডিত হৈ যুক্তি নুশুনিলা। হৃদয়বান হৈ আনৰ কলিজাৰ তেজেৰে ফাকু খেলিলা। মনত ৰাখিবা সুন্দৰ কোঁৱৰ। তুমিও সাৰি নোযোৱা। যি ৰথৰ বাঘজৰী ধৰি তুমি নিৰ্মমভাবেৰে আমাৰ ওপৰেদি চলাই লোহাৰ চকৰিৰে আমাক নিস্পেষিত কৰি গ'লা, এদিন, এদিন, তুমিও নিজেই তোমাৰ এই নিজৰ ৰথৰে চকাৰ তলত পৰি নিস্পেষিত হ'বা। যি অগ্নিৰে ধেমালি পাতি তুমি আনৰ ঘৰ ভস্মীভূত কৰিলা, সেই অগ্নিয়ে উভতি তোমাৰ জীৱন ছাৰখাৰ কৰিব, তোমাক তিলতিলকৈ পুৰি তোমাক মৰ্মে মৰ্মে মোৰ হৃদয়ৰ জ্বালা অনুভৱ কৰাব আৰু তোমাৰ প্ৰতি লোমকূপ এটা জ্বালাময়ী আগ্নেয়গিৰিত পৰিণত হ'ব।——

সেই অগ্নিগৰ্ভ প্ৰতিবাদৰ উত্তৰ দিব নোৱাৰিলে সুন্দৰে! মানে, জ্যোতিয়ে নিজৰ নাটকতে হস্তক্ষেপ নকৰাকৈ থাকিব নোৱাৰিলে। সি সুন্দৰক স্তব্ধ কৰি দিলে সেই অভিশাপ সি মূৰ পাতি ল'ব লাগিব।

জ্যোতিয়ে অনুভৱ কৰিলে, অনংগৰ সেই কথাখিনি সি যেন নিজৰ ৰক্তৰ অক্ষৰেৰে ৰচনা কৰিলে। সি নিজেই নিজৰ বিবেকৰ তীব্ৰ দংশনৰ পৰা ৰক্ষা পালে।

## ॥ ঊনত্ৰিশ ॥

খাৰঘুলিৰ নিউ প্ৰেছৰ সন্মুখৰ ঘাঁহনিত বহি ব্ৰহ্মপুত্ৰলৈ চাই জ্যোতি অভিভূত হৈ আছিল। শৰতৰ ৰাতিপুৱা সমগ্ৰ আকাশ পানী দূৰণিৰ শ্যামলিমাই এক অপূৰ্ব দৃশ্যৰ সৃষ্টি কৰিছিল। জ্যোতিয়ে নদীৰ সিপাৰলৈ চালে ঃ কোনো এক মধুৰ সংগীতৰ সুৰ ধীৰে ধীৰে চৰমলৈ উঠাৰ দৰে সিপাৰৰ মনোৰম পাহাৰবোৰ এটাৰ পিছত এটাকৈ ওপৰলৈ উঠি উঠি সুদূৰৰ হিমালয়ৰ বুকুত বিলীন হৈ গৈছে।

জ্যোতি মন্ত্ৰমুগ্ধ হ'ল। এই যে সন্মুখৰ বিশাল নদী, কত হাজাৰ বছৰ ধৰি অবিৰত বৈ থকা নদী, এই নদীৰ বুকুৰেদি এদিন মহাপুৰুষ শংকৰদেৱে নাৱেৰে ভটিয়াই পৱিত্ৰ তীৰ্থভ্ৰমণলৈ যাত্ৰা কৰিছিল। এই নদীৰ কোনো এক ঘাটৰ নাৱতে বহিয়েই মহাপুৰুষ মাধৱদেৱে 'জয় গুৰু শংকৰ' গুৰু-বন্দনা ৰচনা কৰিছিল। আৰু এই নদীৰ বুকুতেই যোৱা শতিকাৰ ৰাজভাগত লক্ষ্মীনাথৰ জন্ম হৈছিল। এই যে খাৰঘুলি পাহাৰ, যাৰ তলত বহি বিশাল নদীৰ মনোমোহা দৃশ্য চাই জ্যোতি তন্ময় হৈছে, এই পাহাৰৰ পৰাই এদিন শৰাইঘাটৰ যুদ্ধত লাচিত বৰফুকনে মহাপ্ৰতাপী মোগল সেনাক পৰাভূত কৰিছিল। জ্যোতি পাহাৰৰ পৰা তললৈ নামি গ'ল। এখন নাও নদীৰ কাষে কাষে সি বাওতে হঠাতে তাৰ মুখেদি প্ৰকাশ পালে ঃ পুৰতি নিয়ৰে সানে চৰণতে শুকুলা মুকুতাৰ বেণু, অ' তোৰ ফুল কুমলীয়া তনু।— বজাৱ সোণৰে বেণু কৃষ্ণ তই, বজাৱ সোণৰে বেণু।

জ্যোতি চঞ্চল হৈ পৰিল। সি প্ৰৱল বেগেৰে নাৱৰ পৰা ওপৰলৈ উঠি নিজৰ কোঠাত সোমালহি। আজি ৰাতিৰ ভিতৰতে 'কাৰেঙৰ লিগিৰী' সম্পূৰ্ণ কৰিব লাগিব।

নাটকৰ কোনো এক দৃশ্য ৰচনা কৰাৰ আগতে গুণগুণকৈ এটা গীতৰ সুৰ জ্যোতিৰ মুখত ফুটি উঠে। কেতিয়াবা তাৰ এনে ভাব হয়, সেই গীতেই যেন তাৰ নাটকৰ প্ৰাণ ঃ সেই গীতৰ ব্যঞ্জনা মূৰ্ত কৰিবৰ বাবেই যেন চৰিত্ৰৰ প্ৰয়োজন হয়, প্ৰয়োজন হয় চৰিত্ৰৰ মুখৰ বচন।

—মোৰে জীৱনৰে সখা কৃষ্ণ তই, বজাব কি সুৰে বেণুঃ কপালতে তোৰ কোনে আঁকি দিলে ইন্দ্ৰধনু! পুৱতি নিয়ৰে সানে চৰণতে শুকুলা মুকুতাৰ ৰেণু, অ' তোৰ শ্যামল গাতে কোনে চন্দন পিন্ধালে, অ' তোৰ ফুল কুমলীয়া তনুঃ বজাব সোণৰে বেণু কৃষ্ণ তই, বজাব সোণৰে বেণুঃ সুৰৰে জিঞ্জিৰী পিন্ধালি মোক তই——

জ্যোতিৰ গীতৰ ৰচনা সম্পূৰ্ণ হ'ল। কিন্তু নাটকৰ চৰিত্ৰ, বচন সকলো অতিক্ৰমি তাৰ মনৰ চকুৰ আগত আৱিৰ্ভাৱ হ'ল আজানুলম্বিত বনমালাৰে শ্ৰীকৃষ্ণৰ সেই মধুৰ মূৰ্তি। সোণৰ বেণুত সুৰ দিয়া কৃষ্ণৰ অপৰূপ ৰূপ।

'শোণিত কুঁৱৰী' ৰচনা কৰাৰ সময়ৰে পৰা জ্যোতিৰ হৃদয় আৰু মন অভিভূত কৰি আছে যিটো চিন্তাই সেইটো হ'ল কৃষ্ণ-সংস্কৃতিৰ চিন্তা। কৃষ্ণ-সংস্কৃতিয়েই ধীৰে ধীৰে জ্যোতিৰ ভাৱ-চিন্তা অনুভূতি আৱৰি ধৰিলে।

জ্যোতিৰ বাবে সেই কৃষ্ণ মহান, যি মহাভাৰতীয় যুদ্ধৰ শেষত সমগ্ৰ ভাৰতৰ একছত্ৰী সম্ৰাট হোৱাৰ স্বৰ্ণমণ্ডিত সুযোগ পায়ো তাক তুচ্ছাতিতুচ্ছ জ্ঞান কৰিছিল। সেই কৃষ্ণ, যি দুৰ্ঘোৰ দুৰ্নীতিত লিপ্ত হোৱাৰ বাবে নিজৰ প্ৰখ্যাত যদু বংশক ৰক্ষা নকৰি সেই বংশৰ ধ্বংস সাধন কৰিছিল নিজৰ চকুৰ আগত। কৃষ্ণৰ সেই মংগলৰূপী চৰিত্ৰই জ্যোতিক বাৰে বাৰে বিমোহিত কৰে।

এইবাৰ জ্যোতি শ্বাসৰুদ্ধ গতিৰে নাটকৰ ৰচনাত ব্ৰতী হ'ল। সেই যে মনোৰম গীতটো সি ৰচনা কৰিলে, কোন চৰিত্ৰৰ মুখত তাৰ সুৰ পৰিস্ফুট হ'লে গীতটোৱে তাৰ চৰিত্ৰ বিচাৰি পাব?

সুদৰ্শনৰ কণ্ঠত জ্যোতিয়ে সেই সুৰ দিব!

শেৱালিৰ চিন্তাত বিভোৰ হৈ আছিল সুন্দৰ কোঁৱৰঃ সেই শেৱালি যি কাৰেঙৰ লিগিৰী হৈয়ো তাৰ বাবে লিগিৰী নহয়, সেই শেৱালি যাৰ বক্ষৰ মাজত পূৰ্ণিমা লুকাই আছে বুলি সি স্বপ্ন দেখে, সেই শেৱালি যাৰ বাবে সি তাৰ বিবাহিতা পত্নী ৰাজকুমাৰী কাঞ্চনমতীক বিসৰ্জন দিলে।

টোকাৰী বজাই সুদৰ্শনে সুৰ দিলে সেই গীতত ঃ মোৰে জীৱনৰে সখা কৃষ্ণ ঃ বজাব কি সুৰে বেণু।——

বন্ধুক শুৱলৈ কৈ সুদৰ্শন ওলাই গ'ল।

সুন্দৰে পালেঙত বহি শেৱালিৰ চিন্তাত যেতিয়া ডুব গৈ আছিল, তেনেতে এটা ৰূপৰ বাণ বাটিত তপত গাখীৰ আনি কোঠাত সোমালহি শেৱালি। সুন্দৰ স্তম্ভিত হ'ল। আইদেউতাই শেৱালিক তাৰ কোঠালৈ আহিবলৈ অনুমতি দিছেনে? শেৱালিয়ে কওঁ নকওঁকৈ কৈ দিলে, নহয়, ৰাজমাও দেউতাই শোৱনি ঘৰ সোমোৱাৰ আগতে চাংমাই কোঁৱৰক তপত গাখীৰ পঠিয়াবলৈ কৈ গৈছিল, পিছে চাংমাইয়ে মোৰ হাততে পঠিয়াই দিছে।

সুন্দৰ ঃ শেৱালি, তই মোক ভাল পাৱনে?

শেৱালি ঃ পাওঁ কোঁৱৰ।

সুন্দৰ ঃ (উগ্ৰভাৱে) মোক- ভা- ল পায় ?

শেৱালি ঃ (ভয় খাই নমতা হয়)

সুন্দৰ ঃ (আত্ম-সম্বৰণ কৰি) কিয় ? কিয় ভাল পাৱ ?

শেৱালি ঃ এনেয়ে ভাল পাওঁ।

সুন্দৰ ঃ এনেয়ে ভাল পাৱ! এনেয়ে!

শেৱালি ঃ (কান্দি কান্দি) পা-ওঁ। এ-নেয়ে।

নিজৰ নাটকৰ চৰিত্ৰৰ মুখত সেই বচন দি, জ্যোতিয়ে অনুমান কৰিলে, তাৰ চকুৰ পৰা যেন নীৰৱে পানী ওলাই আহিছে।

এনেয়ে ঃ এইটো এনে এটা শব্দ, দেখাত অত্যন্ত সাধাৰণ শব্দ, মাত্ৰ তিনিটা আখৰৰ এক সাধাৰণ শব্দ, প্ৰতিদিনে অনেকবাৰ উচ্চাৰণ কৰা হয় এই এটা শব্দ, উচ্চাৰণত তাৰ কোনো ব্যঞ্জনা নাই, নাই কোনো তাৰ প্ৰতিশ্ৰুতি। কিন্তু শেৱালিৰ মুখত সেই শব্দটোৱে এই পৃথিৱীৰ, এই মানৱ জীৱনৰ অজস্ৰ সংবাদ কঢ়িয়াই আনিলে।

শেৱালিৰ মুখত সেই মাত্ৰ এটা শব্দ দি জ্যোতি অশান্ত হৈ পৰিল। তাৰ ৰচনা আৰু তাৰ ভাব-চিন্তা সকলোবোৰ হঠাতে ওলট-পালট হৈ গ'ল। শেৱালি, তই মোক ভাল পাৱনে, এইকেইটা শব্দ যি পুৰুষে উচ্চাৰণ কৰিছিল, সেই পুৰুষ কেৱল নাটকৰ চৰিত্ৰৰূপেই বিকশিত বুলি সি বিশ্বাস কৰিব নোৱাৰা হৈ পৰিল। সুন্দৰৰ লগত জ্যোতিৰ হঠাতে যেন এক আত্মাৰ সম্পৰ্ক ঘটিল, জ্যোতিয়ে যিকেইটা শব্দ লিপিবদ্ধ কৰিছিল, সেইকেইটা যেন তাৰ নিজৰ কথা। সেইকেইটা যেন সন্মুখত কান্দি থকা কোনো জীৱন্ত যুৱতীক কোৱা তাৰ নিজৰে কথা বুলি সি গভীৰভাৱে ভাবিবলৈ ধৰিলে।

ইয়াৰ পিছত জ্যোতিয়ে পিছলৈ উভতি নাচালে। আজি ৰাতিৰ ভিতৰতে নাটকৰ ৰচনা সম্পূৰ্ণ কৰিব লাগিব।

নিজৰ বিবাহিতা পত্নী কাঞ্চনমতীক সুন্দৰ কোঁৱৰে বিসৰ্জন দিছিল, কাৰণ কাঞ্চনমতীয়ে অনংগক বিশ্বাসঘাতকতা কৰি, অনংগৰ গভীৰ প্ৰণয়ক প্ৰতাৰণা কৰি, ৰাজঘৰৰ নিৰ্দেশ মানি সুন্দৰ কোঁৱৰক বিয়া কৰাবলৈ বাধ্য হৈছিল। কাজিৰঙা অৰণ্যৰ মাজত যেতিয়া সুন্দৰ কোঁৱৰে, পৃথিৱীৰ মানুহৰ পৰা সুদূৰত গোপনে, কাঞ্চনমতীক বিসৰ্জনৰ নিৰ্দেশ দিছিল, তেতিয়া অনংগই যিকেইটা বজ্ৰৰ দৰে কঠোৰ অথচ সত্য কথা কৈছিল, তাৰ স্বাভাৱিক পৰিণতিৰ দিশে নাটকৰ পৰিসমাপ্তি ঘটাব লাগিব জ্যোতিয়ে। অনংগই কৈছিল সেই বজ্ৰাঘাত কথা ঃ সুন্দৰ, বন্ধু হৈ বন্ধুক নুবুজিলা, পণ্ডিত হৈ যুক্তি নুশুনিলা। হৃদয়বান হৈ আনৰ কলিজাৰ তেজেৰে ফাকু খেলিলা। মনত ৰাখিবা সুন্দৰ কোঁৱৰ! তুমিও সাৰি নোযোৱা। যি ৰথৰ বাঘজৰী ধৰি তুমি নিৰ্মমভাৱে আমাৰ ওপৰেদি ৰথ চলাই লোহাৰ চকৰিৰে আমাক নিষ্পেষিত কৰি দিলা, এদিন- এদিন তুমিও নিজেই তোমাৰ এই নিজৰ ৰথৰে চকাৰ তলত পৰি নিষ্পেষিত হ'বা। যি অগ্নিৰে

ধেমালি পাতি তুমি আনৰ ঘৰ ভস্মীভূত কৰিলা, সেই অগ্নিয়ে উভতি তোমাৰ জীৱন ছাৰখাৰ কৰিবঃ তোমাক তিলতিলকৈ পুৰি তোমাৰ মৰ্মে মৰ্মে মোৰ হৃদয়ৰ জ্বালা অনুভৱ কৰাব আৰু তোমাৰ প্ৰতি লোমকূপ এক জ্বালাময়ী আগ্নেয়গিৰিত পৰিণত হ'ব।—

বহুদিন ধৰি জ্যোতিয়ে নিজৰ মনত সেই নাটকৰ চৰিত্ৰ শেৱালিৰ লগত এক গভীৰ একান্ত ভাৱৰ গঢ় দি, তাইক নাটকৰ চৰিত্ৰৰ বুকুৰ পৰা উদ্ধাৰ কৰি, কোনো এক জীৱন্ত নাৰীত পৰিণত কৰিছিল। সুন্দৰৰ ব্যক্তিত্বক জ্যোতিয়ে নিজৰ ব্যক্তিত্বত পৰিণত কৰিছিল।

ৰবীন্দ্ৰনাথৰ সেই যে মনোৰম কবিতা ফাঁকি আছেঃ কোনো নাৰীয়ে যে কৈছিল, মোৰ বক্ষৰ মাজত পূৰ্ণিমা লুকুৱাই ৰাখিছো, কিন্তু তুমি দেখি গ'লা কেৱল অমাৱস্যাঃ দিনে দিনে অৰ্ঘ মম পূৰ্ণ হ'বে প্ৰিয়তম, আজি মোৰ দৈন্য কৰো ক্ষমাঃ এই কবিতাফাকি জ্যোতিৰ হৃদয়ত বহুত দিন ধৰি ভাৱে – ভাষাই ব্যঞ্জনাই একাকাৰ হৈ পৰিছিলঃ 'শোণিত কুঁৱৰী'ৰ চিত্ৰলেখাৰ চৰিত্ৰ ৰূপায়ণৰ কালত বাৰে বাৰে তাৰ মুখৰ পৰা উচ্চাৰিত হৈছিল সেইশাৰী কবিতা, আৰু এইবাৰ শেৱালিৰ বক্ষৰ মাজত লুকাই ৰখা পূৰ্ণিমা আৱিষ্কাৰ কৰিবলৈ সি বাৰে বাৰে উন্মাদৰ দৰে সেই ফাঁকি কবিতা সুৰ লগাই আবৃত্তি কৰিছিল।

কিন্তু এইবাৰ জ্যোতি সতৰ্ক হৈ পৰিল। সি সুন্দৰ কোঁৱৰ আৰু শেৱালিৰ সত্তাৰ পৰা নিজৰ সত্তা আৰু ব্যক্তিত্বক জোৰেৰে উলিয়াই আনি নাটকৰ পৰিসমাপ্তিৰ দিশে ব্যাকুলভাৱে গতি কৰিব।

অনংগৰ অভিশাপেই অৱশেষত সত্য হৈ থাকিল। কাঞ্চনমতীক যিখন হাতেৰে জ্যোতিয়ে বিসৰ্জন দিছিল, সেইখন হাতেৰেই সি এইবাৰ শেৱালিক বিসৰ্জন নিদিলে নহ'ব।

এদিন হঠাৎ শেৱালি ৰাজকাৰেঙৰ পৰা অদৃশ্য হ'ল।

সুন্দৰ উন্মাদ হৈ পৰিলঃ শেৱালি ক'লৈ গ'ল, তইঁতে ক'ব লাগিব। নহ'লে মই তইঁতক কঠোৰ শাস্তি বিহিম। মই অসুন্দৰ হ'ম। এনে অমানুষিক অসুন্দৰ হ'ম-।

সুন্দৰে মাতৃ ৰাজমাওক কৈ দিলে, শেৱালিক যদি লুকুৱাই থৈছা, উলিয়াই দিয়া। খেদাই দিছা যদি ওভোতাই আনা। নিৰ্বাসিত কৰিছা যদি সেই আজ্ঞা ৰদ কৰা। অংগক্ষত কৰিছা যদি অংগ দি আনা। প্ৰাণে মাৰিছা যদি- তুমি তুমি- তাইৰ প্ৰাণ দি সঞ্জীৱিত কৰি মোৰ ওচৰলৈ আনি দিয়া।

ৰাজমাওঃ নহ'লে তই কি কৰিবি?

সুন্দৰঃ মই কি কৰিম? তোমাৰ যিকণ মান-মৰ্যাদা-গৌৰৱ আছে তাকো মই ভবিৰে গচকি নাইকিয়া কৰিম। তোমাৰ সাতামপুৰুষীয়া ৰীতি-নীতি ভাঙি চুৰমাৰ কৰিম। —আই মাতৃ, তোমাৰ এই হুকুম অমান্য কৰিম। তাকে কৰিয়েই লেৰো,

তাতকৈ আৰু কৰিম। তোমাৰ আজ্ঞা, সমাজৰ আজ্ঞা, মোৰ উপৰি পুৰুষৰ আজ্ঞা, শাস্ত্ৰৰ বিধান, শাস্ত্ৰকাৰৰ নিবন্ধন আটাইবোৰৰ বিৰুদ্ধে যাম। মই শেৱালিক কাৰেংঘৰ ভিতৰলৈ আনিম। মই তাইক বিয়া কৰাম। —আৰু মই কি কৰিম, জানিছানে আই মাতৃ? গোটেই কাৰেংঘৰ, গোটেই ৰাইজক তাইৰ আগত আঁঠু লোৱাম তাইক মই কাৰেংঘৰ লিগিৰী গুচাই কাৰেংঘৰ কুঁৱৰী কৰিম।—

জ্যোতিয়ে তাৰ নাটকক দ্ৰুত নাটকীয় গতিৰে পৰিসমাপ্তিৰ দিশে লৈ গ'ল।

সেই পৰিসমাপ্তি কৰুণ হ'ব, কঠোৰ হ'ব। জ্যোতিয়ে তাৰ বাবে নিজৰ মনক প্ৰস্তুত কৰি ল'লে।

কাজিৰঙাৰ অৰণ্যৰ মাজত কাঞ্চনমতীক বিসৰ্জন দিওঁতে যি অন্যায় সংঘটিত হৈছিল, সেই নাৰীৰ অভিশাপ সত্য হৈ নিদাৰুণ কাৰুণ্যত পৰিণত হ'ব।

জ্যোতিয়ে জানে, সুন্দৰ কোঁৱৰ তাৰ নিজৰ অমোঘ ভাগ্যৰ গ্ৰাসৰ পৰা কোনোপধ্যে মুক্ত হ'ব নোৱাৰে।

জ্যোতিৰ ভাষাই এবাৰ কৰুণ কবিতাৰ ৰূপ গ্ৰহণ কৰিলে। শেৱালিৰ কণ্ঠত যি ভাষা সি এইবাৰ দিলে, সি কোনো এক নিঃসংগ হতভাগ্য লিগিৰীৰ পৰিসীমা অতিক্ৰমি নাৰীৰ প্ৰাণৰ চিৰবাঞ্ছিত কাৰুণ্যত পৰিণত হ'ল। এইখিনি কথা ৰচনা কৰোঁতে জ্যোতিৰ সমস্ত ভাব-অনুভূতি নাৰীৰ বেদনা-ব্যঞ্জনাৰে সিক্ত হ'ল।

নগা পৰ্বতৰ নামনি। প্ৰভাতৰ কোনো ক্ষণত ৰাজকাৰেংঘৰ পৰা বিসৰ্জিতা শেৱালিয়ে পাহাৰৰ প্ৰান্তত বহি সুন্দৰৰ কথা ভাবিছে: -সূৰুযৰ পোহৰবোৰ যেনেকৈ পৃথিৱীলৈ বিয়াকুল হৈ আহি আই বসুমতীক সাৱটি ধৰি আছে মোৰো মৰমবোৰ তোমালৈ গৈ তোমাক আগুৰি আছেগৈ। তোমাৰ সোণবৰণীয়া মুখত মোৰ মৰমবোৰ জিলমিলাই আছে। তোমাৰ ডিঙিত মুকুতা মণিকেইটিত কোনে ৰহণ সানিছে। তুমি মোলৈ নীলা আকাশৰ পূৰ্ণিমাৰ জোন, তোমাক মই নাপাওঁ। কিন্তু তোমাৰ মৰমৰ জোনাকত মোক জুৰ ল'বলৈকো নিদিবানে? সৌৱা সৌৱা আকাশত নীলাবোৰ যিমান দূৰলৈ গৈ গৈ আছে সিমান সিমান সিমান!—

শেৱালিয়ে হঠাৎ অনুভৱ কৰিলে, তাইৰ মনৰ পৰা ভয় অন্তৰ্ধান হ'ল। তাই হ'ল বিজয়িনী। এই পৃথিৱীৰ, এই পৃথিৱীৰ কোনো মানুহৰ, কোনো ৰাজ্যৰ ৰাজমাতাৰ কোনো মৃত্যুৰ নিৰ্দেশ ভাবুকি তাইৰ বাবে হৈ পৰিল অকাৰণ, কোনো এক বিড়ম্বনা। তাইৰ লিগিৰী জীৱনৰ পৰা উত্তৰণ ঘটিল: সুন্দৰৰ স্মৃতি-চাৰণে তাইক কোনো বীৰাংগনাৰ শক্তি দান কৰিলে।

শেৱালি প্ৰস্তুত হ'ল: নিৰ্মম অত্যাচাৰেৰে কোনোবাই তাইৰ শৰীৰ ক্ষত-বিক্ষত কৰিব পাৰে। কিন্তু এই ভংগুৰ দেহা অতিক্ৰমি তাইৰ মন এক বিনন্দীয়া প্ৰেমৰ ৰাজ্যত বাস কৰিছে, যেতিয়া য'ত কোনো শাৰীৰিক শাস্তিয়ে তাইক এক ক্ষণৰ বাবেও পৰাজিত, বিমৰ্ষিত কৰিব নোৱাৰে।

মনৰ তেনে পৰমানন্দতে শেৱালিৰ মুখৰ পৰা ওলাই আহিল: বাৰিষাৰে

ঘন ঘোৰ বজালি প্ৰাণত মোৰ কিনো উদাসীন সুৰ? পৱন অ' উৰুৱাই তাক নিবিনো কত দূৰ? শূইন জীৱন অ' মোৰ উটি যাব কোনোফালে কোন আকুলতে পাবি কূল? আকাশ পৱন জোৰা একেখনি ছবি অ' কৰি থ'বি মোৰ এই জীৱনকে বিয়াকুল।----

## ॥ ত্ৰিশ ॥

নাটকৰ শেষ পৰ্যায়ত উপনীত হৈ জ্যোতিৰ লিখনী বন্ধ হৈ গ'ল। শেৱালিক অৱলুপ্তিৰ দিশে প্ৰচণ্ড গতিবে শেৱালিক নিঃশেষ কৰাৰ আগমুহূৰ্তত জ্যোতিৰ হৃদয় কাৰুণ্যৰে উপচি পৰিল।

এনে এক অলৌকিক ঘটনা ঘটিব নোৱাৰেনে, মানৱাতীত, জীৱনৰ জগতৰ পৰিসীমাৰ সুদূৰৰ এনে এক পৰম অপ্ৰত্যাশিত ঘটনা, যেতিয়া শেৱালিক বিলুপ্তিৰ গৰ্ভৰ পৰা উদ্ধাৰ কৰি আনিব পাৰি?

মনৰ তেনে এক দ্বন্দ্বৰ মাজতে জ্যোতিৰ লিখনীয়ে ৰূপ দিলে এটা গীতৰ। এইটো আচলতে এটা গীত নহয়ঃ ইয়াৰ মাজত পৰিসমাপ্তিৰ আগমুহূৰ্তৰ এটা আশাৰ ক্ষীণ ধ্বনি প্ৰতিধ্বনিত হৈ উঠিছেঃ নাটকৰ দৰ্শক চূড়ান্ত ট্ৰেজেডীৰ দিশলৈ নিয়াৰ আগমুহূৰ্তত সামান্য বিলিফ দিয়াৰ বাবে এই গীতৰ প্ৰয়োজন হ'ল।

--পৰ্বততে ফুলিলে ৰঙানোকে ফুলে- কলি বেণুৰে বোলালি তই কুমলীয়া হাত। --বনে মইনা সেউজীয়া গছে মইনা সেউজীয়া পাতে মইনা সেউজীয়া পাত।। আমলে জিমনেকৈ থাকনো তই কিয় ঐ গালভেনো দিয় কিয় হাত? হাঁহ অ' মোৰ মইনা, হাঁহ অ' হাঁহ। --

সেউজীয়া। এই সেউজীয়াৰ ধাৰণাই জ্যোতিৰ জীৱনত অবিৰত প্ৰভাৱ বিস্তাৰ কৰিছিল। সি চাৰিওফালৰ পৃথিৱী প্ৰকৃতি আকাশ সেউজীয়া দেখিছিল। সেউজীয়া দৃশ্য চাবলৈ সি ব্যাকুল হৈ পৰিছিল। জ্যোতিৰ বাবে, সেউজী সেউজী সেউজী অ' সেউজী ধৰণী ধুনীয়াঃ সোণোৱালী শইচৰ পথাৰ কোলাত শোভে সেউজীয়া। তাৰ বাবে, কোনোবাই সেউজীয়া ধাননিত সোণৰ আখৰ লিখে, কোনোবাই সেউজীয়া বননিত মুকুতাৰ চকুপানী টোকে। সেউজীয়া আছিল জ্যোতিৰ জীৱন।

কিন্তু সেই সেউজেই অৱশেষত জ্যোতিৰ প্ৰাণত তুমুল হাহাকাৰৰ সৃষ্টি কৰিলে। সেই সেউজীয়া বননি সেউজীয়া পাহাৰ সেউজী অৰণ্যৰ বুকুতে

জ্যোতিয়ে বিসর্জন দিব লাগিব শেৱালিক।

জ্যোতিৰ লিখা বন্ধ হৈ গ'ল। এই সেউজীয়া বিলন্দীয়া পৃথিৱীত কোনো উপায়ে শেৱালিক জীয়াই ৰাখিব নোৱাৰিনে?

ব্ৰহ্মপুত্ৰৰ পাৰত জ্যোতিৰ খোজৰ গতি তীব্ৰ হ'ল। আজি এই ৰাতিপুৱা আকাশৰ সেউজ বৰণ বিশাল নদীৰ সেউজ ৰঙৰ লগত একাকাৰ হৈ পৰিল। নদীৰ সিপাৰে সেউজীয়া পাহাৰৰ অপূৰ্ব মনোৰম বিশালতা। নদীৰ এইপাৰে ইফালে সিফালে চাৰিওফালে সেউজৰ বিস্তীৰ্ণ শ্যামলিমা। এই শেষহীন সেউজীয়াৰ বুকুত শেৱালিক মৃত্যুহীন কৰি ৰাখিব নোৱাৰিনে?

মৃত্যুৰ, নিঃশেষতাৰ দিশে শেৱালিক লৈ গৈ মৃত্যুৰ নিঃশেষতাৰ গ্ৰাসৰ পৰা শেৱালিক উদ্ধাৰ কৰিবৰ বাবে জ্যোতি উন্মাদ হৈ পৰিল।

জ্যোতিৰ খোজৰ গীত তীব্ৰতৰ হ'ল। সি সিদ্ধান্ত কৰিলে, শেৱালিক জীয়াই ৰাখিব লাগিব। সুন্দৰ কোঁৱৰে বিস্তীৰ্ণ অটব্য অৰণ্য পাহাৰৰ বুকু ফালি, প্ৰয়োজন হ'লে এখন ৰাজ্যৰ পিছত আন এখন ৰাজ্য আক্ৰমণ, অধিকাৰ কৰি, শেৱালিক বিচাৰি উলিয়াব। শেৱালিক সি নিজৰ কাৰেংঙৰ মাজলৈ সুমুৱাই আনিব। কাৰেংঙৰ লিগিৰীক সি ৰাণীৰ মৰ্যাদা ৰাণীৰ খ্যাতি প্ৰদান কৰিব। শেৱালিৰ বুকুত গোপন হৈ থকা পূৰ্ণিমা সি আৱিষ্কাৰ কৰিব। সুন্দৰ কোঁৱৰে প্ৰতিশোধ ল'ব ঃ ৰাজমাও, ৰাজপৰিয়ালৰ সকলোৱে শেৱালিৰ সন্মুখত আঁঠু ল'ব লাগিব। শেৱালিক সি নাৰীৰ শ্ৰেষ্ঠতা দান কৰিব।

জ্যোতি চঞ্চল হৈ পৰিল। নাটকৰ ধৰ্ম সি নামানে। এটা ট্ৰেজেদীয়ে আন এক ট্ৰেজেদীৰ সৃষ্টি কৰাৰ কথাত সি বিশ্বাস নকৰে। এদিন সুন্দৰে জীৱনৰ তাড়নাত, শেৱালিৰ প্ৰেমৰ দুৰ্বাৰ আকৰ্ষণত, সি তাৰ বিবাহিতা পত্নী কাঞ্চনমতীক বিসৰ্জন দিছিল। কাৰণ, কাঞ্চনমতীয়ে অনঙ্গৰ অন্তহীন প্ৰেমক বিশ্বাসঘাতকতা কৰিছিল, কৰিছিল প্ৰতাৰণা। কাৰণ, একেটা কাৰেংঙৰ মাজতে কাঞ্চনমতী আৰু শেৱালি থাকিব নোৱাৰে। কাঞ্চনমতী থাকিলে কাৰেংঙৰ লিগিৰী শেৱালিক কাৰেংঙৰ ৰাণীৰ আসনত অধিষ্ঠিত কৰিব নোৱাৰি।

কিন্তু সেই কাৰণেই, এদিন কাঞ্চনমতীক বিসৰ্জন দিয়া হৈছিল বুলিয়েই, তাৰ পৰিণতিৰূপে শেৱালি ধ্বংসৰ অতল গৰ্ভত নিমজ্জিত হ'ব নোৱাৰিব। শেৱালিক কিছুদিনৰ বাবে বিসৰ্জন দিব পাৰি। কিন্তু শেৱালিৰ কাৰেংলৈ প্ৰত্যাবৰ্তনক সত্য কৰি তুলিব লাগিব।

শেৱালিৰ অকাল মৃত্যু কোনোপধ্যে সম্ভৱ নহয়। জ্যোতি দৃঢ়বদ্ধ হ'ল। নাটকৰ পৰিসমাপ্তিৰ সমস্ত পৰিকল্পনাৰ আমূল পৰিবৰ্তন সাধন কৰিব লাগিব।

জ্যোতিৰ বিশ্বাস দৃঢ় হ'ল, 'কাৰেংঙৰ লিগিৰী'ৰ পাঠক আৰু সেই নাটকৰ নাট্যৰূপৰ দৰ্শকেও শেৱালিৰ ক্ষেত্ৰে এক মিলনাত্মক ৰূপকে কামনা কৰিব।

জ্যোতিৰ কল্পনাই, জ্যোতিৰ স্বপ্নই আকাশলংঘা ৰূপ পৰিগ্ৰহণ কৰিলে।

জ্যোতিৰ মনত এই কথাই সুদৃঢ় ৰূপ ল'লে ঃ 'কাৰেঙৰ লিগিৰী' যৰদেউতা লক্ষ্মীনাথৰ 'বাঁহী'ত, অথবা মাজুদেউতা চন্দ্ৰকুমাৰৰ "অসমীয়া" ধাৰাবাহিকভাৱে প্ৰকাশ পোৱা হ'লে, শেৱালিক ৰাজমাতাই বিসৰ্জন দিয়াৰ মুহুৰ্ত্ততে সমগ্ৰ অসমৰ পাঠকসমাজ সতৰ্ক হৈ উঠিলহেঁতেন। জ্যোতিৰ লিখাত এই কথা যদি ধীৰে ধীৰে স্পষ্ট হ'লহেঁতেন যে জ্যোতিয়ে নিৰ্ঘাত শেৱালিক মৃত্যুৰ দিশে লৈ গৈছে, শেৱালিৰ বিলুপ্তি জ্যোতিৰ কাম্য, তেনেহ'লে সমগ্ৰ অসমৰ মানুহে তাৰ দুৰ্যোৰ প্ৰতিবাদ জনালেহেঁতেন। শেৱালিৰ জীৱন প্ৰাৰ্থনা কৰি শেৱালিৰ গুণমুগ্ধ হেজাৰ হেজাৰ লোকে জ্যোতিলৈ পত্ৰ প্ৰেৰণ কৰিলেহেঁতেন। শেৱালিৰ জীৱন প্ৰাৰ্থনা কৰি অসমৰ এটা প্ৰান্তৰৰ পৰা অন্য প্ৰান্তৰলৈ হেজাৰ হেজাৰ নামঘৰত হ'লহেঁতেন বন্তি প্ৰজ্বলিত ঃ শেৱালিৰ জীৱন ভিক্ষা কৰি অসমীয়া নাৰী সমাজে জ্যোতিৰ মাতৃ কিৰণময়ীক পুত্ৰৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিবলৈ কাকুতি-মিনতি কৰিলেহেঁতেন।

জ্যোতিৰ কল্পনাৰ দিগন্ত সুদূৰপ্ৰসাৰিত হ'ল। অসমীয়াৰ সেই প্ৰাৰ্থনা-কাকুতি-মিনতি, নামঘৰে নামঘৰে সেই বন্তি প্ৰজ্বলনত, কাৰেঙৰ লিগিৰীক কৰা বঞ্চনা আৰু অত্যাচাৰৰ বিৰুদ্ধে জাগ্ৰত জাতীয় প্ৰতিবাদৰ মহাধ্বনি শুনি বিস্মিত গৌৰৱান্বিত হ'বলৈ সি যদি সঁচাকৈয়ে লক্ষ্মীনাথৰ 'বাঁহী'ত "কাৰেঙৰ লিগিৰী" ধাৰাবাহিক লিখিব পাৰিলেহেঁতেন।

স্বপ্নৰ শেষহীন উন্মাদনাৰ মাজত যেতিয়া জ্যোতিয়ে নাটকৰ পৰিসমাপ্তিৰ দিশত তাৰ লিখা বন্ধ কৰি দিলে, নিজৰ সৃষ্টিৰ মায়াজালতে যেতিয়া সি বন্দী হৈ পৰিল, এই আকাশ এই নদী এই বিশাল বিস্তীৰ্ণ প্ৰকৃতি যেতিয়া এটা মুহূৰ্তত আহি তাৰ বাবে যেন স্তব্ধ হৈ গ'ল, তেতিয়া সেইদিনা ৰাতিপুৱা মাতৃ কিৰণময়ীৰ পৰা সি পালে এখন চিঠি।

"-- তোমাৰ 'কাৰেঙৰ লিগিৰী'ৰ প্ৰথম লিখাখিনি মই পঢ়ি আছো। কেইটামান শব্দ পঢ়ি বৈ থাকো, পুনৰ পঢ়ো, বাৰে বাৰে পঢ়ো, পঢ়ি পঢ়ি মই আপোনপাহৰা হওঁ। মোৰ টিপচি চৰাইটো যে এই কুৰি বছৰ বয়সতে ইমান ডাঙৰ লিখক হ'ব পাৰিলে, এই কথা ভাবি মই আনন্দৰ সাগৰত ডুব গৈ থাকো। আমাৰ ঘৰলৈ আজিকালি বহুত মানুহ আহে । সকলোৱেই তোমাৰ কথা সোধে। তোমাৰ কথা জানিবলৈ পালে তেওঁলোকৰ মুখত মই হাঁহি দেখিবলৈ পাওঁ। তুমি লিখি থকা নাটকখনৰ থিয়েটাৰ ৰূপ ষ্টেজত চাবলৈ বহুত মানুহে আশা কৰি আছে। -- তোমাৰ গীতকেইটা মই আনে নুতনাকৈ সুৰ লগাই গাওঁ। তোমাৰ ভনী আইদেউ আৰু অন্নই তোমাৰ গীতবোৰ সুৰ লগাই ডাঙৰ ডাঙৰকৈ গাই ফুৰে। তোমাৰ দেউতাৰে তোমাৰ "সোণৰ পালেঙত অ' মনে ভৰা -- ধুনীয়া কোঁৱৰৰ মূৰতি নাহিলে কপাহৰে দলিচা পৰা মৰে তৰা -- চাতোলৰ দলিচা পাৰি দিম শুবলৈ অ' মনে ভৰা, বগলীৰ পাখীৰে পাক দিম শুবলৈ"

গীতটো অৰ্গেনত বজাই আমাক শুনালে। তেওঁ সদায় সন্ধিয়া সেই গীতটো অৰ্গেনত বজাই আমাক শুনায়। তোমাৰ ভাই-ভনীকেইটাই জ্যোতি ককাইদেউ জ্যোতি ককাইদেউ বুলি সুৰ লগাই গীত গায়।

"-- এটা কথা তোমাক নক'লে নহ'ব বুলি মই ভাবিছো। কেবাদিনো চিন্তা কৰিহে কথাটো তোমালৈ লিখিছো। তোমাৰ নাটকত শেৱালিক ৰাজকাৰেঙৰ পৰা নিৰ্বাসন দিয়া কথাটোত মই বৰ দুখ পাইছো। তাইৰ নিচিনা আজলী ছোৱালী এজনীয়ে তেনে শাস্তি পাব নেলাগিছিল। নাটকৰ শেষৰ ফালে শেৱালিক তুমি উদ্ধাৰ কৰিবা। কাৰেঙলৈ ওভোতাই নানিলেও তাই আন ক'ৰবাত হ'লেও শান্তিৰে থাকিবলৈ পালেহে মই শান্তি পাম। তাইৰ যাতে আন অঘটন নঘটে। তুমি যেন তাইক মৰিবলৈ নিদিয়া। দিলে মোৰ আৰু আনৰ কথা বেলেগই, তুমিয়েই মনত কোনো কালে শান্তি নাপাবা --
"-- তুমি এতিয়া বিলাতলৈ যাবলৈ সাজু হোৱা। মাজত মাত্ৰ এমাহহে বাকী আছে।"

জ্যোতিৰ স্বপ্ন যেন হঠাতে সত্যত পৰিণত হ'ল। মাতৃৰ পুত্ৰই তাৰ মনৰ সেই ভাবত বিস্তৃতি দান কৰিলে যে "বাঁহী"ত তাৰ নাটক ধাৰাবাহিকভাৱে প্ৰকাশ হোৱা হ'লে সমগ্ৰ অসমৰ নামঘৰে নামঘৰে শেৱালিৰ জীৱন ভিক্ষা কৰি বন্তি প্ৰজ্বলন হ'লহেঁতেন, প্ৰাৰ্থনাৰ সুৰ আকাশমুখী হ'লহেঁতেন, শেৱালিৰ জীৱন দানৰ বাবে প্ৰাৰ্থনা কৰি তালৈ আহিলহেঁতেন সংখ্যাহীন পত্ৰ।

জ্যোতি অভিভূত হ'ল।

নিজৰে সৃষ্টিত, নিজৰে আনন্দত তাৰ এপাক নাচিবৰ মন গ'ল। চাৰিওফালৰ সকলোৰে শুনাকৈ তাৰ এটা গীত গাবৰ মন গ'ল।

জ্যোতিয়ে ভাবি উলিয়ালে, জীৱনৰ অনেক ভাগ্যৰ ভিতৰত পৰম ভাগ্য হ'ল সৃষ্টিৰ ব্ৰতত কিবা এটা লিখিব পৰাটো আৰু সৰ্বোত্তম ভাগ্য হ'ল ভালকৈ লিখিব পৰাটো। সি সেই পৰম ভাগ্যৰ সন্তান।

জ্যোতিৰ হৃদয় গৰ্বেৰে উপচি পৰিল।

আজি ৰাতিৰ ভিতৰতে 'কাৰেঙৰ লিগিৰী'ৰ ৰচনা শেষ কৰিব লাগিব।

জ্যোতিয়ে সেই 'পৰ্বততে ফুলি ৰঙানোকৈ ফুলে কলি ৰেণুৰে বোলালি তই কুমলীয়া হাত' গীতটো কেইজনীমান নাগিনী ছোৱালীৰ মুখত দিলে। সেই গীত সিহঁতে শুনালে শেৱালিৰ সন্ধানত পাহাৰৰ মাজত হাহাকাৰ কৰি ফুৰা সুন্দৰ কোঁৱৰক।

সুন্দৰ ঃ ক'ত্তা নাগিনী ছোৱালীহঁত! তহঁতৰ স'তে শেৱালি নাহিলে দেখোন?

কলুক ঃ ৰজাৰ ল'ৰা, শেৱালি আজি তোৰ লগত যাব নহয়, সেই গুণে তাই ভালকৈ সুৰ মেলাইছে, খোপাত ফুল পিন্ধিছে, হাতত ফুল পিন্ধিছে আৰু গালত ৰঙা ফুলৰ গুড়ি সানিছে। তাই আহিব। হো, তেন্তে এইখোৰ ৰঙা ৰঙা

ফুল দিছে।

কণুকে সুন্দৰক ফুল দিয়ে, সেই ফুল সি পৰমানন্দেৰে গ্ৰহণ কৰে আৰু সেই আনন্দতে কণুক জুনুক ঠুনুকে গোৱা ‘পৰ্বততে ফুলিলে ৰঙানোকৈ ফুলে কলি’ গীতটো সি শুনিলে।

সেই গীতৰ পিছতে জ্যোতিয়ে নাটকৰ পৰিসমাপ্তিৰ ৰচনাত হাত দিলে।

মাতৃ কিৰণময়ীৰ পুত্ৰক কৰা কাতৰ অনুৰোধ, তাৰ স্বপ্নত, তাৰ কল্পনাত দেখা দিয়া অজস্ৰ লোকৰ অবিৰত আবেদনৰ প্ৰতি শ্ৰদ্ধা আৰু পৰম সহানুভূতিৰে জ্যোতিয়ে লিখিলে ঃ

চাৰিওফালৰ বিনন্দীয়া প্ৰকৃতিৰ মাজৰ পৰা, বিস্তীৰ্ণ সেউজীয়া অৰণ্য, বিপুল গৌৰৱেৰে প্ৰৱাহিনী সেউজীয়া জৰণাৰ কুলকুল শব্দ অতিক্ৰমি, জীৱনৰ যৌৱনৰ অন্তহীন সুৰ আৰু ধ্বনি, গীত আৰু ভাবৰ ব্যঞ্জনাৰে, পৃথিৱীৰ প্ৰথম নাৰীৰ যেন অপৰূপ সৌন্দৰ্যৰে, শেৱালি আৱিৰ্ভাৱ হ’লহি সুন্দৰ কোঁৱৰৰ সন্মুখত। সুন্দৰে শেৱালিক হৃদয়ৰ সকলো আৱেগ উন্মাদনাৰে আকোৱালি ল’লে। এই মধুৰ মিলনৰ সাক্ষী হৈ ৰ’ল সেই বিশাল অকাশ, বিশাল বিস্তীৰ্ণ অৰণ্য আৰু পাহাৰ, পূবৰ পৰা পশ্চিমলৈ মৃদু গতিৰে বৈ থকা বতাহ।

--প্ৰত্যাৱৰ্তনৰ মুহূৰ্ত উপস্থিত। গায়নে-বায়নে, ঢোলে-ডগৰে এক উৎসৱ-শোভযাত্ৰাৰ মাজত সুন্দৰ কোঁৱৰ আৰু শেৱালি ঃ যি শেৱালিৰ উত্তৰণ ঘটিল কাৰেঙৰ লিগিৰীৰ পৰা কাৰেঙৰ ৰাণীলৈ ঃ সেই শেৱালিয়ে প্ৰত্যাৱৰ্তন কৰিলে ভৈয়ামৰ ৰাজকাৰেঙলৈ। পথৰ কাষে কাষে সংখ্যাহীন লোকে সেই বৰ্ণাঢ্য মিলনযাত্ৰা উপভোগ কৰি জীৱন ধন্য কৰিলে। --

মাতৃ কিৰণময়ীৰ আশা পূৰ্ণ হ’ল। নামঘৰে নামঘৰে বন্তি প্ৰজ্বলন, প্ৰাৰ্থনাৰ স্বপ্নক জ্যোতিয়ে পূৰ্ণতা দান কৰিলে। --

জ্যোতিয়ে এটা মিলনৰ গীতেৰে তাৰ নাটকৰ সমাপ্তি ঘটালে। তাৰ মিলনাত্মক নাটকৰ, সুন্দৰ আৰু শেৱালিৰ মধুৰ মিলনৰ প্ৰতীকৰূপে, সেই গীতৰ সুৰ ধ্বনিত প্ৰতিধ্বনিত হৈ সমস্ত আকাশ বিয়পি পৰিল।

নিজৰ নাটৰ সেই মধুৰ পৰিসমাপ্তি জ্যোতিয়ে এবাৰ নহয়, দুবাৰ নহয়, বাৰে বাৰে পঢ়িবলৈ ধৰিলে। তাৰ প্ৰত্যেকটো শব্দকে এবাৰ নহয় কেবাবাৰো সি নিজৰ হৃদয়েৰে অনুভৱ কৰিবলৈ ধৰিলে।

কিন্তু যিমানে সি পঢ়িলে, সিমানে তাৰ মনৰ অতৃপ্তি বাঢ়িবলৈ ধৰিলে। বহু দিনৰ কল্পনাৰ নাটকৰ সমাপ্তিৰ লগে লগে যি বিপুল আনন্দ লাভ কৰিব বুলি সি আশা কৰি আছিল, তাৰ স্থান অধিকাৰ কৰিলেহি গভীৰ নিৰানন্দই।

নিজৰ কোঠাতে জ্যোতি উন্মাদৰ দৰে ইফালৰ পৰা সিফাললৈ অহা-যোৱা কৰিবলৈ ধৰিলে। তাৰ লিখা প্ৰতিটো শব্দই তাৰ বাবে অপৰিচিত, সুদূৰ যেন তাৰ জ্ঞান হ’ল।

তাৰ মাতৃ কিৰণময়ীৰ কাকূতি, কল্পনাৰ সেই বস্তি প্ৰজ্বলন, অন্তহীন প্ৰাৰ্থনা অতিক্ৰমি নাটকৰ ট্ৰেজিক ৰূপটোৱে জ্যোতিৰ মন আৰু হৃদয় অধিকাৰ কৰি ল'লেহি।

এই নাটক মিলনত শেষ হ'ব নোৱাৰে, জ্যোতিয়ে সিদ্ধান্ত কৰিলে।

ৰাজকাৰেঙৰ মাজত যি অবৈধ প্ৰেমৰ জন্ম হৈছিল, তাৰ পৰিসমাপ্তি সুখৰ অথবা আনন্দৰ হ'ব নোৱাৰে।

অনঙ্গৰ লগত কাঞ্চনমতী গভীৰ প্ৰেমত নিমজ্জিত হৈ থকা বুলি জানিও, সুন্দৰ কোঁৱৰে কাঞ্চনমতীক বিয়া কৰাই ৰাজকাৰেঙত ৰাণীৰ আসনত বহুৱাই অৱশেষত যি নাৰীৰ বাবে সেই বিবাহিতা পত্নীক বিসৰ্জন দিয়া হ'ল, সেই শেৱালিৰ জীৱন বিলুপ্তিৰ গৰ্ভত নিমজ্জিত নহ'লে নাটকৰ মৰ্যাদা ৰক্ষা কৰা নহয়।

জ্যোতি সাজু হ'ল।

জ্যোতিয়ে জানে, হৃদয় আৰু মনৰ সৰ্বশক্তি আৰু যথাসৰ্বস্ব দান কৰি যি শেৱালিক জীয়াই ৰাখিবৰ বাবে সি ব্যাকুল হৈ উঠিছিল, সেই শেৱালিক চিৰ বিদায় দিব নোৱাৰিলে তাৰ নাটক সম্পূৰ্ণ নহয়।

এই পৃথিৱীৰ অন্তহীন বিশ্বাসঘাতকতা, স্বাৰ্থপৰতা, বিদ্বেষ, ঘৃণাৰ গ্ৰাসৰ পৰা ৰক্ষা কৰিবৰ বাবেই শেৱালিক বিদায় দিব লাগিব। --

শেৱালি চিৰ প্ৰবহমান নিজৰাৰ সোঁতত উঠি গ'ল। চিৰ সেউজীয়া প্ৰকৃতিয়ে মানুহৰ ভয়ংকৰ গ্ৰাসৰ পৰা শেৱালিক চিৰদিনৰ বাবে উদ্ধাৰ কৰি আপোন কৰি ল'লে।

সুন্দৰ ঃ শেৱালি, মোক তই বুজালি। জীৱনেৰে বুজালি, মৰণেৰে বুজালি, মোৰ জীৱন যজ্ঞত তোৰ জীৱন আহুতি দিলি।

-- ত্যাগৰ মুকুটৰে উজলি শেৱালি গোসাঁনী মোৰ জীৱন সুদাকৈ, কাৰ আহবানত, সৃষ্টিৰ ইন্দ্ৰজাল ভেদি, কোন ব্ৰহ্মাণ্ডলৈ উফৰি গ'লি? বিশ্ব জগতৰ সকলো তিৰোতাৰ গালতে কি গৌৰৱৰ সেন্দুৰ সানি গ'লি? -- কি চাই আছা, বন্ধু! শেৱালিক আনি নিদিয়া কিয়? আনি দিয়া আনি দিয়া, আনি দিয়া, শেৱালিক মোক আনি দিয়া।-- অ' শেৱালি তই উভতি নাহ কিয়? কথা নাপাত কিয়? নাহাঁহহি কিয়? কথা ক, সোণৰে শেৱালি, অ' প্ৰাণৰে শেৱালি, কথা ক -- !!

সুন্দৰ ধলি পৰে! --

জ্যোতিৰ চকুৰ পৰা সজোৰে পানী ওলাই আহিল।

শেৱালিৰ মৃত্যুৰ মাজেৰে সি তাৰ নিজৰ নাটকৰ এক ট্ৰেজিক অধ্যায়ৰ পৰা ৰক্ষা পালে। কিন্তু সি ৰক্ষা নাপালে হৃদয়ৰ শোকৰ পৰা।

জ্যোতিয়ে তাৰ নাটকৰ সেই নিৰ্মম পৰিসমাপ্তিত পুনৰ চকু ফুৰাব নোৱাৰিলে।

*পিছদিনা ৰাতিপুৱা জ্যোতি বিলাতলৈ যাত্ৰাৰ প্ৰস্তুতিৰ বাবে জাহাজেৰে তেজপুৰলৈ ৰাওনা হ'ল।*

## ॥ একত্ৰিশ ॥

দহদিনৰ পিছত জ্যোতি বিলাতলৈ যাব।

গুৱাহাটীৰ পৰা তেজপুৰলৈ বিদায়ৰ আগদিনা মাজুদেউতা চন্দ্ৰকুমাৰৰ উজান বজাৰৰ ঘৰত তাক যে ভালেমান লোকে ইমান আন্তৰিকতাৰে বিদায়-সম্ভাষণ জনাব, সেই কথা জ্যোতিয়ে দুপৰীয়ালৈকে জানিব পৰা নাছিল।

সমগ্ৰ আয়োজন কৰিছিল অৰুণে। সি তিনিদিনৰ আগতে ডিব্ৰুগড়ৰ পৰা আহি জ্যোতি ককাইদেউৰ বিদায়-সম্ভাষণৰ আয়োজন কৰিছিল। লগত আহিছিল তাৰ মাতৃ মুক্তাপ্ৰভা আৰু ভায়েক তৰুণ। পিতৃ চন্দ্ৰকুমাৰে সিহঁতৰ এনে ভাতৃ-ভক্তি দেখি আনন্দিত হৈছিল।

আহি উপস্থিত হ'লহি জ্যোতিৰ গুৰুৰ দৰে চন্দ্ৰনাথ আৰু অমিয়কুমাৰ।

জ্যোতিৰ বয়স তেতিয়া বাইশ বছৰ। সেইদিনা বিদায়-সম্ভাষণত তাৰ কথা শুনি চন্দ্ৰকুমাৰ, চন্দ্ৰনাথ, অমিয়কুমাৰ আদি সকলোৱেই মুগ্ধ হ'ল।

সি ক'লে ঃ আচলতে মই মোক আৱিষ্কাৰ কৰিবৰ বাবেই ইংলণ্ডলৈ যাবলৈ ওলাইছো। যিখন দেশে আমাৰ ভাৰতমাতৃক বন্দী কৰি ৰাখিছে, সেই দেশলৈ যোৱাটো বিসদৃশ যেন লাগিব পাৰে। কিন্তু ইংৰাজৰ যিটো অংশই অন্য দেশক গোলাম কৰি ৰাখিছে, তাৰ উপৰিও ইংলণ্ডৰ অন্য এক দিশ আছে যিটোৱে পৰাধীন দেশৰ মানুহকো জগতৰ আৰু জীৱনৰ যিটো শ্ৰেষ্ঠ, যিটো চিৰন্তনীয় তাৰ প্ৰতি অবিৰত আকৰ্ষণ কৰে। সেইটো হ'ল, সেই দেশৰ প্ৰজ্ঞনাক জনাৰ দুৰ্বাৰ আগ্ৰহ, সেই দেশৰ মানুহৰ মুক্তিৰ বাসনা আৰু সেই দেশৰ সাহিত্য-সংস্কৃতিৰ মহান অৱদান। বিলাতলৈ এদিন ৰাজা ৰামমোহন ৰায় গৈছিল ভাৰতৰ পৰা সতীদাহ প্ৰথা নিৰ্মূলৰ বাবে আন্দোলন কৰিবলৈ। ৰামমোহনে বৃটিছ চৰকাৰক বাধ্য কৰিছিল ভাৰতত ইংৰাজী শিক্ষা আৰু বিজ্ঞান-চৰ্চা প্ৰৱৰ্তন কৰিবলৈ। কাৰণ, তেওঁ এই কথা গভীৰভাৱে উপলব্ধি কৰিছিল যে ভাৰতৰ পৰা বৃটিছ শাসন নিৰ্মূল কৰিবৰ বাবে ভাৰতৰ মানুহ আধুনিক ধ্যান-ধাৰণা,

শিক্ষা-সংস্কৃতিৰ দ্বাৰা উদ্বুদ্ধ হ'ব লাগিব।

জ্যোতিৰ কথাত সকলো মুগ্ধ হ'ল। বিমুগ্ধ হ'ল চন্দ্ৰকুমাৰ। জ্যোতি হ'ল তেওঁৰ মানসপুত্ৰঃ তাৰ এই আলোকসন্ধানী দৃষ্টিয়ে তেওঁক আশাতীত আনন্দ দিলে।

অৰুণ ইমান উত্তেজিত হ'ল যে সি বাৰে বাৰে হাত চাপৰি বজাবলৈ ধৰিলেঃ জ্যোতি ককাইদেৱে ইমান কথা জানে আৰু তাকে ইমান সুন্দৰকৈ ক'ব পাৰে!

জ্যোতিঃ আমাৰ এই যুগৰ আটাইকেইজন মহাপ্ৰাণ ভাৰতীয় বিলাতলৈ গৈছিল বাৰিষ্টাৰী পঢ়িবৰ বাবে। কিন্তু তেওঁলোক আটাইকেউজন বিদ্ৰোহী হৈ উভতি আহিছিল। মহামানৱ মহাত্মা গান্ধীয়ে ইংলণ্ডৰ ভূমিত ভৰি দি, ইংলণ্ডৰ চাৰিওফালৰ সম্পদ-ঐশ্বৰ্য দেখি নিজৰ দেশৰ বিনাশী আৰু দৰিদ্ৰতাৰ প্ৰকৃত ৰূপটো উদংকৈ দেখা পালে আৰু সেই বিদেশ ভূমিতে জন্মভূমিৰ স্বাধীনতাৰ বাবে জীৱন পণ কৰাৰ প্ৰতিজ্ঞা কৰিলে। জৱাহৰলাল নেহৰুৱে অক্সফৰ্ড বিশ্ববিদ্যালয়ত অধ্যয়ন কৰিবলৈ গৈছিল আৰু বিদায়-সভাত তেওঁক যেতিয়া সোধা হৈছিল তেওঁৰ জীৱনৰ লক্ষ্য কি, তেতিয়া তেওঁ উদাত্ত কণ্ঠে ঘোষণা কৰিছিলঃ ভাৰতৰ পৰা বৃটিছ শাসন নিৰ্মূল কৰাই মোৰ জীৱনৰ একমাত্ৰ ধ্যান, একমাত্ৰ মন্ত্ৰ। সেইদিনা সেই বৃটিছ দৰ্শকে তেওঁক বিপুলভাৱে বিদায়-সম্ভাষণ জনাইছিল। চৰ্দাৰ বল্লৱভাই পেটেলো বিলাতলৈ গৈ বৃটিছবিদ্ৰোহী হৈ দেশলৈ উভতি আহিছিল।

জ্যোতিয়ে ক'লেঃ মই শ্বেইক্সপীয়েৰৰ দেশলৈ যাবলৈ ওলাইছো, যি শ্বেইক্সপীয়েৰৰ অবিহনে পৃথিৱীৰ সমস্ত সাহিত্য-সংস্কৃতিয়েই নিঃকিন হৈ থাকিলহেঁতেন। মই কাৰ্লাইলৰ দেশলৈ যাবলৈ ওলাইছো, যি কৈছিল যে তেওঁক ভাৰত-সাম্ৰাজ্য নালাগে, তেওঁক কেৱল লাগে শ্বেইক্সপীয়েৰক। মই সেই দেশলৈ যাবলৈ ওলাইছো যাৰ মহাপ্ৰাণ কবি য়েট্‌ছে আমাৰ বিশ্বকবি ৰবীন্দ্ৰনাথৰ মানৱ-বন্দনাৰ গীতিকাব্য "গীতাঞ্জলি"ক সাহিত্যৰ নবেল পুৰস্কাৰৰ বাবে আগবঢ়াই দিছিল। ....

এইবাৰ জ্যোতিয়ে বিনম্ৰ সুৰেৰে ক'লে, "মোৰ বিলাতলৈ যোৱাৰ অন্য এক প্ৰধান উদ্দেশ্য আছে। অসমত এখন ফিল্ম কৰাৰ এক স্বপ্ন মই বহুদিনৰ আগৰে পৰা দেখি আছো। তেনে এখন ফিল্ম ভাল যে নহ'ব, মই জানো। কিন্তু এখন ফিল্মৰ মাজেৰে এই ৰূপালী পৰ্দাত অসমীয়া কাহিনী, অসমীয়া নৃত্যগীত-সুৰ ফুটাই তোলাৰ চেষ্টা কৰিম। 'শোণিত কুঁৱৰী' নাটকেৰেযেনেকৈ মই ৰাণষ্টেজলৈ পুনৰ অসমীয়া গীত-সুৰ ঘূৰাই আনিলো, তেনেকৈ অসমীয়াৰ জীৱন-স্পন্দন কাণপাতি শুনিবলৈ মই এখন ফিল্ম কৰিম বুলি বহু দিনৰ আগৰ পৰা ভাবি আছো। বিলাতত মই ফিল্মৰ টেকনিকটো শিকি আহিম। সেই টেকনিকটো জানিবৰ বাবে মই ইংলণ্ডৰ পৰা জাৰ্মানীলৈয়ো যাম বুলি ভাবিছো।

"আপোনালোকে মোক আশীৰ্বাদ দিব। মোৰ জীৱনৰ লক্ষ্য মাত্ৰ এটাইঃ

ৰাজনীতিৰে হওক, নাটকৰে হওক, গীত-কাহিনীৰে হওক মই মোৰ জন্মভূমিৰ সেৱাত মোৰ জীৱন উছৰ্গা কৰিম।"....

জ্যোতিৰ কথা শেষ হ'ল। কিন্তু বক্তৃতাৰ শেষত সাধাৰণতে বিপুল কৰধ্বনি আৰু হুলস্থূল হোৱাৰ দৰে জ্যোতিৰ ক্ষেত্ৰত একো নহ'ল। সকলোৱেই অবাক দৃষ্টিৰে জ্যোতিলৈ চাই থাকিল। জ্যোতিয়ে যে সকলোকে বিস্মিত কৰি এনে অসাধাৰণ কথা ক'ব পাৰিব, জ্যোতিৰ উপলব্ধি যে ইতিমধ্যে ইমান গভীৰলৈ প্ৰৱেশ কৰিছে, সেই কথা জ্যোতিৰ কথা শুনাৰ আগতে কোনেও বিশ্বাস কৰিব পৰা নাছিল। সকলোৱেই ভাবিছিল, ধনাঢ্য পৰিবাৰৰ সন্তান জ্যোতি বিদেশলৈ যাব কেৱল ভ্ৰমণৰ আনন্দ লাভ কৰিবৰ বাবে ঃ প্ৰতিটো চহকী ভাৰতীয় পৰিয়ালৰ সন্তানৰ বিলাতলৈ যোৱাটো এটা বিলাস-উৎসৱৰ দৰে ঃ বিদেশৰ প্ৰাচুৰ্য, সৌন্দৰ্য, নৰ আৰু নাৰীৰ বৰ্ণাঢ্য ৰূপ বৈ বৈ উপভোগ কৰি জীৱন সাৰ্থক কৰিবৰ বাবে।

কিন্তু জীৱনৰ কুৰি বছৰ সিদিনা মাত্ৰ অতিক্ৰম কৰি অহা জ্যোতিৰ বিলাত ভ্ৰমণৰ উদ্দেশ্যই সকলোকে স্তম্ভিত আৰু লগতে অনুপ্ৰাণিত কৰিলে। আটাইতকৈ মুগ্ধ হ'ল মাজুদেউতা চন্দ্ৰকুমাৰ। তেওঁৰ সন্মুখত একান্ত শান্ত সমাহিত এই ল'ৰাটোৰ ভাব-চিন্তাৰ যি উত্তৰণ ঘটিছে, তালৈ লক্ষ্য কৰি তেওঁৰ হৃদয় আনন্দেৰে উপচি পৰিল। তেওঁৰ মানসপুত্ৰৰ এনে অসাধাৰণ প্ৰতিভাৰ সন্ধান পাই তেওঁ ধন্য হ'ল।

সেইদিনা সন্ধিয়া বৰমা মুক্তাপ্ৰভাই জ্যোতিৰ গালে-মূৰে হাত ফুৰাই মৰম কৰোতে প্ৰথমতে তেওঁৰ মুখত হাঁহি ফুটি উঠিছিল। কিন্তু পিছ মুহূৰ্ততে তেওঁৰ চকুৰ পৰা এটোপা দুটোপাকৈ কেবাটোপাও পানী ওলাই আহিল। তেওঁ নিজেই ক'ব নোৱাৰিলে, সেই চকুপানী ওলাই আহিল জ্যোতিক দীঘলীয়া দিনৰ বাবে বিদায় দিবৰ বাবে নে সেই শৈশৱত মাতৃৰ হৃদয় শূন্য কৰি মৃত্যু হোৱা প্ৰতিমাৰ কথা মনত পৰি। কোনো নিকটাত্মীয়ক সন্মুখত দেখিলেই মুক্তাপ্ৰভাৰ মনৰ চকুৰ আগত আৱিৰ্ভাৱ হয়হি সেই দেৱীসদৃশ প্ৰতিমাৰ অপূৰ্ব মূৰ্তি। প্ৰতিমাৰ মৃত্যুত তেওঁৰ বাবে সমস্ত পৃথিৱী নিমজ্জিত হ'ল গভীৰ অন্ধকাৰত। বছৰৰ পিছত বছৰ অতিক্ৰম কৰিলে। অতিক্ৰম কৰিলে শৰতৰ পিছত শীত, শীতৰ পিছত বসন্ত, বসন্তৰ পিছত বৰ্ষা, ক্ষমাহীন দ্ৰুততাৰে সময় অতিবাহিত হ'ল, কিন্তু মাতৃৰ হৃদয়ত প্ৰথম কন্যাৰ সেই বেজাৰ পৰিণত হ'ল অন্তহীন বিননিত।

মুক্তাপ্ৰভাৰ কাষত থাকিলে জ্যোতিৰ ক্ষোভ প্ৰকৃতিৰ নিষ্ঠুৰতাৰ বিৰুদ্ধে অগ্নিসম হয়। মানুহৰ মৃত্যু হয়, অনন্তকাল ধৰি মানুহৰ মৃত্যু হৈ আহিছে। কিন্তু কোনো এক মহাজাগতিক দৈৱশক্তিৰ প্ৰভাৱত মাতৃৰ হৃদয় শূন্য কৰি কোনো শিশুৰ মৃত্যু ঘটাটো বন্ধ কৰিব নোৱাৰিনে? নিয়তিৰেই হওক অথবা কালৰে হওক তাৰ চিৰাচৰিত নিয়মত ব্যতিক্ৰম ঘটাব নোৱাৰিনে?

সেইদিনা পখুলি অকণে জ্যোতিক ক'লে, "জোতি ককাইদেউ, তুমিয়ে মযে একেলগে বিলাতলৈ যোৱাৰ কথা আছিল। এই দুবছৰমানৰ পিছতহে যাম।

তুমি গৈয়েই মই যোৱাৰ সকলো ঠিক কৰি পেলাবা। আৰু তুমি এতিয়াই দেউতাক সোধা, তেওঁ মোক বিলাতলৈ কেতিয়াকৈ পঠিয়াব। এতিয়াই সুধি আহা। তুমি জোৰ নকৰিলে মোৰ বিলাতলৈ যোৱা নহ'বই। তুমি বিশ্বাস কৰা, জ্যোতি ককাইদেউ, বিলাতলৈ যোৱাৰ বাহিৰে মোৰ আন কোনো কথা নাই, আন কোনো স্বপ্ন নাই। মোক টেইমছ নদীত নাও চলাবলৈ লাগে, জ্যোতি ককাইদেউ, মোক লণ্ডন টাৱাৰত উঠিবলৈ লাগে, মোক লণ্ডনৰ কলেজত পঢ়িবলৈ লাগে, মোক ইংৰাজৰ দৰে ইংৰাজী ক'বলৈ লাগে। ... তুমি বিলাতলৈ যোৱাৰ আগতে মোক বিলাতলৈ যোৱাৰ বন্দৱস্ত কৰি যোৱা। তুমি এইমাত্ৰ সুধি আহা দেউতাক, তেওঁ মোক কেতিয়াকৈ বিলাতলৈ পঠিয়াব। বিলাতলৈ যদি মই যাব নোৱাৰো, তুমি ঘূৰি আহি মোক আৰু কেতিয়াও দেখিবলৈ নোপোৱা। মই নাইকিয়া হৈ যাম। যোৱা জ্যোতি ককাইদেউ, তুমি দেউতাক সুধি আহা।"

অৰুণে জ্যোতিক ঠেলা মাৰি দিয়াৰ দৰে চন্দ্ৰকুমাৰৰ কোঠালৈ সুমুৱাই দিলে।

চন্দ্ৰকুমাৰে 'ইংলিছমেন' কাকতখন পঢ়ি আছিল। কাকতৰ পৰা মূৰ তুলি তেওঁ জ্যোতিলৈ চালে। আজি কেবাদিনো ধৰি তেওঁৰ এক ধাৰণা হৈছিল, অৰুণে জ্যোতিৰ হতুৱাই তাৰ বিলাতলৈ যোৱাৰ কথাটো তেওঁক কোৱাব। সেয়েই সত্য হ'ল।

"মাজুদেউতা, অৰুণক বিলাতলৈ পঠিয়াবই নহয় জানো?"

"তই পঢ়া-শুনা কৰি উভতি আহগৈ। তাৰ পিছত ভাল দেখিলে অৰুণক পঠোৱাৰ কথা চিন্তা কৰি চাম। তাৰ আগতে নিজৰ দেশতে অৰুণক ভালদৰে পঢ়া-শুনা কৰি ল'বলৈ কবি। সি মোৰ বাধ্য হ'ব লাগিব। ঘৰৰ ধন আছে বুলিয়েই সি বিলাতলৈ যাব নোৱাৰিব। বিলাতলৈ যাবৰ বাবে যোগ্যতাও অৰ্জন কৰিব লাগিব। অৰুণক সুধিবচোন, তোৰ দৰে তাৰ সেই যোগ্যতা আছেনে নাই? লণ্ডন টাৱাৰত উঠি লণ্ডন নগৰৰ সৌন্দৰ্য উপভোগ কৰিলেই নহ'ব, লণ্ডন টাৱাৰৰ ইতিহাসো জানিব লাগিব। বৃটিছৰ সাম্ৰাজ্যবাদী চৰিত্ৰৰ বিপৰীতে সেই বৃটিছৰে সভ্যতা আৰু সংস্কৃতিৰ মহৎ দিশটোৰ কথাও ভালদৰে জানি ল'ব লাগিব। অৰুণৰ সেই ক্ষমতা আছে নে নাই?" .....

জ্যোতিয়ে মাজুদেউতাকক অৰুণৰ সম্পৰ্কে আৰু এটাও কথা ক'ব নোৱাৰিলে। শৈশৱৰে পৰা জ্যোতিয়ে প্ৰত্যক্ষ কৰিছে, মাজুদেউতা চন্দ্ৰকুমাৰৰ কঠোৰ চাৱনি আৰু কথাৰ বিপৰীতে তেওঁৰ অন্তৰত স্নেহৰ নিজৰা বৈ আছে। তেওঁক প্ৰথম দৃষ্টিত দেখিলে বিশ্বাস নহয়, তেওঁৰ হৃদয়ত মধুৰ কবিতাৰ সুৰ ধ্বনিত প্ৰতিধ্বনিত হ'ব পাৰে বুলি। তেওঁক দেখিলে অনুভৱ কৰিব নোৱাৰি, 'অৰুণোদয়'ৰ দিনৰে পৰা প্ৰায় অৰ্দ্ধশতাব্দী কাল সমগ্ৰ অসমীয়া জাতিয়ে 'জোনাকী'ত প্ৰকাশিত তেওঁৰ 'বন কুঁৱৰী' কবিতাটোৰ বাবে

অপেক্ষা কৰি থাকিবলগীয়া হৈছিল।

জ্যোতিৰ দৃষ্টিত, অৰুণে সেইখিনিতে ভুল কৰি পেলালে। পিতৃৰ কঠোৰ কথা আৰু ব্যৱহাৰৰ পৰা পিতৃৰ হৃদয়ৰ অসীম কৰুণাক অৰুণে প্ৰভেদ কৰি চাব নোৱাৰিলে। মুখৰ কেৱল কঠোৰ কথাতে সমগ্ৰ চন্দ্ৰকুমাৰৰ ব্যক্তিত্ব নিহিত হৈ আছে বুলি সি ধৰি ল'লে আৰু সেই ধাৰণা দিনে দিনে তাৰ মনত সুদৃঢ় হৈ পৰিল। জ্যোতিয়ে যে মাজুদেউতাকৰ মুখৰ কঠোৰতা অতিক্ৰমি তেওঁৰ হৃদয়ৰ গভীৰতাত প্ৰৱেশ কৰিবলৈ সক্ষম হ'ল, তেতিয়া পুত্ৰ হৈয়ো অৰুণে চন্দ্ৰকুমাৰৰ মুখমণ্ডলৰ পৰিসীমা অতিক্ৰমি অন্তৰৰ গভীৰতাত প্ৰৱেশ কৰিব নোৱাৰিলে।

জ্যোতিৰ এদিন ধাৰণা হৈছিল, অৰুণ আৰু পিতৃ চন্দ্ৰকুমাৰৰ সম্পৰ্কই এদিন ট্ৰেজেদীৰ ৰূপত আত্মপ্ৰকাশ কৰিব। কিন্তু সেই চিন্তা মনত উদয় হোৱাৰ মুহূৰ্ততে জ্যোতি আত্মানুশোচনাত নিমজ্জিত হ'ল। তেনে এক অমংগলীয়া চিন্তা তাৰ মনত উদয় হোৱাটো মাজুদেউতাৰ প্ৰতি তাৰ অকৃতজ্ঞতাৰ নিৰ্মম প্ৰকাশ বুলি সি গণ্য কৰিলে।

পিছদিনা বাতিপুৱা জাহাজঘাটত চন্দ্ৰকুমাৰে তাক বিদায় দিবলৈ আহিব বুলি ভবাই নাছিল। সি অভিভূত হৈ দুয়োখন হাতেৰে তেওঁৰ চৰণ স্পৰ্শ কৰিলে। চন্দ্ৰকুমাৰে তাক সাবটি মাৰি ধৰিলে। কিন্তু তেওঁৰ মুখৰ অভিব্যঞ্জনাৰ সামান্য পৰিৱৰ্তনো নাই। কিন্তু জ্যোতিয়ে ভালদৰে জানে, মাজুদেউতাৰ মানসপুত্ৰৰ বিদায়ত তেওঁৰ অন্তৰ দুখেৰে উপচি পৰিছে।

অৰুণে ক'লে, "জ্যোতি ককাইদেউ, মই তোমাক এতিয়াই বিদায় নিদিও। মই তোমাক হাওৰা ষ্টেশনত বিদায় দিবৰ বাবে কলিকতালৈ যাম।"

জ্যোতিয়ে অৰুণক সাবটি মাৰি ধৰিলে আৰু তেতিয়াই সি দেখিলে, অদূৰত থিয় হৈ আছে কোনো এক কৰুণ শ্লোকৰ দৰে অনন্ত আকাশৰ তলত, প্ৰবহমান এখন বিশাল নদীৰ পাৰত বৰমা মুক্তাপ্ৰভা।

জ্যোতিয়ে দৌৰ মাৰি গৈ বৰমাক সেৱা কৰিলে। মুক্তাপ্ৰভাই এইবাৰ অন্তৰৰ সমস্ত শক্তিৰে চকুৰ পানী বন্ধ কৰি ৰাখিলে।

চন্দ্ৰকুমাৰৰ পৰা বিদায় লৈ জাহাজত উঠাৰ লগে লগে চন্দ্ৰকুমাৰৰে কথা ভাবি জ্যোতিৰ মন অভিভূত হ'ল।

নদীৰ বুকুত তেজপুৰ অভিমুখে উজনিমুৱা জাহাজত বহি জ্যোতিয়ে সিদ্ধান্ত কৰিলে, ইয়াৰ পিছত যিখন নাটক সি লিখিব, বিলাতলৈ যোৱাৰ পূৰ্বতেই যিখন নাটকৰ ৰচনা সি আৰম্ভ কৰিব, সেইখন নাটক সি অৰ্পণ কৰিব চন্দ্ৰকুমাৰক। সি লগে লগে কাগজ-কলম উলিয়াই ল'লে। এইখিনি কথা সি ৰচনা কৰিলে, এক' উপাহৃতে বুলি ক'ব পাৰি ঃ মোৰ এই দেখাত সম্বন্ধ নোহোৱা জীৱনৰ ঘটনাৱলীৰ আভ্যন্তৰীণ সম্বন্ধৰ ৰহস্যৰ আচল আঁতিগুৰি বুজ পাওঁতা, মোৰ কৰ্মজীৱন চলাওঁতা, মনৰ ৰথৰ বাঘজৰী ধৰোঁতা, জীৱনৰ অকৃতকাৰ্যতাৰ সোপান

শ্রেণী উঠি গৈ কৃতকার্যতাৰ কলচী চোওঁতা, মোৰ প্ৰতি ফুলকুমলীয়া হৃদয় শাসন-কঠোৰতৰ ঢাকি ৰাখোতা, মোৰ কৰ্মজীৱনৰ সোণৰ সাৰিতা মাজুদেউতা চন্দ্ৰকুমাৰ আগৰৱালাৰ চিৰউজ্জ্বল স্মৃতিত। শ্ৰীজ্যোতি।।

কথাখিনিৰ প্ৰতিটো শব্দ সি এবাৰ নহয় দুবাৰ নহয় তিনিবাৰ লাহে লাহে পঢ়িবলৈ ধৰিলে। সি নিজৰ ৰচনাতে নিজেই বিমুগ্ধ হ'ল।

আৰু সেই আনন্দতে সি এটা গীতো ৰচনা কৰিলে সেই জাহাজতে বহিয়েই।

যিখন নাটক ৰচনা সি কৰিব, যিখন অৰ্পণ কৰিব সি মাজুদেউতাকক, সেইখন নাটকতে সন্নিৱিষ্ট কৰিব সি সেই গীত।

আচলতে, নাটক লিখাৰ আগতে জ্যোতিৰ মনত উদয় হয় একেলগে কেবাটাও গীতৰ ফাঁকি। গীতৰ প্ৰাচুৰ্যই তাৰ নাটকক দৰ্শন আৰু চৰিত্ৰ দান কৰে। 'শোণিত কুঁৱৰী', 'কাৰেঙৰ লিগিৰী' লিখোতেও সি প্ৰথমতে ৰচনা কৰি লৈছিল কেবাটাও গীত।

জ্যোতিয়ে লিখিলেঃ অ' সখী আজি যৌৱন বন জুৰি বন-বসন্ত মঞ্জুৰি পাতে বৰণৰে মেলা, হাঁহা সখী মোৰ হাঁহা সখী মোৰ হাঁহিৰে ফাকু খেলা। তোৰ ৰূপৰ ফুলনিতে শেৱালি নেৱালি ক'তনো ফুল দশোদিশে আমোলাই কৰিছে আকুল। -- আজি অভিনৱ তৰালি পোহৰৰ চঞ্চল গীতি শুনা, তাৰ লহৰতে কঁপি কঁপি মোৰ যৌৱনৰ জোনাকী কাৰেঙত বাজে বীণা। তাতে বাসনা-উৰ্বশী বিবসনা নৃত্যতে আকুল -- যায় যে বেলা।--

তেজপুৰৰ পকীত প্ৰবেশ কৰিয়েই জ্যোতিয়ে দেখিলে, ঘৰত তাৰ বিলাত-যাত্ৰাৰ প্ৰস্তুতি সমাপ্ত।

সেইদিনা সন্ধিয়া পিতাক পৰমানন্দই জ্যোতিক বিদায়ৰ বেদনা পাহৰাই ৰাখিবৰ জ্যোতিককাইৰেই ৰচিত এটি গীতৰ অৰ্গেনত সুৰ দিলেঃ জুইৰে আঁকিলি তৰা আকাশত জুইৰে আঁকিলি তৰা কোন কাহানিৰে পৰা? কোন কাহানিৰে পৰা আকাশত আঁকিলি তৰা আন্ধাৰ পোহৰ কৰা? পৃথিৱী আঁকিলি ইমান ফুলেৰে শেৱালি নেৱালি পলাশেৰে চম্পা কেতেকী পদুমেৰে। -- এক নিমিষৰ মানৱ শিল্পী হৈ আহিলো পৃথিৱীলৈ তয়ে অঁকা ছবি সজাই-পৰাই শুৱনি কৰিবলৈ।

জ্যোতিয়ে লক্ষ্য কৰিলে, মাতৃ কিৰণময়ীয়ে মুখত হাঁহিৰে তাৰ লগত কথা পাতিছে যদিও, তেওঁৰ হৃদয় পুত্ৰৰ বিদায়ৰ বাবে বেদনাৰে উপচি পৰিছে। তাৰ ইংগিত পালে সি ঘৰৰ আটাইয়ে বহি বাতিপুৱা চাহ খাওঁতে। কিৰণময়ীয়ে ক'লে, "জ্যোতি, তই টিপচি চলাই হে সাগৰ পাৰ হ'বি কেনেকৈ?"

জ্যোতিয়ে মাতৃৰ মুখলৈ ৰ লাগি চাই থাকিল।

জ্যোতিৰ লগত পঠিয়াবলৈ উপহাৰ উপচি পৰিল। ববমা মুক্তাপ্ৰভাই পঠিয়ালে লণ্ডনৰ শীতত পিন্ধিবৰ বাবে ডাঠ ছুৱেটাৰ আৰু মোজা। কিৰণময়ীয়ে নিজহাতে চিলাই কৰি দিলে কামিজ আৰু পায়জামা। চন্দ্ৰকুমাৰে কলিকতাৰ

পৰা আনিছিল অভাৰকোট আৰু এযোৰ গৰম ছুট।

ভগ্নী আইদেউ আৰু অন্নপূৰ্ণাই সেইবেইদিন জ্যোতি ককাইদেউৰ লগেই নেৰিলে। জ্যোতিয়ে সিহঁত দুজনীক বাৰে বাৰে মৰম কৰিবলৈ ধৰিলে।

এদিন জাহাজঘাটত সকলোৱেই জ্যোতিক বিদায় দিলে। ঘৰৰ লোকৰ বাহিৰেও তেজপুৰৰ অনেকে জ্যোতিক বিদায় দিবলৈ আহিছিল।

জাহাজ যেতিয়া চলিল, সকলোৱেই যেতিয়া হাত দাঙি দিলে তাক বিদায়, তেতিয়া জ্যোতিয়ে দেখিলে অনন্ত আকাশৰ তলত মিল্টনৰ কোনো এক ছনেটৰ দৰে, কীৰ্তনৰ কোনো এক পৱিত্ৰ পদৰ দৰে, তালৈ চাই থিয় হৈ আছে মাতৃ কিৰণময়ী।

দৃষ্টিৰ পৰিসীমা অন্ত নোহোৱালৈকে জ্যোতিয়ে মাতৃলৈ চাই থাকিল।

এদিন হাওৰা ষ্টেশ্বনত জ্যোতিক বিদায় দিবলৈ অন্ততঃ পঞ্চাশজন লোকৰ সমাগম হ'ল। জ্যোতি অভিভূত হ'ল তাক বিদায় দিবলৈ আহিছে লক্ষ্মীনাথ আৰু প্ৰজ্ঞাসুন্দৰী। সি তেওঁলোকৰ চৰণ স্পৰ্শ কৰি বিদায় ল'লে।

লক্ষ্মীনাথে জ্যোতিৰ দুয়ো গালত দুটা চুমা খালে।

ৰেল চলিবলৈ ধৰিলে। সকলোৱে হাত জোকাৰি বিদায় দিলে। অৰুণে ৰেলৰ গতিৰ লগে লগে দৌৰি হাত জোকাৰি ক'লে, "তুমি যোৱাগৈ, জ্যোতি ককাইদেউ!"

## ॥ বত্ৰিশ ॥

বোম্বাইত উপস্থিত হৈয়েই জ্যোতিয়ে জানিব পাৰিলে লণ্ডন অভিমুখী জাহাজৰ যাত্ৰালৈ এসপ্তাহ বাকী।

এইকেইদিনৰ ভিতৰতে মহাত্মা গান্ধীক এবাৰ দেখা কৰিব লাগিব।

চাৰি বছৰৰ পূৰ্বতে অসম ভ্ৰমণ কালত যেতিয়া মহাত্মা জ্যোতিৰ তেজপুৰৰ পকীত আছিল, তেতিয়া জ্যোতিয়ে তেওঁক সি বিলাতলৈ যোৱাৰ কথা কৈছিল। ইতিমধ্যে যোৱা কেইবছৰত সি ভাৰতীয় জাতীয় কংগ্ৰেছৰ অধিবেশনত মহাত্মাক দুবাৰকৈ লগ পাইছে, কিন্তু জনতাৰ সমাবেশৰ বাবে তেওঁৰ লগত আন্তৰিকতাৰে কথা পাতিব পৰা নাই।

ইতিমধ্যে জ্যোতিয়ে মহাত্মা গান্ধীলৈ তিনিখন চিঠি লিখিছিল। অসমত অসহযোগ আন্দোলনে কি ৰূপ লৈছে, তাৰে বিশদ বিৱৰণৰ কথা সি তেওঁক জনাইছিল। শেষৰখন চিঠিত সি তেওঁক বিলাতলৈ যোৱাৰ কথা লিখিছিল আৰু যোৱাৰ সময়ত তেওঁৰ আশীৰ্বাদ পোৱাৰ আশা কৰিছিল।

জ্যোতিৰ ভাগ্য ভাল, মহাত্মা সেই সময়ত বোম্বাইতে আছিল। তাৰ মাত্ৰ এটা দুখ থাকি গ'ল ঃ গুৱাহাটীত হ'বলগীয়া কংগ্ৰেছ মহাসভাৰ অধিবেশনত সি উপস্থিত থাকিব নোৱাৰিব। পৰা হ'লে মহাত্মাৰ কাষত বহি সি বহু কথা আলোচনা কৰিব পাৰিলেহেঁতেন।

তাৰ নিজৰ এক আতিশয্যৰ বাবে জ্যোতিয়ে মহাত্মাৰ কাষত ক্ষমা প্ৰাৰ্থনা কৰাৰ কথাও আছে। চন্দ্ৰনাথ শৰ্মাৰ লগ লাগি সি মহাত্মালৈ লিখা সেই চিঠিখনৰ কথা ভাবি সি অনুতপ্ত। যৌৱনৰ উদ্দীপনাত লিখা হৈছিল সেইখন চিঠি। চৌৰিচৌৰাত উন্মত্ত জনতাই বৃটিছৰ কেইজনমান পুলিচক অগ্নিদগ্ধ কৰাৰ পৰিণামত মহাত্মাই বৃটিছবিৰোধী অসহযোগ আন্দোলন বন্ধ কৰি দিছিল। মহাত্মাৰ সেই কথাৰ দুৰ্ঘোৰ প্ৰতিবাদ কৰি চন্দ্ৰনাথ আৰু জ্যোতিয়ে লিখিছিল ঃ সমগ্ৰ দেশ যেতিয়া বৃটিছ শাসনৰ বিৰুদ্ধে উত্তপ্ত, জালিয়ানাৱালাবাগৰ হত্যাকাণ্ডই

যেতিয়া বৃটিছৰ ফেচিষ্ট স্বৰূপ নগ্ন কৰি দিলে, অসহযোগ আন্দোলনৰ উৎকট ৰূপে যেতিয়া বৃটিছক কৰিছে সন্ত্ৰস্ত, তেনে এক মুহূৰ্ততে মহাত্মাই আন্দোলন বন্ধ কৰাটো উচিত হোৱা নাই। তেনে এক আন্দোলন পুনৰ সংগঠিত কৰিবৰ বাবে বহুকালৰ প্ৰয়োজন হ'ব, বা তেনে আন্দোলন পুনৰ হোৱাৰ আশাও ক্ষীণ।....

সেই চিঠিৰ বাবে জ্যোতি পিছত অনুতপ্ত হ'ল। মহাত্মাৰ জীৱনৰ দৰ্শন গভীৰভাৱে উপলব্ধি কৰিব নোৱাৰি সি তেনেদৰে মহাত্মাৰ কামত অতিষ্ঠ হৈছিল। সেইদিনৰ পৰা চাৰিটা বছৰ অতিক্ৰম কৰিলে ঃ দেশে-বিদেশে অনেক ঘটনা সংঘটিত হ'ল। প্ৰথম মহাসমৰৰ পিছত পশ্চিমীয়া পৃথিৱীত পুনৰ্নিৰ্মাণৰ বিশাল প্ৰতিযোগিতা। যুদ্ধই বৃটিছৰ সাম্ৰাজ্যবাদী শক্তিক অধিক শক্তিশালী কৰিলে। মহাত্মা গান্ধীয়ে প্ৰমাণ কৰিলে, মাত্ৰ দুদিনমানৰ প্ৰস্তুতিতেই তেওঁ সমগ্ৰ দেশতে অসহযোগ আন্দোলনৰ শীৰ্ষবিন্দুলৈ উত্তৰণ ঘটাব পাৰে ঃ মহাত্মাৰ সামান্য এক নিৰ্দেশৰ বাবে সমগ্ৰ মুক্তিকামী ভাৰতবাসী ৰুদ্ধশ্বাস গতিৰে অপেক্ষা কৰি থাকে। স্বাধীনতাৰ আন্দোলনতে কেৱল নহয়, দেশৰ ৰাজনৈতিক-সামাজিক-সাংস্কৃতিক সকলো ক্ষেত্ৰতে মহাত্মাৰ কথাই শেষ কথা।

জ্যোতিয়ে সিদ্ধান্ত কৰিলে, মহাত্মাৰ ওচৰত সি ক্ষমা প্ৰাৰ্থনা কৰিব। ক্ষমা প্ৰাৰ্থনা কৰি সি তাৰ লণ্ডন ভ্ৰমণৰ বিষয়ে তেওঁৰ লগত আলোচনা কৰিব। লণ্ডনত সি কি কৰিব, তাৰো উপদেশ তেওঁৰ পৰা সি ল'ব।

তেজপুৰৰ পকীত বহি মহাত্মাই জ্যোতিক কোৱা কথাৰ প্ৰতিটো শব্দ তাৰ মনত আছে। কি পৰম ভাগ্যৰ বলত তাৰ ঘৰত মহাত্মা গান্ধী এদিন অতিথিৰূপে আছিল! কি দেৱদুৰ্লভ ভাগ্যৰ বলত সি এদিন তেওঁৰ কাষত বহি তেওঁৰ কথা শুনিবলৈ পাইছিল! মহাত্মাই তাক কৈছিল সেইদিনা ঃ জ্যোতিপ্ৰসাদ, তোমাৰ সাহিত্য সৃষ্টিক অৱজ্ঞা কৰি স্বাধীনতা আন্দোলনত তুমি যোগ দিব নোৱাৰিবা। দুয়োটা কাৰ্য তুমি একেলগে কৰিব লাগিব। বৰং তুমি সাহিত্য সৃষ্টিত একান্ত মনে ব্ৰতী হ'ব লাগিব। ... পৰমেশ্বৰে মানুহক দান দিয়া আটাইবোৰ গুণৰ ভিতৰত শ্ৰেষ্ঠ হ'ল ভালকৈ লিখিব পৰাটো। যিকোনো এজন লিখকেই মুক্তিযুঁজাৰু হ'ব পাৰে, কিন্তু যিকোনো মুক্তিযুঁজাৰুৱেই লিখক হ'ব নোৱাৰে। তুমি তোমাৰ সৃষ্টিশীল ৰচনাৰ মাজেৰে মানুহৰ মুক্তিৰ চিন্তাক চিৰন্তনীয় ৰূপ দিব লাগিব। তোমাৰ ৰচনা হ'ব লাগিব দেশপ্ৰেমৰ সমাৰ্থক।

সেইদিনাই মহাত্মা গান্ধীয়ে জ্যোতিক কৈছিল ঃ জ্যোতিপ্ৰসাদ, মনত ৰাখিবা, আমাৰ জাতীয় চৈতন্যক জাগ্ৰত কৰা বন্দে-মাতৰম গীতৰ স্ৰষ্টা বঙ্কিমচন্দ্ৰ আছিল বৃটিছ চৰকাৰৰ উচ্চ বিষয়া। কবিগুৰু ৰবীন্দ্ৰনাথ আমাৰ স্বাধীনতা আন্দোলনত যোগ নিদিয়াকৈয়ে ভাৰতৰ শ্ৰেষ্ঠ দেশপ্ৰেমিক ঃ তেওঁ মানৱ বন্দনা কৰি ভাৰতৰ আত্মাক আৱিষ্কাৰ কৰিছে ঃ তেওঁ সমগ্ৰ বিশ্বৰ দৃষ্টিৰ পৰা ভাৰতক লক্ষ্য কৰে,

কাৰণ তেওঁ ভাবে যে সমগ্ৰ পৃথিৱীৰ বন্দী লোকৰ মুক্তি হ'লেই ভাৰতৰ বন্দিত্বৰো অৱসান ঘটিব। ...

এজন সাৰ্থক লিখক হ'বৰ বাবে সেই দিনা মহাত্মাই জ্যোতিৰ মূৰত ধৰি আশীৰ্বাদ দিছিল।

জ্যোতিৰ হৃদয় উদ্বেলিত হৈছিল সেইদিনা, যেতিয়া মাতৃ কিৰণময়ীয়ে মহাত্মাক ফুলৰ মালা পিন্ধাই দিওতে মহাত্মাই মাতৃক কৈছিল, "আপোনাৰ পুত্ৰ জ্যোতিপ্ৰসাদৰ দেশপ্ৰেমে মোক মুগ্ধ কৰিলে। তেওঁৰ মনৰ ভাব আৰু কৰা কামৰ মাজত অকণো প্ৰভেদ নাই। এয়া হ'ল এজন সম্পূৰ্ণ মানুহ হোৱাৰ লক্ষণ। মই আপোনাৰ সন্তানৰ কথা সততে মনত ৰাখিম। তেওঁৰ ভৱিষ্যৎ অতি উজ্জ্বল। ভালদৰে চাব, তেওঁৰ যাতে পঢ়াৰ ক্ষতি নহয়। জ্যোতিপ্ৰসাদক মই আশীৰ্বাদ দিলো।" ...

মহাত্মা তেজপুৰৰ পৰা যোৱাৰ পিছত ব্ৰহ্মপুত্ৰৰ পাৰত বহি সেইদিনা জ্যোতিৰ হৃদয় আৰু মন আশা আৰু প্ৰত্যয়, গৌৰৱ আৰু আনন্দেৰে উপচি পৰিল। এই মহান ভাৰতৰ এজন মহামানৱে আহি তাৰ ঘৰ পৱিত্ৰ কৰি থৈ গ'লহি। জনমে জনমে তাৰ ঘৰ পৱিত্ৰ, জ্যোতিৰ্ময় হৈ থাকিব। সেই ঘৰৰ প্ৰতিটো অণুৰ লগত বিজড়িত হৈ থাকিব মহাত্মাৰ অ-মৃত স্মৃতি। সময় অতিবাহিত হ'ব, ব্ৰহ্মপুত্ৰৰ বুকুৱেদি অজস্ৰ জলধাৰা প্ৰবাহিত হ'বঃ সেই পকীৰ প্ৰত্যেকটো অণুৰ লগত মিহলি হৈ থাকিব মহাত্মাৰ পৱিত্ৰ পদধূলিৰ বিনন্দীয়া সৌৰভ। ....

মহাত্মাৰ কথাই জ্যোতিৰ হৃদয় উদ্বেলিত কৰিলে। সি মহাত্মাৰ বাণীকে শিৰোগত কৰি ল'ব। দেশৰ মুক্তিৰ আন্দোলন আৰু সাহিত্য-সাধনা, দুয়োটাই হ'ব তাৰ জীৱনৰ লক্ষ্য। ৰচনাৰ মাজেৰে সি ভাস্বৰ কৰি তুলিব মানুহৰ মুক্তিৰ চিৰন্তন বাসনা। তেনে ৰচনা হ'ব তাৰ দেশপ্ৰেমৰে সমাৰ্থক।

সি বোম্বাইৰ সাগৰৰ পাৰত বহি দীঘল দীঘলকৈ নিশ্বাস লৈ সাগৰৰ বায়ু সেৱন কৰিবলৈ ধৰিলে। কি বিস্তীৰ্ণ এই সাগৰ! কি সুবিশাল ওপৰৰ বিশাল আকাশ! কি মনোৰম এই বিশাল পৃথিৱী! হঠাতে সি যেন শুনিবলৈ পালে মহাজীৱনৰ গানঃ ভয় নাই, ভয় নাই, এই বিনন্দীয়া পৃথিৱীত ক'তো কেনিও আশংকা নাই। আছে কেৱল মুক্তিৰ গীত, আছে কেৱল মুক্তিৰ বাণীঃ দিশে দিশে ঝঙ্কৃত মুক্তিৰ গীত। ...

গান্ধীৰ আশ্ৰমত সোমাই জ্যোতিয়ে এগৰাকী মহিলাক মহাত্মাক লগ পাবলৈ আহিছো বুলি ক'লে। মহিলাগৰাকীয়ে জ্যোতিৰ নাম লিখি ল'লেঃ জ্যোতিয়ে লগতে পঠিয়াই দিলে নিজৰ এখন ফটো।

মহিলাগৰাকীয়ে গান্ধীৰ কোঠাত সোমোৱাৰ খন্তেক পিছতে ওলাই আহি তাক কোঠাত সোমাবলৈ ক'লে।

মহাত্মাই মজিয়াৰ বিছনাতে বহি গাৰুত ভেজা দি আঁঠুৰ ওপৰত কাগজ লৈ

'ইয়ং ইণ্ডিয়া'ৰ বাবে প্ৰবন্ধ লিখি আছিল। জ্যোতিক দেখা মাত্ৰকে মুখত সেই সহজাত হাঁহিৰে মহাত্মাই ক'লে, "তোমাৰ চিঠি যথা সময়ত পাইছো। তুমি বিলাতলৈ যাবলৈ আছিলা।" মহাত্মাই এটা কমলা জ্যোতিৰ হাতত দিলে। জ্যোতি কৃতজ্ঞ হ'লঃ অজস্ৰ কামৰ মাজতো তেওঁ তাৰ চিঠিৰ কথা মনত ৰাখিছে।

"জ্যোতিপ্ৰসাদ, মই বিলাতত বাৰিষ্টাৰী পঢ়িবলৈ গৈছিলো যদিও, বৃটিছ সাম্ৰাজ্যবাদৰ স্বৰূপটো মই কাষৰ পৰা লক্ষ্য কৰিছিলো। তেতিয়া বৃটিছ সাম্ৰাজ্য প্ৰায় সমগ্ৰ পৃথিৱীতে ব্যাপক হৈ পৰিছিল। কিন্তু ইংলণ্ডৰ প্ৰাণশক্তিৰ মাজতে সেই সাম্ৰাজ্যৰ পতনৰ বীজ নিহিত আছিল বুলি মোৰ ধাৰণা হৈছিল। ইংলণ্ডৰ যিটো সাংস্কৃতিক প্ৰতিভা, তাৰ যিটো বিদ্বান শ্ৰেণী, সাহিত্যিক আৰু আন চিন্তাশীল লোক বৃটিছ সাম্ৰাজ্যৰ বিৰোধী। কিন্তু সেই শ্ৰেণীটোৱে বৃটিছ সাম্ৰাজ্য বিস্তাৰৰ দুৰ্ঘোৰ প্ৰতিবাদ নকৰে। এইটো মোৰ বাবে অতি বিসদৃশ। তাৰ বিচক্ষণ লোকসকল অতি উদাৰ প্ৰকৃতিৰ। তুমি লক্ষ্য কৰিলে দেখিবা, যিসকল বৃটিছ বিষয়া ভাৰতলৈ আহে, তেওঁলোকৰ এক সংখ্যকে ভাৰতৰ ইতিহাস-সংস্কৃতি-পৰম্পৰা আৱিষ্কাৰ কৰাত নিজক ব্ৰতী কৰে। নিজৰ সাম্ৰাজ্যৰ তেওঁলোকে প্ৰতিনিধিত্বও কৰে আৰু আনহাতে বন্দী দেশৰ প্ৰাচীন সম্পদো উদ্ধাৰ কৰাত ব্যস্ত হয়। এই দুয়োটা পৰস্পৰবিৰোধী কথাঃ মোৰ আপত্তি হ'ল এই শ্ৰেণীৰ লোকসকলে বৃটিছৰ সাম্ৰাজ্য বৃদ্ধিৰ প্ৰতিবাদ নকৰে।...

"মই যোৱাবাৰ লণ্ডনত থাকোতে কবি য়েট্‌ছক সুধিছিলো, আমাৰ কবিগুৰু ৰবীন্দ্ৰনাথৰ কবিতাপুথি 'গীতাঞ্জলি'ক তেওঁৱেই মানৱ বন্দনাৰ শ্ৰেষ্ঠ গীত বুলি জগতত পৰিচয় কৰি সাহিত্যত নবেল প্ৰাইজৰ বাবে আগবঢ়াই দিছিল। কিন্তু প্ৰথম মহাসমৰৰ মাজত আৰু পিছত তেওঁ কিয় ৰবীন্দ্ৰনাথক অৱজ্ঞা কৰিবলৈ ধৰিলে? যুদ্ধৰ ধ্বংসতকৈ কি মানৱ বন্দনাৰ বাণী মহত্ত্বৰ নহয়? মই সেই কথা জৰ্জ বাৰ্ণাৰ্ড শ্বকো সুধিছিলো। শ্বই কি ক'লে, জানা: Tagore is a Hindu poet, he deserves it ..... তুমি ইংলণ্ডত পঢ়িবলৈ যোৱা দেখি মই বৰ ভাল পাইছো। কিন্তু বৃটিছৰ চৰিত্ৰত নিহিত মহৎ ভাব আয়ত্ত কৰিবলৈ চেষ্টা কৰিবা। মই তোমাক তেজপুৰত থাকোতে কৈছিলো, তোমাৰ সাহিত্য সৃষ্টিক বাদ দি তুমি দেশসেৱা কৰিব নালাগিবঃ দুয়োটা একেলগে কৰিব লাগিব। ইংলণ্ডত তুমি সৃষ্টিৰ সম্বল আৰু অনুপ্ৰেৰণা দুয়োটাকে পাবা। কিন্তু তুমি অনুসৰণ কৰিলেও, অনুকৰণ নকৰিবা। তাতে গৈ তাৰ ঐশ্বৰ্য-সম্পদৰ লগত তোমাৰ মাতৃভূমিৰ নিৰ্মম দৰিদ্ৰতা তুলনা কৰি তোমাৰ মনত যদি বিদ্ৰোহী ভাব জাগ্ৰত হয়, তেতিয়াহে তোমাৰ ইংলণ্ডলৈ যোৱাটো সাৰ্থক হ'ব। তোমাক আশীৰ্বাদ দিলো, তোমাৰ যাত্ৰা মঙ্গলময় আৰু শুভ হওক।"

মহাত্মাৰ সময় নাই। ইতিমধ্যে দৰ্শনপ্ৰাৰ্থীৰে কোঠা উপচি পৰিছে। জ্যোতিয়ে

তেওঁৰ চৰণ স্পৰ্শ কৰিলে। মহাত্মাই তাৰ মূৰত হাত থৈ আশীৰ্বাদ দিলে।

জ্যোতি ধন্য হ'ল।

চন্দ্ৰনাথৰ লগ লাগি মহাত্মালৈ লিখা সেই নিৰ্মম চিঠিৰ কথা জ্যোতিয়ে তেওঁৰ আগত উলিয়াবলৈ সময় নাপালে। সি জানে, মহাত্মাই নিজৰ অসীম উদাৰতাৰে তাক তাৰ বাবে কাহানিবাই ক্ষমা কৰিছে।

সাগৰত জাহাজ চলিবলৈ আৰম্ভ কৰিলে। জাহাজৰ ৰেলিঙত ধৰি জ্যোতিয়ে দূৰ শূন্যত দৃষ্টি ৰাখি সাগৰৰ বিশালতাত মোহমুগ্ধ হ'ল। ধীৰে ধীৰে মন তাৰ উন্মনা হ'বলৈ ধৰিলে। সাগৰৰ প্ৰচণ্ড ঢৌৰ শব্দৰ লগত সি একাত্মবোধ কৰিবলৈ লওঁতেই,দুৰন্ত গতিৰে উৰি ফুৰা গংগা চিলনীবোৰ দেখি জ্যোতিৰ হঠাতে মাতৃ কিৰণময়ীলৈ মনত পৰি গ'ল।

মনৰ চকুৰ আগত আৱিৰ্ভাব হ'লহি মাতৃৰ সেই মনোৰোম মূৰ্তি ঃ তেজপুৰৰ জাহাজঘাটত জাহাজত আঁতৰি অহা তালৈ চাই থকা সেই মাতৃলৈ তাৰ মনত পৰিল। সি অনুমান কৰিলে, তাৰ চকুৰ পৰা দুটোপাল পানী ওলাই আহিছে। বিদায়ৰ আগদিনা কিৰণময়ীয়ে তাক সুধিছিল, "জ্যোতি, তই টিপচি চৰাই হৈ সাগৰ পাৰ হ'বি কেনেকৈ।"

সেই কথা মনত পৰাৰ মুহূৰ্ততে জ্যোতিয়ে জাহাজৰ চাৰি দিশে উৰি ফুৰা গংগা চিলনীবোৰলৈ অবাক দৃষ্টিৰে ভালেমান সময় চাই চাই নিজৰ কেবিনলৈ সোমাই মাতৃৰ সেই প্ৰশ্নৰ উত্তৰত লিখিলে এটা গীত ঃ কোনে ক'লে তোক শকতিবিহীনা বুলি আই তোৰ পুত্ৰ শকতিবন্ত। আই অ' মোৰ চেনেহী সাদৰী আই অ'।... অগ্নিমন্ত্ৰেৰে মই আৰাধি শকতিদেৱী ভেদি আই অজেয় বাহিনী, গৌৰৱ ৰাগৰঞ্জিত ৰঙা জবা আনি ওপচাম চৰণৰে প্ৰান্ত। সেইদিনা আই অ' তোৰ ৰিহাৰ আঁচলেৰে অৱসন্ন মুখ মোৰ মৌমোচোতেই, আই তোৰ চৰণ পৰশ কৰি হয় যেন জীৱন দিনান্ত।...

গীতটো লিখি জ্যোতি অভিভূত হ'ল। প্ৰতিটো শব্দ সি বাৰে বাৰে পঢ়িবলৈ ধৰিলে ঃ কৱিতা কৰি পঢ়িলে, গীতৰ সুৰেৰে গালে। বাকচৰ ভিতৰৰ পৰা উলিয়াই আনিলে সি কিৰণময়ীৰ এখন ফটো। ফটোখন সি মূৰত থ'লে, চকুৰ একেবাৰে কাষলৈ আনি বহুতপৰ চালে, ছবিখনৰ গোন্ধ ল'বলৈ সি দীঘল দীঘলকৈ নিশ্বাস ল'লে, ছবিখন সি নিজৰ গালত লগাই মুখত লগাই আদৰ কৰিলে।

জাহাজত চৌবিশ ঘণ্টা হোৱাই নাছিল। সি মাতৃলৈ লিখিলে এখন চিঠি।... তোমাৰ মানত মই টিপচি হ'লেও তোমাৰ আশীৰ্বাদতে তোমাৰ স্নেহতে তোমাৰ যত্নতে তোমাৰ মঙ্গল কামনাতে তোমাৰ টিপচিয়ে তাৰ পাখিত পাইছে অসীম বল, সি এতিয়া সাগৰৰ ওপৰেদি উৰা মাৰিছে।...

মাতৃক উছৰ্গা কৰা গীতটো সি এবাৰ নহয় দুবাৰ নহয় তিনিবাৰ নতুনকৈ লিখিলে। গীত আৰু চিঠি সযত্নে জেকাকাত ভৰাই সি জাহাজৰে পোষ্ট অফিচত

পোষ্ট কৰি দিলে।

আকাশৰ ৰং আৰু সাগৰৰ ৰং একাকাৰ হৈ পৰিল। সাগৰৰ অন্তহীন কল্লোল, জাহাজৰ শব্দ, যাত্ৰীৰ কথা-গীত-নৃত্য সকলোবোৰ অবিচ্ছেদ্য হৈ পৰিল। প্ৰভাত অতিক্ৰমি দুপৰ, দুপৰ অতিক্ৰমি অপৰাহ্ন, অপৰাহ্ন অতিক্ৰমি সন্ধ্যা আহিল। কোনো এক ব্যাখ্যাহীন যাদুৰ স্পৰ্শত যেন দিগন্ত বিয়পি অন্ধকাৰ ঘনীভূত হ'ল। প্ৰবহমান পৃথিৱীৰ পৰা জ্যোতিয়ে নিজক নিঃসঙ্গ সুদূৰ জ্ঞান কৰিলে।

আৰু তেতিয়াই এখন নতুন নাটকৰ চিন্তাত জ্যোতি নিমজ্জিত হ'ল।

সকলো চিন্তা আৰু ভাব অতিক্ৰমি, য'তেই যি অৱস্থাতে নাথাকক লাগিলে, জ্যোতিৰ সকলো অনুভূতি কোনো এখন নতুন নাটকৰ সৃষ্টিয়ে গ্ৰাস কৰি থাকে।

গধূলি নিজৰ কেবিনলৈ সোমাই জ্যোতিয়ে বাকচৰ পৰা উলিয়াই আনিলে মৰিছ মেটাৰলিঙ্কৰ নাটক 'মন্নাভান্না'। বহুদিন ধৰি এই নাটকখন পঢ়িম পঢ়িম বুলিও সি পঢ়িব পৰা নাছিল। কিন্তু সেই নাটকৰ সমালোচনা সি পঢ়িছিল আৰু তেতিয়াই সেই নাটকৰ বিষয়, চৰিত্ৰ আৰু দৰ্শনে তাক আকৰ্ষণ কৰিছিল।

একে ৰাতিৰ ভিতৰতে জ্যোতিয়ে 'মন্নাভান্না' পঢ়ি শেষ কৰিলে। পঢ়ি শেষ কৰাৰ পিছত তাৰ মনত খলকনি উঠিল।

পিছদিনা পুনৰ সি নাটখন পঢ়িলে।

জ্যোতিয়ে কিবা এক অলৌকিক ঘটনা ঘটাৰ দৰে নিজেই ৰোমাঞ্চিত হৈ পৰিল ।

বহু দিন ধৰি মনৰ মাজত যি ভাব সঞ্চিত হৈ আছিল সযত্নে, সেই ভাবকে এই নাটকে জাগ্ৰত কৰি দিলেহি। অন্যৰ সৃষ্টিৰ মাজেৰে সি নিজৰ সৃষ্টিৰ প্ৰতিধ্বনি শুনিবলৈ পালে।

জাহাজতে দুটা দিন গভীৰ ভাবত নিমজ্জিত হৈ থাকি সি কাগজ আৰু কলম উলিয়াই ল'লে।

মেটাৰলিঙ্কৰ বিদেশী ভাবক সম্পূৰ্ণ অসমীয়া জীৱন প্ৰবাহলৈ ৰূপান্তৰিত কৰিব লাগিব। তাৰ নাটক পঢ়ি মেটাৰলিঙ্কৰ নাটকৰ কথা পাহৰি যাব।

গভীৰ স্বদেশপ্ৰেমৰ উত্তেজনাৰে জ্যোতি পুনৰ উদ্ভাসিত হ'ল। মেটাৰলিঙ্কৰ নাৰী চৰিত্ৰ মান্নাৰ সেই 'I place the life of my people high above all' কথাই জ্যোতিক মোহিত কৰিলে।

## ॥ তেত্ৰিশ ॥

সাগৰৰ উত্তাল তৰঙ্গৰ বুকুত পশ্চিমমুখী জাহাজ প্ৰবল গতিৰে ধাবমান।

সেই জাহাজৰ কেবিনত সোমাই জ্যোতিৰ হৃদয়তো উঠিছে ভাৱৰ উত্তাল তৰঙ্গ।

-- এই তোমাৰ সুন্দৰ দেশৰ, এই সুন্দৰ ফলে ফুলে জকমকীয়া, এই ঠায়ে-বিলে ভৰপূৰ, এই ৰূপহ ৰূকমীৰ দেশখন আজি শত্ৰুৰ পদদলিত হ'ল। আজি ৰূকমী ৰূপহীৰ ৰূপ ফুলমোহৰা শত্ৰুৱে মোহাৰি গ'ল। -- তোমাৰ যুগ-যুগান্তৰৰ ৰূকমী পুৰুষসকলে, বুকুৰ তেজেৰে শলিতা তিয়াই জ্বলাই যোৱা ৰূকমী গৌৰৱৰ বন্তি শত্ৰুৱে ভৰিৰ ধূল্যাৰে ছাটি মাৰি উৰাই গ'ল। তোমাৰ তেজ থাকোতেও প্ৰাণ থাকোতেও ৰৈ চাই আছা। ইমান দুৰ্বল হৈ, ইমান জুকলা, ইমান নিশকতীয়া হৈ, ইমান অমানুহ হৈ জীয়াই নেথাকিবা। এই ৰাজ্যত তোমালোকৰ থাকিবৰ একো অধিকাৰ নাই। -- এই পৱিত্ৰ ভূমিত আৰু তোমালোকৰ আৰু তোমালোকৰ জন্ম নুবুলিবা। --

-- নীলা সাগৰখন মন কৰা। মহাসাগৰৰ চাৰিওফালে পানী। থল নাই, এটি অকলশৰীয়া উটি বুৰি ভাহি গৈছে। তাৰ জীৱনে থল নাপাই, ফুলিবলৈ নাপাই অঙ্কুৰতে এটা অনন্ত কালৰ বিৰাট বেদনা লৈ মুখৰ পিয়াহ, বুকুৰ আশা, মনৰ আৱেগ, প্ৰাণৰ হেঁপাহ হৈ নাইকিয়া হৈ যাব। তুমি আজি সেই আতুৰৰ থল হৈ সাগৰত দেখা দিছা। -- ৰূপালীম, তুমি ৰূপ সাগৰৰ মণি জীৱন্ধৰী। ৰূপসাগৰৰ দিবাশূন্য প্ৰসাৰত তুমি প্ৰণয়ৰ ধ্ৰুৱজ্যোতি। তুমি মায়া-মৰীচিকাৰ দৰে কিয় আঁতৰি আঁতৰি যাব খুজিছা? -- ৰূপালীম আহা, তুমি এই শয্যাত বহাহি আৰু মই তোমাৰ চৰণৰ তলত বহি মোৰ অন্তৰৰ কথা কওঁ। মোৰ হিয়াৰ তলিৰ সকলো উবুৰিয়াই তোমাৰ আগত নিবেদন কৰো। --

উত্তাল সাগৰৰ বিশাল বুকুত ক্ষণে ক্ষণে আন্দোলিত জাহাজৰ কেবিনত সোমাই গভীৰ ৰাতি সেইখিনি কথাৰে জ্যোতিয়ে এখন নতুন নাটকৰ সূচনা

কৰিলে।

সেই কথাখিনি এটা চৰিত্ৰই কোৱা কথা নহয়ঃ দুটা পৰস্পৰবিৰোধী চৰিত্ৰই কোৱা কথা। প্ৰথমখিনি এক নাৰীৰ কথা আৰু পিছৰখিনি এক পুৰুষৰ কথা। কিন্তু এইখিনিয়েই হ'ল তাৰ নাটকৰ মূল কথা। নাটকখনৰ সম্পূৰ্ণ ছবি তাৰ মনত ধীৰে ধীৰে উন্মোচিত হৈ আহিছে।

জ্যোতিয়ে প্ৰকৃততে মেটাৰলিঙ্কৰ "মান্নাভান্না"ৰ মূল চৰিত্ৰ জিয়াভান্নাক আৱিষ্কাৰ কৰিবলৈ গৈ নিজেই নিজকে যেন আৱিষ্কাৰ কৰি উলিয়ালে। মেটাৰলিঙ্কৰ নাটকে পুনৰ তাক স্বদেশপ্ৰেমৰ আহ্বানেৰে উত্তেজিত কৰি দিলে। সেই একেই মুক্তিৰ স্বপ্নঃ 'শোণিত কুঁৱৰী'ত উষাক সি দানৱৰ কাৰাগাৰৰ পৰা মুক্ত কৰিছিল, কাৰেঙৰ লিগিৰীতো কাৰেঙৰ গ্ৰাসৰ পৰা মৃত্যুৰ মাজেৰে হ'লেও সি শেৱালিক মুক্ত কৰিছিল। এইবাৰ এনে এক নাৰী চৰিত্ৰক সি সৃষ্টি কৰিব, যি স্বামীতকৈ নিজৰ দেশক অধিক আদৰ কৰে। দেশপ্ৰেমৰ আহ্বানেৰে মহিমামণ্ডিত কৰি তুলিব সি তাৰ নায়িকাক।

কেতিয়াবা সম্ভৱ এনে হৈ যায়, জ্যোতিয়ে অনুভৱ কৰিলে, যেতিয়া মনৰ গভীৰত বহু দিন পুঞ্জিত হৈ থকা একোটা ভাব কোনোবা এজন প্ৰখ্যাত লিখকৰ ৰচনা পঢ়ি উদ্ভাসিত হৈ উঠে। স্বপ্নৰ মাজত, তিলতিলকৈ মনৰ মাজত বহু দিন ধৰি সুপ্ত আৰু গুপ্ত হৈ থকা কোনো এক ভাব হঠাতে জাগ্ৰত হৈ উঠে। এয়া যেন চেতাৰত আঙুলিৰ সামান্য এক স্পৰ্শতে ঝঙ্কৃত হৈ উঠা এক বিনন্দীয়া সুৰৰ দৰে।

স্বদেশপ্ৰেমত উদ্বুদ্ধ, স্বদেশৰ মুক্তিৰ ব্ৰতত সৰ্বস্ব পণ কৰিবলৈ সদা-প্ৰস্তুত এক নাৰী বহু দিন ধৰি জ্যোতিৰ মনৰ চকুৰ আগত আৱিৰ্ভাৱ হৈছিল। এইবাৰ মেটাৰলিঙ্কৰ 'মান্নাভান্না'ই সেই চৰিত্ৰক স্বপ্নৰ বুকুৰ পৰা উদ্ধাৰ কৰি জীৱন্ত কৰি তুলিলেহি।

এইবাৰ উভতি চাবৰ সময় নাই। তাৰ লিখনী প্ৰচণ্ড হৈ উঠিল।

জাহাজত উঠাৰ বহুদিনৰ আগৰে পৰা জ্যোতিয়ে ভাবি আছিল, অনন্ত বিশাল সাগৰৰ বুকুৰ জাহাজত নিজকে সি একাকাৰ কৰি দিব, সাগৰৰ মহাসংগীত শুনি শুনি সি তন্ময় হ'ব, গঙ্গাচিলনীৰ অন্তহীন উড়ন চাই চাই সি হ'ব বিমুগ্ধ। মহাসাগৰৰ সঙ্গীত বৈ'বৈ কাণপাতি অবিৰত শুনিব। তাৰ মাজতে সি দুই-এটা গীত লিখিবঃ মাতৃ কিৰণময়ীলৈ লিখিব চিঠি। ভগ্নী আইদেউ-অন্নলৈ মনত পৰিব তাৰ, মনত পৰিব তাৰ ভাতৃলৈ। মনত পৰিব ৰূপহীলৈ। ৰূপহীয়ে কি এতিয়াও তাৰ কোঠাৰ দুৱাৰত দুটা ঠেং তুলি তাক ওলাই আহিবলৈ আহ্বান কৰে?

প্ৰথম এটা সম্পূৰ্ণ দিন সি জাহাজৰ ৰেলিঙত ধৰি, জাহাজৰ কৰিডৰত ৰহি, সাগৰৰ বিশালতা, তৰংগ, সুদূৰৰ সাগৰ আৰু আকাশৰ অপূৰ্ব মিলন দৃশ্য চাই চাই মোহ গৈছিল।

সেইদৰে চাই থাকোতে থাকোতে, সেইদৰে মহাসাগৰৰ মহাসংগীত শুনি থাকোতে থাকোতে, তাৰ হৃদয় আৰু মনত ভাৱৰ তৰঙ্গ উঠিল।

এই যে বিশাল মহাসাগৰ, জীৱনত সি প্ৰথমবাৰৰ বাবে দেখিবলৈ পোৱা দূৰ দিগন্ত বিয়পা এই বিশাল বিস্ময়, এই মহাসাগৰ তাৰ জন্মৰ বহু হেজাৰ, অথবা বহু লাখ বছৰৰ আগৰ পৰাই এইদৰে মহাকল্লোলৰ সৃষ্টি কৰি বিৰাজমান।

পৃথিৱীত অনেক সভ্যতাৰ বিলুপ্তি ঘটিল, অজস্ৰ যুদ্ধ শেষ হ'ল, পুনৰ অজস্ৰ যুদ্ধৰ আৰম্ভণি ঘটিল, এদিন সাগৰৰ বুকুত বিলুপ্ত হিমালয় ওপৰলৈ উঠি উঠি আকাশমুখী হ'ল, অজস্ৰ বৎসৰ হ'ল অতিবাহিত। কিন্তু এই মহাসাগৰ সেই একেই মহাকল্লোল, মহাসংগীতৰ সৃষ্টি কৰি অক্ষয় অমৰ হৈ থাকিল।

জ্যোতি হঠাতে অশান্ত হৈ পৰিল।

এই মহাসাগৰৰ তুলনাত মানুহ কি সামান্য! মানুহ কি ক্ষুদ্ৰ! সি নিজে কি তুচ্ছাতিতুচ্ছ! মানুহক কোনে ৰক্ষা কৰিব পাৰে? এই মহাসাগৰৰ প্ৰতিটো তৰঙ্গই হাতবাউল দি মানুহক মাতি আছে!

এই মহাবীক্ষাৰ লগত নিজক তুলনা কৰি জ্যোতি অশান্ত হৈ পৰিল। দুদিনীয়া জীৱন লৈ এই ধৰাত জন্ম লোৱা তাক পৃথিৱীয়ে মুহূৰ্ততে পাহৰি যাব! মহাসাগৰৰ মহাসংগীতে যেতিয়া চিৰকাল মহাধ্বনি তুলি থাকিব, তেতিয়া তাৰ অৱৰ্তমানত সামান্য অকণ পানীতো সামান্য এক বুৰবুৰণিৰো সৃষ্টি নহ'ব:

জ্যোতিয়ে ভাবিলে, এনে কিছু কথা সৃষ্টি কৰি যাব নোৱাৰিনে, যিটোৱে সি নিঃশেষ হৈ যোৱাৰ বহু দিনলৈ নহয়, অন্ততঃ কেইদিনমানলৈ মানুহৰ মনত, পৃথিৱীৰ সকলো মানুহৰ মনত নহয়, তাৰ ঘৰৰ ইফালৰ-সিফালৰ কিছু মানুহৰ মনত, কিছুদিনলৈ অনুৰণনৰ সৃষ্টি কৰিব পাৰে?

সাগৰত ভ্ৰমণ কৰাৰ পূৰ্বতে জ্যোতিয়ে ভাবিছিল, সাগৰৰ ওপৰত গংগা-চিলনীৰ মনোৰম উড়ন দেখি সি মুগ্ধ হ'ব। গংগাচিলনীৰ উড়নৰ লগে লগে অন্তহীন কল্পনাৰ মাজত সি মোহিত হৈ থাকিব।

কিন্তু সাগৰযাত্ৰাৰ প্ৰথম দিনাই বহু সময় ধৰি গংগাচিলনীৰ উড়ন চাই চাই তাৰ মন দুখেৰে উপচি পৰিল। তাৰ মনত পৰি গ'ল আন্তন চেকভৰ 'দী চীগাল' নাটকৰ কথা। সেই যে অপূৰ্ব সুন্দৰী যুৱতী, যি এক হ্ৰদৰ পাৰত শৈশৱৰে পৰা নিজৰ আনন্দত নিজেই নাচিছিল, হাঁহিছিল, যি সেই হ্ৰদখনক চীগাল পক্ষীৰ দৰেই ভাল পাইছিল: কিন্তু এদিন সেই আনন্দ নিঃশেষ হৈ পৰিল: দৈত্যৰ ৰূপেৰে আহিল এটা মানুহ, তাইৰ যৌৱন-চঞ্চলা দেহাটো হ'ল তাৰ চিকাৰ: মুক্তভাৱে উৰি ফুৰা চীগাল পক্ষীক নিষ্ঠুৰ চিকাৰীয়ে গুলীয়াই বধ কৰাৰ দৰে, সেই মানুহটোৱে তাইৰ জীৱন ধ্বংস কৰি দিলে।

জ্যোতিয়ে নিজেই বুজিব নোৱাৰিলে হঠাতে কিয় তাৰ সেই গুলীবিদ্ধ চীগালৰ দৰে সেই অসহায় যুৱতীৰ কথা মনত পৰি গ'ল।

আৰু সেই ভাব অহাৰ লগে লগেই জ্যোতিয়ে তাৰ নতুন নাটকৰ চৰিত্ৰ ৰূপালীমক শোকাৱহ ট্ৰেজিক পৰিণতিৰ দিশে নিয়াৰ সিদ্ধান্ত কৰিলে। সি জানে, তেনে নিৰ্মম পৰিণতি তাইৰ প্ৰাপ্য নাছিল। কিন্তু এবাৰ তাৰ মনত যি ট্ৰেজিক পৰিস্থিতিৰ ধাৰণাই জন্ম ল'লে, তাৰ পৰা ৰক্ষা পোৱাৰ আশা আৰু নাই।...
ইতিভেনৰ আহ্বানত ৰূকমী ডেকাবোৰ উত্তেজিত হ'ল: সিহঁতে ইতিভেনক প্ৰতিশ্ৰুতি দিলে, সিহঁতে প্ৰতিশোধ ল'ব।

ইতিভেন: তেন্তে ৰূকমী বীৰসকল! ওলোৱা, ৰূকমী জাতিৰ অপমানৰ প্ৰতিশোধ ল'বলৈ, ৰূকমী জাতিৰ মান ৰাখিবলৈ, ৰূকমী ৰূপহীৰ সতীত্ব ৰাখিবলৈ। তোমালোকৰ ৰজা যদি অসমৰ্থ, তেন্তে তোমালোকক বাট দেখুৱাই নিম।

ইতিভেনে ভাতৃ ৰূকমী ৰজাক সম্পূৰ্ণ অৱজ্ঞা কৰিলে। স্বদেশপ্ৰেমৰ মহান আদৰ্শেৰে তাই নিজৰ ৰাজ্যৰ, নিজৰ প্ৰজাৰ, নিজৰ এক নাৰীৰ সতীত্ব ৰক্ষাৰ বাবে তাই বীৰাঙ্গনাৰ বেশ ধাৰণ কৰিলে।

জ্যোতিয়ে স্বজাতিৰ সেই মুক্তি প্ৰচেষ্টাতে অন্য এক মুক্তিৰ সন্ধান পালে। সেই সন্ধান হ'ল, মেটাৰলিঙ্কৰ নাটকৰ গ্ৰাসৰ পৰা সি ওলাই আহিব পাৰিলে। কোনেও ক'ব নোৱাৰিব, ৰূপালীম নাটক মেটাৰলিঙ্কৰ অনূদিত অথবা এডেপ্‌টেড নাটক। মেটাৰলিঙ্কৰ প্ৰধান চৰিত্ৰ জিয়াভান্নাক সি নিজৰ নাটকত দুটা চৰিত্ৰত পৰিণত কৰিব। এটা মাত্ৰ ভান্না চৰিত্ৰৰ স্থানত সি ইতিভেন আৰু ৰূপালীম দুটা চৰিত্ৰৰ সৃষ্টি কৰিব। মেটাৰলিঙ্কৰ নাটকত প্ৰধান পুৰুষ চৰিত্ৰ পিল্লিভেলৰ ভান্নাৰ প্ৰতি যি প্ৰবল আকৰ্ষণ, তাৰ মাজত নিহিত হৈ আছে শৈশৱৰে পৰা গঢ় লোৱা এক প্ৰীতিৰ কাহিনী: তাৰ নিজৰ নাটকত মণিমুগ্ধৰ দৰে হঠাতে দেখা সম্পূৰ্ণ অপৰিচিতা ৰূপালীমৰ প্ৰতি ৰূপমুগ্ধ লালসা নহয়। পিল্লিভেলৰ চৰিত্ৰৰ বিপৰীতে সি মণিমুগ্ধৰ চৰিত্ৰ অধিক জটিল কৰিব। মণিমুগ্ধৰ চৰিত্ৰত একেলগে থাকিব লাগিব সৌন্দৰ্যলিপ্সা, নিষ্ঠুৰতা, আভিজাত্য, স্বেচ্ছাচাৰিতা আদি বিপৰীত গুণৰ অদ্ভুত সমাবেশ।

জ্যোতিয়ে বিশ্লেষণ কৰি দেখুৱাব, এটা মানুহৰ মনৰ ভিতৰতে একে সময়তে নানা বিপৰীতমুখী ভাব আৰু চিন্তাৰ সৃষ্টি হ'ব পাৰে। মানুহক প্ৰথম দৃষ্টিত যিমান সহজ আৰু সৰল বুলি ভবা যায়, মানুহ প্ৰকৃততে সিমান সৰল আৰু সহজ নহয়। মানুহৰ এই পৰস্পৰবিৰোধী আৰু দ্বিধাগ্ৰস্ত চৰিত্ৰৰ বাবে প্ৰকৃতিয়ে মানুহক অতি জটিল প্ৰাণীত পৰিণত কৰিলে। মণিমুগ্ধৰ চৰিত্ৰত জ্যোতিয়ে সেই ভয়ংকৰ আৰু সৌন্দৰ্যপিয়াসী দুয়োটা ভাবকে সাৰ্থকভাৱে ৰূপায়ণ কৰিব।

পুৰুষৰ তেনে দ্বিধাগ্ৰস্ত, পৰস্পৰবিৰোধী চৰিত্ৰৰ বিৰুদ্ধে ইতিভেনে যুদ্ধ ঘোষণা কৰিব, জ্যোতিয়ে সিদ্ধান্ত কৰিলে। ইতিভেন স্বজাতিৰ সন্মানৰ কেৱল জ্বলন্ত প্ৰতীকেই নহয়, তাই প্ৰণয় আৰু ঈৰ্ষাৰ ঘৃতাগ্নিস্ফুলিংগো।

ইতিভেন আছিল প্ৰান্তদেশ অধিপতি মণিমুগ্ধৰ বাগদত্তা। কিন্তু সেই মণিমুগ্ধই এক মুহূৰ্তৰ পূৰ্বলৈকে অচিনাকি ৰূপালীমৰ সৌন্দৰ্যত প্ৰলুব্ধ হৈ ৰূপালীমক

অপহৰণ কৰি লৈ গ'ল। ইতিভেনে প্ৰতিশোধ ল'ব। তাই নিজৰ সন্মানৰ লগত ৰূকমী ৰাজ্যৰ সন্মান আৰু মৰ্যাদা সমাৰ্থক কৰি স্বদেশৰ স্বাৰ্থত এখন স্বাধীনতা ৰণৰ আহ্বান দিলে। ---

জ্যোতিৰ লিখনী দুৰন্ত হৈ পৰিল।

বন্দী ৰূপালীমক মণিমুগ্ধই প্ৰলুব্ধ কৰিছেঃ মই তোমাক ইয়াৰ পৰা লৈ যাম সেই দূৰণিলৈ। সৌৱা নীলাকাশৰ পৰা নিজৰি হীৰাফুলীয়া পোহৰবোৰ আহিছে, সোণৰ জোনাকে য'ত জোনোৱালী সপোনৰ ৰাজ্য পাতিছে, তালৈ আমি দুয়ো ওলাই যাও ব'লা! তুমি মোৰ কোলাত বহি তোমাৰ বুকুৰ মৰমৰ কথা ক'বা। মই কাণপাতি শুনিম মিলন-পিয়াসী বুকুৰ কম্পন ৰূপালীম! ---

--- ৰূপালীমে এটা অব্যক্ত বেদনাৰ হেঁচা সহিব নোৱাৰি ৰুদ্ধশ্বাস হৈ কান্দিবলৈ ব্যৰ্থ প্ৰয়াস কৰি ভাগৰি পৰে। ---

ৰূপালীম ঃ মুণিমুগ্ধ কৌৰব! তুমি মোক ইয়াত অকলে থাকিবলৈ দিয়া। --- মায়াব মোৰ জীৱনজুৰি আছে। মণিমুগ্ধ! মোক মায়াবৰ ওচৰত থৈ আহাঁগৈ। -- তুমি মোৰ দুখ নুবুজা কিয়? তুমি জানো মানুহ নোহোৱা?

মণিমুগ্ধই ক'লেঃ মানুহ! নহয়, তোমাৰ ৰূপে আৰু মোক মানুহ কৰি থোৱা নাই। মই এটা অদম্য-বাসনা। মই তোমাৰ ৰূপৰ, তোমাৰ সৌন্দৰ্যৰ এটা ৰূপ ধৰা পিয়াহ। মই তোমাৰ সুন্দৰ অৱয়ৱৰ অন্তৰালত থকা সুশুভ্ৰ আত্মা লৈ হোৱা এটা চিৰদিনীয়া হাবিলাষ। ৰূপালীম! তুমি মোক ঘিণ কৰিছা। কিন্তু মই তোমাক ভাল পাওঁ। অতিকৈয়ে ভাল পাওঁ। -- তোমাৰ মই পংকজকান্তিৰ সুন্দৰ দেহাত এতিয়াই মোৰ বাসনাৰ ৰঙা গোলাপ-গুৰি সানি দিব পাৰো। তোমাৰ সোণ-সেন্দুৰীয়া কপালত মোৰ তপত নিশাহ বোৱাব পাৰো। তোমাৰ ওঁঠৰ পৰা বৈ অহা ৰূপৰ ফটিকা মই এতিয়াই বাটিয়ে বাটিয়ে পি। তোমাৰ নৱণুকোমল বুকুৰ পৰশত ৰোমাঞ্চিত হৈ কামনাৰ সকলো পিয়াহ --।

এইখিনিলৈকে লিখি জ্যোতি ৰৈ গ'ল।

এক অদ্ভুতভাৱে হঠাতে তাৰ মন উন্মনা কৰি তুলিলে। এক অস্বাভাৱিক ধাৰণাই তাৰ লিখা ৰুদ্ধ কৰি দিলে।

নিজেই সৃষ্টি কৰা মণিমুগ্ধ নামৰ সেই চৰিত্ৰৰ প্ৰতি তাৰ মনত ঈৰ্ষাৰ ভাব প্ৰৱল হৈ পৰিল। তাৰ এনে ধাৰণা হ'ল, তাৰ নিজৰ ব্যক্তিত্ব আৰু সত্তাতকৈ যেন মণিমুগ্ধৰ ব্যক্তিত্ব সত্তা অধিক প্ৰৱল হৈ পৰিছেঃ মণিমুগ্ধই যেন তাক ধীৰে ধীৰে গ্ৰাস কৰি আহিবলৈ ধৰিছে। তাৰ জীৱনৰ সমস্ত জীৱনীশক্তিৰে, তাৰ জীৱনৰ সকলো ভাব-ভাষা, প্ৰাণ-অনুভূতি-স্পৰ্শ-আকুলতা, ব্যঞ্জনাৰে যি মণিমুগ্ধ জীৱন্ত হৈ উঠিছে, সেই মণিমুগ্ধৰ সন্মুখত সি যেন ধীৰে ধীৰে ম্লান হৈ আহিছে। কোনটো সি নিজে আৰু কোনটো মণিমুগ্ধ, তাৰ মাজত পাৰ্থক্য প্ৰভেদ নোহোৱা হৈ পৰিছে।

জ্যোতি অশান্ত হৈ পৰিল।

যি প্রেম নিবেদন সি নিজে কোনো জীৱন্ত নাৰী ৰূপালীমক কৰিব লাগিছিল, সেই প্রেম নিবেদন তাৰে কল্পনা, তাৰে ভাষা, তাৰে ব্যঞ্জনাৰে মণিমুগ্ধ নামৰ এটা চৰিত্ৰই কৰিব পাৰে কেনেকৈ? মণিমুগ্ধক তেনে এক অধিকাৰ দি সি সেই অধিকাৰৰ পৰা নিজে বঞ্চিত হ'ব লগা হোৱাটো কি তাৰ পৰাজয় নহয়?

জ্যোতিয়ে চকুৰ আগত যেন সঁচাকৈয়ে দেখিলে মণিমুগ্ধক: শালপ্রাংশু ৰূপ ধৰি তাৰ সত্তাক বিলুপ্ত কৰিবৰ বাবে মণিমুগ্ধ সাজু।

জোতিৰ লিখা বন্ধ হৈ গ'ল।

কেবিনৰ পৰা ওলাই আহি সি দেখিলে, সমস্ত জাহাজ কর্মমুখৰ। সাগৰৰ উত্তাল তৰংগ আৰু যাত্রীৰ কর্মব্যস্ততা, কথোপকথন, হাঁহি, আনন্দ সকলো একাকাৰ হৈ পৰিছে।

ইংলণ্ডৰ ভূমিত পদার্পণ কৰিবলৈ মাত্র তিনি দিন বাকী।

নাটকখনৰ লিখা শেষ কৰিব পাৰিবনে জ্যোতিয়ে?

সি লিখিবলৈ ধৰিলে।

মণিমুগ্ধৰ প্রতি উত্তৰে হোৱা ঈর্ষাৰ ভাৱতে জ্যোতিয়ে এইবাৰ মণিমুগ্ধৰ বিৰুদ্ধে কলম তুলি ল'লে। এইবাৰ সি প্রাণৰ সকলো শক্তি আৰু আৱেগেৰে ইতিভেনক ঐশ্বর্যমণ্ডিত কৰি তুলিলে।

-- মণিমুগ্ধ দুৱাৰৰ ফালে লৰ মাৰি যায়। দুৱাৰমুখতে অস্ত্রে-শস্ত্রে সু-সজ্জিত ইতিভেনে আহি মণিমুগ্ধক আগভেটি ধৰে। ইতিভেনৰ পাছতে বহু সশস্ত্র ৰূকমী সৈন্য হাতত মুক্ত তৰোৱালেৰে। --

ইতিভেন: মণিমুগ্ধ। মনত ৰাখিবা এতিয়া তুমি মোৰ বন্দী। -- তুমি মোৰ দেশৰ কুমাৰীৰ সতীত্ব হৰণ কৰিছা। তুমি ৰূপালীমক হৰণ কৰি আমাৰ দেশক অপমান কৰিছা। নিৰাশ্রয়া অবলাৰ ওপৰত অত্যাচাৰ কৰিছা। মই দেশৰ মান, জাতিৰ মান ৰাখিবলৈ প্রাণ দিবলৈ আহিছোঁ।

মণিমুগ্ধ: মিছা কথা। তুমি আহিছা তোমাৰ ঈর্ষাৰ সন্তুষ্টিৰ বাবে মোৰ ওপৰত প্রতিশোধ ল'বলৈ। -- শুনিছা মোৰ সৈন্যাই তোমাৰ ৰূকমী বীৰসকলক কেনেকৈ দংশি নিব লাগিছে? আৰু অলপ সময়। তাৰ পিছত সকলো নিতাল মাৰিব। নিস্তব্ধতা হ'লে মই মোৰ অন্তৰৰ কথা তোমাক কম ভাঙি-পাতি। তেতিয়া বুজিবা মই তোমাক কিমান ভাল পাও। --

জ্যোতি এইবাৰ নির্মম হৈ পৰিল।

ইতিভেনে খণ্ডত একো নাই হৈ নিজকে বন্ধা সোণৰ শিকলিডালেৰে মণিমুগ্ধক অতর্কিতে জোৰেৰে কোব মাৰে। সেই কোব মণিমুগ্ধৰ মূৰত লাগি হোহোকৈ তেজ ব'বলৈ ধৰে। মণিমুগ্ধ বাগৰি পৰে। --

গভীৰ ৰাতি জ্যোতিৰ টোপনি আহিল।

শেষ ৰাতি সি স্বপ্ন দেখিলে: মাতৃ কিৰণময়ীয়ে ব্রহ্মপুত্রৰ পাৰৰ সিপাৰৰ পৰা তাক হাতবাউল দি মাতিছে: জ্যোতি, তই টিপচি হৈ সাগৰ পাৰ হুৰি

কেনেকৈ ?

পিছদিনা ৰাতিপুৱাৰ পৰা ঘৰলৈ মনত পৰি জ্যোতিৰ মন উন্মনা হ'ল। তাৰ মাতৃ-পিতৃ, ভাতৃ-ভগ্নী আৰু ৰূপহী সকলোৱেই আহি তাৰ মনৰ চকুৰ আগত আৱিৰ্ভাৱ হ'লহি। চকুৰ আগেদি বহু দৃশ্য এটাৰ পিছত এটাকৈ উৰি উৰি যাবলৈ ধৰিলে। মাতৃক চাবলৈ তাৰ হৃদয় ব্যাকুল হ'ল।--

ৰূপালীম নাটক সম্পূৰ্ণ নহ'ল।

কোনো এক বৰ্ষামুখৰ প্ৰভাতত জ্যোতিয়ে ইংলণ্ডত প্ৰৱেশ কৰিলে।

আৰু সেই দিনা আবেলি জ্যোতিক দেখা গ'ল টেইমছৰ পানীত এখন নাৱত।

## ॥ চৌত্রিশ ॥

লণ্ডনত উপস্থিত হৈয়েই প্ৰথম সাতদিন জ্যোতিয়ে শ্বাসৰুদ্ধ গতিৰে বুলি ক'ব পাৰি লণ্ডনক আৱিষ্কাৰ কৰাত আত্মহাৰা, বিভোল হৈ থাকিল।

সেই শৈশৱৰে পৰা ইংলেণ্ডৰ প্ৰতি জ্যোতিৰ এক অন্তহীন আকৰ্ষণ আছিল। ইংলণ্ডৰ বিষয়ে যিমানে সি পঢ়িছিল, ইংলণ্ডৰ পৰা উভতি অহা দুই-চাৰিজন লোকৰ মুখত ইংলণ্ডৰ বিষয়ে যিমান কাহিনী সি ঐকান্তিক আগ্ৰহেৰে শুনিছিল, সিমানে ইংলণ্ডৰ প্ৰতি তাৰ আকৰ্ষণ আৰু কৌতূহল দুৰ্বাৰ হৈ উঠিছিল। এদিন সি শ্বেইক্সপীয়েৰৰ নাটক 'কিং ৰিচাৰ্ড দী ছেকেণ্ড'ত পঢ়িবলৈ পাইছিল এইখিনি কথাঃ দিছ হেপী ব্ৰিদ অব মেন, দিছ লিট্‌ল ৱৰ্ল্ড, দিছ প্ৰেচাছ ষ্টʼন ছেʼট ইন দী ছিলভাৰ ছি, --- দিছ ব্লেছেদ প্লট, দিছ আৰ্থ, দিছ ৰিল্‌ম, দিছ ইংলেণ্ড ---। তেতিয়াৰে পৰা সেই দেশৰ প্ৰতি জ্যোতিৰ মনত স্বপ্নৰ সৃষ্টি হৈছিল।

সত্যৰ খাতিৰত ক'বলৈ গ'লে, স্বাধীনতা আন্দোলনত যোগ দিওতে ইংলণ্ডৰ প্ৰতি তাৰ মনত প্ৰথমতে অন্য এক ভাৱৰ উদয় হৈছিল। ইংলণ্ডৰ বিৰুদ্ধে জ্যোতিৰ মনত সৃষ্টি হৈছিল ক্ৰোধ আৰু বিদ্বেষৰ ভাব। শ শ বছৰ ধৰি ভাৰতমাতৃক পৰাধীন কৰি ৰখা ইংলণ্ডৰ সাম্ৰাজ্যবাদী মনোভাৱে সেই দেশক শত্ৰুৰূপে জ্যোতিৰ মানসত তুলি ধৰিছিল। বৃটিছৰ বিৰুদ্ধে সংখ্যাহীন সভাত বক্তৃতা দি দি জ্যোতিৰ মনত প্ৰবল বৃটিছবিৰোধী ভাৱৰ সৃষ্টি হৈছিল। বঙ্কিমচন্দ্ৰৰ 'আনন্দ মঠ' পঢ়ি বন্দে মাতৰম গীতেৰে উদ্বেলিত হৈ জ্যোতিয়ে ভাবিছিল, ইংলণ্ডৰ সকলো মানুহেই সাম্ৰাজ্যবাদীঃ এখন বিশাল প্ৰাচীন দেশক পৰাধীন কৰি ৰাখি ইংলণ্ডৰ সকলো মানুহেই ভাৰতৰ সম্পদ, ভাৰতৰ ঐশ্বৰ্যৰে সমৃদ্ধ হ'বলৈ বিচাৰে। 'আনন্দ মঠ'ৰ সেই দুগৰাকী মাতৃৰ ৰূপ জ্যোতিৰ মানসত সদায় ভাহি উঠিছিল। এগৰাকী জগদ্ধাত্ৰী মাতৃঃ অতুল সৌন্দৰ্যৰ অধিকাৰিণী, সালংকীতা, মুখত বিনন্দীয়া হাঁহি। সেইগৰাকী মাতৃ হ'ল বৃটিছে ভাৰত অধিকাৰ কৰাৰ আগৰ ভাৰতমাতৃঃ পাঁচ হেজাৰ বছৰীয়া সভ্যতা আৰু সংস্কৃতি আৰু পৰম্পৰাৰ মূৰ্ত প্ৰতীক। বঙ্কিমচন্দ্ৰৰ 'আনন্দ মঠ'ত অন্য এগৰাকী মাতৃ আছেঃ

অমাৱস্যাৰ অন্ধকাৰৰ দৰে কৃষ্ণাঙ্গী, দুৰ্বিষহ বেদনাক্ৰান্তা, পুত্ৰশোকত ম্ৰিয়মানা কালীগোসাঁনী। সেয়া হ'ল বৃটিছে অধিকাৰ কৰাৰ পিছত হৃতভাগিনী ভাৰতমাতৃৰ ছবি। বহুদিন ধৰি জ্যোতিৰ মানসত, তাৰ সমগ্ৰ চিন্তাত সেই হৃতভাগ্য মাতৃৰ মূৰ্তিয়ে অন্তহীন বিননিৰ সৃষ্টি কৰি আছিল।

কিন্তু এদিন 'আনন্দ মঠ'ৰ ৰচয়িতা ঋষি বঙ্কিমচন্দ্ৰৰ অন্য এক ৰচনাত ইংলণ্ডত অন্য এক উজ্জ্বল দিশৰ ভূয়সী প্ৰশংসাত জ্যোতি স্তম্ভিত নোহোৱাকৈ থাকিব নোৱাৰিলে। বঙ্কিমচন্দ্ৰই ইংৰাজী সাহিত্য, ইংৰাজী ভাষা, ইংৰাজী সৃষ্টিশীল মনোজগতৰ প্ৰশস্তি কৰি ঘোষণা কৰিলে; ইংলণ্ডৰ সেই মুক্তিপ্ৰয়াসী, সৃষ্টিশীল দিশটোৰ দ্বাৰা অনুপ্ৰাণিত হ'লেহে ভাৰতবাসী ইংলণ্ডৰ ৰাজনৈতিক দাসত্বৰ পৰা মুক্ত হ'ব পাৰিব।

জ্যোতিয়ে এক নতুন সত্য যেন আৱিষ্কাৰ কৰিব পাৰিলে।

বঙ্কিমচন্দ্ৰৰ ৰচনা পঢ়াৰ পিছত জ্যোতিয়ে কলিকতাত পঢ়া কালত এদিন ৰবীন্দ্ৰনাথৰ এক অন্তৰ্স্পৰ্শী বক্তৃতা শুনিবলৈ পাইছিল। ৰাজা ৰামমোহন ৰায়ৰ জন্মদিন উপলক্ষে দিয়া ভাষণত ৰবীন্দ্ৰনাথে কৈছিল, ৰামমোহনে দাবী কৰিছিল, ভাৰতৰ স্কুলত ইংৰাজী ভাষা-সাহিত্য, বিজ্ঞান, ইংৰাজ মনীষীৰ জীৱন কাহিনীৰ পাঠ অধ্যয়ন বাধ্যতামূলক কৰিব লাগিব, কাৰণ সেই আধুনিক শিক্ষা লাভ কৰিহে ভাৰতীয়ই ইংৰাজী শাসনৰ অন্ত পেলাব পাৰিব।

জ্যোতি অভিভূত হৈছিল।

তাৰ পিছত মহাত্মা গান্ধী আহিছিল ইংলণ্ডলৈ, জৱাহৰলাল নেহৰু আহিছিল, চৰ্দাৰ বল্লভভাই পেটেল আহিছিল বাৰিষ্টাৰী পঢ়ি নিজৰ দেশত প্ৰখ্যাত আইনজীৱী হ'বৰ বাবে। সুভাষচন্দ্ৰ বসু আহিছিল আই চি এছ পৰীক্ষাত উত্তীৰ্ণ হ'বৰ বাবে। ঋষি অৰবিন্দও আহিছিল সেই একেই উদ্দেশ্যেৰে।

কিন্তু সেই আটাইকেইজন মহাপ্ৰাণ ভাৰতীয় ইংলণ্ডৰ পৰা প্ৰত্যাৱৰ্তন কৰিয়েই পৰম বিদ্ৰোহীৰূপে ভাৰতৰ স্বাধীনতাক নিজৰ জীৱনৰ মহৎ সাধনা কৰি ল'লে।

সেই আলোকসন্ধানী কাহিনীৰ অন্তৰ্নিহিত সুৰ শুনিবৰ বাবেই জ্যোতি ইংলণ্ডলৈ আহিছে।

জ্যোতিৰ ধাৰণা হ'ল, বীৰ আৰু বীৰৰ পূজাৰ বিষয়ে লিখা প্ৰখ্যাত লিখক কাৰ্লাইলে কোৱা কথাই সত্য: তেওঁক ভাৰত সাম্ৰাজ্য নালাগে, সেই সাম্ৰাজ্য এদিন নিঃশেষ হৈ যাব। তেওঁক লাগে শ্বেইক্সপীয়েৰক: শ্বেইক্সপীয়েৰ নহ'লে ইংলণ্ডৰ কোনোপধ্যে নহয়।

কাৰ্লাইলৰ সেই কথাৰ গুৰুত্ব বুজাত জ্যোতিৰ যোহি সময়ৰ প্ৰয়োজন নহ'ল। ইংলণ্ডৰ পৃথিৱী অধিকাৰৰ বাসনা ইংলণ্ডৰ সৃষ্টিশীল প্ৰতিভাৰ স্বাক্ষৰ নহয়। সেই সাম্ৰাজ্যবাদী মনোভাৱৰ বিপৰীতে ইংলণ্ডৰ মাটি-পানী-বায়ুত যি

সৃজনীশক্তি আছে, সেইটোৱেহে ইংলণ্ডক সভ্যতা আৰু সংস্কৃতিৰ ইতিহাসত মৃত্যুহীন কৰি ৰাখিব।

সেইখন ইংলণ্ডক আৱিষ্কাৰ কৰিবৰ বাবেহে জ্যোতিয়ে ইংলণ্ডলৈ যাত্ৰা কৰিছিল।

সাতটা দিন জ্যোতিয়ে পৰ্যটকৰ ক্লান্তিহীন আকুল দৃষ্টিৰে লণ্ডনৰ পথত ঘূৰি ফুৰিছিল।

প্ৰথমতে টাৱাৰ অব্ লণ্ডন। ইংলণ্ডৰ প্ৰাচীন ইতিহাসৰ এক প্ৰখ্যাত যাদুঘৰ। সেই বিমোহিত প্ৰাচীন ইতিহাসৰ লগতে সেই টাৱাৰত বন্দী হৈ থকা লৰ্ড আৰু যুৱৰাজসকলৰ করুণ কাহিনীও জড়িত। সেই সামান্য কোঠাটোত, য'ত দদায়েক তৃতীয় বিচাৰ্ডে দুজন যুৱৰাজক হত্যা কৰিছিল, তাৰ দৃশ্যই জ্যোতিক বিমৰ্ষ কৰিলে। এটা মহলাত অজস্ৰ মণি-মুক্তা ঐশ্বৰ্যৰ মাজত জ্যোতিয়ে দেখা পালে ভাৰতৰ পৰা নিয়া কহিনুৰ। জ্যোতিয়ে দেখিলে সেই কোঠা, য'ত ছাৰ ৱাল্টাৰ ৰেলেক বন্দী কৰি থোৱা আছিল। গাইডৰ মুখত শুনিছিল সি ৱাল্টাৰ ৰেলেৰ বিমুগ্ধ কাহিনী। বন্দীশালতে ৰচনা কৰিছিল তেওঁ পৃথিৱীৰ ইতিহাস। জ্যোতিয়ে দেখিলে ৱেষ্ট মিনষ্টাৰ এবী, য'ত চচাৰ স্পেনচাৰ শেইক্সপীয়েৰ বেন জনচন মিল্টন আৰু আন প্ৰখ্যাত লিখকৰ সমাধি সযত্নে ৰক্ষিত আছে। জ্যোতিয়ে এদিন হাউচ অব্ কমন্স আৰু পিছদিনা হাউচ অব্ লৰ্ডছৰ দৰ্শক-গেলাৰীত বহি শুনিছিল সদস্যসকলৰ বক্তৃতা।

পিকাডিলি চাৰ্কাচৰ সৌন্দৰ্য আৰু কোলাহলে জ্যোতিক মুগ্ধ কৰিলে। লাইটৰ বাহাৰ অভূতপূৰ্ব। লণ্ডন ফেশ্বনৰ কেন্দ্ৰস্থল। ৰিজেণ্টছ পাৰ্কৰ কুইন মেৰীজ গাৰ্ডেনৰ গোলাপৰ বৰ্ণাঢ্য ৰূপ দেখি জ্যোতিৰ কোনো সপোন ৰাজ্যত থকা যেন লাগিল। এদিন হাইদ পাৰ্কত থিয় হৈ জ্যোতিয়ে এক অদ্ভুত ঘটনা লক্ষ্য কৰিলে। নবেম্বৰ মাহৰ এক শীতৰ আবেলি এখন মেজৰ ওপৰত থিয় হৈ এজন বয়সস্থ লোকে এক ওজস্বিনী বক্তৃতা দিছে। বক্তৃতাৰ বিষয় হ'লঃ বৃটিছ সাম্ৰাজ্যৰ অচিৰে ধ্বংস হ'ব লাগে। বৃটিছে অধিকাৰ কৰা দেশবোৰৰ পৰা তুৰন্তে বৃটিছ আঁতৰি আহিব লাগে আৰু সেই পৰাধীন দেশবোৰৰ মানুহক যি অন্যায় কৰা হৈছিল তাৰ বাবে সেই পৰাধীন মানুহক ক্ষমা-প্ৰাৰ্থনা কৰিব লাগে। ইংলণ্ডই যেনেকৈ আন কাৰো দাস হ'ব নোখোজে, তেনেকৈ ইংলণ্ডই আন কোনো দেশক, আন কোনো মানুহক নিজৰ দাস কৰিব নোৱাৰে। ইংলণ্ডৰ জনসাধাৰণৰ অনুমতি নোলোৱাকৈ ইংলণ্ডৰ চৰকাৰে আন কোনো দেশক গোলাম কৰি ৰাখিব নোৱাৰে। ইংলণ্ডৰ চৰিত্ৰত সেই সাম্ৰাজ্যবাদী দিশটো সম্পূৰ্ণ বিদেশী, সুদূৰ।—

সেই বক্তাৰ কথা বিমানে উদাত্ত হৈছে, সিমানে প্ৰচণ্ড শীতক অৱজ্ঞা কৰি মানুহ তেওঁৰ ওচৰ চাপি আহিছে। মানুহৰ কৰধ্বনি শুনা গৈছে মাজে মাজে। কিন্তু কোনো পুলিচে, কোনো চৰকাৰী শক্তিয়ে তেওঁক বাধা দিয়া নাই। জ্যোতি

অভিভূত হ'ল।

তিনিদিন ধৰি জ্যোতিয়ে আবেলি হাইদ পাৰ্কত বিভিন্ন বক্তাৰ বক্তৃতা শুনিছিল। এদিন এজন বক্তাই উদাত্তকণ্ঠে কৈছিল ঃ তেওঁৰ জীৱনৰ একমাত্ৰ লক্ষ্য হ'ল ইংলণ্ডত ৰজাৰ শাসন নিঃশেষ কৰা ঃ ইংলণ্ডক মধ্যযুগীয় ৰাজতন্ত্ৰৰ পৰা ৰক্ষা কৰিব লাগিব ঃ গণতন্ত্ৰ আৰু ৰাজতন্ত্ৰ সম্পূৰ্ণ দুটা বিপৰীত শাসন ব্যৱস্থা ঃ ফ্ৰান্সৰ দৰে ইংলণ্ডতো এটা বিপ্লৱ অপৰিহাৰ্য ঃ আজিৰ দিনত ৰজা-ৰাণী থকাৰ কথাটো সহ্য কৰিব নোৱাৰি। পিছদিনা জ্যোতিয়ে এজনৰ মুখত শুনিলে ঃ ভাৰতক স্বাধীনতা দান কৰিবৰ বাবে প্ৰথমতে আন্দোলন হ'ব লাগে ইংলণ্ডতে ঃ ইংলণ্ডৰ লোকেই ভাৰতত ইংলণ্ডৰ শাসন শেষ কৰিবৰ বাবে এক ভয়ানক বিপ্লৱৰ সূচনা কৰিব লাগে। --

জ্যোতিয়ে ইংলণ্ডৰ আত্মিক শক্তিৰ সুৰটো কাণপাতি মূৰ তুলি শুনিবলৈ পালে। ইংলণ্ডৰ মানুহৰ এই স্বাধীন মনোভাৱ, নিজৰ চৰকাৰৰ বিৰুদ্ধে মুক্তভাৱে কথা কোৱাৰ এই ক্ষমতাই বাৰে বাৰে তাক স্মৰণ কৰালে ইংলণ্ডলৈ যাত্ৰা কৰাৰ দুদিনৰ আগতে মহাত্মা গান্ধীয়ে তাক বোম্বাইত কোৱা কথা। মহাত্মাই তাক কৈছিল ঃ ইংলণ্ডত তুমি সৃষ্টিশীল প্ৰতিভাৰ সংস্পৰ্শলৈ আহিব পাৰিবা ঃ ইংলণ্ডত তুমি সৃষ্টিৰ সমল আৰু অনুপ্ৰেৰণা দুয়োটাকে পাবা। কিন্তু তুমি অনুসৰণ কৰিলেও অনুকৰণ নকৰিবা। ইংলণ্ডত তুমি এনে অনেক লোক পাবা যিসকলে ভাৰতৰ স্বাধীনতা একান্তভাৱে বিচাৰে। সেইসকলৰ সংস্পৰ্শলৈআহিবলৈচেষ্টা কৰিবা।···

ইংলণ্ডৰ ভূমিত জ্যোতিৰ সাদিন অতিবাহিত হোৱাই নাছিল। সেই কেইদিন একান্ত পৰ্যটকৰ দৃষ্টিৰে ঐতিহাসিক স্থান আৰু কীৰ্তি চাই অৱশেষত তাৰ মন গভীৰ ভাবেৰে উপচি পৰিল।

এই যি ৰাস্তাৰে সি গৈ আছে, এদিন, বহু শ বছৰৰ আগতে, এই ৰাস্তাৰ ওপৰেদি শ্বেইক্সপীয়েৰে ঘোঁৰাত উঠি কোনো গভীৰ ৰাতি থিয়েটাৰ হলৰ পৰা ওলাই আহিছিল। এই ৰাস্তাদিয়েই এদিন কন্যাৰ হাতত ধৰি অন্ধ মিল্টনে ফুৰিবলৈ গৈছিল। সেই সিফালৰ ৰাস্তাটোৰে কোনো গভীৰ ৰাতি লিটৰেৰী ক্লাবত ওজস্বিনী বক্তা দি ক্লান্ত হৈ দুৰন্ত ঘোঁৰাৰ গাড়ীত ঘৰলৈ প্ৰত্যাৱৰ্তন কৰিছিল ডঃ জনছনে।

জ্যোতিৰ মন পৰম গৌৰৱ আৰু আনন্দৰে উপচি পৰিল। যিখন লণ্ডন সি আজি ভ্ৰমণ কৰিবলৈ আহিছে, সেই লণ্ডনৰ প্ৰতিটো ৰাস্তা, কেৱল ৰাস্তাই নহয় তাৰ বায়ু তাৰ ধূলি সেইসকল মহাপ্ৰাণ লিখক, চিন্তাবিদ, শিল্পীৰ স্পৰ্শেৰে চিৰপৱিত্ৰ হৈ আছে। শ্বেইক্সপীয়েৰ, শ্বেইক্সপীয়েৰৰ পূৰ্বতে চচাৰ, স্পেনচাৰ, শ্বেইক্সপীয়েৰৰ পিছত মাৰ্লো, মিল্টন, ৰিচাৰ্ডছন, পোপ, স্কট, ৱৰ্ডছৱৰ্থ, শ্বেলী, কীটছ, বায়ৰণ, ডিকেন্স, কাৰ্লাইল আদি মহাপ্ৰাণ সাহিত্যিকসকল এই লণ্ডনৰে বাসিন্দা আছিল।

জ্যোতিয়ে নিজক অশেষ ভাগ্যৱান জ্ঞান কৰিলে। সেইসকল মহৎ লিখকৰ

চৰণ- চিহ্নেৰে ঐশ্বৰ্যশালী এই মহানগৰখনে দুদিনৰ বাবে হ'লেও তাৰ অহোভাগ্য সৌভাগ্য ঘটিল। হঠাৎ তাৰ মুখৰ পৰা আপোনাআপুনি ওলাই আহিল শ্বেইক্সপীয়েৰৰ সেই কথাঃ দিছ ইংলেণ্ড নেভাৰ দীদ নৰ নেভাৰ শ্বেল লাই এট দী প্ৰাউদ ফুট অৱ এ কনকুৱেৰৰ। —

জ্যোতিৰ প্ৰবল ইচ্ছা হ'লঃ ষ্ট্ৰেটফৰ্ড-এন-এভনলৈ গৈ সি শ্বেইক্সপীয়েৰ জন্ম হোৱা ঘৰটো এদিন দুদিন একেৰাহে চাই চাই হেঁপাহ পলুৱাবঃ শ্বেইক্সপীয়েৰৰ পদচিহ্ন স্পৰ্শ কৰি সি তাৰ জীৱন ধন্য কৰিব। এই লণ্ডনৰ প্ৰতিজন মহৎ লিখকৰ ঘৰলৈ গৈ সি নিজৰ সৃষ্টিশীল প্ৰতিভাক জাগ্ৰত কৰিব।

জ্যোতি এদিন উথাতু খাই সোমালগৈ গেৰাৰ্ড ষ্ট্ৰীটৰ ডঃ ছেমুৱেল জনছনৰ সেই বিখ্যাত ক্লাবত, নাম যাৰ চে'চাৰ ক্লাব, এটা লিটৰেৰী ক্লাব, য'ত ৰাতি ৰাতি বহি জনছনে সেই কালৰ প্ৰখ্যাত লিখকসকলৰ আগত অবিৰত বক্তৃতা দিছিল। সেই কালত ডঃ জনছন যেন আছিল ইংৰাজী সাহিত্যৰ ডিক্টেটৰ। ক্লাবত সোমাই জ্যোতিয়ে দেখিলে, ঠিক তেতিয়াৰ দৰেই জনছনৰ স্মৃতিত ৰক্ষা কৰা হৈছে লিটৰেৰী ক্লাব। এখন কাঠৰ চকী, কিছুমান কাঠৰ বেঞ্চ। সেই চকীতে বহি জনছনে কথা কৈছিল। সেইখন বেঞ্চতে হয়তো বহিছিল আলিভাৰ গ'ল্ডস্মিথ, ছাৰ জেছুৱা ৰেনলড্ছ, বছৱেল, বাৰ্ক, গেৰিক। ইয়াতে বহি ডঃ জনছনে তেওঁৰ অভিধানৰ কথা কৈছিল। ইয়াতে বহি বাৰ্কে তেওঁৰ উদাত্ত ভাষণেৰে সকলোকে মুগ্ধ কৰিছিল।

জ্যোতিৰ বাবে প্ৰতিজন বিখ্যাত কবি আৰু সাহিত্যিকৰ ঘৰ তীৰ্থস্থানত পৰিণত হ'ল। জ্যোতি গ'ল বানহিল ৰ'ৰ মিল্টনৰ ঘৰলৈ। ইয়াতে বহি অন্ধ মিল্টনে লিখিছিল পেৰাডাইজ লষ্ট, পেৰাডাইজ ৰিগেইণ্ড। দেৱালত আঁৰি থোৱা আছে সেই প্ৰখ্যাত পেইনটিংঃ অন্ধ মিল্টনে পেৰাডাইজ লষ্টৰ কাহিনী কৈ গৈছে, লিখিছে তেওঁৰ এগৰাকী কন্যাই, আন এগৰাকী কন্যা পিতৃৰ কাষত থিয় হৈ আছে।

জ্যোতিৰ আদৰৰ কবি হ'ল জন কীট্ছ । কীটছৰ দী ঈভ অৱ ছেইন্ট এগনছ অন এ গ্ৰেচান আৰ্ণ, টু এ নাইটিংগেল কবিতাই তাৰ মনত অনাবিল আনন্দৰ সৃষ্টি কৰিছিলঃ সেইবোৰ কবিতা সি আবৃত্তি কৰিব পাৰে অনৰ্গল। 'ক্ৰিটিক্ছ কিল্ড কীট্ছ'ঃ এই কথা মনত পৰিলে জ্যোতিৰ ভয়ানক খং উঠে। জ্যোতিৰ ধাৰণা হ'ল, দেৱতাৰ দৰে সুন্দৰ মনোৰম সেই কীট্ছক সমালোচকে অসুৰৰ দৰে আক্ৰমণ নকৰা হ'লে মাত্ৰ ছাব্বিশ বছৰ বয়সতে তেওঁৰ মৃত্যু নহ'লহেঁতেন। মুৰৰিকল্ডছৰ কীট্ছৰ ঘৰত সোমাই জ্যোতি অভিভূত হ'ল। কীট্ছৰ বেদনা ভৰা জীৱনৰ স্মৃতিৰে শোকাকুল যেন এই ঘৰ!

মাজুদেউতা চন্দ্ৰকুমাৰলৈ জ্যোতিয়ে চিঠিত লিখিলেঃ মহৎ ইংলিছ সাহিত্যিকসকলৰ ঘৰলৈ গৈ মই অতি অভিভূত হৈ পৰিছোঁ। এদিন মিলকনৰ

ৰচনা পঢ়ি আনন্দত উদ্বেলিত হৈছিলো, সেইসকলৰ ঘৰত সোমাই মই যেন তেওঁলোকৰ নিকটাত্মীয় এনে অনুভৱ কৰিলো। যি কোঠাত বহি তেওঁলোকে লিখিছিল কবিতা, ৰচনা কৰিছিল উপন্যাস, সেইবোৰ কোঠাৰ প্ৰতিটো ৰেণুৰ লগত তেওঁলোকৰ স্মৃতি সেউজীয়া হৈ আছে। তেওঁলোকৰ বহা আসন, তেওঁলোকে লিখা মেজ স্পৰ্শ কৰি মই নিজেই ধন্য হ'লো, মই যেন মহত্ত্বৰ সন্ধান পালো। -- ইয়ালৈ আহি মই যেন নিজকে আৱিষ্কাৰ কৰি উলিয়ালো। মই এতিয়ালৈকে যি লিখিছো, সেয়া হ'ল অত্যন্ত সামান্য, ক্ষুদ্ৰাতিক্ষুদ্ৰ বুলি ক'ব পাৰি। মোৰ ধাৰণা হৈছে, প্ৰবল ধাৰণা হৈছে, দিনে দিনে সেই ধাৰণা প্ৰবলতৰ হৈছে, মই যেন স্থায়ী হ'ব পৰা সাহিত্য সৃষ্টিৰ অধিকাৰী হ'ব পাৰিম, মই এতিয়ালৈকে যি লিখিছো, তাতকৈ অনেক বেছি, অধিক ৰসোত্তীৰ্ণ নাটক-গীত-কবিতা ৰচনা কৰিব পাৰিম। কীট্‌ছে মাত্ৰ ছাব্বিশ বছৰ বয়সতে মৃত্যুৰ আগ-মুহূৰ্তত আশা কৰিছিল, মৃত্যুৰ পিছত তেওঁ ইংলিছ কবিসকলৰ মাজত স্থান পাব। ময়ো কি, মাজুদেউতা, এই কথা ক'ব পাৰিম যে মোৰ মৃত্যুৰ পিছত ময়ো অসমৰ সেইসকল বিখ্যাত লিখকৰ শাৰীত একেলগে থাকিব পাৰিম ?

জ্যোতিয়ে পুনৰ লিখিলেঃ মাজুদেউতা, ইংলণ্ডত মাত্ৰ সাতদিন থাকি আনহাতেদি মোৰ মন বৰ অশান্ত হৈ পৰিছে। এই মহানগৰৰ বিশাল ঐশ্বৰ্য-বিভূতি সমাৰোহ আৰু প্ৰাচুৰ্য দেখি মোৰ দেশৰ দৰিদ্ৰ ৰূপটো মই প্ৰকটভাৱে দেখা পাইছো। মই আজি হৃদয়েৰে উপলব্ধি কৰিছো, কিয় মহাত্মা গান্ধী, জৱাহৰলাল নেহৰুৱে এই লণ্ডনত বাৰিষ্টাৰী পঢ়িবলৈ আহি বিদ্ৰোহী হৈ ইয়াৰ পৰা প্ৰত্যাৱৰ্তন কৰিছিল। এই দেশৰ বিশাল প্ৰাচুৰ্যই বাৰে বাৰে তেওঁলোকক নিজৰ দেশৰ চৰম দুৰ্দশা আৰু দৰিদ্ৰতাৰ ৰূপটো সোঁৱৰাই দিছিল। মোৰো তেনে এক ভাব হৈছে। এই দেশৰ মহাপ্ৰাণ লিখকসকলৰ স্মৃতিৰ লগত নিজক জড়িত কৰি মই ধন্য হৈছো। কিন্তু এই দেশৰ বিশাল প্ৰাচুৰ্য দেখি মোৰ দেশৰ করুণ অৱস্থাৰ কথা ভাবি মই অশান্ত হৈ পৰিছো। --

এডিনব'ৰাত পঢ়ি থকা সুৰেন আৰু গিৰিজা এদিন লণ্ডনলৈ আহিল। সুৰেন্দ্ৰনাথ বৰুৱা আৰু গিৰিজা বৰুৱা।

আচলতে জ্যোতি ইংলণ্ডলৈ আহিছিল এডিনব'ৰাৰ বিশ্ববিদ্যালয়ত অধ্যয়নৰ বাবে। কিন্তু সি লণ্ডনৰ মায়া এৰিব পৰা নাই।

অৰুণৰ কথা জ্যোতিৰ মনত পৰিবলৈ ধৰিলে। ইংলণ্ডলৈ আহিবলৈ অৰুণ উত্তেজিত হৈ আছে।

জ্যোতিয়ে লণ্ডনৰ অপৰূপ বৰ্ণনাৰে অৰুণলৈ এখন চিঠি লিখিলে। লগতে ৰচনা কৰি পঠিয়ালে এটা গীতঃ চিৰ সুন্দৰ ! হে চিৰসুন্দৰ ! মোৰ ৰাগ কৰবীৰে পত্ৰা লবি পূজা, তোৰে সুৰেৰে মই ৰচিলো কতনা গান বুজা-নুবুজা। --মোৰ ঘৰত অন্তিমৰ গান বিকশিত কমলৰ গন্ধ সমান, মনে মনে সোণোৱালী

সপোন-বিভোৰ সপোনৰো সপোন ছয়ময়া ৰূপ জ্বলে তোৰ, সুৰৰ শতেক ফুলে চকুৰ লোতক জ্বলে নবজোৱা সুৰেৰে বাঁহীটি বজা। --

জ্যোতিয়ে ঠিক কৰিলে, এডিনবৰ'ৰ পৰা যোৱাৰ আগতে তিনিটা কাম কৰি যাব লাগিব ঃ প্ৰখ্যাত নৃত্যপটিয়সী মাডাম পল্ল'ভাৰ বেলে-নৃত্য, আৰ্ট গেলেৰীত বৃটিছ পেইণ্টিং আৰু অ'ল্ড ভীকত চাব লাগিব শ্বেইক্সপীয়েৰৰ দুখন নাটক, হেমলেট আৰু জুলিয়াছ চিজাৰ।

## ॥ পঁইত্ৰিশ ॥

পিয়ানো বজাই জ্যোতিয়ে সুৰ দিছিলঃ সেউজী সেউজী সেউজী অ'-সে-উ-জী- সে-উ-জী-সেউজী-সেউজী-ধৰণী ধুনীয়া-

পিয়ানোৰ সুৰৰ লগত লয় মিলাই, এটা শব্দৰ পিছত আনটো শব্দত দীঘল দীঘলকৈ সুৰ দি জ্যোতিয়ে অনুভৱ কৰিলে, অনুভৱ কৰি আনন্দত উত্তেজিত হ'ল, নিভাঁজ অসমীয়া গীত এটাক পিয়ানোৰ লয়েৰে ঝঙ্কৃত কৰি তুলিব পাৰি।

-সোণোৱালী শইচৰ পথাৰ কোলাত শোভে -আমাৰ চকুলোৰ পানী দি জীয়ালো- মাণিকী-মধুৰি ধান-

জ্যোতিক এডিনবʼৰাৰ পৰা নিৰৱলে অহা সুৰেন্দ্ৰনাথ আৰু গিৰিজাই জ্যোতিৰ পিছফালে থিয় হৈ সেই গীতৰ সুৰত তন্ময় হৈ পৰিল।

হঠাতে এখন হাত পিয়ানোৰ কিবত থৈ পিছফালে চাই জ্যোতিয়ে সুৰেন্দ্ৰ আৰু গিৰিজাক ক'লে, "লুইতৰ ঘাটেদি যদি আমি বিশ্বৰ দৰবাৰলৈ যাবলৈ বিচাৰো, তেনেহ'লে আমাৰ অসমীয়া গীতেও নিজৰ ৰাগ-ৰাগিনীৰ পৰা মুক্ত হ'ব পাৰে নে নোৱাৰে, তাৰ চেষ্টাত আমি ব্ৰতী হ'ব লাগিব। ইউৰোপীয় প্ৰাণ শক্তিৰ প্ৰভাৱ আমাৰ গীতৰ ওপৰত পৰাত আমাৰ আপত্তি কৰিবলগীয়া নাই। আমাৰ সংগীততো সেই সংশ্ৰৱৰ প্ৰয়োজন হৈছে। ইউৰোপীয় সংগীতৰ লগত ভালদৰে পৰিচয় হ'লেহে আমাৰ নিজৰ সংগীতক আমি প্ৰসাৰ কৰিব পাৰিম —— ভাৰতীয় সংগীতৰ মেলডী আৰু পাশ্চাত্য সংগীতৰ হাৰমনি এই দুয়োটাৰে মিলনৰ সময় হৈছে। গীত আৰু হাৰমনিৰ মিলনৰ দিন আহিছে। এসময়ত যদি পাৰসিক, আৰবীয় আদি সংগীত ভাৰতীয় সংগীতৰ লৈতে মিলায়ো ভাৰতীয় সংগীতৰ নিজস্ব ৰক্ষা কৰিব পৰা হৈছিল, এতিয়া নোৱাৰাৰ কোনো কাৰণ নাই। আমি সভ্যতাৰ আন বিভাগত যেনেকৈ পাশ্চাত্যৰ খাপ খোৱাখিনিহে আমাৰ কৰি লৈছো, তেনেকৈ সংগীতৰ বিষয়েও কৰিব নোৱাৰাৰ অৰ্থ নাই। —— আমাৰ জীৱনৰ ৰূপ, সমাজৰ ৰূপ সলনি হোৱাৰ লৈতে সংগীতৰো ৰূপ সলনি হ'বই।

নোহোৱাটোহে আচৰিত কথা।"

কাৰণ, জ্যোতিৰ মনৰ গহ্বৰত সেই যৌৱনৰ এটা সুৰৰ আজিও অনুৰণন উঠে। জ্যোতিৰ বয়স ভেতিয়া পোন্ধৰ বছৰৰ বেছি নহয়। এদিন গধূলি বাণ ষ্টেজত 'শোণিত কুঁৱৰী'ৰ আখৰা কৰি ঘৰ সোমাই সি শুনিলে পিতাক পৰমানন্দই কীৰ্তনৰ "স্যমন্তক হৰণ"ৰ 'কৃষ্ণৰ বিক্ৰম দেখি ঋক্ষৰাজ পৰম বিস্ময় মনে, স্বামী হেন জানি বুলিবে লাগিলা প্ৰণামি কৃষ্ণ চৰণ' ঃ এই পদ জাত লগাই অৰ্গেনৰ সৈতে গাই আছে। তাৰ পিছতে পৰমানন্দই অৰ্গেনত বজাইছিল 'তুলসীৰ তলে মৃগপছ চৰে, তাকে দেখি ৰামচন্দ্ৰ শৰ-ধনু ধৰে, ৰাম ৰাম শৰ ধনু ধৰে।' সেইদিনা জ্যোতি মুগ্ধ হৈছিল, হৈছিল অভিভূত।

জ্যোতিয়ে সেইদিনাই ভাবিছিল, অসমীয়া পদ যদি অৰ্গেনৰ সৈতে গাব পাৰি, অসমীয়া গীত পিয়ানোত উঠিবলৈ কিমান দিন লাগিব।–

আমাৰ চকুলোৰ পানী দি জীয়ালো মাণিকী মধুৰি ধানৰ দৰে খাটি অসমীয়া শব্দৰ গীতকো তেনেহ'লে পিয়ানোত সুৰ দিব পাৰি।

আগদিনা গধূলি জ্যোতি, সুৰেন্দ্ৰ আৰু গিৰিজাই নৃত্যপাটিয়সী পাৱলোভাৰ পৃথিৱীখ্যাত বেলে নৃত্য চাইছিল। চাইকভস্কিৰ 'ছোৱান লেক'ৰ বেলেনৃত্য।

সেই নৃত্য চাই ৰাতি সিহঁত দুটাক লৈ জ্যোতি জে'মছ পাৰ্কত ৰহিলগৈ।

জ্যোতিয়ে ক'লে, "দুৰন্ধৰমানৰ আগতে মাদাম পাবলোভা ভাৰতলৈ গৈছিল। তেও আমাৰ উদয় শংকৰৰ লগ লাগি ভাৰতীয় নৃত্য আৰু বেলে নৃত্যৰ সমন্বয় ঘটাই এক নতুন নৃত্যৰ সৃষ্টি কৰাৰ প্ৰয়াস কৰিছিল। এয়া কেৱল নৃত্যৰ আঙ্গিকৰ সমন্বয় নহয়, এয়া দুখন দেশৰ নৃত্যৰে কেৱল সমন্বয় নহয়, এয়া হ'ল প্ৰকৃততে বিশ্বমানৱৰ মিলনৰ ঐকান্তিক প্ৰচেষ্টা।

"মোৰ এই বিশ্বাস দিনে দিনে প্ৰগাঢ় হৈছে, অন্তহীন বন্ধনৰ পৰা মানুহৰ মুক্তি কোনো ৰক্তাক্ত বিপ্লৱ, কোনো হেজাৰ হেজাৰ লাখ লাখ মানুহৰ মৃত্যু ঘটোৱা মহাযুদ্ধৰ দ্বাৰা কোনো কালে সম্ভৱ নহয়। পৃথিৱীৰ মানুহৰ মুক্তি সম্ভৱ কেৱল এক সাংস্কৃতিক বিপ্লৱৰ দ্বাৰা ঃ এই বিপ্লৱত ৰক্তক্ষয় নহয়, এই বিপ্লৱত মানুহৰ শাৰীৰিক মৃত্যুৰ স্থান অধিকাৰ কৰিব মানুহৰ মুক্তিৰ শাশ্বত বন্দনাই। মানুহৰ মৃত্যু হয়, কিন্তু অ-মৃত হৈ থাকে মানৱতা। সেই মানৱতাৰ জয়গান গাবৰ বাবেই আমাক লাগে এক সাংস্কৃতিক বিপ্লৱ। ৰক্তাক্ত যুদ্ধ যেতিয়া লাগে ৰাজ্যাত, পথাৰত, পাহাৰত, তেতিয়া সাংস্কৃতিক বিপ্লৱ আৰম্ভ হ'ব মানুহৰ অন্তৰত।

"মই ভাৰতক বৃটিছ শাসনৰ পৰা মুক্ত কৰিবলৈ আন্দোলনত যোগ দিছো। মোৰ দেশত বৃটিছ শাসনৰ অত্যাচাৰৰ কাহিনী শুনিলেই মই উন্মাদ হৈ পৰো, বৃটিছৰ বিৰুদ্ধে মোৰ ঘৃণা আৰু বিদ্বেষ অগ্নিৰ দৰে জ্বলি উঠে। কিন্তু ইংলেণ্ডৰ ভূমিত ভৰি দিয়াৰ পিছতে মোৰ সেই বিদ্বেষ, সেই ঘৃণা নাইকিয়া হ'ল। বৃটিছ সৈন্যৰ বন্দুক আৰু বুট জোতাৰ শব্দৰ বিপৰীতে মই ইয়াত শুনিবলৈ পাইছো

মানৱ-বন্দনাৰ গীত। ইংলণ্ডৰ ৰাস্তাত মই ভাৰতক পদদলিত কৰা মিলিটেৰীক দেখিবলৈ নাপাওঁ ঃ ইংলণ্ডৰ ৰাস্তাত যে এদিন শ্বেইক্সপীয়েৰ মিল্টন ৱৰ্ডছৱৰ্থ শ্বেলী ডিকেন্স অহা-যোৱা কৰিছিল, মই তেওঁলোকৰ পদধ্বনি যেন শুনিবলৈ পাওঁ। এই যে বেঞ্চখনত আমি বহি আছোঁ, এদিন কোনো এক ৰাতি এইখন চহৰতে বহি হয়তো শ্বেলী আৰু কীটছে স্কাইলাৰ্কৰ গীত শুনিবলৈ পাইছিল, ইয়াতে বহি হয়তো কীটছৰ মনত উদয় হৈছিল সেইফাঁকি অপূৰ্ব সুন্দৰ কবিতা ঃ এ থিং অব্ বিউটি ইজ এ জয় ফৰ এভাৰ। —

জ্যোতি বিলাতত থাকোতেই অবাক চিনেমা সবাক ছবিলৈ ৰূপান্তৰিত হৈছিল ম'ভি পৰিণত হৈছিল টকীলৈ। এই আৱিষ্কাৰৰ লগত যেন তাৰ জীৱনৰ সুৰ একাকাৰ হৈ আছে ঃ এনে একে ভাবে জ্যোতিক অভিভূত কৰিছিল। চাৰ্লি চেপলিনৰ অবাক ছবি চালে কেবাখনো সি। সি স্বপ্ন দেখিলে, সি বিলাতত থাকোতেই যেন চেপলিনৰ ছবিয়ে কথা ক'ব পৰা হয়। এদিন সি সঁচাকৈয়ে ছবিঘৰত সোমাই চালে চেপলিনৰ 'চিটি লাইট্‌ছ' ঃ অবাকৰ পৰা সবাকলৈ ৰূপান্তৰিত হওঁতে মাজে মাজে চৰিত্ৰৰ মুখত কথা ওলোৱা নাই যদিও কথাছবি জগতত ই এক বিস্ময়জনক আৱিষ্কাৰ।

জ্যোতি উদ্বেলিত হ'ল। ৱাৰ্ণাৰ ব্ৰাদাৰ্ছৰ কথাছবি 'দী জেজ ছিংগাৰ' দেখি দৰ্শকৰ লগতে সি বাৰে বাৰে কৰধ্বনি কৰিবলৈ ধৰিলে। এল জলছন নামৰ চৰিত্ৰই তাৰ মাতৃক পিয়ানোত গীত গাই শুনাইছে। জলছনে পিয়ানোৰ ৰিৰত দুয়োখন হাত থৈ পিছলৈ হাউলি মাতৃৰ মুখৰ কাষত গীতৰ সুৰ দিছে। মাতৃৰ মুখৰ সেই বিনন্দীয়া ৰূপ দেখি জ্যোতি বিমুগ্ধ হ'ল।

দুদিনৰ পিছতে জ্যোতিয়ে চালে 'ডিজৰেলি'। তাৰ পিছত ইউনাইটেড আৰ্টিষ্টৰ 'কক্বেট'। জ্যোতি চঞ্চল হৈ পৰিল। ছবি অবাকৰ পৰা সবাক কেনেকৈ হ'ব পাৰে, তাৰ কাহিনী জানিবৰ বাবে সি সেই বিষয়ৰ কাকত আৰু আলোচনীৰ আশ্ৰয় ল'লে।

জ্যোতিয়ে জানিব পাৰিলে ঃ প্ৰায় অৰ্ধশতাব্দী ধৰি জাৰ্মানী আমেৰিকা ইংলণ্ডত সবাক ছবি নিৰ্মাণৰ বাবে ক্লান্তিহীন প্ৰচেষ্টা চলাইছিল। চৰিত্ৰৰ ফটোগ্ৰাফৰ লগত চৰিত্ৰ মুখৰ কথা কেনেকৈ সংযোগ কৰিব পাৰি? এডিচনৰ ১৮৯৪ চনৰ কিনেট'স্কোপ'ৰ আগতেই সবাক ছবিৰ গৱেষণা চলিছিল। দৰ্শকৰ কাণত টিউব লগাই চলোৱা চেষ্টা ব্যৰ্থ হ'ল। জাৰ্মানীত আৱিষ্কৃত হ'ল 'ছিনক্ৰচ্কপ'। সৃষ্টি হ'ল 'ফ'নফিল্ম'ৰ। শেষত আমেৰিকাৰ ৱাৰ্ণাৰ ব্ৰাদাৰ্ছৰ তিনিজন ভ্ৰাতৃ হেৰী, এলবাৰ্ট আৰু জেক সবাক চিত্ৰমা সৃষ্টিত দিনে-ৰাতিয়ে ব্ৰতী হ'ল। টকীৰ জন্ম হ'ল।

জ্যোতি আপ্লুত হ'ল। সেই আৱিষ্কাৰৰ লগত সি যেন তাৰ নিজৰ জীৱনতো এক আৱিষ্কাৰ, এক চৰিত্ৰৰ সন্ধান পালে।

এদিন গধূলি জ্যোতিয়ে লণ্ডনৰ ইবজ হলত শ্বেইক্সপীয়েৰৰ 'দী টেমিং অব্ দী শ্ৰু' নাটকৰ কথাছবি চালে। প্ৰখ্যাত চৰিত্ৰ কেথেৰিনৰ অভিনয় কৰিছে অবাক ছবি যুগৰ বিখ্যাত অভিনেত্ৰী মেৰী পিকফ'ৰ্ডে। ডগলাছ ফেয়াৰবেংকছ পেট্ৰুছিঅ'ৰ ভূমিকাত। সেই এটা মনোৰম কাহিনী: প্ৰত্যুৎপন্নমতিসম্পন্ন, ৰসিক পেট্ৰুছিঅ'ই কেনেকৈ উদণ্ড কেথেৰিনক শান্ত কৰিলে: বিয়াৰ দিনা তাইক সুদীৰ্ঘ অপেক্ষাত ৰাখি কেনেকৈ সি উপস্থিত হ'লহি শস্যক্ষেত্ৰৰ ছিন্নবস্ত্ৰ মূৰ্তিৰ দৰে, কেনেকৈ সি পুৰোহিতক প্ৰহাৰ কৰিলে, বিয়াৰ ভোজত বহিবলৈ হ'ল অসমাপ্তি আৰু এক জীৰ্ণ ঘোঁৰাত তুলি কেথেৰিনক নিজৰ ঘৰলৈ লৈ গ'ল, তাইক খাবলৈ আৰু শুবলৈ নিদিলে। ——অ' দিছ লাৰ্ণিং, হোৱাট এ থিং ইট ইজ: হি কিলছ হাৰ ইন হাৰ অউন হিউমাৰ: দিছ ইজ দী ৱে টু কিল এ ৱাইফ উইথ কাইণ্ডনেছ: এ ৱেমন, মাদী, ইল-ছিমিং, থিক, বিৰেষ্ট অব্ বিউটি আদি বচন জ্যোতিৰ মুখস্থ হৈ গ'ল।

টেমিং অব্ দী শ্ৰু' চাইছিল জ্যোতিয়ে সুৰেন্দ্ৰনাথ আৰু গিৰিজাপ্ৰসাদৰ লগত। মনৰ উত্তেজনাত সি সেই গধূলি সিঁহত দুটাক লৈ পুনৰ বহিলগৈ জে'মছ পাৰ্কৰ বেঞ্চত।

জ্যোতিয়ে ক'লে, "মই জাৰ্মানীলৈ যাম। চিনেমাৰ টেকনিক ষ্টাডি কৰিবৰ বাবে।"

সুৰেন্দ্ৰ আৰু গিৰিজা জ্যোতিৰ কথা শুনি আচৰিত হ'ল।

সুৰেন্দ্ৰই ক'লে, "কিন্তু তোমাক ঘৰৰ পৰা ইয়াত পঢ়িবলৈহে পঠিয়াইছিল। ঘৰৰ অনুমতি পাবা ?"

"আচলতে কি জানা ? মই কোনো এক নিৰ্দিষ্ট বিষয় পঢ়িবৰ বাবে বিলাতলৈ অহা নাই। ইংলণ্ডৰ কলেজত য়ুনিভাৰ্চিটিত পঢ়িবলৈ পোৱাটো অতি ভাগ্যৰ কথা। কিন্তু কলেজ-য়ুনিভাৰ্চিটিৰ অধ্যয়নৰ কোনো বিষয়েই মোক আকৰ্ষণ নকৰে। মই তাৰ মাজত আবদ্ধ হৈ থাকিব নোৱাৰো। মোৰ মন সেই নাটকৰ চৰিত্ৰবোৰৰ মাজত আবদ্ধ হৈ আছে। চৰিত্ৰবোৰে মোক অবিৰত আহ্বান কৰে। লণ্ডনত কেইদিনমান থাকিয়েই মই বুজি পালো নাটক-গীতেই হ'ল মোৰ জীৱনৰ সমগ্ৰ আশা আৰু ভৱিষ্যৎ। ইয়াত অবাকৰ পৰা সবাকলৈ ৰূপান্তৰ ঘটা টকী দেখি মই যেন এক নতুন জীৱন লাভ কৰিলো। মই জাৰ্মানীলৈ চিনেমাৰ শিক্ষা ল'বলৈ যাম। এতিয়া নহয়। কিছুদিনৰ পিছত।"

জ্যোতিৰ কথা শুনি সুৰেন্দ্ৰ আৰু গিৰিজাই তৰ্ক মানিলে। কিছু সময় কাৰো মুখত কথা নাই। অনতিদূৰত অপূৰ্বৰূপে আলোকিত বাকিংহাম ৰাজপ্ৰাসাদ। গধূলি অতিক্ৰমি ৰাতিত পৰিণত হৈছে যদিও সমগ্ৰ পাৰ্ক মানুহেৰে উপচি পৰিছে।

এইবাৰ সুৰেন্দ্ৰ আৰু গিৰিজাক চকিত কৰি জ্যোতিয়ে ক'লে, "মই এখন চিনেমা কৰিম। নিজেই কৰিম।" সিঁহত দুয়োটাই জ্যোতিৰ মুখলৈ চাই ৰহিল।

"চিনেমাৰ খাতিৰত চিনেমা নহয়। অসমৰ জাতীয় জীৱনৰ, অসমৰ গৌৰৱময় ইতিহাসৰ কোনো এক উদ্দীপনাময় অধ্যায় মই ৰূপালী পৰ্দাত জীৱন্ত কৰি তুলিম। চিনেমাত অসমৰ মানুহৰ আশা-আকাংক্ষা, অসমৰ আকাশ-প্ৰকৃতি অসমীয়াক দেখুৱাম। কথাছবিৰ এই নতুন আৱিষ্কাৰৰ লগত মই অসমৰ মানুহক পৰিচয় কৰি দিম। চিনেমাৰ টেকনিকটো কেৱল বিদেশী। কিন্তু তাৰ থিম সম্পূৰ্ণ অসমীয়া। অসমৰ মানুহ, অসমৰ বায়ু, পানী, মাটিৰ পৰাই সমল লৈ মই ৰূপালী পৰ্দাৰ ছবি অসমীয়া মানুহকে দি যাম।"

সেইদিনা পৰম উত্তেজনাত শেষ ৰাতিলৈকে জ্যোতিৰ টোপনি নাহিল। একেবাৰে শেষ ৰাতি সি এক স্বপ্ন দেখিলে: তাৰ চিনেমাৰ নায়িকাৰ বাবে এগৰাকী নাৰীৰ সন্ধানত সি অসম ভ্ৰমণলৈ ওলাইছে। এনে এগৰাকী নাৰী যাৰ মুখৰ লগত, যাৰ অঙ্গি-ভঙ্গীৰ লগত, যাৰ আচৰণৰ লগত তাৰ মাতৃ কিৰণময়ীৰ মুখ, অঙ্গি-ভঙ্গী আৰু আচৰণ সম্পূৰ্ণ মিলি যায়।

হঠাৎ সাৰ পাই জ্যোতিয়ে বিছনাৰ পৰা জাপ মাৰি উঠি মেজত সজাই থোৱা কিৰণময়ীৰ ফটোখন মূৰলৈ তুলি ধৰিলে। ফটোখন চকুৰ একেবাৰে ওচৰলৈ আনি তাৰ মুখৰ পৰা এইকেইটা শব্দ ওলাই আহিল: স্বৰ্গৰ মাজৰ পৰা ওলাই আহি তুমি আই মোৰ লগত কথা নাপাতা কেলেই।

নিজৰ আনন্দতে জ্যোতিয়ে হাঁহিলে: নিজৰ আনন্দতে জ্যোতিৰ এপাক নাচিবৰ মন গ'ল।

মাতৃৰ ফটোখন টেবুলত পুনৰ সজাই জ্যোতিয়ে এটা গীত লিখিলে: চিৰসুন্দৰ! হে চিৰসুন্দৰ! মোৰ বাগ কৰবীৰে পতা লবি পূজা, তোৰে সুৰেৰে মই ৰচিলো, কতনা গান বুজা নুবুজা লবি পূজা। মোৰ যত অভিনৱ গান, বিকশিত কমলৰ গন্ধ সমান— সুৰৰ শতেক ফুলে চকুৰ লোতক জ্বলে, নৱজোৰা সুৰেৰে বাঁহীটি বজা—

পিছদিনা জন্ত ভীকত জ্যোতিয়ে 'জুলিয়াছ চিজাৰ' থিয়েটাৰ চালে। বিখ্যাত অভিনেতা জৰ্জ গ্ৰেগৰী চিজাৰৰ ভূমিকাত অৱতীৰ্ণ হৈছে। মাৰ্ক এন্টনীৰ ভাওত চাৰ্লছ মিডলটন। ব্ৰুটাছ জৰ্জ অ'ব্ৰায়েন।

চকু যহলেকৈ মেলি অবাক দৃষ্টিৰে জ্যোতিয়ে প্ৰত্যক্ষ কৰিলে মঞ্চত ৰোমান ইতিহাসৰ এক হৃদয়বিদাৰী ট্ৰেজেডী। 'দী ফল্ট, ডিয়েৰ ব্ৰুটাছ, ইজ নট ইন আৱাৰ ষ্টাৰ্ছ, বাট ইন আৱাৰছেলভ্ছ'। জ্যোতি উচপ খাই উঠিল। অভিনেতাই এবাৰ ৰ্গৰ কাণে হাত দাঙি আৰু এবাৰ নিজৰ বুকুত হাত দি সেই কথা কৈছে। তোমাৰ পতনৰ বাবে আকাশৰ গ্ৰহ-নক্ষত্ৰক দোষী নকৰিবা, দোষী কৰা তোমাক নিজক। তোমাৰ মাজতে তোমাৰ নিঃশেষৰ বীজ নিহিত আছে।—

'জুলিয়াছ চিজাৰ' চোৱাৰ দিনাও বহুত ৰাতিলৈকে জ্যোতিৰ টোপনি নাহিল।

মানুহে নিজৰ জীৱনৰ অন্তহীন দুৰ্বাৰ অনিয়ম বিসৰ্জতিৰ বাবে অনেক অসমীয়া

কৰিবলৈ কৰা চেষ্টা কি হাস্যকৰ। মানুহে বোধহয় এই কাৰণেই এদিন ঈশ্বৰক সৃষ্টি কৰিছিল, কৰিছিল দেৱ-দেৱীক। কৰিছিল সৃষ্টি ভাগ্য নামৰ এক ব্যাখ্যাহীন সংজ্ঞাক। কিন্তু মানুহৰ নিজৰ মাজতে নিজৰ বিনাশৰ বীজ সুপ্ত আৰু গুপ্ত হৈ আছে। আৰু সেই দুটা দৃশ্যৰ কথাই জ্যোতিৰ মনত জ্যোতিৰ সত্তাত প্ৰচণ্ড প্ৰভাৱ বিস্তাৰ কৰিলে। নাটকৰ কথা কিমান প্ৰভাৱশালী, কিমান যে প্ৰচণ্ড হ'ব পাৰে! ব্ৰুটাছে মানুহক মুগ্ধ কৰিলেঃ মই চিজাৰক ভাল নোপোৱা কথাটো সত্য নহয়, কিন্তু মই ৰোমক ভাল পাওঁ অধিক। চিজাৰ যিহেতু অত্যন্ত সাহসী আছিল সেইবাবে মই তেওঁক সন্মান কৰোঃ কিন্তু যিহেতু তেওঁ আছিল উচ্চাকাংক্ষী সেইবাবে মই তেওঁক হত্যা কৰিলো আৰু সেই এণ্টনিৰ অভিনয়। চিজাৰক কবৰস্থ কৰিবলৈ আহিছো, প্ৰশংসা কৰিবলৈ অহা নাই বুলি ব্ৰুটাছক বাৰে বাৰে অনাৰেবল মেন আখ্যা দি ব্ৰুটাছৰ বিৰুদ্ধে এণ্টনিয়ে জনতাক কিদৰে উত্তেজিত কৰিলে, তাৰ অভিনয় দেখি জ্যোতি বিস্মিত, স্তম্ভিত হ'ল!

জ্যোতিয়ে ভাবিলে, নাটকৰ প্ৰভাৱ, নাটকৰ গৰিমা কি মহৎ, কি বিশাল!

কাৰ্লাইলৰ কথাই সত্য হৈ থাকিল, জ্যোতিয়ে গভীৰভাৱে অনুভৱ কৰিলে। ইংৰাজক বৃটিছ সাম্ৰাজ্য নালাগেঃ ইংৰাজক লাগে কেৱল ছেইক্সপীয়েৰক।

পিছদিনা সুৰেন্দ্ৰ আৰু গিৰিজাৰ লগত জ্যোতি এডিনবৰ্গলৈ গ'ল।

এডিনবৰ্গত উপস্থিত হোৱাৰ পিছত দিনা জ্যোতিয়ে এটা ছিনে-ক্লাবৰ সদস্য হৈ ল'লে। মনৰ তৃপ্তিৰে অৱাক যুগৰ ছবিবোৰ সি চাব পাৰিব।

## ॥ ছয়ত্ৰিশ ॥

এডিনবৰ্‌'ৰা বিশ্ববিদ্যালয়ত এম এ শ্ৰেণীত নাম লগোৱাৰ কেইদিনমানৰ পিছতে এদিন জ্যোতিয়ে এক অপূৰ্ব দৃশ্য দেখিবলৈ পালে। এজন অধ্যাপকে পাঁচ হেজাৰ বছৰীয়া ভাৰতীয় সভ্যতা-সংস্কৃতি আৰু পৰম্পৰাৰ বিষয়ে বক্তৃতা দিবলৈ ধৰিছে। পৰিধানত তেওঁৰ এখন ধুতি, ধুতিৰ থোৰ দীঘল, এটা সোণৰ বৰণৰ মুগাৰ পঞ্জাবী, কান্ধত এখন পাটৰ ভাজ কৰা চাদৰ আৰু কপালত চন্দনৰ ফোঁট। চুলি তেওঁৰ দীঘল। কোনো প্ৰাচীন ব্ৰাহ্মণৰ দৰে তেওঁৰ জোঙা নাক।

অধ্যাপকৰ নাম বেৰিয়েল কিথ। পৃথিৱীখ্যাত সংস্কৃত পণ্ডিত। জাৰ্মানীৰ মেক্স মূলাৰ আৰু ইংলণ্ডৰ কিথ, এই দুয়োজনেই প্ৰাচীন ভাৰতীয় সভ্যতা-সংস্কৃতি আৰু পৰম্পৰাৰ মহান প্ৰবক্তা। তেওঁলোক সংস্কৃত পণ্ডিত, সংস্কৃতৰ অধ্যাপনা তেওঁলোকৰ বৃত্তিঃ কিন্তু তেওঁলোকৰ জীৱন পাঁচ হেজাৰ বছৰীয়া ভাৰতীয় সভ্যতা-সংস্কৃতিৰ গৌৰৱেৰে সমুজ্জ্বল, জ্ঞানৰ বিশালতাত তেওঁলোক ভাৰতীয় পণ্ডিতকৈয়ো অধিক পণ্ডিত।

ডঃ কিথৰ প্ৰথম দুটামান বক্তৃতাতে তেওঁৰ মহত্ত্বৰ সন্ধান জ্যোতিয়ে পালে। তেওঁৰ সংস্কৃত কথাই জ্যোতিক উদ্বুদ্ধ কৰিলেঃ তেওঁ চকু দুটা আধা মুদাই সংস্কৃত শব্দ উচ্চাৰণ কৰে, তেওঁৰ একোটা বক্তৃতাই জ্যোতিৰ মন প্ৰাচীন ভাৰতৰ কোনো এক সমৃদ্ধ যুগলৈ লৈ যায়।

শ্ৰেণীত নতুনকৈ যোগ দিয়া ছাত্ৰৰ বাবে কিথে প্ৰথমতে ভাৰতীয় সভ্যতাৰ মহৎ দিশটোৰ বিষয়ে তিনিদিন তিনিটা বক্তৃতা দিলে। তেওঁ ক'লে, প্ৰত্যেকটো সভ্যতাৰে মানৱজীৱন সম্পৰ্কীয় একোটা অক্ষয় অৱদান আছে। প্ৰাচীন গ্ৰীচ কলা-শিল্প, দিশত আৰু প্ৰাচীন ৰোম ৰাজনীতিৰ দিশত শ্ৰেষ্ঠ আছিল। গ্ৰীচ আৰু কলা-শিল্প ৰোম আৰু ৰাজনীতি সমাৰ্থকঃ গ্ৰীচৰ যি শত্ৰুৱে অধিকাৰ কৰিছিল সেই অধিকাৰক গ্ৰীক কলা-শিল্পই মহত্তৰ কৰিছিল, ৰোমক যি আক্ৰমণ কৰিছিল সেই আক্ৰমণকাৰীক ৰোমান ৰাজনীতিয়ে উত্তেজিত কৰিছিল। কিন্তু

গ্ৰীক সভ্যতা, ৰোমান সভ্যতা আৰু পৃথিৱীৰ কেবাটাও মহান প্ৰাচীন সভ্যতা কালৰ গ্ৰাসত বিলুপ্ত হৈ পৰিল। সেইবোৰ সভ্যতা পৰিণত হ'ল ইতিহাসত। কিন্তু তাৰ বিপৰীতে চাৰিওকালৰ প্ৰচণ্ড ধুমুহাৰ মাজতো কোনো এক বিশাল প্ৰস্তৰ যুগৰ দৰে ভাৰতীয় সভ্যতা চিৰস্থায়ী হৈ থাকিল। তাৰ কাৰণ?

কিথে সেই প্ৰশ্ন কৰি ছাত্ৰসকলৰ দৈ এবাৰ চালে। সংস্কৃত শ্ৰেণীৰ মাত্ৰ কেইজনমান ছাত্ৰ। তেওঁলোকে বিমুগ্ধ দৃষ্টিৰে অধ্যাপকলৈ চাই থাকিল। জ্যোতিৰ দৃষ্টি প্ৰগাঢ়। এইবাৰ অধ্যাপকৰ মুখত এক অপাৰ্থিৱ আনন্দৰ হাঁহি ফুটি উঠিল। তেওঁৰ বক্তৃতা উদাত্ত হ'ল। তাৰ কাৰণ, তেওঁ ক'লে, ভাৰতীয় সভ্যতাৰ পৰম শক্তিশালী ভিত্তি হ'ল দৰ্শন আৰু ধৰ্মৰ অনন্ত অমৰ অবিৰাম মূল্যবোধঃ ধৰ্ম আৰু দৰ্শনৰ ধ্ৰুপদী সমন্বয়। সেই মহত্ত্ব ক্ষণে পৰিবৰ্তিত শিল্প-কলাৰ সৌন্দৰ্য, অথবা ৰাজনীতিৰ উগ্ৰতাৰ ওপৰত প্ৰতিষ্ঠিত নহয়। সেই মহৎ ভিত্তি সামান্যভাৱেও কেতিয়াবা দুৰ্বল হ'লে যুগে যুগে মহৎ পুৰুষ, মহৎ দাৰ্শনিকৰ আবিৰ্ভাৱ হৈ সেই মহত্ত্বৰ কথাৰে সমগ্ৰ দেশক উজ্জীৱিত কৰে।

কিথে ক'লে, ভাৰতৰ সৰ্বকালৰ মহৎ ব্যক্তিসকল কোনোকালে ৰাজনীতিবিদ নাছিল, মহাপৰাক্ৰমী মহাৰথী বা বীৰ নাছিল, দেশে দেশে ভ্ৰমণ কৰা ব্যৱসায়ীও নাছিল। ভাৰতৰ মহৎ লোকসকল আছিল মানৱ জীৱনৰ ধ্ৰুপদী মূল্যবোধৰ সাধক, আধ্যাত্মিক জীৱনৰ নেতৃত্ব কৰিছিল তেওঁলোকেঃ কোনো দেশৰ কোনো জাতিৰ কোনো সম্প্ৰদায়ৰ ব্যৱধানেৰে দৃষ্টি নাছিল তেওঁলোক সীমাবদ্ধ অথবা খণ্ডিত। তেওঁলোক আছিল সেই সংস্কৃতিৰ অসাধাৰণ সাধকঃ যি সংস্কৃতি আৰু বিশ্বপ্ৰেম আৰু আধ্যাত্মিক জ্ঞান-বিজ্ঞতা আছিল সমাৰ্থক। তেওঁলোকৰ দৃষ্টি আছিল সমগ্ৰ মানৱৰ প্ৰতি, কোনো জাতি-উপজাতি সম্প্ৰদায়ৰ ওপৰত নহয়। তেওঁলোকৰ বাণী কোনো এটা কাল অথবা কোনো এটা জাতিৰ বাবে নিৰূপিত নাছিলঃ আছিল সমগ্ৰ পৃথিৱীৰ বাবে। ৰোমৰ গৌৰৱ ৰোমৰ ভিতৰতে সীমাবদ্ধ আছিল। কিন্তু ভাৰতীয় গৌৰৱ আছিল মানৱ গৌৰৱৰ সমাৰ্থক। —

অধ্যাপক কিথে সেইসকল মহাপুৰুষৰ নাম কৈ গ'ল এটা এটাকৈঃ যাজ্ঞবাল্ক্য, উদ্দালক, ৰামকৃষ্ণ, বিবেকানন্দ, ৰমণ, ৰবীন্দ্ৰনাথ। তেওঁলোক হ'ল ভাৰতৰ ত্ৰাণকৰ্তা, ভাৰতীয় মহান সংস্কৃতিৰ প্ৰহৰী অথবা অধিকাৰী।

জ্যোতি মুগ্ধ হ'ল।

এইগৰাকী অধ্যাপক ভাৰতীয় সভ্যতা-সংস্কৃতিৰ মহান সাধকঃ নিজৰ দেশৰ ভাবা নিজৰ দেশৰ সভ্যতা-সংস্কৃতি অতিক্ৰম কৰি তেওঁ এনে এখন দেশৰ সভ্যতা-সংস্কৃতিৰ গৱেষণাত ব্ৰতী যিখন দেশক বৰ্তমান তেওঁৰ দেশেই পৰাধীনতাৰ অন্ধকাৰত নিমজ্জিত কৰি ৰাখিছে। একোজন মানুহ যে কিমান মহৎ হ'ব পাৰে, একোজন মানুহৰ যে সাধনা কিমান বিকাশ হ'ব পাৰে! জ্যোতিৰ হৃদয় অপাৰ গৌৰৱেৰে উপচি পৰিল। অধ্যাপক কিথৰ প্ৰতি তাৰ কৃতজ্ঞতা

অসীম হৈ পৰিল।

আৰু সেই কৃতজ্ঞতা প্ৰকাশ কৰিবৰ বাবেই এদিন জ্যোতি উপস্থিত হ'লগৈ অধ্যাপক কিথৰ ঘৰত।

কিথৰ ড্ৰয়িংৰূমত সোমাই জ্যোতিৰ বিস্ময়ৰ সীমা নাথাকিল। দেৱালত ৰামকৃষ্ণ পৰমহংস, স্বামী বিবেকানন্দ, ৰবীন্দ্ৰনাথৰ ছবি। কিতাপৰ ৰেকত বুদ্ধৰ বৰফশুভ্ৰ মূৰ্তি, মূৰ্তি নৃত্যৰত শিৱৰ, অজন্তাৰ গুহাৰ বুদ্ধক প্ৰলুব্ধ কৰিবলৈ অহা নাৰীৰ নৃত্যৰ চিত্ৰাঙ্কন।

এখন মেজ। চাৰিকোণীয়া। সংস্কৃত শ্লোকেৰে খোদিত। তাৰে এটা গীতাৰ ঃ দুঃখেষ্বনুদ্বিগ্নমতাঃ সুখেষু বিগতস্পৃহঃ বীতৰাগভয়ক্ৰোধঃ স্থিতধীৰ্মুনিৰুচ্যতে।। এটা কালীদাসৰ ঃ বাগৰ্থাবিব সম্পৃক্তৌ বাগৰ্থপ্ৰতিপত্তয়ে। জগতঃ পিতৰৌ বন্দে পাৰ্ব্বতীপৰমেশ্বৰৌ।।

কিতাপৰ আলমাৰিত বেদ-বেদান্ত ব্ৰাহ্মণ উপনিষদঃ মহাভাৰত ৰামায়ণ ভৱভূতি কালিদাসৰ ৰচনা। ভৱভূতিৰ গ্ৰন্থৰ মাজত এখন ৰূপৰ প্লেটত লিখা আছে ভৱভূতিৰেঃ যে নাম কেচিদিহ নঃ প্ৰথয়ন্ত্যৱজ্ঞাং।। জানন্তি তে কিমপি তান্ প্ৰতি নৈষ যত্নঃ।। উৎপৎস্যতেহস্তি মম কেহিপ সমান ধৰ্মা কালো হ্যয়ং নিৰৱধিৰ্ৱিপুলাচ পৃথ্বী।।

কিথ সোমাই আহোতে জ্যোতিয়ে তেওঁৰ চৰণ স্পৰ্শ কৰি সন্মান জনালে। কিথে কোনো প্ৰাচীন ঋষিৰ দৰে জ্যোতিৰ শিৰত ধৰি আশীৰ্বাদ দিলে।

জ্যোতিয়ে ভাবিছিল, গৱেষণাত ব্ৰতী অধ্যাপকে দুই-আষাৰ কথা কৈয়েই তাক বিদায় দিব। কিন্তু অধ্যাপকে সম্পূৰ্ণ নবৈ মিনিট কথা পাতি তাক মুগ্ধ কৰি ৰাখিলে।

"ভাৰতৰ তিনিটা প্ৰখ্যাত বিশ্ববিদ্যালয়, কলিকতা, মাদ্ৰাজ আৰু বোম্বাই বিশ্ববিদ্যালয়ত সংস্কৃতৰ শিক্ষা নলৈ তুমি ইয়ালৈ আহিলা কিয়, যুৱক ?"

জ্যোতিয়ে সেই প্ৰশ্নৰ বাবে প্ৰকৃততে সাজু নাছিল।

"সংস্কৃত মোৰ অধ্যয়নৰ মূল বিষয় নহয়।"

"কিন্তু তুমি সংস্কৃত সাহিত্যৰ স্বাদ পালে অমৃতৰ সন্ধান পাবা। সমগ্ৰ জীৱনব্যাপী অধ্যয়ন কৰিলেও, গৱেষণা কৰিলেও, তুমি কেৱল সেই বিশাল বিষয়ৰ সামান্য কিছু কথাহে জানিবলৈ সমৰ্থ হ'বা। তোমাৰ জীৱনৰ লক্ষ্য কি যুৱক ?"

"সাহিত্য সাধনা। মই এতিয়ালৈকে দুখন নাটক আৰু কেইটামান গীত ৰচনা কৰিছো।"

"সংস্কৃত ভাষা আৰু সাহিত্যৰ অধ্যয়নে তোমাক তোমাৰ [illegible] প্ৰকৃত শব্দ প্ৰকৃত স্থানত ব্যৱহাৰ কৰিবৰ বাবে অনুপ্ৰাণিত কৰিব। [illegible] শব্দক কবা হৈছে ব্ৰহ্মজ্ঞান ঃ কালিদাসেও শব্দ আৰু অৰ্থৰ [illegible] আৰু

পাৰ্বতীৰ ধ্ৰুপদী সম্পৰ্কৰ তুলনা কৰিছে।

প্ৰত্যেকটো শব্দক ব্ৰহ্মজ্ঞান কৰিলে শুদ্ধ শব্দ ব্যৱহাৰ কৰিবলৈ তুমি মনত এক ঐশ্বৰিক শক্তি লাভ কৰিবা। শব্দৰ অপপ্ৰয়োগ আৰু শুদ্ধক অৱমাননা কৰা সমাৰ্থক। শব্দৰ মহিমাৰ কথা কও শুনা।' ভাৰতত প্ৰৱেশ কৰাৰ পূৰ্বতে আৰ্যসকলৰ কোনো লিপিবদ্ধ ৰচনা নাছিল। নিজৰ আবৃত্তি শক্তিৰ ওপৰত আধিপত্য তেওঁলোকৰ আছিল ইমান সৰ্বগ্ৰাহী যে কোনো মন্ত্ৰৰে লিখিত ৰূপ নাছিল। প্ৰতিটো শব্দকে তেওঁলোকে ব্ৰহ্মজ্ঞান কৰিছিল। ভাৰতত প্ৰৱেশ কৰাৰ পিছত তেওঁলোকে যেতিয়া লক্ষ্য কৰিছিল যে অনাৰ্যৰ সংস্পৰ্শত তেওঁলোকৰ ব্ৰহ্মসম শব্দৰ বিকৃতি ঘটিব পাৰে, তেতিয়া তেওঁলোকে শব্দক লিপিবদ্ধ ৰূপ দিলে আৰু তাৰেই ফলত আমি পালো প্ৰথম মহান গ্ৰন্থ ঋকবেদ। বেদৰ অৰ্থই হ'ল জ্ঞান, কেৱল জ্ঞান নহয়, মহাজ্ঞান। যাজ্ঞবল্ক্যই কি কৈছে জানা? 'প্ৰত্যক্ষেণানুমিত্যা বা যস্তুপায়ো ন ৱিদ্যতে। এনং ৱিদন্তি ৱেদেন তস্মাদ্ ৱেদস্য ৱেদতা।' মানে, প্ৰত্যক্ষভাৱে অথবা অনুমানেৰে যি জ্ঞান লাভ অসম্ভৱ, সেই অতীন্দ্ৰিয় জ্ঞান বেদৰ পৰা লাভ কৰিব পাৰি। সেইবাবেই সেই মহান গ্ৰন্থক বেদ বোলা হয়।"

অধ্যাপক কিথৰ যেন এই তৰুণ জ্যোতিক কোৱা কথাৰ শেষ নহ'ব। কিন্তু তেওঁ লক্ষ্য কৰিলে, জ্যোতিয়ে তেওঁক এটা প্ৰশ্ন কৰিবলৈ বিচাৰিছে।

"তোমাক কথা কোৱাৰ সুবিধা নিদি মই অন্যায় কৰিছো। কোৱা, তোমাৰ কথা শুনিবলৈ মই ব্যগ্ৰ।"

জ্যোতিয়ে জানে, তাৰ কথা শুনি অধ্যাপক কিথে যে বেয়া পাব পাৰে। কিন্তু সি নোকোৱাকৈ থাকিব নোৱাৰে। নক'লে মনত সি শান্তি নেপাব।

"ভাৰত আজি পৰাধীন। আমাৰ পাঁচ হেজাৰ বছৰীয়া সভ্যতা-সংস্কৃতি আৰু পৰম্পৰায়ো আমাক পৰাধীনতাৰ গ্ৰাসৰ পৰা ৰক্ষা কৰিব নোৱাৰিলে।"

অধ্যাপক কিথৰ মুখৰ অভিব্যঞ্জনাৰ সামান্য পৰিবৰ্তনো নহ'ল।

"তোমাক মই আগতে কৈছো, ৰাজনৈতিক ক্ষমতা, ৰাজনৈতিক পৰাধীনতা, ৰাজনৈতিক বিচাৰ-বিবেচনাই ভাৰতৰ ভাগ্য নিৰ্ণয় নকৰে। এইটো এটা পাছিং ফে'জঃ তোমাৰ দেশৰ পৰাধীনতা স্থায়ী নহয়। স্থায়ী কেৱল তোমাৰ দেশৰ সভ্যতা-সংস্কৃতি আৰু পাৰমাৰ্থিক আধ্যাত্মিক গৌৰৱ। আনহাতেদি, ইংলণ্ডই যে ভাৰতক, কেৱল ভাৰতকে নহয় পৃথিৱীৰ ভালেমান দেশক পৰাধীন কৰি ৰাখিছে, তাৰ বাবে আমাৰ দেশ পৃথিৱীৰ প্ৰখ্যাত নহয়। এইটোৱো এটা পাছিং ফে'জ। আমি বিখ্যাত, আমি গৌৰৱান্বিত, আমাৰ সাহিত্য আমাৰ সংস্কৃতিৰ বাবে আমি বিখ্যাত আমাৰ ছেইক্সপীয়েৰৰ বাবে। মিল্টন, ৱৰ্ডছৱৰ্থ, শেলী, ডিকেন্সৰ বাবে। মোৰ কথাকে বিবেচনা কৰা। যিখন দেশে তোমাৰ ভাৰতক পৰাধীন কৰি ৰাখিছে, মই সেই ইংলণ্ডৰ সন্তান। কিন্তু মই সমস্ত জীৱন সাধনা আৰু গৱেষণা

কৰিছো ভাৰতীয় সভ্যতা আৰু সংস্কৃতিঃ মই চিন্তাত, কথাত, মোৰ প্ৰতিটো উশাহত মই পৰিপূৰ্ণভাৱে ভাৰতীয়। যিখন ভাৰতীয় ইতিহাসত বেদ-বেদান্ত ব্ৰাহ্মণ, উপনিষদ ৰামায়ণ মহাভাৰত কালিদাস শঙ্কৰাচাৰ্য বিবেকানন্দ আৰু ৰবীন্দ্ৰনাথৰ কথা লিপিবদ্ধ হ'ব, সেইখন ইতিহাসৰ আনকি ফুটন'টতো বৃটিছে ভাৰত অধিকাৰ কৰাৰ কথা নাথাকিব। আৰু তুমি যুৱক, ইংলণ্ডৰ সকলো মানুহ বৃটিছ সাম্ৰাজ্যবাদৰ সপক্ষে বুলি ভাবা নেকি?"

"নেভাবো। কেতিয়াও নেভাবো। মই মহাত্মা গান্ধীৰ শিষ্যত্ব গ্ৰহণ কৰি ভাৰতৰ স্বাধীনতা আন্দোলনত যোগ দিছো। পৰাধীনতাৰ গ্লানিয়ে মোৰ বিবেকক অহৰহ কোনো বিষাক্ত কীটৰ দৰে দংশন কৰি থাকে।"

"সেইটো একান্ত স্বাভাৱিক। তুমি যি মহাত্মা গান্ধীৰ কথা কৈছা, তেৱেঁই যথেষ্ট প্ৰমাণ যে ভাৰত স্বাধীন হ'বই লাগিব। গান্ধীৰ লক্ষ্য কেৱল ভাৰতৰ স্বাধীনতাই নহয়, পৃথিৱীৰ সকলো পৰাধীন দেশৰ মুক্তি তেওঁৰ লক্ষ্য। তেনে এজন মহৎ লোকৰ নেতৃত্বত তুমি নিজৰ দেশৰ স্বাধীনতাৰ বাবে আন্দোলনত যোগ দিছা। তোমাৰ সমান সৌভাগ্যবান নাই। মই তোমাক অভিনন্দন জনাও।"

অধ্যাপক কিথে জ্যোতিৰ ফালে দুয়োখন হাত প্ৰশস্ত কৰি দিলে।

"তোমাৰ দেশত আৰু এজন মহান ব্যক্তি আছে। ৰবীন্দ্ৰনাথ। ৰবীন্দ্ৰনাথ যিখন দেশৰ সন্তান সেইখন দেশ অন্যৰ অধীনত থাকিব পাৰেনে? কিছুদিনৰ বাবে পাৰিলেও সদায় নোৱাৰে। ৰবীন্দ্ৰনাথে তোমাৰ দেশৰ স্বাধীনতাৰ আন্দোলনত প্ৰত্যক্ষভাৱে যোগ দিয়া নাই। কিন্তু তেওঁ মহাত্মা গান্ধীৰ সমানে দেশপ্ৰেমিক। তেওঁ ভাৰতৰ আত্মাক প্ৰতিনিধিত্ব কৰে। তেওঁ সমগ্ৰ পৃথিৱীৰ দৃষ্টিৰ পৰা ভাৰতক লক্ষ্য কৰেঃ পৃথিৱীৰ সকলো মানুহৰ মুক্তি তেওঁৰ লক্ষ্য। সেইবাবে তেওঁ কেৱল এখন দেশৰ মানুহৰ মুক্তিৰ বাবে বিচ্ছিন্নভাৱে আন্দোলন কৰিব নোৱাৰে।" —

এইবাৰ কিথে উঠি গৈ এখন গ্ৰন্থ আনি জ্যোতিক দি ক'লে, "যুৱক, তুমি ভাৰতৰ পৰা আহিছা। সদ্যহতে মোৰ গ্ৰন্থখনি প্ৰকাশ পাইছে, দী হিষ্ট্ৰী হৱ সংস্কৃত লিটাৰেশ্বাৰ। ইয়াতকৈ অধিক মূল্যৱান উপহাৰ মই তোমাক দিব নোৱাৰিলোহেঁতেন। তোমাৰ সম্পূৰ্ণ নামটো উচ্চাৰণ কৰাচোন।"

কিথে গ্ৰন্থখনৰ তৃতীয় পৃষ্ঠাৰ ওপৰতে লিখিলেঃ টু জ্যোতিপ্ৰসাদ আগৰৱালা, উইথ লাভ এণ্ড এফেক্শ্বন ঃ বী কিথ।

জ্যোতি ধন্য হ'ল। গ্ৰন্থখনি মূৰত তুলি সি সেই মহামূল্য উপহাৰ গ্ৰহণ কৰিলে।

জ্যোতিয়ে অধ্যাপকৰ চৰণ স্পৰ্শ কৰি বিদায় ল'লে। কিন্তু তেওঁ জ্যোতিক আগবঢ়াই দিলে গেটলৈকে।

অধ্যাপক কিথৰ উদ্দীপনাময় কথাত, তেওঁৰ গভীৰ ভাৰতপ্ৰেম, অমায়িক

ব্যৱহাৰত জ্যোতি ইমান বিমুগ্ধ হ'ল যে তেওঁৰ ঘৰৰ পৰা উভতি আহিয়েই সি এটা গীত লিখিলেঃ মই গান বিচাৰি কোন দেশলৈ যাওঁ, বিশ্বসুৰৰ ন ৰূপটো ক'ত বিচাৰি পাওঁ, কোন দেশলৈ যাওঁ ? পুৱাৰ বাগে গুমৰি ক'লে সোণ সন্ধিয়াত পাবি, সোণ সন্ধিয়াৰ সুৰে ক'লে ভৱা-দেশত চাবি। — বৰ চহৰৰ কাবেং ঘৰত শুই আছে, সেই সুৰ তিনিও ভুৱন চলাথ কৰি চালো — জাগিল বীণত জাগিল গানত মোৰ — মন মলিয়ন ধুই গেলোৱা নবীন বিশ্বসুৰ। —

জ্যোতিয়ে গীতটো উপহাৰৰূপে অৰুণলৈ পঠিয়াই দিলে। লগতে সি লিখিলে, বিলাতৰ পৰা সি প্ৰত্যাৱৰ্তন কৰিয়েই সি অৰুণক বিলাতলৈ পঠোৱাৰ সকলো ব্যৱস্থা কৰি দিব।

মাজুদেউতা চন্দ্ৰকুমাৰৰ পুত্ৰ অৰুণে বিলাতক দেখিবলৈ পায় স্বপ্নতঃ বিলাতলৈ অহাটোৱেই তাৰ জীৱনৰ একমাত্ৰ লক্ষ্য।

দুদিনৰ পিছত জ্যোতি গ'ল ৰেলেৰে শ্বেইক্সপীয়েৰৰ জন্মস্থান ষ্ট্ৰেটফৰ্ড-অন-এভন চাবলৈ। লগত সুৰেন্দ্ৰনাথ।

বৃটিছ জাতিয়ে নিজৰ যথাসৰ্বস্ব দান কৰি যেন এই নগৰখনক ঐশ্বৰ্যশালী কৰি তুলিছে। জ্যোতিয়ে ভাবিলে, টমাছ কাৰ্লাইলৰ কথাই সত্য, ইংলণ্ডৰ মানুহক ভাৰত সাম্ৰাজ্য নালাগে, লাগে মাথোন শ্বেইক্সপীয়েৰক। শ্বেইক্সপীয়েৰ ইংৰাজৰ সৰ্বশ্ৰেষ্ঠ গৌৰৱ আৰু অহঙ্কাৰঃ ঈশ্বৰ নথকাহেঁতেন সেই জাতিয়ে শ্বেইক্সপীয়েৰক ঈশ্বৰৰ মহিমামণ্ডিত আসনত প্ৰতিষ্ঠা কৰিলেহেঁতেন।

জ্যোতিয়ে চকু বহল কৰি বিমুগ্ধ চিত্তে দেখিলে, প্ৰায় চাৰিশ বছৰৰ পূৰ্বতে শ্বেইক্সপীয়েৰে জন্ম গ্ৰহণ কৰা সেই সামান্য ঘৰকে ভাবে-ভাষাই-প্ৰাচুৰ্যৰে ঐশ্বৰ্যমণ্ডিত কৰি তোলা হৈছে। শ্বেইক্সপীয়েৰে ব্যৱহাৰ কৰা প্ৰতিটো বস্তুকে যেন সোণেৰে বন্ধাই থোৱা আছে। অজস্ৰ লোক আহিছে, সমস্ত দিন ধৰি আহিছে, আহিছে পৃথিৱীৰ বিভিন্ন দেশৰ পৰা, বিমুগ্ধ চিত্তে শ্বাসৰুদ্ধ গতিৰে চাইছে সেই ঘৰৰ প্ৰতিটো বিন্দুঃ শ্বেইক্সপীয়েৰৰ নিশ্বাস যেন তেওঁলোকে শুনিবলৈ পাইছে, শুনি জীৱন ধন্য কৰিছে।

এভন নৈৰ পাৰত বহিলগৈ জ্যোতি। নৈৰ পানীত সাঁতুৰি আছে জাকে জাকে হাঁহ। জ্যোতিয়ে ভাবিলে, সি বহি থকা এই ঠাইতে বহি শ্বেইক্সপীয়েৰে হাঁহৰ এই একেই মনোৰম সাঁতোৰ চাই এদিন মুগ্ধ হৈছিল।

এইবাৰ জ্যোতি থিয় হ'লগৈ নৈৰ পাৰৰে বিশাল শ্বেইক্সপীয়েৰৰ মূৰ্তিৰ আগত। সি বহুত সময় তন্ময় হৈ চালে সেই মূৰ্তি। ওচৰলৈ আহি মূৰ্তিৰ তলৰ অংশত খোদিত কথাখিনি পঢ়ি জ্যোতি আচৰিত হ'ল। সমস্ত ইংৰাজ জাতিয়ে পূজা কৰা এই মূৰ্তিৰ তলত এই কি বিষণ্ণ কথা!

শ্বেইক্সপীয়েৰে নিজৰ নাটকত ৰচনা কৰা কোনো বীৰত্বসূচক কথা নহয় সেইখিনি। দিছ ইংলেণ্ড নেভাৰ দীদ নৰ নেভাৰ শ্বেল লাই এট দী প্ৰাউড ফুট

অব এ কনকুৱেষ্টৰ দবে ইংলেণ্ড-বন্দনাৰ বাণীও নহয় সেইখিনি। সেই খোদিত কথাখিনি হ'ল মেকবেথৰ, মানৱ জীৱনৰ বাবে অত্যন্ত বিষাদময় বাণী, মৃত্যুৰ আগমুহূর্তত মেকবেথৰ স্বগতোক্তিৰ সেইবিলাক ঃ — টুমৰো এণ্ড টুমৰো এণ্ড টুমৰো — ক্রিপ্‌ছ ইন দিছ পেটি পে'চ ফ্রম ডে টু ডে — টু দী লাষ্ট ছিলেবল অব ৰেকৰ্ডেড টাইম — আউট আউট ব্রিফ কেনন্দল — এ পুৱৰ প্লেয়াৰ ডেট ষ্ট্ৰাট্‌ছ এণ্ড ফ্ৰেট্‌ছ হিজ আৱাৰ আপন দী ষ্টেজ এণ্ড ডেন ইজ হাৰ্ড নো ম'ৰ — ইট ইজ এ টে'ল টল্ড বাই এন ইডিয়ট, ফুল অব ছাউণ্ড এণ্ড ফিউৰী, ছিগ্‌নিফায়িং নাথিং।

এইবাৰ জ্যোতিৰ দৃষ্টিলে আহিল হেমলেটৰ এটা মূৰ্তি। কিন্তু হেমলেটে হাতত কি-লৈ আছে? মানুহৰ এটা লাওখোলা ঃ 'হেমলেট' নাটকৰ গ্ৰেভডিগাৰ দৃশ্যৰ সেই হেমলেট!

মঞ্চৰ ওপৰত দুদিনৰ লম্ফজম্ফ, তাৰ পিছত তোমাৰ কথা শুনিবলৈ নাপাব কোনেও কেতিয়াও!

জ্যোতিয়ে ভাবিলে, মহাকবিৰ দৃষ্টিত কি খণ্ডেকীয়া, কি তুচ্ছ মানুহৰ এই জীৱন।

## ॥ সাতত্ৰিশ ॥

শ্বেইক্সপীয়েৰৰ জন্ম স্থান ষ্ট্ৰেটফৰ্ড-অন-এভনৰ পৰা এডিনবৰ'বালৈ প্ৰত্যাৱৰ্তন কৰি জ্যোতিৰ অনুশোচনা আৰম্ভ হ'ল। এই অনুশোচনা বিদেশত থাকি নিজৰ জন্মভূমিৰ বাবে বিশেষ একো কৰিব নোৱাৰাৰ বেদনাৰ প্ৰতিফলন।

শ্বেইক্সপীয়েৰৰ জন্ম স্থানক সমগ্ৰ বৃটিছ জাতিয়ে ভাৱে-ভাবাই-গৰিমাৰে স্বৰ্গৰাজ্যত পৰিণত কৰা দেখি জ্যোতি অভিভূত হ'ল। শ্বেইক্সপীয়েৰ সমগ্ৰ মানৱ জাতিৰ সভ্যতা আৰু সংস্কৃতিৰ এজন মহান বাহক ঃ তেওঁৰ নাটকৰ কোনো চৰিত্ৰৰ এষাৰি প্ৰখ্যাত বচনত সমগ্ৰ মানুহৰ মনত অন্তহীন অনুৰণন ধ্বনিত আৰু প্ৰতিধ্বনিত হয়। শ্বেইক্সপীয়েৰ যেনেকৈ ইংৰাজৰ, তেনেকৈ অসমীয়াৰো। শ্বেইক্সপীয়েৰ সকলো যুগৰ সকলো মানুহৰ সমসাময়িক।

কিন্তু সেই ঐশ্বৰ্য, সেই মৃত্যুহীন গৌৰৱ প্ৰত্যক্ষ কৰি প্ৰত্যাৱৰ্তন কৰাৰ মুহূৰ্ততে জ্যোতিৰ অনুশোচনা আৰম্ভ হ'ল। সেই বিশাল গৌৰৱৰ বিপৰীতে তাৰ নিজৰ জন্মস্থান অসমক ভূমিৰ স্পৰ্শৰ পৰা ভুমাৰ গৰিমালৈ উত্তৰণ ঘটাবৰ বাবে তাৰ সৃষ্টি, তাৰ চেষ্টা, তাৰ বৰঙণি ক্ষুদ্ৰাতিক্ষুদ্ৰ। এই কথা ভাবি জ্যোতিয়ে মনত মৰ্মান্তিক দুখ পালে ঃ তাৰ বয়সত শ্বেইক্সপীয়েৰে কেবাখনো বিখ্যাত নাটক ৰচনা কৰিছিল ঃ হেনৰী ছেকেণ্ড, হেনৰী থাৰ্ড আৰু ফ'ৰ্থ, ৰিচাৰ্ড দী থাৰ্ড, টাইটাছ এন্দ্ৰনিকাছ আদি কেবাখনো। তাৰ সেই একে বয়সতে কীট্‌ছে স্বেলীয়ে নিজৰ জীৱনৰ শ্ৰেষ্ঠ কবিতাকেইটা ৰচনা কৰিছিল।

জ্যোতি চঞ্চল হ'ল। শ্বেইক্সপীয়েৰ স্বেলী কীট্‌ছৰ দেশলৈ আহি জ্যোতিৰ সত্তা, জ্যোতিৰ বিবেক জাগ্ৰত হ'ল। অন্য দেশৰ, তাকো নিজৰ দেশক শ শ বছৰ ধৰি পৰাধীন কৰি ৰখা এখন দেশৰ মহৎ সৃষ্টিৰ সন্মুখত থিয় হৈ নিজে একো কৰিব নোৱাৰাৰ গ্লানিয়ে তাৰ মন আৰু হৃদয় অসহ্য বেদনাত নিমজ্জিত কৰিলে!

জ্যোতিয়ে সিদ্ধান্ত কৰিলে ঃ সেই ৰাতিৰ ভিতৰতে অসম্পূৰ্ণ নাটক 'ৰূপালীম' সম্পূৰ্ণ কৰিব লাগিব।

নাটকৰ কোনো এক অধ্যায় লিখাৰ আগতে জ্যোতিয়ে এটা গীত ৰচনা কৰে, সেই গীতৰ সুৰ দিয়ে। গীত ৰচনা কৰি আৰু সুৰ দি সন্তুষ্ট হ'লেহে সি

নাটক লিখিবলৈ লয়।

সেই ৰাতিও লিখিলে সি প্ৰথমতে এটা গীতঃ জয় আলোকময় অনাদি-অনন্ত-প্ৰসাৰী বিশ্বজীৱন জ্যোতি। জয় জয় সুন্দৰ সত্য সনাতন চিৰ প্ৰশান্ত বিশ্বপতি।। কোটি বিশ্ব ব্যাপক হে মহামনাধীপ বিশ্বজীৱন জ্যোতি।। প্ৰণতি প্ৰণতি।। ...

এই গীত বৌদ্ধ ভিক্ষুৰ প্ৰভাতৰ বন্দনা গীত।

এই গীতৰ মাজেৰে জ্যোতিয়ে এইবাৰ তাৰ নাটকৰ চৰিত্ৰ মণিমুগ্ধৰ মানসিক পৰিৱৰ্তন ঘটাব।

গভীৰ ৰাতি মণিমুগ্ধ ৰূপালীমৰ ফালে ধীৰে ধীৰে আগবাঢ়ি কৈ যায়, ৰূপালীম, আহা! তোমাৰ ৰূপৰ লহৰ তুলি তোমাৰ সৌন্দৰ্যৰ নিজৰাটি তোমাৰ শুকুলা অমৃতোপম কণ্ঠৰ শুৱদিৰে সানমিহলি কৰি মোৰ ওপৰেদি বোৱাই দি মোক ৰূপৰ ধলেৰে টৌৱাই নিয়া।

ৰূপালীম একেবাৰে বিৱৰ্ণ, তাই থৰথৰ কৰে কঁপিবলৈ ধৰে। মণিমুগ্ধই শয্যাত বহুৱাই দি সতৃষ্ণ নয়নেৰে ৰূপালীমলৈ চায় মুগ্ধ হৈ থাকে। এবাৰ হাতখন আগবঢ়াই তাইৰ বুকুৰ কাপোৰখন উদঙাবলৈ আঙুলিৰে কাপোৰখন চুই হাত কোচাই আনে। ঠিক সেই মুহূৰ্ততে জ্বলি থকা প্ৰদীপটো বতাহৰ ছাটিত নুমাই যায়। ....

প্ৰদীপটো নুমুৱাই দিয়াৰ পিছত জ্যোতিয়ে নিজেও এক দুৰ্বিষহ বিবেকৰ দংশনৰ পৰা ৰক্ষা পালে। সেইটো এক জীৱনৰ মহা প্ৰমূল্যৰ প্ৰতীক। ৰূপালীমক মণিমুগ্ধই ধৰ্ষণ কৰিব নোৱাৰে, বিধ্বস্ত কৰিব নোৱাৰেঃ কাৰণ মণিমুগ্ধ বৃত্তিত ধৰ্ষণকাৰী নহয়। আৰু জ্যোতিয়ে দ্বিধাহীনভাৱে এই কথা জানে, কোনো নাৰীক যি পুৰুষে ধৰ্ষণ কৰে সেই পুৰুষহে প্ৰকৃততে বিধ্বস্ত, অপমানিত আৰু ক্ষয়গ্ৰস্ত হয়। আৰু সেই নাৰী বিধ্বস্ত হ'লেও তাইৰ প্ৰাণ আৰু সত্তা অমলিন হৈ থাকে।

জ্যোতিৰ নাটকত ধৰ্ষণকাৰী থাকিব নোৱাৰে।

... কোঠাৰ বাহিৰৰ পৰা খিৰিকিয়েদি পুৱতিৰ প্ৰথম কিৰণ সোমাই আহিছিল। সেই পূব গগনৰ পোহৰৰ ফালে মণিমুগ্ধ মুখৰ হৈ ৰ লাগি চাই আছিল। এটা বিমল আনন্দ সি অনুভৱ কৰিবলৈ ধৰে।

মুণিমুগ্ধঃ ৰূপালীম! ক্ষমা কৰিবা। যোৱা, তুমি মুক্ত।

ঠিক সেই মুহূৰ্ততে জ্যোতিয়ে সংযোগ কৰিলে সেই বৌদ্ধ ভিক্ষুকৰ পুৱতিৰ বন্দনাগীত। মানৱতাৰ, মানুহৰ মুক্তিৰ, সুন্দৰ সন্তানৰ বন্দনাৰ সেই গীত।

ৰূপালীমে আত্মসমৰ্পণ কৰিছিল। কোনো এক পুৰুষৰ বাবে জীৱনৰ সৰ্ববৃহৎ লোভ হ'ল জীয়াই থকাৰ লোভ। সেই লাভ সেই পুৰুষে বিসৰ্জন দিব পাৰে মাত্ৰ নিজৰ দেশৰ স্বাধীনতাৰ বাবে। কোনো নাৰীৰ বাবে জীৱনৰ সৰ্বশ্ৰেষ্ঠ সম্পদ হ'ল নিজৰ সতীত্ব। সেই নাৰীয়েও নিজৰ দেশৰ বাবে নিজৰ সতীত্ব

বিসৰ্জন দিবলৈ প্ৰস্তুত হ'ব পাৰে।

ৰূপালীমে সেই সতীত্ব বিসৰ্জন দিবলৈ উদ্যত হৈছিল। কিন্তু যিহেতু জ্যোতিৰ নাটকত কোনো সাধাৰণ ধৰ্ষণকাৰীৰ সৃষ্টি হ'ব নোৱাৰে, সেই বাবে সেই মুহূৰ্তত মণিমুঙ্কই নিজৰ অধিকাৰৰ মাজত সম্পূৰ্ণ পায়ো ৰূপালীমক মুক্তি দিলে।

কিন্তু ৰূপালীমক জ্যোতিয়ে ৰক্ষা কৰিব নোৱাৰিলে তাইৰ নিজৰ দেশৰ লোকৰ পৰাই, নিজৰ নিকটাত্মীয়ৰ পৰাই। কোনেও বিশ্বাস কৰিব নোৱাৰিলে ৰূপালীম মণিমুঙ্কৰ দ্বাৰা ধৰ্ষিতা হোৱা নাই বুলি। সকলোৰে অবিশ্বাসৰ পাত্ৰী হ'ল তাই।

ৰূপালীমৰ ভয়ংকৰ শত্ৰুৰূপে দেখা দিলে ইতিভেন। ৰূপালীমৰ প্ৰতি তাইৰ ঈৰ্ষা ভয়ংকৰ অগ্নিৰ দৰে প্ৰজ্জ্বলিত হ'ল। তাইৰ ধাৰণা দৃঢ় হ'ল, তাইক বিয়া কৰিবলৈ প্ৰতিশ্ৰুতিবদ্ধ মণিমুঙ্কক ৰূপালীমে নিজৰ শৰীৰৰ প্ৰলোভনেৰে প্ৰলোভিত কৰিলে।

জ্যোতি এই ক্ষেত্ৰত নিৰ্মম। সি জানে, ৰূপালীমক যি শাস্তি দিবলৈ সি উদ্যত, সেই দৃশ্য যদি মঞ্চত অভিনীত হয়, তেন্তে তাৰ চকুৰ পৰাই ধাৰাসাৰে পানী ওলাই আহিব। সি জানে, এই শেষ দৃশ্যটো অঙ্কন কৰোঁতে তাৰ হৃদয় আৰু মন অসীম বেদনাত নিমজ্জিত হ'ব।

কিন্তু জ্যোতিৰ উপায় নাই। নাটকীয় পৰিসমাপ্তিৰ বাবে সেই দৃশ্যৰ অৱতাৰণা অপৰিহাৰ্য। দুৰ্বাৰ স্বদেশ প্ৰেমৰ বাবে ৰূপালীম দেৱীতুল্যা। কিন্তু নিজৰ সতীত্ব বিসৰ্জন দিবলৈ কুণ্ঠাবোধ নকৰাৰ বাবে তাই হ'ব লাগিব দোষী। নাটকীয় অপৰিহাৰ্যতাৰ বাবে জ্যোতিয়ে প্ৰাণৰ আকূতি আৰু ভাবাবেগ বিসৰ্জন নিদিয়াকৈ থাকিব নোৱাৰিব। ...

....ৰূপালীমক অগ্নিদগ্ধ কৰিবলৈ যি প্ৰকাণ্ড চিতা সজোৱা আছে, তাৰ সন্মুখত থিয় দি ইতিভেনে কৈছেঃ ৰুকমী ৰাজ্যৰ প্ৰজাসকল। আপোনাসকলে জানে যে মই স্বজাতি আৰু স্বদেশৰ মান ৰাখিবলৈ মোৰ সহোদৰ ৰুকাইকো ৰাজ্য ত্যাগ কৰাবলৈ কুণ্ঠিত হোৱা নাই। মোৰ প্ৰণয়ৰ বলি, মোৰ পাণিগ্ৰহণ কৰিবলৈ অতি উদ্গ্ৰীব মোৰ প্ৰণয়প্ৰাৰ্থীকো মই উপেক্ষা কৰিলো। কিহৰ কাৰণে? একমাত্ৰ মোৰ দেশৰ গৌৰৱ অটুট ৰাখিবলৈ।.... এই অতি ক্ষতি, অতি ত্যাগ, অতি ৰুকমী জাতিৰ দুখ-কষ্ট, ৰুকমী জাতিৰ ঘৰ-বাৰী সকলো ধ্বংস কৰিও যি গৌৰৱ সকলো ৰাখিবলৈ সকলো জলাঞ্জলি দিলোঁহক, সেই সকলো ভ্ৰষ্ট কৰিলে কোনে? ৰুকমী তিৰোতাৰ গাত খিলঞ্জীয়া কলংক সানিলে কোনে? এই মহা পাপীয়সী অসতীয়ে নহয়নে?.... ৰুকমী তিৰোতাৰ সতীত্ব এটা ডকাইতৰ চৰণত উপহাৰ দি তাই আকৌ ঘূৰি আহি দেশৰ সতীৰ আসনত বহিব খোজে।... মণিমুঙ্কই হৰণ কৰি তাইক পঠিয়াই দিছে।... অসতী, এশবাৰ অসতী।...

.... চিতাৰ জুই ঘৃতাগ্নিৰ দৰে জ্বলি উঠে।

নাটক শেষ কৰিয়েই জ্যোতিয়ে শুনিবলৈ পালে থিয়েটাৰৰ কাষৰ ইউক্লিপটাছৰ ডালত বহিছেল বজোৱাৰ দৰে এটা চৰায়ে গীত গাইছে।

বাহিৰত প্ৰভাতৰ প্ৰথম কিৰণ। এইবাৰ জ্যোতিৰ টোপনি আহিল গভীৰ।

বিদেশত তাৰ তৃতীয় নাটক সম্পূৰ্ণ কৰিবলৈ পাই জ্যোতি তৃপ্ত, তাৰ অন্তৰ পূৰ্ণ।

এডিনবৰা বিশ্ববিদ্যালয়ৰ প্ৰখ্যাত য়ুনিভাৰ্চিটি হলত সন্ধিয়া এক আলোচনা হৈছিল। কেইদিনমানৰ আগতে জৰ্জ বাৰ্ণাৰ্ড শ্বই প্ৰখ্যাত 'টাইমছ লিট্‌ৰেৰী ছাপ্লিমেন্ট'ত লিখিছিল, শেইক্সপীয়েৰে আমাক মঞ্চত প্ৰতিষ্ঠাপিত কৰিলে, কিন্তু আমাৰ পৰিবেশ অথবা অৱস্থানক নকৰিলে। ইবছেনে সেই অভাৱ পূৰণ কৰিলে।

বাৰ্ণাৰ্ড শ্বৰ সেই উক্তিয়েই আছিল সেই সন্ধ্যাৰ আলোচনা বিষয়।

জ্যোতি বহি আছিল দৰ্শকৰ মাজত। সি ইতিমধ্যে ইবছেনৰ তিনিখন প্ৰখ্যাত নাটক পঢ়িছিল: ডলছ হাউছ, ইনেমী অৱ দী পিপল্‌ আৰু গোষ্ট। বাৰ্ণাৰ্ড শ্বৰো পঢ়িছিল দুখনমান: মেন এণ্ড ছুপাৰ মেন, বেক টু মেথ্যুছিলাহ, ছেইন্ট জোৱান, পিগমেলিয়ন।

আলোচনা বিতৰ্ক ইমান তুমুল হ'ব বুলি জ্যোতিয়ে ভাবিবই পৰা নাছিল। কেইজনমান বক্তাই যুক্তি প্ৰদৰ্শন কৰিলে: বাৰ্ণাৰ্ড শ্বৰ নাটকত কোনো চৰিত্ৰ নাই, নাই কোনো মানুহ, অথবা মানৱতাবোধ, যাৰ বাবে এখন নাটক বিশ্ব সাহিত্যত পৰিগণিত হ'ব পাৰে, হ'ব পাৰে ধ্ৰুপদী: শ্বৰ নাটকত আছে কেৱল অৱস্থান আৰু পৰিবেশ, অথবা ছিটুৱেশ্বন। সেইবাবে নিজৰ পক্ষ সমৰ্থনৰ স্বাৰ্থত তেওঁ ইবছেনৰ নাম উল্লেখ কৰিছে, অথবা ইবছেনক শেইক্সপীয়েৰতকৈ উচ্চতৰ আসনত প্ৰতিষ্ঠা কৰিব খুজিছে।... নাট্যকাৰৰূপে বাৰ্ণাৰ্ড শ্বই শেইক্সপীয়েৰৰ সামান্যভাৱেও কাষ চাপিব নোৱাৰে। শেইক্সপীয়েৰে সমগ্ৰ মানৱক মঞ্চত প্ৰতিষ্ঠা কৰি গৈছে: তাৰ সন্মুখত মানুহৰ সমস্যা, মানুহৰ পৰিবেশ অৰ্থহীন: কাৰণ, মানুহে নিজৰ পৰিবেশ আৰু অৱস্থান নিজেই সৃষ্টি কৰি লয়।

আন কেইজনমানে যুক্তি প্ৰদৰ্শন কৰিলে: অৱস্থা অথবা ছিটুৱেশ্বনেহে চৰিত্ৰক সৃষ্টি কৰে: চৰিত্ৰ আৰু ছিটুৱেশ্বনৰ সম্পূৰ্ণ সমন্বয় ঘটিলেহে এখন নাটক সাৰ্থক হ'ব পাৰে।... ইবছেন আৰু বাৰ্ণাৰ্ড শ্ব নাট্যকাৰৰূপে শেইক্সপীয়েৰতকৈ মহৎ নহয়, কিন্তু তেওঁলোক দুজন শেইক্সপীয়েৰৰ পৰিপূৰক।

চাৰে তিনি ঘণ্টাৰ তুমুল আলোচনা তৰ্ক-বিতৰ্ক পৰ্যালোচনাৰ পিছত সভাপতিয়ে ঘোষণা কৰিলে, শ্ৰোতাৰ মাজৰ পৰা মাত্ৰ চাৰিজনে কথা ক'ব পাৰিব।

সভাপতিয়ে সেই কথা ঘোষণা কৰাৰ লগে লগে শ্ৰোতাৰ মাজৰ পৰা মাত্ৰ উঠি আহিল এজন ভাৰতীয়। পৰিধানত গ্ৰে ৰঙৰ থ্ৰি-পিচ ছুট, মেৰুণ ৰঙৰ

টাই। বয়স মাত্ৰ তেইশ বছৰ। সকলোৱেই আশ্চৰ্য দৃষ্টিৰে সেই তৰুণলৈ চালে।

জ্যোতিয়ে সকলোলৈকে এবাৰ চাই ল'লে। দৰ্শকৰ চকুবোৰ তাৰ ওপৰত মেলি ধৰা হৈছে।

জ্যোতিয়ে ক'লে, "মই ইয়াত থিয় দিছো আমাৰ যুগৰ মহান নাট্যকাৰ জৰ্জ বাৰ্ণাৰ্ড শ্বক সমালোচনা কৰিবৰ বাবে নহয়। মই শ্বেইক্সপীয়েৰৰ মহত্ত্বৰ বিষয়েও তাৎপৰ্যপূৰ্ণ বিশেষ কথা ক'ব নোৱাৰিম, কাৰণ তেওঁৰ নাটকৰ মহত্ব মই সূক্ষ্মভাৱে অনুধাৱনো কৰিব পৰা নাই। কিন্তু মোৰ উপলব্ধি হৈছে, বাৰ্ণাৰ্ড শ্বই যদি ইবছেনক শ্বেইক্সপীয়েৰৰ সমকক্ষ বা মহত্তৰ নাট্যকাৰ ৰূপে গণ্য কৰিছে, মানে শ্বৰ সেই উক্তিৰ পৰা যদি সেইটো বুজাব খোজা হৈছে, তেনেহ'লে মই তাৰ বিৰোধিতা কৰো। আমাক, মানে মানুহক যদি শ্বেইক্সপীয়েৰে মঞ্চত উপস্থাপনা কৰিছে, তেন্তে তেওঁৰ আৰু একো কৰিবলৈ বাকী নাথাকিল। ছিটুয়েশ্বন, প্ৰব্লেমৰ যুগে যুগে পৰিৱৰ্তন ঘটে, শ্বৰ নাটকৰে বহুত সমস্যা আৰু পৰিবেশৰ ভেওঁ নাটক ৰচনা কৰাৰ কেইবছৰমানৰ ভিতৰতে পৰিৱৰ্তন ঘটিলেই। কিন্তু মানুহৰ, মানুহৰ হৃদয়ৰ, মানুহৰ অন্তহীন ক্ষমতা, প্ৰেম-দয়া, ৰহস্য, প্ৰতিশ্ৰুতিৰ পৰিৱৰ্তন নঘটে। মানুহেহে সমস্যা আৰু পৰিবেশৰ সৃষ্টি কৰেঃ সমস্যা আৰু পৰিবেশে মানুহ সৃষ্টি নকৰে। আৰু কৰিলেও সেই মানুহে অমৰত্ব লাভ কৰিব নোৱাৰে। হেমলেট চৰিত্ৰই সৃষ্টি কৰা পৰিবেশতকৈ হেমলেট মহত্তৰ, মহত্তৰ নোহোৱা হ'লে হেমলেটে আমাক আজিও অবিৰতভাৱে মুগ্ধ কৰিব নোৱাৰিলেহেঁতেন।....

জ্যোতিৰ ভাষণ আছিল সংক্ষিপ্ত। কাৰণ সি নিজৰ যোগ্যতা আৰু সীমাবদ্ধতাৰ বিষয়ে সচেতন। বিদেশী শ্ৰোতাৰ সন্মুখত এইটোৱেই আছিল তাৰ প্ৰথম বক্তৃতাঃ বিদেশত বহুত মানুহৰ আগত এইটোৱেই আছিল তাৰ প্ৰথম ইংৰাজী বক্তৃতা।

তাৰ বক্তৃতা শেষ হোৱাৰ পিছত সমগ্ৰ শ্ৰোতাই কৰধ্বনি কৰিলে। জ্যোতিয়ে নিজৰ কাণকে নিজে বিশ্বাস কৰিব নোৱাৰা হ'ল। সভাপতিয়ে জ্যোতিৰ বক্তৃতাৰ প্ৰশংসা কৰি ক'লে, এই তৰুণ ভাৰতীয় শ্বেইক্সপীয়েৰৰ মহত্ব অনুধাৱন কৰাত সাৰ্থক হৈছে। হঠাতে সভাপতিয়ে জ্যোতিক এটা প্ৰশ্ন কৰিলেঃ তৰুণ, তুমি কি নিজে এজন লিখক?

জ্যোতিয়ে মঞ্চৰ পৰা নামি যাওতে শ্ৰোতাৰ কৰধ্বনি শুনি ৰোমাঞ্চিত হৈছিল আৰু বহিবলৈ নৌ পাওতেই সভাপতিৰ সেই প্ৰশ্ন শুনি অতি নম্ৰভাৱে ক'লে, "অসমীয়া সাহিত্যত মোৰ সামান্য অৰিহণা আছে। মই ইতিমধ্যে তিনিখন নাটকৰ ৰচনা সম্পূৰ্ণ কৰিছো।"

জ্যোতিৰ বক্তৃতা শুনি আটাইতকৈ আচৰিত হ'ল অসমৰে সুৰেন্দ্ৰনাথ, গিৰিজা আৰু ফাইজ হাজৰিকা। তিনিওটাই জ্যোতিক সাবটি ধৰিলে।

সেই দিনা গধূলি জ্যোতিয়ে সিহঁতক ক'লে, "লণ্ডনত দুবাৰকৈ "জুলিয়াছ চিজাৰ" থিয়েটাৰ নোচোৱা হ'লে মই এই বক্তৃতা দিব নোৱাৰিলোহেঁতেন।"

"কেনেকৈ ?" গিৰিজাই সুধিলে।

"মাৰ্ক এণ্টনিয়ে ব্ৰুটাছক আক্ৰমণ কৰাৰ সেই উদাত্ত বচনে মোক বাৰ্ণাৰ্ড শ্বৰ কথাৰ প্ৰতিবাদ কৰিবলৈ সাহস যোগালে।"

জ্যোতিয়ে নিজে নিজেই গৌৰৱবোধ কৰিলে, নিজৰ আনন্দতে তাৰ এপাক নাচিবৰ মন গ'ল। বৃটেইনতে থাকি বৃটেইনৰ জীৱিত সৰ্বশ্ৰেষ্ঠ নাট্যকাৰৰ কথাৰ সি সমালোচনা কৰিব পাৰিলে।

সেউজী, সেউজী, সেউজী, অ' সেউজী পৃথিৱী ধুনীয়া ....। পিয়ানোত সুৰ লগাই, শুধ অসমীয়া শব্দৰে ৰচনা কৰা গীতৰ লগত পশ্চিমীয়া সুৰৰ ব্লেণ্ডিং কৰি জ্যোতি উন্মাদ হৈ পৰিছিল। সেউজী সেউজী সেউজীঃ এই শব্দকেইটাক সি সুৰৰ চৰমলৈ তুলি নিয়ে আৰু লগে লগে আৰু সি বাওঁহাতখন ওপৰলৈ তুলি ধৰে।

ঘৰৰ একমাত্ৰ মালিক এগৰাকী বৃদ্ধা, মিছ্ বেইন। আশী বছৰ বয়স। পিয়ানো-পাগল এই ভাৰতীয় তৰুণৰ কাণ্ড দেখি বৃদ্ধা তন্ময় হ'ল। সেই দিনা এখন প্লেটত এটা অমলেট আনি তেওঁ দেখিলে, জ্যোতি পিয়ানোত উন্মাদ। তেওঁ তাৰ পিঠিৰ ওচৰত থিয় দিলে। তাৰ কান্ধত দুয়ো হাতে ধৰিলে। আৰু এইবাৰ তেওঁ জ্যোতিৰ দুয়ো গালত দুটা দীঘলীয়া চুমা খালে।

সেইদিনা গধূলি এৰি অহা গুৱাহাটীৰ স্মৃতি-চাৰণত জ্যোতি মগ্ন হ'ল। সি লিখিলেঃ গুৱাহাটী। সুৰুযে বাকি দিয়া ৰঙালিক সোণ-পানীৰে গা তিয়াই ভুৱনেশ্বৰী চকুৰ আগত তিৰবিৰাই জিলিকিছে। পুৱাৰ মুকুতাধুনীয়া পোহৰবৰণীয়া, ফটিক-উজ্জ্বল নিয়ৰে মলচা সোণ-গুৰনি কলচী বিয়াৰ বেইত নোওৱা কইনাজনীৰ দৰে গহীন চকু আৰু জীপাল গালেৰে উৰাৰ হাঁহি বিৰিঙাই, ৰ লাগি লুইতৰ ঢৌৰ গতি-বিচিত্ৰতা শুনিছে। সাৰ নৌ-পোৱা গুৱাহাটীয়ে পুৱতি টোপনি-মগন চিতেৰে পুৱণি সুৰুযৰ ন ৰদকাঁচলিত গা ৰদাইছে। ৰহল লুইতৰ কোঁ বাগৰ বৰগীতে পুৱতি নিশাৰ গহীন টোপনিৰপৰা সকলোকে জগাবলৈ দুৱাৰে দুৱাৰে বাগকৰাৰীৰ পাহিবোৰ সিঁচি ফুৰিছে। উৰ্বশীৰ দুৱাৰডলিত আহি ৰাগে পাৰেমানে খুন্দিয়াই সমিধান নেপাই নিচুকি বৈ আকৌ উচুপি বিনাইছে। নিশা ফুলা শেৱালিৰ একুঁকি সুমতি লৈ সমীৰণো আহি চাই চাই আছেহি - হিমালয়ৰপৰা হাবাথুৰি খাই হিয়াধাকুৰি, হিল-দ'ল ভাঙি লুইতৰ ঢৌবোৰ, উৰ্বশীৰ চৰণ পখালিবলৈ নিতৌ আহি, উৰ্বশীক নেপাই দেওধনীৰ দৰে কিমা আজাম আনন্দৰ মূৰ্চ্ছনাৰ ছন্দত মূৰ আফালি উৰ্বশীক প্ৰাণ টাকি চিএৰি মাতিছে - কিন্তু উৰ্বশী নুঠে, উৰ্বশীয়ে সাৰ নেপায়। উৰ্বশীৰ ফুলকুমলীয়া বুকুত অভিশাপৰ গধুৰ শিল। শিল টোপনিৰ জৰত অচেতন। উৰ্বশীয়ে লুইতৰ বৰকীত নুশুনে। পুৱাতে উঠি সোণ-সুৰুযৰ সোৱণশিৰীত বুৰ মাৰিবলৈ খোজত পদুম ফুলাই গ'ল। নিশাৰ ভাটী দিয়া সুখ-সপোনলৈ বুলি এটি হুমুনিয়াহ পেলাই যাও-নেযাওঁকৈ উৰ্বশীয়ে

আৰু শোৱনি-কোঠা নেৰে। তাপসৰ তপ ভাঙি কামৰ উম তোলা পৰশনে মাথোন আজি শিল-চেঁচা চুমাৰে প্ৰণয়ীক দূৰলৈ খেদি পঠাইছে। পূৰ্ণিমাৰ পোহৰৰ ঢৌত কঁপি উঠা উৰ্বশীৰ ওঁঠ আজি কাঠকঠুৱা। বাটকৰুৱায়ো এবাই সাৰিব নোৱৰা ওঁঠৰ নিমন্ত্ৰণো আজি মন্ত্ৰহীন। উৰ্বশী আপোনঘাতী হ'ল! শিলাময়ী উৰ্বশীক কোলাত লৈ আজি প্ৰাগজ্যোতিয়েও শিলাৰূপ ধৰি আছে। প্ৰাগজ্যোতিষৰ মনে আজি জোনালী জখলা বগাই লক্ষ যোজনৰ গ্ৰহ ফুৰিবলৈ নেযায়। দূৰ-দূৰণিৰ গ্ৰহ-নক্ষত্ৰৰ ভিৰবিৰণিয়ে প্ৰাগজ্যোতিষৰ শিলাময় চকুত জলক লগালেও উৰ্বশীৰ চকুৰ পাহিত আৰু কঁপনি নুঠে!

প্ৰাগজ্যোতিষে কোনোবা দিনা কিবা বেজাৰত নিজৰ গৌৰৱৰ বিজুলী পোহৰৰে নিজৰ চকুতে ছাটি মাৰি নিজে ধনী হ'ল। নিজৰ বহু শক্তিৰে নিজৰ বুকুতে শেল মাৰি প্ৰাগজ্যোতিষ জঠৰ, অলৰ অচৰ! কিন্তু প্ৰাগজ্যোতিষে শিলাময়ী উৰ্বশীক কোলাত লৈ এতিয়াও ডাৱৰত চুলি মেলাই থিয় দি আছে। নিৰ্জীৱ শিলামূৰ্তিৰ পৰা জীৱন স্পন্দন এতিয়াও গুৱাহাটীৰ দুৱাৰে দুৱাৰে সঞ্জীৱনীৰ বেহা বেহাই ফুৰিছে।

জ্যোতিৰ লিখনী অনিৰুদ্ধ হ'লঃ তাহানিৰ ওজা-খনিকৰে গঢ়া সেই ভুৱনেশ্বৰীৰ মন্দিৰ! ওজা-খনিকৰ ক'ৰবালৈ উটি গ'ল, কিন্তু সুনিপুণ শিলাকুটীৰ সৌন্দৰ্য-সাধনাৰ চিনে এতিয়াও বৰ্তমানৰ বৰ্বৰ আওহেলাকো নেওচি তাহানিৰ কলাবিলাসৰ নিদৰ্শন জিলিকাই থৈছে। যি জাতিৰ ওজা শিলাকুটীৰ শৈলত হাতৰ কাৰিকৰৰ গুণত সিহঁতে আজি গৌৰৱৰ বৰ পাগ মাৰি কাৰুকামৰ প্ৰদৰ্শনীত ডাঙৰীয়া বোলাই ৰঙা থঙাত বহি আগভাগ ল'ব পাৰিছে, সেই জাতিৰে আজি এনে কলা-অক্ষমতা আৰু পৰ্বতপ্ৰমাণ আওহেলা দেখি চকু-পানী টুকিব লাগিছে। লোম টোপালবোৰে বাগৰি গৈ বুঢ়া লুইতৰ আগত ওজৰ দিছেহি। বুঢ়া লুইতেনো কৰিব কি? সিহঁতক বুকুত লৈ গুজৰি-গুমৰি মূৰ আফালি মৰিছে।

ডাক জাহাজখনে লুইতৰ বুকু ফালি বাট উলিয়াই মোক গুৱাহাটীৰ বুকুৰ মাজলৈ সুমুৱাই আনিলে। সপোন-বলিয়া মনে সপোন-ৰাজ্যলৈ বেগ ল'লে। গাঁৱৰ গৰখীয়া ল'ৰাহঁতে গীত জুৰিলে। গৰখীয়াৰ গীতৰ স'তে য়ুৰোপীয় সভ্যতাৰ বৰপোৰ নাভিয়েহে নে আজো-নাতিয়ে এই ডাকজাহাজখনে ভাপেৰে ঘূৰোৱা চকৰিৰে লুইতৰ বুকুত ডবা কোবাই তাল দিবলৈ ধৰিলে, যদিও মাজে মাজে তাল কাটি ম্বাবলৈ ধৰিলে। আজন্ম মাত্ৰিক তাল গণা মনে জোৰ দিয়া তালৰ বোলত মাজে মাজে চক খাবলৈ ধৰিলে। চক খোৱা মনে বহুতো গীতৰ পাৰীলৈ মন দিব নোৱাৰি হেৰুৱালে।

লুইতৰ পাৰৰে ৰবেচহৰ।

গুণাৰ বনেকৰা ৰবেপাগে পিন্ধি
তাহানি ধৰিলা বগা ডাৱৰ।

ডাৱৰে বুলিলে বেলিক লাজে দিয়ে
কি গুণা পিন্ধিছা,
বগী ডাৱৰৰো বৰণ আমোলাই
পিন্ধিলা পাগুৰি কিনো পাটৰ
পাগুৰিত পিন্ধিলা হীৰা-পাথৰ
লুইতৰ পাৰৰে বৰেচহৰ!
ওজা খনিকৰে, ওজা কাৰিকৰে
দিলে শিলৰ ঘৰে সাজি,
তাতে বহি বহি তৰা লেখি লেখি,
জোনবাইৰ স'তে কিবা মেলে পাতি
ভাগৰি-জিগৰি
অ' বৰেচহৰ! কত ডাৱৰীয়া ৰাতি -
এটি তৰাৰে দুটি গুলাব বুলি
ওৰে নিশাটো দিছিলা পৰ
লুইতৰ পাৰৰে বৰেচহৰ!
কামাখ্যা গোসাঁনী চহৰ-শুৱনি।

লুইতৰ পাৰতে শিলৰে ঘৰ
লুইতৰ পাৰৰে বৰেচহৰ।

জ্যোতিয়ে দেখিবলৈ পালে ভুৱনেশ্বৰী মন্দিৰ।

সৌৱা ভুৱনেশ্বৰীৰ মন্দিৰ। তাৰ কলচী তাহানিৰ দৰে আজিও আকাশমুৱা। তাৰ পৰা ধাৰেৰে বোৱা জুলীয়া জুইত আজি অসমীয়াৰ গা ধুবলৈ ভয়। তাহানি এদিন অসমীয়া দিনৌ দুবাৰকৈ ভাত বুৰ মাৰি গাত ন বল বান্ধি এটা কথাৰ আতিগুৰি লৈ দহোটা কাম সমাধা কৰিছিল। কিন্তু আজি অসমীয়াই তাৰ পৰা ফালৰি কাটি ফুৰিছে। কামাখ্যা গোসাঁনী বা এতিয়া তাত আছেই বা কি নায়েই? আছে যদিও গোসাঁনী টোপনি-মগন। অসমীয়া আজি নিছলা, দুৰ্বলী, ডবা ভালকৈ কোবাব নোৱাৰে। সেইহে শিলৰ গোসাঁনী শুই আছে। অসমীয়াই আজি ডবাও কোবাব নোৱৰা হ'ল। ডবা কোবোৱাৰ তালো পাহৰি গ'ল। যি তালৰ সঞ্জীৱনী গুণত, এদিন শিলৰ গোসাঁনীও জঠৰ হৈ থাকিব নোৱাৰি, বিবস্ত্ৰা হৈ নাচিছিল, আজি ইমান দিনে অসমীয়াৰ ডবাৰ ক্ষীণ শব্দত, ভুল তালত গোসাঁনী ভেনেই শিল মাৰিলে। জীয়া শিলৰ গোসাঁনী মৰা শিলৰ গোসাঁনী হ'লহি। অতীতৰ বিমানৰ জালত কঁপি থকা তালৰে, ' তোমালোক আকৌ উভতি নাহা নে? সৌশৰীৰে উভতি আহিব নোৱাৰাইক যদি আকৌ জনম লোৱাহি। তোমালোকৰ

কঁপনিত জীৱ পাই শিলৰ গোসাঁনীয়ে সজীৱ হৈ আকৌ চৰণ চলাওক : গোসাঁনীৰ শিল-জিভাত আশীৰ্বাদৰ শবদে আকৌ ৰৱধ্বেমালি পাতক।

তাহানি বোলে গোসাঁনীৰ উলঙ্গ নাচ জুমি চাই পোহৰৰ ছাটিত কাৰোবাৰ জীয়া চকু কণা হৈছিল। কিন্তু হে কামাখ্যা গোসাঁনী! আজি অসমীয়াৰ চকু-শিল অন্ধ। তুমি মন্দিৰৰ বাজলৈ ওলাই আহি মুকলি আকাশৰ তলত গোটেই জাতিয়ে দেখাকৈ উলঙ্গ হৈ নাচাহি। তোমাৰ নাচোনৰ ছন্দই ছন্দই নিজৰ অহা দিব্য পোহৰে কণা চকুত দৃষ্টি দিয়ক। তোমাৰ নিতম্বৰ ভৰত দেশ হেন্দোলদোপ দলদোপ কৰক। তোমাৰ চৰণ চলোৱাৰ আঘাতত টোপনি-মগন মহাসাগৰে সাৰ পাওক। তোমাৰ পিয়াহৰ পৰা শকতি-দুধ বাগৰি দুৰ্বলী সন্তানবোৰক শকতি দিয়ক। তোমাৰ বিশ্বমোহা মোহ-অন্তকাৰী চকুৰ চাৱনিয়ে আকৌ সৌন্দৰ্য-পিয়াহ ওভোতাই আনক। তোমাৰ শৰীৰ গঢ়িত নিপোটল লনি গঢ়ে ৰূপৰ পিয়াহত মানুহক বিয়াকুল কৰক। আৰু আই! এই যোগী-উপাসকসকলে তোমাৰ যোনী প্ৰত্যক্ষ দৰ্শন কৰি, আকৌ ন ন সৃষ্টি কৰিবলৈ হামৰাও কাঢ়ক। আকৌ সহস্ৰ বছৰলৈ বাহানি গঢ়িবলৈ এটা জাতিয়ে উদ্দীপনা পাওক। হে কামাখ্যা গোসাঁনী! হে সৃষ্টিকাৰিণী! তুমি এবাৰ মুকলিত নাচাহি। তুমি এবাৰ বিবস্ত্ৰা হৈ, উলঙ্গ হৈ, বিবসনা হৈ, তেনেয়ে নঙঠা ৰূপত নাচাহি। আই! অতীত বোলে মৰিল, গ'ল, তাৰ কথা বোলে অস্ত হ'ল! মনৰূপবাই বোলে তাক বিসৰ্জন দিব লাগে! কেনেকৈ অতীতক বিসৰ্জন দিবা? কাৰ শক্তি আছে অতীতক মোহাৰি-সামৰি লুইতত জাহ দিব পাৰে? অতীত নাই মৰা, অতীত জীয়াই থাকিব। অতীতৰ আয়ুসৰ ৰেখাডালে বৰ্তমান পাৰ হৈ ভৱিষ্যতত সোমাই অতি ভৱিষ্যতকো ভেদি গৈছেগৈ। অতীতে আমাৰ পদূলিমুখত দিনৰ দিনটো, ৰাতিৰ ৰাতিটো বহি বৰ্তমানৰ ৰেহ-ৰূপ, লাহ-বিলাহ, হাঁহি-কান্দোন, সুখ-দুখ, উঠন-পতন চাই চাই কেতিয়াবা কোনো দেশত হাঁহিছে, কোনো দেশত কান্দিছে, কোনো দেশত বিস্ময় মানিছে। কিন্তু এই অসমত অতীতে মাথোঁ দিনৰ দিনটো চকুপানী টুকিব লাগিছে। নিজৰ পো-পোৱালিক নিজৰ সৈতে গুৱাই অতীতে হ্যা-হুমুনিয়াহ কাঢ়ি মৰিছে। অতীত আজিও জীয়াই আছে। কিন্তু জীৱলগা এই অতীতে সময়ৰ বন্দীশালত বিধাতাৰ জিঞ্জিৰী পিন্ধি লৰিব-চৰিব নোৱাৰা হৈ আছে। অতীতে কথা সুধিলে উত্তৰ দিব, নুসুধিলেও কথা ক'ব, কিন্তু মাতিলে উলাই আহিব নোৱাৰে। বৰ্তমানেও গড়াল ভাঙি ভিতৰ সোমাব নোৱাৰে। পাৰিলেও, আনিলে কি হ'ব? অতীতে বৰ্তমানৰ আচহুৱা ঠাইত থাকিবলৈ টান পাই আকৌ উভতি নিজৰ ধন বিচাৰি ওলাব।

প্ৰাগজ্যোতিষ গৌৰৱ-চূড়া আকাশলংঘা, ডাৱৰচুমা। এই গৌৰৱ-চূড়া অসমীয়াৰ জীৱন-বন্তিৰ দীপ-শিখা। এই দীপ-শিখাৰ উম লৈ দুৰ্দিনৰ জাৰে ঠেটুৱা লগোৱা অসমীয়া আজিও জীয়াই আছে। আজি অৱসাদ অন্তত এই

জাতিয়ে আকৌ শকতি গোটাই তাৰ পোহৰতে ভৱিষ্যতৰ বুকুত নিজৰ ঠাই বিচাৰি আগবাঢ়িছে। কৌপিনধাৰী এই জাতিয়ে আকৌ এই পোহৰতে বহি মণি-মুকুতাৰ পোহাৰ মেলিবলৈ যো-জা কৰিছে।

আমিনগাঁৱৰ পৰা ভাটীমুৱা বেলে বেগ ল'লে। ভুৱনেশ্বৰীৰ কলচীটো চকুৰ আগৰপৰা লাহে লাহে আঁতৰি নেদেখা হ'ল। অসমীয়া-জীৱনৰ কেন্দ্ৰৰ পৰা মই দূৰলৈ গুচি আহিলোঁ। দৰাচলতে মই অসম এৰিলোঁ।

জ্যোতিয়ে সেই কথাখিনিৰ নামকৰণ কৰিলে প্ৰাগজ্যোতিকা।।

## ॥ আঠত্ৰিশ ॥

পেৰিচত জ্যোতি মাত্ৰ সাদিন আছিল। সেইকেইদিনতে সি দিনে দুখনকৈ, কোনো দিনা তিনিখনকৈ চলচ্চিত্ৰ চালে। চিনেমা হলত সোমাই অবাক-সবাক একো ছবিকে সি বাদ নিদিলে। ইংলিছ ফৰাছী জাৰ্মানী। আচলতে সি দুপৰীয়াই ওলাই যায়, কেতিয়াবা একেটা হলতে দুখন বেলেগ ছবি, কেতিয়াবা বেলেগ বেলেগ হলত অন্য ছবি চাই সি দুপৰ ৰাতি হোটেললৈ উভতি আহে।

ফৰাছী ভাষা, জাৰ্মান ভাষা সি নাজানে। কিন্তু চিনেমা হলত সোমাই তাৰ সন্মুখত ভাষাৰ প্ৰাচীৰ নাইকিয়া হৈ পৰিল। পৰ্দাত দেখা পায় কিছুমান নৰ আৰু নাৰী, সিহঁতৰ বিচিত্ৰ ভংগী, নানা ঘটনা, প্ৰেম-নিবেদন, ক্ৰোধ-অনুৰাগ-বিৰহৰ বৰ্ণাঢ্য অভিব্যঞ্জনা। জ্যোতিয়ে একোজন নায়কৰ, একোগৰাকী নায়িকাৰ, অঙ্গচালনা, কথা কোৱাৰ ভংগী একাগ্ৰভাৱে অধ্যয়ন কৰে, সি তন্ময় হয়। এই শিল্প মানুহৰ বুদ্ধি আৰু চিন্তাৰ শ্ৰেষ্ঠ আৱিষ্কাৰ, জ্যোতিৰ ধাৰণা হ'ল। মানুহেই মানুহক এখন পৰ্দাত বিচিত্ৰ ৰূপত দেখিবলৈ পায়, মানুহেই মানুহক চাবৰ বাবে এই শিল্প-মাধ্যমৰ আৱিষ্কাৰ কৰে। মানুহেই মানুহক ভাব দিয়ে ৰূপ দিয়েঃ মানুহেই মানুহৰ নৱ নৱ ৰূপ চাই ধন্য হয়।

এনেতে এদিন সন্ধিয়া সবাক ছবি "অল কোৱাইট অন দী ৱেষ্টাৰ্ণ ফ্ৰন্ট" জ্যোতিয়ে চাবলৈ পালে। প্ৰখ্যাত জাৰ্মান লিখক এৰিখ মেৰিয়া ৰেমাৰ্কৰ উপন্যাসৰ চিত্ৰৰূপ।

জ্যোতি সম্মোহিত হ'ল। এইখনতো কেৱল কথাছবি নহয়! এয়া কি কেৱল চিনেমাৰ পৰ্দাৰ অভিনয়? চকুৰ আগত যুদ্ধৰ গ্ৰাসত এখন পৃথিৱী যেন ধ্বংস হৈ আছিলঃ মানৱ-সভ্যতা যেন এক নিঃশেষ বিন্দুত আহি বৈ গ'লহি। যুদ্ধৰ নৃশংসতাৰ পিছত চাৰি দিশে ধ্বংসৰ ভয়াৱহ দৃশ্য। মানুহৰ অন্তহীন হাহাকাৰ। মানুহেই মানুহক নিৰ্মমতাৰ চৰম বিন্দুলৈ টানি নিলে। যুদ্ধৰ সেই সৈন্যবোৰৰ কোনো ভৱিষ্যৎ নাই, নাই কোনো সিহঁতৰ অতীত অথবা বৰ্তমানঃ সিহঁতৰ

বাবে সত্য কেৱল সেই ট্ৰেঞ্চৰ জীৱন, মৃত্যুৰ ক্ষণ গণি থকা জীৱন ঃ সিহঁতে নাজানে কোন মানুহৰ কোন দেশৰ স্বাধীনতা আৰু মৰ্যাদা ৰক্ষাৰ বাবে নিজৰ জীৱন এনেদৰে বিসৰ্জন দিবলৈ সিহঁত সাজু হৈছে ঃ সিহঁতে মনত সামান্যভাৱে হ'লেও শান্তি পালোহেঁতেন যদি সিহঁতক কোনোবাই এই অভয়বাণী শুনালেহেঁতেন, এই প্ৰতিশ্ৰুতি দিলেহেঁতেন যে এইখনেই হ'ব পৃথিৱীত ভৱিষ্যতৰ সকলোবোৰ যুদ্ধ বন্ধ কৰিবৰ শেষ যুদ্ধ।

ছবিৰ পুঙ্খানুপুঙ্খ দৃশ্য আৰু বিৱৰণ দেখি আৰু শুনি জ্যোতিৰ চকুৰ আগত যেন এখন নতুন পৃথিৱী আৱিষ্কৃত হ'ল। তাৰ ধাৰণা হ'ল, এইখন কেৱল কি এখন ছবি! কেমেৰাৰে ধৰি ৰখা এখন কেৱল ছবি!

জ্যোতিৰ ধাৰণা সুদৃঢ় হ'ল, এইখন ছবি যদি সমগ্ৰ পৃথিৱীৰ মানুহে চাবলৈ পায়, তেন্তে মানুহৰ মনত যুদ্ধৰ বিৰুদ্ধে তুমুল বিদ্বেষ আৰু ঘৃণাৰ সৃষ্টি হ'ব ঃ যুদ্ধৰ বিৰুদ্ধে দেশে দেশে মানুহৰ বিবেক জাগ্ৰত হ'ব।

গধূলি সেই ছবি চাই আহি জ্যোতিয়ে সুৰেন্দ্ৰক ক'লে, "এখন সাৰ্থক কথাছবি কৰিবলৈ হ'লে তাৰ টেকনিকেল দিশটো উৎকৃষ্ট আৰু নিখুঁত হ'ব লাগিব। কিন্তু ছবিখনৰ কাহিনীটো বিশ্বজনীন নহ'লে সেই ছবিয়ে মানুহৰ মনক অভিভূত কৰিব নোৱাৰে। কথাছবি চাই ভালপোৱা আৰু কথাছবি চাই অভিভূত হোৱা দুটা বেলেগ কথা। মানৱতাবোধ কেৱল সাহিত্যৰে নহয়, চিত্ৰ-ভাস্কৰ্যৰেই নহয়, কথাছবিৰো প্ৰাণস্বৰূপ।

"মই যে অসমৰ প্ৰথম কথাছবিখন কৰিম বুলি ভাবি আছো বহুত দিন ধৰি, ইয়ালৈ আহি ইমানবোৰ ছবি চাই, বিশেষকৈ "অল কোৱাইট অন দী ৱেষ্টাৰ্ণ ফ্ৰণ্ট" চাই মোৰ মন দৃঢ় কৰিলো ঃ মই নিজেই প্ৰথম অসমীয়া কথাছবিখন কৰিম। মই এনে এজন লিখকৰ এনে এটা কাহিনী ল'ম যিটোক প্ৰতিজন অসমীয়াই নিজৰ অতি আপোন জ্ঞান কৰে। মই মোৰ ছবিত অসমীয়া জাতীয় জীৱনৰ এনে এক অধ্যায় দাঙি ধৰিম যিটোৰ আবেদন হ'ব স্থায়ী ঃ অসমীয়াৰ যিখিনি শ্ৰেষ্ঠ, অসমীয়াৰ যিখিনি গৌৰৱময়, মই ছবিৰ মাজত সেইখিনিকে পুনৰ অসমীয়াকে দি যাম।"

সুৰেন্দ্ৰই লক্ষ্য কৰিলে, অসমৰ কথা, অসমীয়াৰ কথা কওঁতে জ্যোতিৰ সমস্ত মুখমণ্ডল উদ্ভাসিত হৈ পৰে, সি চঞ্চল হৈ পৰে, কোঠাটোত এফালৰ পৰা সিফাললৈ দ্ৰুতভাৱে সি খোজ কাঢ়িবলৈ ধৰে।

শুবলৈ লৈ জ্যোতিৰ মনত পৰিল মাতৃ কিৰণময়ীলৈ।

সেই ৰাতি আধা জাগ্ৰত অৱস্থাত, আধা স্বপ্নৰ মাজত জ্যোতিয়ে দেখিলে ঃ সি সমগ্ৰ অসমত ভ্ৰমণ কৰিছে, লক্ষ্য তাৰ কথাছবিৰ নায়িকাৰ আৱিষ্কাৰ ঃ এনে এগৰাকী নায়িকা সি আৱিষ্কাৰ কৰি উলিয়াব যাৰ মুখৰ লগত তাৰ মাতৃ কিৰণময়ীৰ মুখৰ সাদৃশ্য অবিকল সম্পূৰ্ণ ঃ যুগে যুগে সেই ছবি চাই অসম ৰাজ্যৰ মানুহে

তাৰ মাতৃৰ পৱিত্ৰ মুখখন দেখা পাব। মাতৃক সি অমৰত্ব দান কৰিব।

লুবৰ মিউজিয়ামৰ চিত্ৰশিল্পৰ বিভাগত সোমায়েই জ্যোতিয়ে এক অপূৰ্ব দৃশ্য দেখিবলৈ পালে। তিনিটা বিশাল কোঠাত লিয়'নাৰ্ড'-ডা-ভিঞ্চিৰ ছবিৰ প্ৰদৰ্শনী। তেওঁৰ চাৰিশ পয়সত্তৰ বছৰীয়া জন্ম-দিৱস উপলক্ষে এই বিপুল আয়োজন।

ইংৰাজী ভাষাত এজন গাইডে উদাত্ত কণ্ঠেৰে লিয়'নাৰ্ড'ৰ প্ৰতিখন ছবি, প্ৰতিটো ভাস্কৰ্যৰ বিৱৰণ দি গৈছে।

জ্যোতি এইবাৰ থিয় দিলেগৈ লাষ্ট ছাপাৰ ছবিৰ সন্মুখত। এই ছবিখন চাবলৈ জ্যোতিৰ আছিল বহু দিনৰ বাসনা।

যীশু খ্ৰীষ্টৰ এটা মাত্ৰ বাক্যৰ ওপৰত এই বিশ্ব-বিমোহিনী বিশাল চিত্ৰ-সম্পদ নিৰ্মিত হৈছে ঃ মোৰ লগত এতিয়া আহাৰ কৰি থকা তোমালোকৰ কোনো এজনে মোক বিশ্বাসঘাতকতা কৰিবা।

এই এটা বাক্যৰ মাজত মানৱ সভ্যতাৰ, মানৱ ভাগ্যৰ এক কৰুণ কাহিনীয়ে ৰূপ পৰিগ্ৰহণ কৰিছে।

যীশুৰ মুখত সেই মৰ্মান্তিক কথা শুনি তেওঁৰ বাৰজন অনুগত দূতৰ মুখত, ভঙ্গীত প্ৰচণ্ড প্ৰতিক্ৰিয়া প্ৰকাশ পাইছে। তেওঁলোক হৈ পৰিছে বিক্ষুব্ধ, উত্তেজিত, চঞ্চল। কিন্তু সেই উত্তেজনাৰ মাজত দুজন হৈ আছে সম্পূৰ্ণ নিস্পৃহ ঃ যীশু আৰু জুডাছ ঃ এজন যাক বিশ্বাসঘাতকতা আৰু হ'ব আৰু আনজন যি যীশুক বিশ্বাসঘাতকতা কৰিব। সেই দুজনেই কেৱল নিঃসঙ্গ সুদূৰ হৈ বহি থাকিল।

ছবিৰ বিশাল মহিমা আৰু বিশ্ববীক্ষাই জ্যোতিক বিমোহিত কৰিলে। বিষয়ৰ গভীৰ, প্ৰগাঢ় কল্পনা আৰু ধাৰণা, প্ৰত্যেকটো চৰিত্ৰৰ পৃথক ব্যক্তিত্ব আৰু বিক্ষোভ আৰু ভঙ্গী, নাটকীয় কিন্তু পৃথিৱীৰ সভ্যতা-সংস্কৃতিৰ এক ধ্ৰুপদী কাহিনীৰ বিশ্লেষণত জ্যোতি এনেদৰে আনন্দত বিভোল হ'ল যে হঠাৎ তাৰ মুখৰ পৰা অজানিতে ওলাই আহিল ঃ কিনো ভাগ্য, ভাগ্য! এনে এক বিপুল সৃষ্টি-সম্ভাৰৰ সন্মুখত থিয় হ'বৰ বাবেও সমগ্ৰ জীৱন অপেক্ষা কৰাটোৱেই যেন যথেষ্ট নহয়।

গাইডে অনৰ্গল কৈ গ'ল ঃ লিয়'নাৰ্ড'ৰ এই মহৎ চিত্ৰই যুগে যুগে অনেকক আশাতীতভাৱে অনুপ্ৰাণিত, ধন্য কৰিছে। শ শ বছৰ ধৰি প্ৰখ্যাত আৰু অপ্ৰখ্যাত সংখ্যাহীন শিল্পীয়ে এই ছবিক মডেলৰূপে লৈ অজস্ৰ চিত্ৰ অঙ্কন কৰিছে। আনকি ৰেমব্ৰেণ্ড আৰু ৰুবেৰ দৰে মহৎ শিল্পীও এই ছবিৰ দ্বাৰা অভিনৱভাৱে অনুপ্ৰাণিত নোহোৱাকৈ থকা নাই। কেৱল সেয়েই নহয়। এই চিত্ৰই মহাকবি গ্যেটেক এনে অভূতপূৰ্বৰূপে বিমোহিত কৰিছিল যে কবিয়ে এক অনুকৰণীয় গদ্যত তাৰ অপৰূপ লাৱণ্য বৰ্ণনা কৰিছিল। লাষ্ট ছাপাৰ হৈ থাকিল মানৱ-সভ্যতাই উত্তৰাধিকাৰী সূত্ৰে লাভ কৰা এক সাৰ্বজনীন ভূমাস্পৰ্শী সম্পদ।

মনালিছা চিত্ৰৰ সন্মুখত থিয় হৈ জ্যোতিৰ মনত অবিনশ্বৰ বাসনা জাগ্ৰত হ'ল। মনালিছাৰ এই আধা ফুটা আধা নুফুটা হাঁহি সি যেন ক'ৰবাত, হয়তোবা দিঠকত, হয়তোবা সপোনত দেখিছে। তাৰ নাটকৰ কোনো মানৱীৰ মুখত দেখিছে

সি এই হাঁহি, যি হাঁহিত জীৱনৰ জগতৰ যৌৱনৰ অজস্ৰ গোপনীয়তা মিহলি হৈ আছে ঃ অসমৰ কোনো এক গাঁৱৰ সেই নিমাতী কন্যাৰ মুখতো সি দেখিবলৈ পাব এই হাঁহি, সেই ৰহস্যাবৃত্ত অথচ অপূৰ্ব মনোৰম হাঁহি।

গাইডে কৈছিল, লিয়'নাৰ্ড'ই কোনো এক নাৰীক মডেলৰূপে সন্মুখত লৈ এই ছবি অঙ্কিত কৰিছিল। জ্যোতিৰ হঠাৎ হাঁহিবৰ মন গ'ল ঃ তাৰ ইচ্ছা আছিল, সেই কথাৰ সি দুৰ্ঘোৰ প্ৰতিবাদ কৰিব, মিথ্যা বুলি ঘোষণা কৰিব সেই কথা। এই ছবি আঁকিছিল লিয়'নাৰ্ড'ই তেওঁৰ মনৰ মাজত থকা বিশাল কল্পনাৰ মডেলক লৈ, মনৰ চকুৰ আগত দেখিছিল শিল্পীয়ে সেই নাৰীৰ সেই হাঁহিক ঃ এয়াতো কেৱল এক হাঁহি নহয়, এয়াতো এক ছবি নহয় ঃ এয়া হ'ল জগতৰ জীৱনৰ যি অপূৰ্ব যি মনোমোহা তাৰ এক পৰম বিকশিত ৰূপ ঃ স্বপ্ন, কল্পনা, বাস্তৱ সকলো একাকাৰ হোৱা এই এক বিনন্দীয়া ৰূপ!

লিয়'নাৰ্ড'ৰ অন্তহীন সৃষ্টি-সম্ভাৰ! সেইবোৰ চিত্ৰত বেট্ল অব্ আংহিয়াৰি', দী ভাৰ্জিন অব্ দী ৰক্ছ, এডৰেশ্বন অব্ মেজাইত জ্যোতিয়ে সেই মহান শিল্পীৰ পুঙ্খানুপুঙ্খ সৃষ্টিৰ নৈপুণ্য লক্ষ্য কৰিলে ঃ সৌন্দৰ্য আৰু সত্য, মানৱতাবোধ আৰু চিন্তাৰ মহিমাৰ জয়গান গোৱা প্ৰতিখন ছবি চাই চাই যেন তাৰ মন অতৃপ্ত হৈ থাকে। একেখন ছবিৰে কোনো এক অংশলৈ তাক বহুত সময় চাই থাকিবলৈ লাগে।

লিয়'নাৰ্ড'ৰ চিত্ৰৰ পৰা এইবাৰ তেওঁৰে ভাস্কৰ্যলৈ। ভাস্কৰ্যৰ পৰা স্থাপত্যলৈ। স্থাপত্যৰ পৰা মিলিটেৰি ইঞ্জিনিয়াৰিং। ইমান বিশালৰ পৰা বিশালতৰ, ইমান বৰ্ণাঢ্য সৃষ্টি এজন শিল্পীৰ জীৱনত সম্ভৱ হয় কেনেকৈ ? কি অবিনশ্বৰ জীৱন-বীক্ষা লৈ এইজন শিল্পীয়ে এই বসুন্ধৰাত জন্ম গ্ৰহণ কৰিছিল!

সম্পূৰ্ণ চাৰিটা দিন সেই শিল্প মিউজিয়ামত অনেক শিল্পীৰ সৃষ্টি-বৈভৱ চাই জ্যোতিৰ হৃদয় গৌৰৱ আৰু আনন্দেৰে উপচি পৰিছিল যদিও, পেৰিচৰ পৰা বিদায়ৰ আগদিনা গধূলি চিন নদীৰ কাষত বহি জ্যোতিৰ মনত অনুশোচনাৰ সৃষ্টি হ'ল। সি সুৰেন্দ্ৰক ক'লে, এইখন ৰাজ্যত শিল্পৰ কথা, চিত্ৰ-ভাস্কৰ্যৰ কথা নজনা মানুহক মূৰ্খ জ্ঞান কৰা হয়। চাৰিওফালে কেৱল আৰ্ট-স্কাল্পচাৰৰ কথা। চুলিকটা চেলুনৰ মানুহেও লুবৰ মিউজিয়ামৰ কোন কোঠাত লিয়'নাৰ্ড'-ডা-ভিঞ্চিৰ কোনখন ছবি থাকে, সেই কথা জানে।

এদিন এক অদ্ভুত কথা জ্যোতিয়ে শুনিবলৈ পালে। দক্ষিণ ভাৰতৰ এজন শিল্পী আহিছিল পেৰিচলৈ। আছিল এঘৰত পেয়িংগেষ্ট হৈ। ঘৰৰ গৃহস্থনীয়ে শিল্পীক ক'লে, তুমি ধন দিব নালাগে, কেৱল আমাক দুখনমান ছবি আঁকি দিবা। ঘৰৰ ছোৱালীজনীয়ে তেওঁৰ কাপোৰ ধুই-ইস্ত্ৰি কৰি তেওঁৰ পৰা ধনৰ বিনিময়ে তেওঁ অঁকা ছবি গ্ৰহণ কৰে।

জ্যোতিয়ে সুৰেন্দ্ৰক ক'লে, "আমাৰ অসমত বহু যুগ ধৰি সাহিত্য আৰু সংস্কৃতিয়ে এক মহৎ ৰূপ ধাৰণ কৰিছে। মহাপুৰুষ শংকৰদেৱ-মাধৱদেৱে যি

সাহিত্য-ৰসৰ সৃষ্টি কৰি গৈছিল তাৰ ৰসধাৰা আজিও প্ৰবাহিত হৈ আছে। কিন্তু অসমত চিত্ৰশিল্পৰ কোনো ধৰণৰে বিকাশ নঘটিল। শংকৰদেৱে যি বৈকুণ্ঠৰ চিত্ৰ অঙ্কন কৰিছিল, তাৰ ঐতিহাসিক বিৱৰ্তন নঘটিল। আমাৰ হস্তীবিদ্যাৰ্ণৱ, শঙ্খচূড় বধ, চিত্ৰ-ভাগৱত, গীত-গোবিন্দ নামৰ যি প্ৰখ্যাত চিত্ৰ-পুথি আছে, তাৰো চিত্ৰ অঙ্কন কৰিছিল মোগল আৰু ৰাজপুত শিল্পীয়ে। একেখন আকাশৰ তলত বাস কৰিও এইবোৰ দেশৰ শিল্পীৰ সৃষ্টিক্ষমতা আৰু আমাৰ অসম ৰাজ্যৰ সৃষ্টিক্ষমতাৰ দীনতা দেখি মোৰ মন দুখেৰে উপচি পৰে।"

সেইদিনা ৰাতি জ্যোতিয়ে 'নিমাতী কন্যা' নাটকৰ প্ৰথম কেৰাটাও পৃষ্ঠা লিখাৰ সংকল্প কৰিলে। মনালিছাৰ সেই ফুটুনে নুফুটুকৈ থকা হাঁহিটোৱে তাৰ সৃষ্টিৰ কন্যাৰ মুখৰ মাত উলিয়াবৰ বাবে তাক এক প্ৰচণ্ড উৎসাহ দিলে। . . . . .

জ্যোতিয়ে সুৰ লগাই প্ৰথমতে গুণগুণাই, পিছত ডাঙৰকৈ গালে ঃ সেউজী সেউজী সেউজী অ', সেউজী ধৰণী ধুনীয়া। সোণোৱালী শইচৰ পথাৰ কোলাত শোভে ৰ'দালিৰ ফুল-ফল সেন্দুৰীয়া। . . .

এই বিদেশৰ হোটেলৰ কোঠাত সোমাই নিজৰ মুখেদি সুৰদী অসমীয়া গীতৰ সুৰ ওলাই অহাত জ্যোতি নিজেই আনন্দত উন্মাদ হ'ল। নিজৰ আনন্দতে তাৰ এপাক নাচিবৰ মন গ'ল। . . .

জ্যোতিয়ে লিখিলে ঃ পুৰতিৰ অৰুণালোকৰ আভা ছয়াময়া হৈ উদ্ভাসিত হৈ আহিছে। লাহে লাহে বিচিত্ৰ উদয় বৰ্ণৰ খেলিমেলিৰ মাজেদি পোহৰৰ জিলিকনিৰ ৰেখাবোৰ তিৰবিৰাই আহিছে – পুৰতিৰ তৰা তেতিয়াও মাৰ যোৱা নাই। গহীন গম্ভীৰ কণ্ঠৰ এটা গীত সেই দৃশ্যৰ নিস্তব্ধতা ভেদি বিয়পি যায়। . . .

জ্যোতিয়ে লিখিলে নাটকৰ সেই প্ৰথম গীত ঃ আজি পুৰতি কিহৰে আৰতি কি নবীন বীণা বাজে, পোহৰৰ বাটে বাটে হৈ মৌন অতিথি। . . .
আহিলা কি অভিনৱ সাজে? ৰতনপুৰৰ ৰাজপ্ৰাসাদত এটা আহল-বহল খোটালি। বৰ ডাঙৰ খিৰিকিয়েদি বাহিৰৰ মনোমোহা দৃশ্য আৰু আকাশ দেখা যায়। অপূৰ্ব সুন্দৰ নিমাতী সেই খিৰিকিৰ তলৰ এখন সোণখটোৱা আসনত বহি বাহিৰৰ আকাশ চাই উদাস।...

জ্যোতিয়ে মাতা অ' নিমাতী। মাত অ' নিমাতী, মাতা অ' নিমাতী মাতা! এই গীতটো লাহে লাহে গাই গাই বিছনাত শোৱে। গীতৰ সুৰ শেষ হৈ আছে।

পিছদিনা ৰাতিপুৱাই জ্যোতিয়ে যাত্ৰা কৰিলে বেলেৰে জাৰ্মানীলৈ। এই যাত্ৰাৰ লক্ষ্য এটাই ঃ কথাছবি বিজ্ঞানৰ টেকনিক আয়ত্ত কৰা।

## ॥ ঊনচল্লিশ ॥

মানুহে নিজৰ প্ৰতিচ্ছবি সন্মুখৰ পৰ্দাত নিজেই দেখা পাব, দেখা পাব সেই প্ৰতিচ্ছবিৰ বিচলন অথবা গতিঃ সেই কাহিনীৰ ক্ৰমবিকাশত মানুহৰ চিন্তাৰ এক নতুন দিশ আৱিষ্কৃত হোৱাৰ আনন্দত জ্যোতি উদ্বেলিত হ'ল।

মানুহে কেৱল নিজৰ প্ৰতিচ্ছবি দেখিয়েই ক্ষান্ত নাথাকিবঃ সেই কথাছবিয়ে গতি কৰিব পাৰিব লাগিব। কেৱল গতি কৰিলেই নহ'ব, সেই প্ৰতিচ্ছবিয়ে কথা ক'ব পাৰিব লাগিব।

জাৰ্মানীলৈ গৈ অতি কাষৰ পৰা সেই আৱিষ্কাৰৰ কাহিনী দেখি আৰু শুনি জ্যোতি বিমুগ্ধ হ'ল।

তাৰ কাহিনী জ্যোতিয়ে পৰমাগ্ৰহেৰে জানিবলৈ বিচাৰিছিল কলিকতাত থাকোতেই। যিজন লোকে তাক সেই ক্ষেত্ৰত অনুপ্ৰাণিত কৰিছিল, তেওঁ হ'ল হিমাংশু ৰায়।

আশ্চৰ্যৰ কথা, যি লক্ষ্মীনাথৰ "জয়মতী কুঁৱৰী" নাটকক এদিন জ্যোতিয়ে কথাছবিলৈ ৰূপান্তৰিত কৰিছিল জাৰ্মানীলৈ যোৱাৰ দহ বছৰৰ পিছত, সেই লক্ষ্মীনাথৰ পত্নী প্ৰজ্ঞাসুন্দৰীয়েই কলিকতাত হিমাংশুৰ লগত জ্যোতিক চিনাকি কৰি দিছিল।

ৰবীন্দ্ৰনাথৰ পৰিয়ালৰ লগত হিমাংশুৰ পৰিচয় আছিল নিকট আৰু সেই ৰবীন্দ্ৰনাথৰ পৰিয়ালৰে কন্যা লক্ষ্মীনাথ-পত্নী প্ৰজ্ঞাসুন্দৰীয়ে এদিন জ্যোতিক হিমাংশুৰ আগত থিয় কৰাই ক'লে, "অসমৰ এক বিখ্যাত পৰিয়ালৰ সন্তান এই জ্যোতিপ্ৰসাদ। তেওঁ ইতিমধ্যে কেবাখনো নাটক লিখি প্ৰখ্যাত হৈছে। তাৰ উপৰি তেওঁ দেশপ্ৰেমিক, পৰম গান্ধীভক্ত। চিনেমাৰ বিষয়ে আপোনাৰ পৰা অলপ কথা জানিবলৈ বিচাৰিছে।"

হিমাংশুৱে দুটা বিশাল চকু জ্যোতিৰ ওপৰত মেলি ধৰিলে।

"বয়স?" হিমাংশুৱে সুধিলে।

"মাইনৰ।"
"কেমেৰা সম্পৰ্কে কিবা জ্ঞান আছে?"
"সামান্য।"
"চিনেমেটগ্ৰাফ সম্পৰ্কে?"
"এখন কিতাপ আৰু কেবাটাও প্ৰবন্ধ পঢ়িছো। কিন্তু একো বুজা নাই।"
"চিনেমাৰ মূল, মানে অৰিজিনাল শব্দটো কি?"
"কিনেমা। এইটো গ্ৰীক শব্দ।"
"তাৰ অৰ্থ?"
"গতি। মভ্‌মেণ্ট।"
"কিনেমাৰ পৰা উন্নত কিনেটস্কপ কোন তাৰ আৱিষ্কাৰক?"
"আমেৰিকাৰ কলমেন চেলাৰ্ছ।"
"চিনেমাৰ টেক্‌নিক আয়ত্ত কৰিয়েই ক্ষান্ত থাকিবানে? মানে, টেক্‌নিকৰ খাতিৰতে কেৱল টেক্‌নিক আয়ত্ত?"
"অসমীয়া ভাষাত মই প্ৰথম চিনেমাখন নিৰ্মাণ কৰিম বুলি ভাবিছো।"
"লক্ষ্য?"
"অসমৰ ইতিহাসৰ, অসমৰ জাতীয় জীৱনৰ কোনো এক মহৎ বিষয় মই চিনেমাৰে প্ৰকাশ কৰিম। সেই স্বপ্ন মোক পূৰণ কৰিবলৈ লাগে।"
মুখৰ পৰা ধপাতৰ পাইপ নুলিওৱাকৈয়েই হিমাংশুৱে জ্যোতিৰ মুখলৈ অৱাক দৃষ্টিৰে চাই থাকিল। এইবাৰ তেওঁ মুখৰ পৰা পাইপ উলিয়াই জ্যোতিৰ মুখলৈ এক সামান্য হাঁহিৰে চালে। মুখমণ্ডলৰ অভিব্যঞ্জনাৰ পৰিৱৰ্তন ঘটিল।
হিমাংশুৱে এইবাৰ প্ৰজ্ঞাসুন্দৰীলৈ চালে। মুখত তেওঁৰ প্ৰসন্ন ভাব।
"তুমি জাৰ্মানীলৈ যাব পাৰিবা? মই ১৯২৭ চনৰ পৰা তিনি বছৰ জাৰ্মানীত থাকিম। এখন ইংৰাজী আৰু হিন্দী ছবি এখন মই তাত নিৰ্মাণ কৰিম। তুমি অতি কাষৰ পৰা চিনেমাৰ টেক্‌নিক ষ্টাডি কৰিব পাৰিবা। পাৰিবা যাব জাৰ্মানীলৈ?"
"পাৰিম।"
প্ৰজ্ঞাসুন্দৰীয়ে জ্যোতিক সুধিলে, "ঘৰৰ অনুমতি পাবা?"
"মাৰ অনুমতি পামেই।"
হিমাংশুৱে ক'লে, "ৱাণ্ডাৰফুল। তেনেহ'লে তোমাক বাৰ্লিনত দেখা পাম। কিন্তু এটা কথা মনত ৰাখিবা। এই যে চিনেমাৰ বিষয়ে জানিবলৈ তোমাৰ আগ্ৰহ হৈছে, সেই আগ্ৰহ এক সৃষ্টিত পৰিণত কৰিব পাৰিবানে নোৱাৰা? যিটো আৰ্ট তুমি শিকিবলৈ ওলাইছা, সেই আৰ্টক তুমি কেৱল এক অধ্যয়নৰ বিষয় কৰি ল'লেই নহ'ব বি এ এম এ পৰীক্ষাৰ দৰে: সেই আৰ্ট কেৱল তোমাৰ জীৱনৰ দৰেই হ'ব নালাগিব, সেই আৰ্টেই হ'ব লাগিব সমস্ত জীৱন। পাৰিবা?"

জ্যোতিৰ মুখত কথা নাই। হঠাৎ তাৰ মুখমণ্ডল দৃঢ় হৈ পৰিল, দুটা স্বচ্ছ চকুৰে হিমাংশুৰ ফালে সি পৰম বিস্ময়েৰে চাই থাকিল।

হিমাংশুৱে জ্যোতিৰ সেই দৃষ্টিতে তেওঁৰ প্ৰশ্নৰ উত্তৰ পালে। তেওঁ এনে এটা প্ৰশ্ন কৰিছিল, যাৰ উত্তৰ শব্দৰে দিব নোৱাৰি। জ্যোতিৰ সেই দৃঢ় দৃষ্টিতে হিমাংশুৰ প্ৰশ্নৰ উত্তৰ পুঞ্জিত হৈ আছিল।

পেৰিচৰ পৰা বাৰ্লিনলৈ ৰেলেৰে যাওঁতে এজন জাৰ্মানৰ কথা শুনি জ্যোতি স্তম্ভিত হ'ল।

জ্যোতিয়ে বৃটিছ আৰু জাৰ্মান লোকৰ ব্যৱহাৰৰ তুলনা কৰি দেখিলে, বৃটিছে অন্যই পৰিচয় নকৰা মানুহৰ লগত কথা নেপাতে। কিন্তু জাৰ্মানে এজন বিদেশীৰ কাষত বহাৰ লগে লগেই কথা আৰম্ভ কৰে এই প্ৰশ্নেৰেঃ "ডু য়ু স্পিক জাৰ্মান অৰ ইংলিছ?"

ৰেলত কাষত বহা জাৰ্মানজনে জ্যোতিয়ে ইংলিছ জানে বুলি শুনি ক'লে, "য়ু ইণ্ডিয়ান্‌ছ আৰ ৰিয়ালি লাকী।"

"লাকী?" জ্যোতিৰ মুখত আশ্চৰ্যৰ ভাব।

জাৰ্মানজনে ক'লে, "তোমালোক বৃটিছৰ তলত পৰাধীন হৈ নাথাকি অন্য দেশৰ, ধৰা আমাৰ জাৰ্মানী বা জাপান, অথবা ইটালীৰ তলত থকা হ'লে তোমালোকৰ অৱস্থা শোকাৱহ হ'লহেঁতেন।"

"কেনেকৈ?"

"সেইবোৰ দেশৰ চৰকাৰে তোমালোক ভাৰতীয়সকলক অহিংস উপায়ে স্বাধীনতাৰ আন্দোলন চলাবলৈ নিদিলেহেঁতেন। গান্ধী-নেহৰুক জেলতে কঠোৰ শাস্তি দিলেহেঁতেন, আনকি হত্যাও কৰিলেহেঁতেন। বৃটিছ এক উদাৰ জাতি বাবে তোমালোকে ৰক্ষা পালা। বৃটিছৰ সেই স্বভাৱৰ বাবেই এদিন নেপোলিয়নে আন কাৰোৰে ওচৰত আত্মসমৰ্পণ নকৰি বৃটিছৰ ওচৰত কৰিছিল।"

"বৃটেইনেই হওক, জাৰ্মানীয়েই হওক অথবা জাপান ইটালীয়েই হওক, মহাত্মা গান্ধীৰ নেতৃত্বত ভাৰতে স্বাধীনতাৰ সংগ্ৰাম কৰিলেহেঁতেনেই। ভাৰতীয়ই বিদেশী চৰকাৰৰ অত্যাচাৰলৈ ভয় নকৰে।"

"ভয় নকৰে ঠিকেই, কিন্তু সেইবোৰ দেশৰ চৰকাৰে তোমালোকক ভয় খাবলৈ বাধ্য কৰিলেহেঁতেন। মনত ৰাখিবা, তোমালোকৰ স্বাধীনতা আন্দোলনৰ কেবাজনো নেতা, গান্ধী, জৱাহৰলালকে ধৰি ইংলণ্ডত শিক্ষিত। ইংলণ্ডত থাকোঁতেই তেওঁলোকৰ মনত বৃটিছ-বিৰোধী চিন্তাই উৎকট ৰূপ লৈছিল। সাম্ৰাজ্যবাদী বৃটেইনতকৈ উদাৰপন্থী বৃটেইনৰ কথা অধ্যয়ন কৰিহে মই আনন্দ পাওঁ। তোমালোক লাকী অন্য এক কথাৰ বাবেও। তোমালোকে মূল ইংলিছত শ্বেইক্সপীয়েৰ পঢ়িব পাৰা।"

"তুমি কি ইংলণ্ডত পঢ়া-শুনা কৰিছিলা?"

"মই অক্সফৰ্ডত পঢ়িছিলো। মিল্টনৰ ওপৰত গৱেষণা কৰি মই ডক্টৰেট পাইছো। মই বাৰ্লিনৰ এটা কলেজত ইংৰাজী পঢ়ুৱাও। আমাৰ জাৰ্মানীত ল'ৰা-ছোৱালীয়ে হয় ইংলিছ নহয় ফ্ৰেন্স ভাষা বাধ্যতামূলকভাৱে পঢ়িব লাগে। মোৰ পিতা আছিল ইংৰাজীৰ শিক্ষক। তেৱেঁই মোক ইংলিছ বিষয় ল'বলৈ উদগনি দিছিল।"

এইবাৰ তেওঁ জ্যোতিক সুধিলে, "তুমি কি পৰ্যটকৰূপে জাৰ্মানীলৈ আহিছা ?"

"মই এক মিছন লৈ তোমাৰ দেশলৈ আহিছো।"

"মই কি জানিব পাৰো তোমাৰ মিছনৰ লক্ষ্য ?"

"মই চিনেমাৰ টেকনিক শিকিবলৈ আহিছো।"

"চিনেমাৰ টেক্‌নিক ? ৱাণ্ডাৰফুল ! জাৰ্মানীত অবাক চিনেমাৰ দিন অতিবাহিত হৈছে। এতিয়া সবাক চিনেমাৰ দিন। অলপতে এখন সবাক চিনেমা চালো। 'অল কোৱাআইট অন দী ৱেষ্টাৰ্ণ ফ্ৰন্ট।' বিক্কেৰ সেই ক্লাছিক উপন্যাসৰ চিনেমা ৰূপ। এই ছবিখন চাবলৈ নেপাহৰিবা। এইখন চোৱাৰ পিছত ভাব হয় পৃথিৱীত যেন পুনৰ যুদ্ধ নহ'ব। বাই দী ৱে। তুমি চিনেমাৰ টেক্‌নিক শিকিবলৈ আহিছা টেক্‌নিক শিকাৰ খাতিৰতে, নে তোমাৰ নিজৰ ভাষাত চিনেমা নিৰ্মাণ কৰাৰ তোমাৰ ইচ্ছা আছে ?"

জ্যোতিয়ে উত্তৰ দিলে; "কেৱল ইচ্ছা থকাই নহয়, সেইটো মোৰ জীৱনৰ এক লক্ষ্যও। মোৰ মাতৃভাষাত মই চিনেমা কৰিম।"

"উইছ য়ু বেষ্ট অব্ লাক। কিন্তু তুমি চিনেমাৰ টেক্‌নিক শিকিবৰ বাবে ইংলণ্ড অথবা আমেৰিকালৈ নগৈ জাৰ্মানীলৈ কিয় আহিলা ?"

"বাৰ্লিনত হিমাংশু ৰায় নামৰ এজন প্ৰখ্যাত ভাৰতীয় চিনেমা-নিৰ্মাতা আছে। তেওঁৰ কাষত শিকিবৰ বাবে মই আহিছো।"

জাৰ্মানজনে জ্যোতিক নিজৰ নাম-ঠিকনা দি তেওঁৰ ঘৰলৈ এবাৰ যাবৰ বাবে অনুৰোধ জনালে।

বাৰ্লিনত উপস্থিত হোৱাৰ পিছদিনাই জ্যোতিয়ে হিমাংশুক লগ ধৰিলে। হিমাংশুৱে পৰম প্ৰীতি আৰু আনন্দেৰে জ্যোতিক সাবটি ধৰিলে।

ষ্টুডিঅ'ৰ ভিতৰত সোমাই জ্যোতিয়ে দেখিলে, যুদ্ধৰ গতিত যেন চিনেমাৰ প্ৰস্তুতি চলে।

এসপ্তাহ জ্যোতিয়ে চিনেমাৰ উৎপত্তি, অবাক আৰু সবাক চিনেমাৰ বিষয়ে বিশেষজ্ঞৰ বক্তৃতা শুনিলে।

প্ৰতিদিনে এজন বিশেষজ্ঞই দুঘণ্টা-আঢ়ৈঘণ্টাকৈ কথা কয়। তেওঁৰ সন্মুখৰ মেজত নানাবিধ সা-সৰঞ্জাম। প্ৰকৃত মেচিনৰ মডেল। পিছত চিনেমাৰ এখন পৰ্দা। কাষত এখন বিশাল ব্লেকবৰ্ড। কাষত কেবাজনো সহায়কাৰী।

জ্যোতিয়ে গভীৰ প্ৰত্যয়েৰে প্ৰতিটো কথা ন'ট কৰি ল'লে। কেমেৰাৰ

ঐতিহাসিক বিৱৰ্তন হ'ল প্ৰতিটো বস্তুতাৰ মূল কথা।

--- পোহৰ সৰল ৰেখাৰে গতি কৰে ঃ এই কথা সেই প্ৰাচীন যুগতে গণিত-বিজ্ঞানী যুক্লিডে প্ৰতিষ্ঠা কৰিছিল। কেমেৰাৰ সহায়েৰে মানুহৰ প্ৰতিচ্ছবি ফুটাই তোলাৰ সেয়াই হ'ল আৰম্ভণি।

এজন বিশেষজ্ঞৰ মুখত এক অপূৰ্ব অথা শুনিলে জ্যোতিয়ে। পৃথিৱীত যদি কিবা এটা আৰম্ভ হয়, অথবা আৱিষ্কাৰৰ অংকুৰ মাত্ৰ হয়, তেন্তে তাৰ পৰিসমাপ্তি নাথাকে। আৰম্ভণিতেই হ'ল প্ৰাণ, অথবা প্ৰকৃত সত্য। সেই ধূসৰ প্ৰাচীন কালতে যদি গুহাত বাস কৰা কোনো এক বালকে গুহাৰ বেৰত এঙাৰেৰে এক ম্বাঁড়ৰ শিং অঙ্কন কৰিছিল, তেনেহ'লে সেই আৰম্ভণিৰ শেষ নাথাকে, সেই আদিম অসংস্কৃত কলা ক্ৰমান্বয়ে বিকশিত হৈ হৈ, ঐতিহাসিক বিৱৰ্তনৰ মাজেৰে, এদিন লিয়'নাৰ্ড' ডা ভিঞ্চি আৰু পিছত পিকাছোৰ ছবিত পৰিণত হ'বই। সেই গুহাত বাস কৰা কোনো এক বালকে যদি তাৰ নিজৰ অজানিতে কোনো এক গীতৰ সামান্য মাত্ৰ দুটামান কথা সুৰ দি গাইছিল, তেন্তে সেই ঘটনা অতিক্ৰম কৰি কালৰ অমোঘ বিৱৰ্তনত এদিন বিথ'ভেনৰ ছিম্ফনীত পৰিণত হ'বই। সেই প্ৰাচীন কালতে গুহাৰ কোনো দুটা মানুহে যদি নাটকীয় ভঙ্গীত কোনো কথা উচ্চাৰণ কৰিছিল, তেনেহ'লে হেজাৰ হেজাৰ বছৰৰ পিছত তাৰ পৰিণতি ঘটিব মহাকবি গ্যেটেৰ নাটক 'ফষ্ট'ত। যুক্লিডে আৱিষ্কাৰ কৰিলে, পোহৰ সৰল ৰেখাৰে গতি কৰে আৰু তাৰ স্বাভাৱিক পৰিণতিত পিছৰ কালত সৃষ্টি হ'ল কেমেৰা আৰু সেই কেমেৰাই হ'ল আধুনিক কালৰ চিনেমাৰ প্ৰাণ।

জ্যোতিয়ে ন'ট কৰিলে ঃ

--- পাৰ্ছিছটেঞ্চ অৱ্ ভিজন নামৰ এটা কথা আছে ঃ যিটো বস্তু আমি প্ৰত্যক্ষ কৰো চকুৰে, তাৰ হঠাৎ পৰৱৰ্তী ৰিফ্লেকশ্বন হয় আমাৰ মগজুত আৰু মগজুৰ সেই বিস্ময়কৰ সূত্ৰই এদিন উদ্ভাৱন কৰিলে চিনেমাৰ, মানে গতিশীল ছবিৰ। কেমেৰাৰ ছবিক যেতিয়া দান কৰা হ'ল গতিশীলতা, তেতিয়াই জন্ম হ'ল চিনেমাৰ।

'মনালিছা' আৰু 'লাষ্ট ছাপাৰ'ৰ দৰে অমৰ ছবি অঙ্কন কৰা শিল্পী লিয়'নাৰ্ড' ডা ভিঞ্চিয়েই আকৌ কেমেৰাৰ বৈজ্ঞানিক ভিত্তি প্ৰতিষ্ঠা কৰি গ'ল কেমেৰা অৱ্ অবছকিউৰাৰ আখ্যাৰে আৰু সেই প্ৰচেষ্টাৰে উন্নতিসাধন কৰি ১৫৫৩ চনত ইটালীৰ ডে'লা পৰ্টাই কেমেৰাৰ বাস্তৱ ৰূপ দিলে। ---

১৮৩১ চন। বেলজিয়ামৰ আলোক বৈজ্ঞানিক প্লাটো আৰু ষ্টেম্ফাৰে পৃথিৱীৰ প্ৰথম গতিশীল ছবি, ম'শ্বন পিকচাৰ আৱিষ্কাৰ কৰে। তাৰ পিছত আমেৰিকাৰ টমাছ এডিছন। এডিছনৰ আৱিষ্কাৰ কিনেটোস্কোপ। তাৰ ক্ৰমবিকাশত সৃষ্টি চিনেমাটোগ্ৰাফ। পিছলৈ চিনেমা। ---

প্ৰথম সাতদিনতে জ্যোতিয়ে চিনেমাৰ টেক্‌নিকৰ বিষয়ে যথেষ্ট কথা আয়ত্ত

কৰিব পাৰিলে।

হিমাংশু ৰায়ৰ কৰ্ম-ব্যস্ততা দেখি জ্যোতি আচৰিত হ'ল। ৰাতিপুৱা আঠ বজাত হিমাংশু ষ্টুডিঅ'ত সোমায় আৰু ৰাতি বাৰ বজাত তাৰ পৰা ওলাই আহে।

জ্যোতিৰ মনত পৰিল হিমাংশুৰ সেই কলিকতাৰ কথাষাৰ : থিটোৰ প্ৰশিক্ষণ ল'বলৈ গৈছা, সেইটোক কেৱল আৰ্টৰূপেই গ্ৰহণ নকৰিবা, জীৱনৰ দৰে মুলিও তাক গ্ৰহণ নকৰিবা : গ্ৰহণ কৰিবা সম্পূৰ্ণ নিজৰ জীৱনৰ দৰে।

হিমাংশুৱে প্ৰস্তুত কৰিছে ইংৰাজী আৰু হিন্দীত এখন ছবি : নাম 'কৰ্ম'। বিদেশত নিৰ্মিত প্ৰথম ভাৰতীয় চিনেমা। ছবিখনৰ পৰিচালক জে এল ফ্ৰীয়াৰ। চিত্ৰনাট্য প্ৰস্তুত কৰিছিল ৰূপাৰ্ট ডাউনিঙে। সংগীত পৰিচালক আৰ্ণেষ্ট বুথহাৰ্ষ্ট। হিমাংশু নিজেই আছিল নায়ক আৰু নায়িকা দেৱীকা ৰাণী।

বাৰ্লিনত এসপ্তাহ হোৱাই নাছিল। এদিন দুপৰ ৰাতি শুবলৈ লৈ জ্যোতিয়ে স্বপ্ন দেখিলে তাৰ প্ৰথম অসমীয়া চিনেমাৰ।

--- তাৰ চিনেমাৰ নায়িকা বিচাৰি সি সমগ্ৰ অসমত ভ্ৰমণ কৰিছে। সেই নায়িকাৰ মুখখন অবিকল হ'ব লাগিব তাৰ মাতৃ কিৰণময়ীৰ মুখৰ দৰে : সেই একেই কীৰ্তনৰ কোনো এক পদৰ দৰে পবিত্ৰ মাতৃমূৰ্তি : সেই নায়িকাৰ সেই মুখত সি দেখা পাব লাগিব সি আহিবৰ দিনা জাহাজঘাটত অনন্ত আকাশৰ তলত থিয় হৈ তাৰ ফালে বিমুগ্ধ চিত্তে চাই থকা সেই মাতৃৰ জ্যোতিৰ্ময়ী ৰূপ।

## ॥ চল্লিশ ॥

উনৈশ শ ত্ৰিশ চনত জ্যোতিয়ে বিলাতৰ পৰা প্ৰত্যাৱৰ্তন কৰিলে।

মাতৃ কিৰণময়ীয়ে সুদীৰ্ঘ চাৰে তিনি বছৰৰ পিছত পুত্ৰক দেখা পাবৰ বাবে তেজপুৰৰ জাহাজঘাটতে অপেক্ষা নকৰি, কলিকতাৰ হাওৰা ষ্টেশনত ৰেল অহাৰ বহু আগৰে পৰা অপেক্ষা কৰিলে।

মাজুদেউতা চন্দ্ৰকুমাৰেও হাওৰাত জ্যোতিৰ বাবে অপেক্ষা কৰিছিল। লক্ষ্মীনাথ-পত্নী প্ৰজ্ঞাসুন্দৰীও আহিছিল। লক্ষ্মীনাথে পঠিয়াই দিছিল পত্নীৰ হাতত ফুলৰ এটা টোপা। ষ্টেশনত আটাইতকৈ উত্তেজিত হৈ ইফালে-সিফালে ঘূৰি ফুৰিছিল অৰুণ। হাতত তাৰ ৰজনীগন্ধা ফুল। থিয় হৈ আছিল ভগ্নী আইদেউ আৰু ভাতৃ কমলা।

বহু দূৰৰ পৰাই জ্যোতিয়ে ৰেলৰ খিৰিকিয়েদি মূৰ উলিয়াই চাই আছিল। প্ৰথম দৃশ্যতে তাৰ দৃষ্টিলৈ আহিল মাতৃ কিৰণময়ী।

ৰেল চলি থাকোতেই অৰুণে জাপমাৰি জ্যোতিৰ কেমেৰাত উঠিল। জ্যোতিয়ে নামিবলৈ পোৱাই নাছিল। তাৰ ডিঙিত এডালৰ পিছত এডাল ফুলৰ মালা।

উধাতু খাই জ্যোতিয়ে কিৰণময়ীৰ চৰণ স্পৰ্শ কৰিলে। কিৰণময়ীয়ে তাক সাবটি মাৰি ধৰি মুখে-কপালে চুমা খাবলৈ ধৰিলে। মাতৃৰ চকুত আনন্দাশ্ৰু। জ্যোতি বিচলিত হ'ল।

জ্যোতিয়ে সেৱা কৰিলে মাজুদেউতা চন্দ্ৰকুমাৰক। প্ৰজ্ঞাসুন্দৰীক।

সেইদিনা গধূলি প্ৰজ্ঞাসুন্দৰীৰ ঘৰত খোৱাৰ নিমন্ত্ৰণ।

জ্যোতিৰ বিদেশ ভ্ৰমণৰ অন্তহীন কথা। তাৰ কথা শুনি সকলো মুগ্ধ হ'ল। প্ৰজ্ঞাসুন্দৰীয়ে বাৰে বাৰে কিৰণময়ীৰ মুখলৈ চায়ঃ পুত্ৰৰ কথাত মাতৃ অভিভূতঃ তেওঁ তাৰ মুখলৈ ৰ' লাগি চাই আছে। প্ৰজ্ঞাসুন্দৰীয়ে তামোলৰ বটাটো কিৰণময়ীলৈ আগবঢ়াই দিলে। তামোল নাখালে থাকিব নোৱাৰা কিৰণময়ীয়ে

বঁটালে নাচালেই।

"বৰদেউতা, মই অসমীয়াত এখন চিনেমা কৰিম।" জ্যোতিয়ে লক্ষ্মীনাথক ক'লে।

লক্ষ্মীনাথে দেখিলে, কথাবাৰ কোৱাৰ লগে লগে জ্যোতিৰ সমস্ত মুখমণ্ডলত এক জ্যোতি বিকশিত হ'ল।

"চিনেমাৰ টেকনিক শিকিবলৈ তুমি জাৰ্মানীলৈ গৈছিলা। পাৰিলা আয়ত্ত কৰিব সেই টেকনিক?" লক্ষ্মীনাথে সুধিলে।

"বৰদেউতা, মই অতি কাষৰ পৰা চাই দেখিলো, চিনেমাৰ টেকনিকটো এক বিজ্ঞানভিত্তিক আৰ্ট। এই টেক্‌নিকতকৈয়ো মানুহৰ মনটোহে আচল কথা। মানুহেই চিনেমাৰ টেকনিক নিৰ্মাণ কৰিছে, কিন্তু সেই টেকনিকৰ দ্বাৰাই এখন ছবি নিৰ্মাণ হ'লেও তেনে ছবিৰ বাবে এক শিল্পী মনৰ প্ৰয়োজন। মেচিনে ছবি নিৰ্মাণ কৰিব পাৰে, কিন্তু ছবিত প্ৰাণ-সঞ্চাৰ কৰিব নোৱাৰে। মেচিনৰ বা কেমেৰাৰ কাষত বহি থকা মানুহৰ মনটোহে আচল কথা।

"মই জাৰ্মানীত থাকোতে কেৰাখনো চিনেমা কৰা দেখিলো। কিন্তু সেই ডিৰেক্টৰ আৰু কেমেৰামেনজনৰ এটা যদি ভিজ্যন নাথাকে, তেনেহ'লে এখন চিনেমা হ'লেও মহৎ চিনেমা-শিল্পৰ জন্ম নহয়। কেৰাখনো ছবিৰ ভিতৰত মই "অল কোৱাইট অন দী ৱেষ্টাৰ্ণ ফ্ৰন্ট" দেখি ভাবিলো যে, চিনেমা এটা অতি মহৎ শিল্প। আপুনিও এৰিখ মেৰিয়া ৰেমাৰ্কৰ কিতাপখন পঢ়িছে আৰু ময়ো পঢ়িছো। কিন্তু চিনেমাখন চাই ভাবিছিলো, পৃথিৱীত সেইখনেই হ'ব শেষ যুদ্ধঃ এইখন ছবি চাই পৃথিৱীৰ কোনো মানুহে আৰু যুদ্ধৰ কথা নাভাবিব। এনে ধৰণৰ ছবিয়ে মানুহৰ মনত কি যে গভীৰ প্ৰভাৱ পেলাব পাৰে।" . . . . .

জ্যোতিৰ কথা শুনি লক্ষ্মীনাথ চন্দ্ৰকুমাৰ প্ৰজ্ঞাসুন্দৰী কিৰণময়ী অৰুণ সকলো মুগ্ধ হ'ল।

"তুমি যে এখন অসমীয়া ছবি কৰিব খুজিছা, তাৰ বাবে কেমেৰা-মেচিন পাবা?"

"পাম। বোম্বাইৰ পৰা আনিম। হিমাংশু ৰায়ে মোক পাৰ্যমানে সহায় কৰিম বুলি কৈছে।"

জ্যোতিয়ে প্ৰজ্ঞাসুন্দৰীৰ ফালে চাই ক'লে, "জেঠাইদেউ, আপুনি হিমাংশু ৰায়ৰ লগত চিনাকি কৰি নিদিয়া হ'লে মই জাৰ্মানীলৈ গৈ একো কৰিব নোৱাৰিলোহঁতেন।সেই আঠমাহ তেওঁৰ লগত থাকি মই চিনেমাৰ টেকনিকটো যিমান পাৰো সিমান আয়ত্ত কৰিলো। মই যদি এখন ছবি নিৰ্মাণ নকৰো, মোৰ বিদেশ যাত্ৰা, ৰায়ৰ লগত চিনেমাৰ টেকনিক শিকা, আটাইবোৰ অথলে যাব।"

"অসমততো ষ্টুডিঅ' নাই, তই কেনেকৈ ছবি কৰিবি?" এইবাৰ চন্দ্ৰকুমাৰে সুধিলে।

"ষ্টুডিঅ' এটা মই নিজেই তৈয়াৰ কৰি ল'ম। কেমেৰা আৰু কেমেৰা চলোৱা মানুহজনহে বাহিৰৰ পৰা আহিব, ইবিলাক মই অসমতে তৈয়াৰী কৰি ল'ম। সেইখন আচল অৰ্থত চিনেমা নহ'ব পাৰে। কিন্তু তাৰ মাজেৰে মই অসমত ফিল্ম শিল্প আৰম্ভ কৰিম। চিনেমাৰ খাতিৰত মই চিনেমা নকৰো। অসমৰ ইতিহাসৰ আৰু জাতীয় জীৱনৰ এনে এক দৃশ্য মই ফুটাই তুলিম, যিটো অত্যাধুনিক চিনেমা নহ'লেও এটা খাটি শিল্প হ'ব।"

"জ্যোতি, তুমি তোমাৰ চিনেমাৰ বাবে প্লট ক'ৰ পৰা ল'বা? অসমীয়া নে বিদেশী?" প্ৰজ্ঞাসুন্দৰীয়ে সুধিলে।

"অসমীয়া। হাঁড়ে-হিমজুৱে অসমীয়া। অসমৰে মাটি, পানী, বায়ুয়ে জন্ম দিয়া এটা কাহিনী।"

জ্যোতিয়ে এইবাৰ সকলোৰে মুখলৈ খন্তেক চাই চাই মনৰ উত্তেজনাত থিয় হৈ ক'লে, "জেঠাইদেউ, আপুনি আচৰিত হ'ব নেকি এই কথা শুনি যে মই ইতিমধ্যে মোৰ চিনেমাৰ কাহিনী ঠিক কৰি পেলাইছো।"

ওচৰতে বহি থকা অৰুণে জ্যোতিক সাবটি ধৰিলে।

"সঁচা?" প্ৰজ্ঞাসুন্দৰীয়ে সুধিলে।

লক্ষ্মীনাথে জ্যোতিক বহিবলৈ ক'লে।

"সঁচা। বৰদেউতা, আপোনাৰ অনুমতি পাম?"

"অনুমতি মানে?" লক্ষ্মীনাথে সুধিলে।

"কাহিনীটো হ'ল আপোনাৰ 'জয়মতী কুঁৱৰী' নাটক।"

ইজনে সিজনৰ মুখলৈ চালে।

জ্যোতিয়ে প্ৰত্যেকজনৰে মুখৰ অভিব্যঞ্জনা লক্ষ্য কৰি গ'ল।

"জয়মতী কুঁৱৰীক মই অসমীয়া চিনেমাৰ প্ৰথম নায়িকা কৰিম। জয়মতী কুঁৱৰীৰ মাজেৰে মই অসমৰ এটা অতি আপোন কাহিনী অসমীয়া মানুহৰ মানসত জাগ্ৰত কৰিম। বৰদেউতা, আপোনাৰ অনুমতি পামনে?"

"অনুমতি দিয়েই দিলো। কাগজ-পত্ৰত চহী কৰিব লাগে যদি আন্‌।" লক্ষ্মীনাথৰ সেই মুকলি হাঁহি।

সকলোৰে মুখত হাঁহি।

"জ্যোতি, তই জয়মতীৰ ভাও দিবলৈ অসমীয়া মহিলা বিচাৰি পাবি?" মাতৃ কিৰণময়ীয়ে সুধিলে।

"পাম। কেলেই নাপাম।"

এই শব্দকেইটা উচ্চাৰণ কৰিয়েই জ্যোতিয়ে মাতৃৰ মুখৰ ওপৰত চকু দুটা মেলি খন্তেক বিমুগ্ধ হৈ থাকিল।

সেই যে সি এক স্বপ্ন দেখিছিল: তাৰ প্ৰথম কথাছবিৰ নায়িকা বিচাৰি সি সমগ্ৰ অসম ভ্ৰমণ কৰিছে: সেই নায়িকাৰ মুখৰ চেহেৰা অবিকল হ'ব লাগিব

তাৰ মাতৃৰ মুখৰ দৰে, চিনেমাৰ পৰ্দাত চিৰকালৰ বাবে তাৰ মাতৃৰ প্ৰতিচ্ছবি সি অমৰ কৰি ৰাখিব।. . . . .

মাতৃৰ মুখলৈ তেনেকৈ ৰ লাগি চাই থকাটো সকলোৰে দৃষ্টিত পৰিছে বুলি অনুমান কৰি সি এক সহজ হাঁহিৰে ক'লে, "মহিলা ভাৱৰীয়া উলিয়াবই লাগিব। মই গোটেই অসম ঘূৰি নায়িকা উলিয়ামেই। এবাৰ যদি পুৰণি অভ্যাসটো ভাঙি দিব পাৰো, তেন্তে চিনেমাৰ বাবে, থিয়েটাৰৰ বাবে, নায়িকাৰ অভাৱ নহ'ব।"

মহাত্মা গান্ধীয়ে অসহযোগ আন্দোলন আৰম্ভ কৰিলে।

জ্যোতিৰ তেজপুৰলৈ প্ৰত্যাৱৰ্তন।

জ্যোতিৰ মনৰ দ্বন্দ্ব আৰম্ভ হ'ল।

তাৰ সন্মুখত এতিয়া তিনিটা পথ। সি কোনটো পথেৰে যাত্ৰা কৰিব?

সুদূৰ জাৰ্মানীত সি প্ৰায় এবছৰ কাল চিনেমাৰ টেকনিক আয়ত্ত কৰি আহিছে। সি অসমীয়া ভাষাত প্ৰথম কথাছবি নিৰ্মাণ কৰিব। ছবিৰ বিষয় পৰ্যন্ত ঠিক হৈ আছে। লক্ষ্মীনাথক সি কৈ আহিছে, তাৰ ছবিৰ কাহিনী হ'ব লক্ষ্মীনাথৰে "জয়মতী কুঁৱৰী" নাটক। অসমৰ স্বাৰ্থত জীৱন আহুতি দিয়া সতী জয়মতীৰ কাহিনীৰে সি পুনৰ অসমীয়াক জাগ্ৰত কৰিব: জাগ্ৰত কৰিব পৰাধীনতাৰ শিকলি ছিঙি স্বাধীন হ'বৰ বাবে। তাৰ কথাছবি কেৱল এক কথাছবিয়েই হৈ নাথাকিব, চিনেমা-আৰ্ট হৈয়েই নাথাকিব, মানুহৰ মনোৰঞ্জনৰ এক মাধ্যমেই হৈ নাথাকিব। তাৰ কথাছবি হ'ব সতীৰ জীৱনত্যাগৰ কাহিনীৰে সম্পৃক্ত এক স্বাধীনতাৰ কাহিনী।

বিলাতলৈ যোৱাৰ আগতে মহাত্মা গান্ধীয়ে তাক কৈছিল, স্বাধীনতাৰ সংগ্ৰামত যোগ দিলেও তুমি তোমাৰ সৃষ্টি ক্ষমতাক, সাহিত্য সৃষ্টি ক্ষমতাক উপেক্ষা কৰিব নোৱাৰিবা। দেশৰ বাবে তোমাৰ যি স্বাৰ্থত্যাগ সেইটো এক মহান সৃষ্টিৰ ক্ষমতাত পৰিণত হয় আৰু তাৰ লগত তুমি যদি সাহিত্য সৃষ্টিক একাত্ম কৰিব পাৰা, তেন্তে তুমি হৈ থাকিবা মৃত্যুহীন।

জ্যোতিৰ সমস্ত সত্তা, ক্ষমতা, প্ৰতিভা নাটক আৰু গীত সৃষ্টিৰ বেদীত উচৰ্গিত। কোনো এটা গীতৰ প্ৰথম শব্দকেইটামান লিখি সি উদ্বেলিত হয়, নাটকৰ প্ৰথম কেইটামান বাক্য লিপিবদ্ধ কৰিয়েই সি বিভোল হয়।

কিন্তু স্বাধীনতা সংগ্ৰামৰ কি হ'ব?

জ্যোতিৰ তেজপুৰলৈ প্ৰত্যাৱৰ্তনৰ এসপ্তাহেই হোৱা নাছিল।

সি সিদ্ধান্ত কৰিলে, সি মহাত্মাৰ নিৰ্দেশ মতে অসহযোগ আন্দোলনত জঁপিয়াই পৰিব। জননী আৰু জন্মভূমি স্বৰ্গতকৈয়ো গৰীয়সী। সি জন্মভূমিৰ মুক্তিৰ বাবে সমস্ত জীৱন ব্ৰতী হ'ব। মানুহৰ আটাইতকৈ ডাঙৰ লোভ হ'ল জীয়াই থকাৰ লোভ: সেই লোভ কেৱল এবাৰ মানুহে বিসৰ্জন দিব পাৰে: নিজৰ দেশৰ স্বাধীনতাৰ বাবে পাৰে।

জ্যোতি সেই মহান যাত্ৰাৰ যাত্ৰী হ'ব। তাৰপৰা অগণন মুক্তিকামী নৰ-নাৰীৰ

সেই যে বিশাল যাত্ৰা, সেই যাত্ৰাৰ সি হ'ব ক্লান্তিহীন যাত্ৰী।

স্বৰ্গতকৈয়ো গৰীয়সী জননী কিৰণময়ীৰ জ্যোতিয়ে অনুমতি পালে। পালে বুলি ঠিক ক'ব নোৱাৰি। অনুমতি নিবিচৰাকৈ সি মাতৃৰ অনুমতি পালে।

কিৰণময়ীয়ে মাত্ৰ সুধিছিল তাক এষাৰ কথা। "জ্যোতি, তই পুলিচৰ লাঠিৰ মাৰ সহ্য কৰিব পাৰিবি?"

জ্যোতিৰ সমস্ত মুখমণ্ডলত জ্যোতি প্ৰকাশ পালে।

"পাৰিম। মই, মা, এনে এক শক্তিৰ অধিকাৰী হ'ম, যেতিয়া এই অনাত্মা, অস্থায়ী আৰু ভঙ্গুৰ শৰীৰ অতিক্ৰম কৰি এনে এক শক্তিৰ অধিকাৰী হ'ম, যেতিয়া পৰম আনন্দত শৰীৰৰ ওপৰত পুলিচৰ, মিলিটেৰীৰ লাঠি আৰু সংগীনৰ আঘাতৰ পিছত আঘাত সহ্য কৰিম। তুমি, মা, বিশ্বাস কৰিব পাৰানে, যেতিয়া পুলিচে মোক এটাৰ পিছত এটাকৈ প্ৰহাৰ কৰিব, তেতিয়া মই ভঙ্গুৰ দেহাৰ ওপৰত কৰা সেই অত্যাচাৰ সম্পূৰ্ণ অৱজ্ঞা আৰু উপেক্ষা কৰি, জন্মভূমিৰ মুক্তিৰ আনন্দত, মনৰ আনন্দত আৰু তোমাৰ পৱিত্ৰ মুখখনৰ কথা ভাবি মই একেবাৰে নিস্পৃহ হৈ থাকিম। সেই কথা ভবাটো কষ্টকৰ হ'ব পাৰে। কিন্তু তেনে ঘটনা যদি সঁচাকৈয়ে ঘটে, তুমি দেখিবা মোৰ মুখমণ্ডলত এক ঐশ্বৰিক জ্যোতি প্ৰতিভাত হৈছে। তোমাৰ সন্তান হৈ মই জন্মভূমিক বিশ্বাসঘাতকতা কৰিব নোৱাৰো।"

কিৰণময়ী ইমান বেছিকৈ অভিভূত হ'ল যে তেওঁ পুত্ৰৰ দীপ্তিমান মুখখনলৈ কেৱল চাই থাকিল।

"তুমি এই কথা নিশ্চিতভাৱে জানিবা মা, মোক যদি জেললৈ পঠিয়ায়, তাতেই মই নাটক লিখিম, গীত লিখিম, এটাৰ পিছত এটাকৈ প্ৰবন্ধ লিখিম। মহাত্মা গান্ধীৰ জীৱনী এখন লিখাৰ মোৰ বৰ আগ্ৰহ হৈছে। আমাৰ ককাদেউতা হৰিবিলাস আগৰৱালাৰ জীৱনী এখন লিখাৰ মোৰ বৰ আগ্ৰহ হৈছে। জেলখানাক মই যদি এক লাইব্ৰেৰীলৈ পৰিণত কৰিব পাৰো, মোৰ সমান ভাগ্যবান কেইজন ওলাব।"

"বিদেশত থাকি তই বিদেশী হৈ গ'লি বুলি বহুতে ভাবিছিল।"

"সেইবোৰ মানুহে মোৰ চাহাবী পোছাকটোলৈ কেৱল চাইছিল, মোৰ মনৰ কথা শুনিবলৈ পোৱা নাছিল। যিখন হাতেৰে মই ডিঙিত টাই বান্ধো, সেইখন হাতেৰেই মই যে চিৰ চেনেহী অসমৰ বন্দনা গীত ৰচনা কৰিব পাৰো, সেইবোৰ মানুহে সেই কথা নাজানে।"

বিদেশৰ পৰা প্ৰত্যাবৰ্তন কৰা জ্যোতিৰ সন্মানাৰ্থে তেজপুৰ বাণষ্টেজত অভ্যৰ্থনাৰ আয়োজন হ'ল।

আশ্চৰ্যৰ কথা, জ্যোতিৰ অভ্যৰ্থনাৰ আয়োজন কৰিলে তাতকৈ বয়োজ্যেষ্ঠ হেমচন্দ্ৰ, চন্দ্ৰনাথ, অমিয়কুমাৰ আৰু গুণাভিৰামে।

সমস্ত হল দৰ্শক-শ্ৰোতাৰে পৰিপূৰ্ণ। প্ৰথম আসনতে বহি আছে জ্যোতি-পিতৃ পৰমানন্দ আৰু মাতৃ কিৰণময়ী আৰু ভাতৃ-ভগ্নী।

চন্দ্ৰনাথে ওজস্বিনী ভাষণত ক'লে, "আমাৰ অসমত এক নতুন সূৰ্য উদয় হৈছে। তেওঁৰ নাম হ'ল জ্যোতিপ্ৰসাদ। বিলাতলৈ গৈয়ো চাহাব নহৈ দেশলৈ উভতি আহি দেশমাতৃকাৰ সেৱাত এজন সাতাইশ বছৰীয়া যুৱকে নিজক উছৰ্গা কৰিছে। তেওঁ হ'ল জ্যোতিপ্ৰসাদ। জ্যোতিৰ জ্যোতিৰে সমগ্ৰ অসম জ্যোতিৰ্ময় হওক।" . . .

হেমচন্দ্ৰ বৰুৱাই গুৰুগম্ভীৰ মাতেৰে ক'লে, "জন্মভূমিৰ স্বাৰ্থত যি নিজক উছৰ্গা কৰিব পাৰে, সেইজনৰ সমকক্ষ দেশমাতৃকাৰ সন্তান কোনো ওলাব নোৱাৰে। ৰাৱণক বধ কৰাৰ পিছতে ৰামচন্দ্ৰই লক্ষ্মণক ক'লে, ইয়ং স্বৰ্ণ লংকা ন ৰোচতে মে লক্ষ্মণঃ, জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰীয়সী। সেই জন্মভূমিৰ স্বাৰ্থত জীৱন উৎসৰ্গিত আমাৰ জ্যোতিপ্ৰসাদৰ জীৱন জ্যোতিৰ্ময় হওক। তেওঁ পৰমায়ু লাভ কৰক।" . . .

অমিয়কুমাৰে মৃদু ভাষাৰে ক'লে, "চৈধ্য বছৰ বয়সতে যি জ্যোতিয়ে 'শোণিত কুঁৱৰী' নাটক লিখি মাতৃভাষাৰ বেদীত নিজক উছৰ্গা কৰিলে, সেই জ্যোতিয়ে দেশমাতৃৰ বেদীত নিজক উছৰ্গা কৰি জীৱন সাৰ্থক কৰিছে। অসমৰ ঘৰে ঘৰে জ্যোতিপ্ৰসাদৰ জন্ম হওক।"

তললৈ মূৰ কৰি সি নিজৰ প্ৰশংসা শুনিলে তাৰ জ্যেষ্ঠসকলৰ মুখত। লজ্জাত সি মূৰ তুলিব নোৱাৰা হ'ল।

এবাৰ মূৰ তুলি সি দেখিলে, পুত্ৰৰ যশস্যা-গৌৰৱত মাতৃ কিৰণময়ীৰ মুখমণ্ডল আনন্দেৰে উপচি পৰিছে।

জ্যোতিয়ে সম্বৰ্ধনাৰ উত্তৰত ক'লে. "মই বিদেশত আছিলো যদিও এক মুহূৰ্তৰ বাবেও জন্মভূমিৰ চিন্তাৰ পৰা মই উদ্ধাৰ পোৱা নাছিলো। মই জাৰ্মানীত কথাছবিৰ টেকনিক শিকিছিলো প্ৰথম অসমীয়া কথাছবি নিৰ্মাণ কৰিবলৈ। মই আপোনালোকক জনাবলৈ পাই পৰম আনন্দ পাইছো যে মই আমাৰ পৰম শ্ৰদ্ধেয়, আধুনিক অসমীয়া ভাষা-সাহিত্যৰ পিতৃ লক্ষ্মীনাথ বেজবৰুৱাৰ 'জয়মতী কুঁৱৰী' নাটকক কথাছবিলৈ ৰূপান্তৰিত কৰিম। সতী জয়মতীয়ে দেশৰ বাবে জীৱন আহুতি দিছিল। সেই মহান কাহিনী চিনেমাত দেখি অসমৰ মানুহ দেশৰ বাবে জীৱন আহুতি দিবলৈ ওলাই আহিব। এয়ে হ'ল মোৰ বিলাতলৈ যোৱাৰ লক্ষ্য। ...

"মই টেক্‌নিক আয়ত্ত কৰিবলৈ গৈছিলো বিদেশলৈ। কিন্তু তত্ত্ব বিচাৰি পালো আমাৰ মহাপুৰুষ শংকৰদেৱৰে দেশ অসমত। বিলাতলৈ যি বিচাৰি গৈছিলো ঘূৰি আহি ঘৰতে পালো। শংকৰদেৱৰ মাজতে সমগ্ৰ বিশ্বৰ তত্ত্ব পুঞ্জিত হৈ আছে। মোৰ মনত ভাব হৈছেঃ আগে নিচিনিলো আবেসে জানিলো তেন্তে তুমি শ্ৰীৰাম,

অজ্ঞানীক মোক প্রভু ক্ষেমিয়োক চৰণে কৰো প্রণাম॥ পশ্চিমীয়া শিক্ষা পাই অহঙ্কাৰত অন্ধলা হৈ ঘৰবে মহা প্রতিভাক চিনি নেপাই ফুৰা মোৰ মনটোৰ সকলো অহঙ্কাৰ ধূলিসাৎ হ'ল।

"শংকৰদেৱে ধৰ্মৰ গোড়ামিৰ পৰা সাধাৰণ মানুহক মুক্ত কৰিছিল। সুৰ সেই একেটাইঃ মানুহৰ মুক্তিৰ সুৰ। তেওঁ যেতিয়া কয়, ব্ৰাহ্মণৰ চাণ্ডালৰ নিবিচাৰি কুল, দাতাত চোৰত যেন দৃষ্টি সমতুল, তেতিয়া তেওঁ ব্ৰাহ্মণক চাণ্ডালৰ পৰ্যায়লৈ নমাই নানি চাণ্ডালক ব্ৰাহ্মণৰ পৰ্যায়লৈ উত্তৰণ ঘটাব খুজিছিল। যি দাতা আৰু যি চোৰ দুয়োকে সমপৰ্যায়ত উপৱিষ্ট কৰাৰ কামনা কৰিছিল। সেই একেই মুক্তিৰ ঐকান্তিক আহ্বান, সেই একেই মুক্তিৰ আন্দোলন। সেই মুক্তিৰ বাবেই আমাৰ এই অসহযোগ আন্দোলন। ...

জ্যোতিয়ে ভাষণৰ শেষত উদাত্তকণ্ঠে পাঠ কৰিলে স্বৰচিত এটা কবিতাঃ হে মোৰ আলোকপূজাৰী প্ৰাণ! আজি সুন্দৰৰ পূজা-থাপনাত যাচিবি কিহৰে ষোড়শোপচাৰ, গাবি কি ৰাগ, কি সুৰেৰেনো পুৱা-সন্ধিয়াৰ গান? আজি পৃথিৱীৰ আকাশে আকাশে জনতাৰ আহ্বান। আজি জনতাৰ পংকজৰূপ জাগে পদুমৰ দৰে, বোকাত জনমা মানুহে আজি আলোকলৈ' উঠি আহে বেলিমুৱা হৈ হাঁহে। মাটিৰ পানীৰ বিদাৰি বক্ষ, জননী গৰ্ভৰ আন্ধাৰ কক্ষ ওলাল এৰিবলে' পোহৰত পাহি মেলিবলে' ..... আজি মানুহৰ জনজীৱনৰ সংহত অভ্যুত্থান। ....

চন্দ্ৰনাথে জ্যোতিৰ মূৰত গান্ধীটুপী পিন্ধাই ঘোষণা কৰিলেঃ আজিৰ পৰা জ্যোতিপ্ৰসাদক মই কংগ্ৰেছ স্বেচ্ছাসেৱক বাহিনীৰ অধিনায়কৰ পদত অধিষ্ঠ কৰিলো।

## ।। একচল্লিশ ।।

জ্যোতিয়ে অমিয়কুমাৰক ক'লে, "অমিয়দা, সৰুতে আইতাই কোৱা এটা কথা ৰবকৈ মনত পৰিছে। তেওঁ এজনী ছোৱালীৰ কথা কৈছিল ঃ গাভৰু ছোৱালী, মুখেৰে একো নকয়, কাৰো লগত কথা নেপাতে। ক'লৈকো ওলাই নাযায়। সদায় মন মাৰি থাকে। কি কাৰণে মন মাৰি থাকে, তাইৰ বিষাদৰ উৎস কি, কোনেও নাজানে। কোনেও জানিবলৈয়ো ৰবকৈ ইচ্ছা নকৰে।

"কিন্তু, অমিয়দা, তাই ক'ৰবাৰ পৰা অহা বাঁহীৰ সুৰ শুনিলে, ক'ৰবাৰ পৰা শুনো নুশুনোকৈ এটা গীত উটি আহিলে, তাইৰ মুখত খন্তেকৰ বাবে হ'লেও হাঁহি দেখা যায়। ওঁঠ দুটা লৰাই তাই কিবা ক'ব খোজে।"

অমিয়ই সুধিলে, "সেয়া কল্পনা নে সত্য ঘটনা?"

"আইতাই মোক সেই ছোৱালীজনীৰ কথা কৈছিল। সাধুকথাৰ চলেৰে কৈছিল। কিন্তু মোৰ বিশ্বাস হৈছে, তেনে এজনী ছোৱালী আছে।"

"এয়া তোমাৰ কল্পনা।"

"যদি কল্পনাই হয়, আইতাই কেনেকৈ ক'বলৈ পালে? আইতাইতো কল্পনা কৰিব নোৱাৰিছিল।"

"আইতাই তোমাক সাধুকথা কৈছিল।"

"সাধু হ'লেও মই কিন্তু, অমিয়দা, তেনে এজনী ছোৱালী আছে বুলি বিশ্বাস কৰো। আৰু সেই ছোৱালীজনী এই অঞ্চলৰে এঘৰত আছে।"

"অসহযোগ আন্দোলনত যোগ দি তুমি যেতিয়া কঠোৰ বাস্তৱৰ সন্মুখীন হৈছা, তেতিয়া তুমি এনে ধৰণৰ কল্পনা আৰু স্বপ্নৰ অধীন হোৱাটো উচিত হোৱা নাই।"

"কিন্তু, অমিয়দা, বাস্তৱ আৰু কল্পনা দুয়োটাই মোৰ জীৱন। আইতাৰ সেই কাহিনীটো মই সেই সৰুতে শুনিছিলো। তেতিয়াৰ পৰা সেই ছোৱালীজনীৰ কথা ভাবি মই মুগ্ধ হওঁ, অবাক হওঁ। তাইক যেন মই দেখিবলৈ পাওঁ। বাঁহীৰ

মাত শুনিলে, আধা শুনা আধা নুশুনা গীত শুনিলে হাঁহিব খোজা, কথা ক'ব খোজা সেই ছোৱালীজনী চোৱাৰ মোৰ প্ৰবল ইচ্ছা হৈছে। তাই কিয় কথা নকয়, নাহাঁহে, অথচ গীত শুনিলে তাই কিয় হাঁহে, কথা পাতে, সেই কথা তাইৰ অতি কাষ চাপি কাণ পাতি মোক শুনিবলৈ লাগে।

"আজি আপোনাক সত্য কথা কওঁ, অমিয়দা! বিলাতত থাকোতে মই সেই ছোৱালীজনীক লৈ এখন নাটক লিখা আৰম্ভ কৰিলো। দুটামান পৃষ্ঠা লিখিছিলোঁয়ো। প্ৰথম গীতটোৰ দুটামান কথা শুনক: আজি পুৱতি কিহৰে আৰতি কি নবীন বীণা বাজে, পোহৰৰ বাটে বাটে হে মৌন অতিথি! আহিলা কি অভিনৱ সাজে? নিদ্ৰিত নৱতম পৃথিৱী জানো .... হে মৌন অতিথি আহিলা কি অভিনৱ সাজে। ...মাতা অ' নিমাতী! মাতা অ' নিমাতী! মাতা অ' নিমাতী মাতা!...

"কিন্তু সেই ছোৱালীজনী মই চাবলৈ পাম বুলি দৃঢ় বিশ্বাস হৈছে। এই ঠাইতে তেনে এজনী ছোৱালী থাকিব পাৰে বুলি মোৰ বিশ্বাস হৈছে।"

"তোমাৰ আইতাৰে যদি জীয়াই থকা ছোৱালী এজনীৰ কথা কৈছিল, তাইৰতো এতিয়া বহুত বয়স হ'ল।"

"হ'বও পাৰে?"

"মোৰ ধাৰণা কি, জ্যোতিপ্ৰসাদ, তেনে ছোৱালী তুমি য'তে ত'তে বিচাৰিলে পাবা। বহুত ছোৱালীয়ে মনৰ বেদনাত কথা ক'ব নোৱাৰে। তুমি যে সেই বাঁহীৰ সুৰৰ কথা কৈছিলা, সেইটো হ'ল এটা আশাৰ প্ৰতীক। বন্দে মাতৰম ধ্বনি শুনিলেও মুখত হাঁহি ওলোৱা ছোৱালী তুমি দেখিবলৈ পাবা।

"বৃটিছৰ নৃশংস অত্যাচাৰত মুখৰ মাত চিৰদিনৰ বাবে বন্ধ হৈ যোৱা আমাৰ মানুহৰ কথা তুমি ভাবি চোৱা।" .....

সেইদিনা ঘৰলৈ উভতি সমস্ত সন্ধ্যাটো জ্যোতি সেই চিন্তাত মগ্ন হ'ল।

তেনেহ'লে এই কথাই সত্য, মুখৰ মাত, হাঁহি বন্ধ হৈ থকা ছোৱালী সকলো ঠাইতে আছে? ইফালে সিফালে চাৰিওফালে আছে। অসম ৰাজ্যত আছে, ভাৰতবৰ্ষত আছে, বসুন্ধৰাৰ প্ৰতি দেশে দেশে আছে!

জ্যোতিয়ে এইবাৰ লিখিবলৈ ল'লে:... নিমাতী কন্যাই হ'ল কলালক্ষ্মী। ৰূপকোঁৱৰ হৈছে চিৰসুন্দৰৰ প্ৰধান মহাসিদ্ধ সাধক। কলালক্ষ্মীয়ে সেই সাধকৰ আমন্ত্ৰণ আৰু বোধন মন্ত্ৰতহে উদ্বোধিত হৈ জগতত হাঁহে। কলালক্ষ্মীৰ হাঁহিয়েই হৈছে আনন্দ আৰু তেওঁৰ গানেই হৈছে বিশ্ব শান্তি। মানৱজাতিৰ সকলো কলা-সাধনাই পৃথিৱীত আনন্দ আৰু শান্তিৰ প্ৰতিষ্ঠাৰ কাৰণে। মানুহৰ সভ্যতাৰ অধিষ্ঠাত্ৰী হৈছে কলালক্ষ্মী। পৃথিৱীত আজি সকলোৱেই নানা কলা-সাধনাৰে এই কলালক্ষ্মীৰ হাঁহি আৰু গান উলিয়াব পৰা নাই।

... পৃথিৱীৰ শক্তিৰ বাঘজৰী থাকিব লাগে কবি-দাৰ্শনিকৰ হাতত। যিদিনাই

এই artist philosopher ৰূপকোঁৱৰৰ হাতত পৃথিৱীৰ শাসন ক্ষমতাৰ বাঘজৰী উঠিবগৈ, তেতিয়াৰ পৰাহে পৃথিৱীয়ে আচল শান্তিৰ মুখ দেখিবগৈ তাৰ আগতে কেতিয়াও নহয়।...

জ্যোতিয়ে নাটকৰ ভূমিকা এনেদৰে লিখিলে।

জ্যোতিৰ ভাৰত প্লাৱন আহিল। লিখনী বন্ধ নোহোৱা হ'ল। .... কোনোবা সুখৰ ঠাই বিতোপন পুৰী/ এৰি তুমি আহিলা বিচাৰি/ হেৰোৱা মুকুৰ ধন ৰূপকোঁৱৰ/অচিনাকি পৃথিৱীত/ চিনাকি সুন্দৰ/ নাই দেখি/ বেজাৰতে ভাষা নাই/ নীৰৱ কণ্ঠৰ? .....

... মাতা মোৰ নিমাতী সখী! আছানেকি নামাতি নুবুলি মানুহৰ ভাষাবোৰ কৰ্কশ বুলি? দিও যদি ৰচি এক ভাষা-অভিনৱ কাছি কাছি সংগীতৰ স্বৰৰ লহৰী মাতিবানে- মাতিবানে সখী?...

জ্যোতি ক্লান্তিহীন। স্বেচ্ছাসেৱক বাহিনীৰ অধিনায়ক জ্যোতি।

জ্যোতিয়ে এদিন অমিয়কুমাৰক ক'লে, "অমিয়দা, মই তেজপুৰৰ স্বেচ্ছাসেৱক বাহিনীক কেৱল অসমতে নহয়, সমগ্ৰ ভাৰতবৰ্ষতে বিখ্যাত কৰি তুলিম।"

অমিয়কুমাৰে জানে আৰু বিশ্বাস কৰে, জ্যোতিয়ে সেই ব্ৰতত নিজৰ যথাসৰ্বস্ব ত্যাগ কৰিব। তেওঁ জানে, জ্যোতি প্ৰকৃতভাৱে সেই বৃহৎ কাৰ্যৰ সমকক্ষঃ শিল্পী জ্যোতিপ্ৰসাদ আৰু দেশপ্ৰেমিক জ্যোতিপ্ৰসাদ এই দুয়োটা জ্যোতিপ্ৰসাদ যেতিয়া একেটা হয়, তেতিয়া সি এক প্ৰচণ্ড শক্তিৰ অধিকাৰী নোহোৱাকৈ নাথাকে।

ছাব্বিশ জানুৱাৰীত জাতীয় পতাকা উত্তোলন কৰিবলৈ জ্যোতিয়ে সমদলৰ সকলোকে নিৰ্দেশ দিলে যাতে সমবেত গীত গাওঁতে কোনো এজনেও সুৰ আৰু উচ্চাৰণ ভুল কৰিব নোৱাৰে। কৰিলে তৎমুহূৰ্তে সেইজনক তাৰ পৰা আঁতৰাই দিয়া হ'ব।

অমিয়কুমাৰে জ্যোতিক ক'লে, "জ্যোতিপ্ৰসাদ, আমাৰ এই সেৱকসকল আইন ভঙ্গ কৰি কাৰাদণ্ড বৰণ কৰিবলৈ আহিছে, আহিছে পুলিচৰ লাঠিৰ কোৰ মূৰত লৈয়ো পতাকা উত্তোলন কৰিবলৈ। তেওঁলোকতো শুদ্ধ উচ্চাৰণেৰে সমদল গীত গাই কৃতিত্ব দেখুৱাবলৈ অহা নাই। ছাব্বিশ জানুৱাৰীত পতাকা উত্তোলনহে মূল কথা।"

জ্যোতি অসন্মত। "ভাষাক আমি জননীৰূপে বন্দনা কৰো। আমাৰ ভাৰতীয় সংস্কৃতিত শব্দক ব্ৰহ্মজ্ঞান কৰা হয়। গতিকে প্ৰত্যেকজন দেশপ্ৰেমিকে শুদ্ধ উচ্চাৰণ আৰু সুৰেৰে জাতীয় গীত গাব পাৰিব লাগিব।"

"সেই স্বেচ্ছাসেৱক সকলকতো সকৰে পৰা শুদ্ধ উচ্চাৰণ কৰিবলৈ কোনেও শিকোৱা নাছিল। তেওঁলোকৰ বৰ দোষ নধৰিবা।"

অমিয়কুমাৰৰ নিৰ্দেশত অধিনায়ক জ্যোতি অলপ শান্ত হ'লেও, শিল্পী জ্যোতিৰ

মন পতিয়ন নগ'ল।

অমিয়কুমাৰে জীৱনৰ সমস্ত দিনত এই কথাৰ প্ৰকৃত উত্তৰ নাপালেঃ শিল্পী জ্যোতিয়ে কেনেকৈ নিৰ্মম ৰাজনীতিৰ জগতত প্ৰৱেশ কৰিলে?

ব'হাগৰ প্ৰচণ্ড গৰম। বিশ্বনাথৰ নদুৱাৰত ৰায়ত সন্মিলন বহিছে।

জ্যোতিয়ে এদল সেৱকক ৰাতি খোজ কঢ়াই সন্মিলনৰ স্থানলৈ আনিছে। বাটে বাটে সেৱকসকলক শিকাই আনিছে এই গীতঃ আই, আই, লুইতৰ পাৰৰে আমি ডেকা ল'ৰা মৰিবলৈ ভয় নাই। মুকুতি-মেধৰ মহান মেজিৰ নেজাল ফিৰিঙতি ছাই, পুৰোহিতো যদি থিতাতে আঁতৰি ত্ৰাসতে মূৰ্চ্ছা যায়, আমি আগবাঢ়ি ডিঙি পাতি পাতি তেজেৰে বলিশাল যামে বোলাই। -- আজিৰ ডেকা ল'ৰাই জীৱন পণ কৰিছে মোহাৰ চকুলো কলিজাৰ আই। --

ৰাতি প্ৰায় তেতিয়া তিনিটা বাজিছে। জ্যোতিয়ে সমদল যাত্ৰীক ৰাজপথতে শাৰী পাতি থিয় কৰাই ক'লে, "গোৱা, গোৱা, সমস্বৰে গোৱাঃ আই, আই, লুইতৰ পাৰৰে আমি ডেকা ল'ৰা, মৰিবলৈ ভয় নাই।" ...

"হোৱা নাই, হোৱা নাই, আকৌ গোৱা, প্ৰচণ্ড উদ্যমেৰে, উদাত্ত কণ্ঠে গোৱা। মনত ৰাখিবা, তোমালোক মাতৃভূমিৰ হুকে জীৱন অৰ্পণ কৰিবলৈ আহিছা। তোমালোক দেশমাতৃকাৰ অমৃত সন্তান। গোৱা, গোৱা, বিপুল উদ্যমেৰে গোৱাঃ তাহানি লাচিতে এৰি থৈ যোৱাৰে পৰা, জাননী তোৰ লঘু-লাঞ্ছনাৰ দুখে-বেজাৰৰ আজিও নপৰিল ওৰ।"...

পিছদিনা ৰাতিপুৱাই সমদলৰ সেই সমবেত গীত শুনি জ্যোতি সন্তুষ্ট হ'ল। বিপুল জনতাই চাৰিওফালৰ পৰা আকাশ নিনাদি কৰধ্বনি ধৰিলে।

জ্যোতিয়ে অমিয়ক ক'লে, "দাদা, পাৰে, পাৰে, কেলেই নোৱাৰে, আমাৰ মানুহে শুদ্ধকৈ স্বাধীনতাৰ গীত গাব পাৰে। দেশমাতৃৰ প্ৰতি আনুগত্য থাকিলেই হ'ল। মূল লক্ষ্য যেতিয়া জন্মভূমিৰ স্বাধীনতা, তেতিয়া অসম্ভৱো সম্ভৱ হ'ব।"....

সন্মিলনৰ শেষৰ দিনা গাবৰ বাবে জ্যোতিয়ে ৰচনা কৰিলে এক নতুন গীত। ৰাতি যেতিয়া ক্লান্তিত সকলো শুইছিল তেতিয়া জ্যোতিয়ে ৰচনা কৰিলেঃ জননীৰ সন্তান জাগা/জাগা শক্তিমান জাগা মুক্তিপ্ৰাণ। মৃত্যু গছকি আনা জয় জিনি/কৰি দুৰ্জয় অভিযান। শক্তি গায়ত্ৰী মনত পেলোৱা/হ'বা দুৰ্নিবাৰ/তেতিয়া তোমাৰ জয় নিনাদত শত্ৰু কম্পমান ....

অমিয়কুমাৰ আৰু জ্যোতিয়ে গহপুৰৰ এখন সভাৰ পৰা চাইকেলেৰে তেজপুৰলৈ আহিছে। জ্যোতি ক্লান্ত। সভাত উদাত্তকণ্ঠে জ্যোতিয়ে বক্তৃতা দিছিল। অমিয়ই সভাত ধীৰে ধীৰে কথা কয়। জ্যোতি হঠাৎ উত্তেজিত হয়। বক্তৃতাৰ মাজতে নিজৰ ৰচনাৰ গীত-কবিতা আবৃত্তি কৰে। দৰ্শকে বাৰে বাৰে বন্দে মাতৰম, মহাত্মা গান্ধীজী জয়ধ্বনি কৰে। আৰু কেতিয়াবা সভাৰ শেষত জ্যোতি ক্লান্ত হৈ পৰি যায়।

ভেজপুৰলৈ চাইকেলেৰে দুয়ো আঁহি আছিল। মুখে নৈত দলং নাই। নৈৰ দুয়োপাৰে সুবিস্তীৰ্ণ বালি। বালি আখেকুটা গৰম। চাইকেল নচলে। চাইকেল ঠেলি দুয়ো আহিছে।

জ্যোতি অৱস। সি অমিয়ক ক'লে, "দাদা, আপুনি যওকগৈ। মই যাব নোৱাৰিম। শৰীৰ বৰ অৱস। ইয়াতে ৰাতিটো কেনেবাকৈ কটাওঁ। কাইলৈ পুৱাই যামগৈ।" অমিয়ই চাৰিওফালে চাই দেখিলে, ওচৰত কোনো মানুহৰ ঘৰ নাই।

"সেইটো হ'ব নোৱাৰে। মই তোমাক অকলে এৰি থৈ যাব নোৱাৰো। তুমি মোৰ বোকোচাত উঠা।"

জ্যোতিয়ে প্ৰথমতে সংকোচ কৰিছিল। দুয়োৰে বয়সৰ ব্যৱধান প্ৰায় দহ বছৰ। অমিয়দাৰ কথা নামানি জ্যোতিয়ে নোৱাৰে।

অমিয়ই জ্যোতিক বোকোচাত তুলি, দুহাতে দুখন চাইকেল টানি উত্তপ্ত বালিৰ ওপৰেদি খোজ কাঢ়ি তেনেকৈয়ে নৈ পাৰ হ'ল।

তেতিয়া দুপৰ ৰাতি।

১৯৩১ চনৰ ২৬ জানুৱাৰী। দুদিনৰ আগৰ পৰা নিকামুল সত্ৰত সেৱকসকলক জাতীয় সংগীত শিকোৱাত ব্যস্ত জ্যোতি। স্বেচ্ছাসেৱকসকলৰ খোজত মিল আৰু গীতত শুদ্ধ উচ্চাৰণৰ বাবে জ্যোতিয়ে বাৰে বাৰে প্ৰশিক্ষণ দিলে।

সকলো সেৱকে শপত গ্ৰহণ কৰিছে নিকামুল সত্ৰত।

দলপতি জ্যোতিৰ নিৰ্দেশঃ পুলিচে লাঠিচালনা কৰিলে সকলোৱে সহিব লাগিব। কোনেও ছত্ৰভংগ দিব নোৱাৰিব। দিলে স্বেচ্ছাসেৱক দলৰ পৰা নাম কটা হ'ব।

হঠাৎ পুলিচৰ হুইচেলৰ শব্দ। লাঠিধাৰী পুলিচৰ দল সেৱকদলৰ সম্মুখত। জ্যোতিৰ কাষৰ এজনে দৌৰ মাৰিব খুজিছিল। জ্যোতিয়ে খপকৰে সেইজনৰ চুলিত ধৰি পুনৰ শাৰীত থিয় কৰাই দিলে। সমদল বীৰদৰ্পে আগুৱাই গ'ল। পুলিচে লাঠিচালনা নকৰিলে।

সমদলৰ যাত্ৰাৰ শেষত নিকামুল সত্ৰৰ কেম্পত সেই দৌৰ মাৰিব খোজা স্বেচ্ছাসেৱকৰ বিচাৰৰ ভাৰ অৰ্পণ কৰা হ'ল জ্যোতিৰ ওপৰত।

সেৱকজনক বিদায় দিয়া হ'ল।

সেৱকজনে অমিয়কুমাৰক আবেদন জনাইছিল। তেওঁ উত্তৰ দিলে যে দলপতিৰ সিদ্ধান্তই শেষ সিদ্ধান্ত।

জ্যোতি ক্ষেত্ৰবিশেষে যৰলৈ যোৱা নাই।

এদিন সন্ধিয়া কেম্পত উপ-দলপতি গহন চন্দ্ৰৰ লগত শিক্ষিনাৰ কাৰ্যসূচীৰ বিষয়ে আলোচনা কৰি থাকোতে জ্যোতিয়ে দেখিলে, সন্মুখত মাতৃ কিৰণময়ী।

কিৰণময়ীক জ্যোতিয়ে সেৱা কৰিলে।

কিৰণময়ীয়ে লেমটো হাতত লৈ জ্যোতিৰ মুখমণ্ডল ভালদৰে নিৰীক্ষণ কৰি ক'লে, "বোপাই, তই বৰ খিনালি। আজি ঘৰলৈকে ব'ল।"

ক্লান্ত জ্যোতিয়ে মাতৃৰ আগত হাত দাঙি ক'লে, আই মোৰ পুত্ৰ তোমাৰ শকতিবন্ত, কোনে ক'লে শকতিবিহীনা বুলি।

বিলাতলৈ যাবৰ সময়ত কিৰণময়ীয়ে জ্যোতিক কৈছিল, "জ্যোতি, তই টিপচী হৈ সাগৰ পাৰ হবি কেনেকৈ?"

জ্যোতিয়ে সেই কথাৰ উত্তৰ দিলে বিলাতমুখী জাহাজত বহি লিখা এক গীতেৰে।

মাতৃৰ দুয়ো বাউসিত ধৰি সেইদিনা কেম্পত জ্যোতিয়ে আবৃত্তি কৰিলে সেই গীতঃ

কোনে ক'লে তোক শকতিবিহীনা বুলি।
আই তোৰ পুত্ৰ শকতিবন্ত।
আই অ' মোৰ চেনেহী সাদৰী আই অ'
অ' মোৰ আই অ'
শকতিৰূপিনী তই.....
অগ্নিমন্ত্ৰেৰে মই আৰধি শকতিদেৱী
ভেদি আই অজয় বাহিনী
গৌৰৱৰাগ ৰঞ্জিত ৰঙা জবা আদি
ওচাম চৰণৰে প্ৰান্ত ....
আই তোৰ চৰণ পৰশ কৰি
হয় যেন জীৱন দিনান্ত...

জ্যোতিয়ে মাকক ঘৰলৈ বুলি মটৰত উঠাই দিলেগৈ।

অমিয়কুমাৰ, বিজয়চন্দ্ৰ, গহনচন্দ্ৰৰ আশংকা, জ্যোতিয়ে হঠাতে মানুহক উত্তেজিত কৰি হিংসা কাৰ্যত লিপ্ত কৰিব পাৰে। মহাত্মা গান্ধীৰ এই আইন অমান্য আন্দোলন সম্পূৰ্ণ অহিংস। জ্যোতিয়েও সেই কথা জানে। কিন্তু দেশমাতৃকাৰ দুখ-দুৰ্দশা বৰ্ণনা কৰোতে, পাঁচ হেজাৰ বছৰীয়া সভ্যতা-সংস্কৃতি-পৰম্পৰাৰে ঐতিহ্যশালী ভাৰতবৰ্ষক গোলাম কৰি ৰখা বৃটিছৰ বিৰুদ্ধে কওতে সি উত্তেজিত হৈ পৰে। কাষত বহি বা থিয় হৈ থকা অমিয়কুমাৰ বা বিজয়চন্দ্ৰ, নহ'লে গহনচন্দ্ৰই তাৰ গাত খবি, নহ'লে হাত তুলি তাক শান্ত হ'বলৈ কয়।

এদিন আবেলি জ্যোতিয়ে গহপুৰৰ এখন দহ-বাৰ হেজাৰ লোকৰ সভাত বক্তৃতা দিছেঃ আমাৰ কোনো পিতৃ নাই, আমাৰ কোনো মাতৃ নাই। আমাৰ কোনো ভাতৃ নাই, আমাৰ কোনো ভগ্নী নাই। আমাৰ কোনো সুহৃদ নাই, আমাৰ কোনো নিকটাত্মীয় নাই। আমাৰ কোনো বৰ্তমান নাই, আমাৰ কোনো ভৱিষ্যৎ

নাই।. . . আমাৰ কেৱল আছে এগৰাকী মাতৃঃ তেওঁৰ বাহিৰে আমাৰ কোনো নাই। তেওঁ হ'ল আমাৰ ভাৰতমাতৃ। ভাৰত মাতৃয়েই আমাৰ সৰ্বস্ব, তেৱেঁই আমাৰ বৰ্তমান আৰু ভৱিষ্যৎ। সেই জননীক পৰাধীনতাৰ নিমজ্জিত অন্ধকাৰৰ পৰা উদ্ধাৰ কৰাৰ বাহিৰে আমাৰ কোনো লক্ষ্য নাই, আমাৰ কোনো ভৱিষ্যৎ নাই . . . . বৃটিছে এজন মাত্ৰ ভগৎ সিঙক ফাঁচি দিলে। আমি হেজাৰ হেজাৰ দেশভক্তই ভগৎ সিঙৰ দৰে ফাঁচিৰ মঞ্চত উঠি দেশমাতৃকাৰ জয়ধ্বনি কৰিম। বন্দে মাতৰম . . .

জ্যোতি উত্তেজিত হ'ল। লগে লগে উত্তেজিত হ'ল বিপুল জনতা। ক্ষণে ক্ষণে প্ৰতিধ্বনিত হ'ল বন্দে মাতৰম, ভাৰতমাতা কী জয়।

অমিয়কুমাৰে লক্ষ্য কৰিলে, এই উত্তেজিত জনতাই হঠাৎ উন্মাদৰ দৰে গৈ বৃটিছৰ চৰকাৰী কাৰ্যালয়, থানাত অগ্নি সংযোগ কৰিব পাৰে। তেনে অৱস্থাতে সভাপতি অমিয়কুমাৰে ঘোষণা কৰিলে, জ্যোতিপ্ৰসাদে এতিয়া তেওঁ নিজেই ৰচনা কৰা কবিতা পঢ়ি শুনাব।

জ্যোতিয়ে অমিয়কুমাৰক যথেষ্ট সন্মান কৰে। তেওঁ কি কাৰণে তাক কবিতা পঢ়িবলৈ কৈছে, সেই কথা উপলব্ধি কৰি সি শান্ত অথচ উদাত্ত কণ্ঠেৰে আবৃত্তি কৰিলেঃ

শক্তিপুত্ৰ মই
ভক্তি বুকুত লৈ
মুক্তিপ্ৰয়াসী হই
অৰ্জুন মই, গাণ্ডীবী মই,
ময়েই ধনঞ্জয়, মৃত্যু কৰিছো জয়,
ময়ে অসমৰ
ময়ে ভাৰতৰ
ময়ে ডেকা ল'ৰা অগ্নিময়।
ময়ে ভাৰতৰ নবীন সূৰ্য
পূৰ্বাচলত বজাও তূৰ্য
মোৰ পোহৰৰ গানে
আকাশে আকাশে, দেশে মহাদেশে
মুগ্ধ কৰিব আলোকযাত্ৰী
শেষ হ'ব শেষ নোহোৱা ৰাত্ৰি
কৰিম জগত জয়
নবীন সূৰ্য মই. . .

১৯৩২ চন।এপ্ৰিল।
জ্যোতিপ্ৰসাদক পুলিচে গ্ৰেপ্তাৰ কৰিলে।

## ॥ বিয়াল্লিশ ॥

জ্যোতিৰ পোন্ধৰ মাহ জেল হ'ল।

কাৰাদণ্ড দি জিলা বিচাৰকে জ্যোতিক তাৰ কিবা ক'বলগীয়া আছে নেকি সুধিলে। জ্যোতিয়ে ক'লে, "তোমালোক বৃটিছৰ শাসনত চাৰিওফালে জেল ঃ জেলৰ ভিতৰ আৰু বাহিৰৰ একো তফাৎ নাই। লিখিত ভাৰতৰ ইতিহাসত বুদ্ধ আৰু অশোকৰ পিছতে মহাত্মা গান্ধী সৰ্বশ্ৰেষ্ঠ ব্যক্তি। সেই মহাপুৰুষকো তোমালোকে যেতিয়া জেললৈ পঠিয়াব পাৰা, তোমালোক বৃটিছ পৃথিৱীৰ সভ্য জাতি বুলি ঘোষণা কৰা কেনেকৈ? তুমি জানানে নাজানা, চাহাব, আমি কাৰাগাৰকো ধৰ্ম মন্দিৰলৈ ৰূপান্তৰিত কৰিব পাৰো। আমাৰ ভাৰতীয় সংস্কৃতিৰ মহামানৱ শ্ৰীকৃষ্ণই জন্মগ্ৰহণ কৰিছিল কাৰাগাৰত। তুমি এজন জ্যোতিপ্ৰসাদক কাৰাৰুদ্ধ কৰিলে কি হ'ব। শ শ, হাজাৰ হাজাৰ জ্যোতিপ্ৰসাদ ওলাই আহিব। দেশপ্ৰেমৰ দুৰ্বাৰ অগ্নিক জেলত কেনেকৈ আবদ্ধ কৰি ৰাখিবা?....

জ্যোতিক পঠোৱা হ'ল শিলচৰ জেললৈ। বিজয়চন্দ্ৰ সেই জেলত আগৰে পৰাই আছিল। তেওঁলোক দুজনকে বি ডিভিজনত থাকিবলৈ দিয়া হ'ল।

আবেলি জ্যোতি আৰু বিজয়ে কাৰাগাৰৰ ভিতৰৰ ঘূৰণীয়া পথত খোজ কাঢ়ে। জ্যোতি প্ৰায়ে অসুস্থ। কিন্তু তাৰ তীব্ৰ খোজৰ লগত খোজ মিলাবলৈ বিজয়ৰ যথেষ্ট কষ্ট হয়।

সিঁহতে নানা ধৰণৰ কথা পাতে। বিজয়ে পাঁচ হাজাৰ বছৰীয়া ভাৰতীয় সভ্যতা-সংস্কৃতি-পৰম্পৰাৰ কথা কয় আৰু কেনেকৈ তেনে এখন বিশাল ঐতিহ্যপূৰ্ণ দেশ-বিদেশৰ পদানত হ'ল, তাৰ ঐতিহাসিক পৰ্যালোচনা কৰে।

জ্যোতিয়ে শুনে বিজয়ৰ কথা। বিজয় জ্যোতিতকৈ চাৰি বছৰমানৰ কনিষ্ঠ। কিন্তু বিজয়ৰ গভীৰ অধ্যয়ন আৰু চিন্তাই জ্যোতিক মুগ্ধ কৰে।

এদিন বিজয়ে ক'লে, "মহাত্মা গান্ধীয়ে ভাৰতৰ দৃষ্টিৰে পৰা পৃথিৱীক দেখিবলৈ পায়। তেওঁ ভাবে, ভাৰতৰ মুক্তিয়ে সমগ্ৰ পৃথিৱীৰ সকলো পৰাধীন দেশৰ

মুক্তিৰ পানীদুৱাৰ মুকলি কৰি দিব। মোৰ কি ধাৰণা হয়, জানে জ্যোতি দাদা, মহাত্মা গান্ধীৰ কেৱল ভাৰতৰ স্বাধীনতাৰ আন্দোলনৰ নেতৃত্ব কৰিবৰ বাবেই জন্ম হোৱা নাছিল। তেওঁৰ জীৱনৰ মূল দৰ্শন হ'ল সত্যানুসন্ধান। সত্য য'ত নিহিত আছে, তেওঁ তাৰেই হ'ব অনুসন্ধানী। সত্যৰ অনুসন্ধান কৰোতে তেওঁ লক্ষ্য কৰিলে যে পৃথিৱীৰ সকলো পৰাধীন লোকৰ মুক্তিৰ মাজত সেই মহৎ সত্য নিহিত আছে। সেই সত্যানুসন্ধানেই হ'ল মহাত্মাৰ ব্ৰত। সেই সত্যানুসন্ধানৰেই আৰম্ভণি হৈছিল সুদূৰ বিদেশ দক্ষিণ আফ্ৰিকাত আৰু পিছলৈ সেই সত্যৰ ব্যাপ্তি ঘটিল ভাৰতত। যিহেতু ভাৰতৰ স্বাধীনতাৰ লগত সেই সত্য জড়িত, সেই বাবে তেওঁ কিছুদিন এই আন্দোলনৰ ব্ৰতত নিজকে ব্ৰতী কৰিলে। ভাৰতৰ স্বাধীনতা আন্দোলন মহাত্মাৰ জীৱনৰ কেৱল অংশহে, তেওঁৰ জীৱনৰ সম্পূৰ্ণ কৰ্ম নহয়।"....

জ্যোতিয়ে ক'লে, "বিজয়, জেললৈ অহাৰ আগতে মই কলিকতাৰ প্ৰজ্ঞাসুন্দৰী জেঠাইদেউৰ এখন চিঠি পাইছিলো। সেই চিঠিখনৰ প্ৰতিটো শব্দ মোৰ মুখস্থ আছে। কেইমাহমানৰ আগতে মহাত্মা গান্ধী শান্তি নিকেতনলৈ আহিছিল। প্ৰথমবাৰৰ বাবে মহাত্মাই ৰবীন্দ্ৰনাথক 'গুৰুদেৱ' সম্বোধন কৰে। ৰবীন্দ্ৰনাথ গান্ধীজীতকৈ আঠ বছৰৰ জ্যেষ্ঠ।

"গান্ধীজীয়ে এক বিশেষ উদ্দেশ্য লৈ ৰবীন্দ্ৰনাথৰ কাষলৈ আহিছিল। তেওঁ ৰবীন্দ্ৰনাথক সক্ৰিয়ভাৱে আইন অমান্য আন্দোলনত যোগ দিবলৈ আহ্বান জনালে। তেওঁৰ যুক্তি হ'ল, ৰবীন্দ্ৰনাথে যদি আন্দোলনত যোগ দিয়ে, তেন্তে সমগ্ৰ পৃথিৱীত এই আন্দোলনে এক আন্তৰ্জাতিক দৰ্শন আৰু চৰিত্ৰ লাভ কৰিব। আন্দোলনটোক আন্তৰ্জাতিক ৰূপদান কৰিবৰ বাবে ৰবীন্দ্ৰনাথৰ নামটোৱেই যথেষ্ট।

"ৰবীন্দ্ৰনাথে কি উত্তৰ দিলে, জানা বিজয়? সেই কথাখিনিয়ে মোৰ হৃদয় অভিভূত কৰি আছে। ৰবীন্দ্ৰনাথে ক'লে, তেওঁ সমগ্ৰ বসুন্ধৰা, সমগ্ৰ মানৱতাৰ দৃষ্টিৰ পৰা ভাৰতবৰ্ষক দেখা পায়। মুক্তিৰ আন্দোলনৰ এক বিশ্বৰূপ আছে, সেই ৰূপ ভৌগোলিক ব্যৱধানেৰে বিচ্ছিন্ন নহয়। সমগ্ৰ বিশ্বৰ মানুহৰ মুক্তিৰ লগত ভাৰতীয়ৰ মুক্তি নিকটভাৱে জড়িত : সমগ্ৰ বিশ্বৰ পৰাধীন লোকৰ মুক্তি হ'লেই ভাৰতবাসীৰ মুক্তি নিশ্চিত হ'ব। তেওঁ ভাৰতীয় দৃষ্টিৰে বিশ্বমানৱক প্ৰত্যক্ষ কৰিব নোৱাৰে। ৰবীন্দ্ৰনাথে এজন ভাৰতীয় দেশপ্ৰেমিক আৰু এজন বৃটিছ পুলিচ বা সৈন্যক বেলেগে চাব নোৱাৰে : দুয়োজনেই মানৱসন্তান। এজন মানৱসন্তানে আন এজন মানৱসন্তানক শাৰীৰিকভাৱেই হওক অথবা মানসিকভাৱেই হওক আঘাত কৰাটো তেওঁ সহ্য কৰিব নোৱাৰে, কাৰণ তেওঁ সমগ্ৰ মানৱতাৰ মঙ্গলৰ ব্ৰতত ঐকান্তিকভাৱে দায়বদ্ধ। পৃথিৱীৰ যিকোনো দেশৰ যিকোনো এজন মানুহৰ মৃত্যুৰ বাতৰি পালেই তেওঁৰ প্ৰাণত উঠে অন্তহীন

হাহাকাৰ।

"ৰবীন্দ্ৰনাথে গান্ধীজীক ক'লে, ভাৰতৰ স্বাধীনতা আসন্ন, কাৰণ তাৰ নেতৃত্ব কৰিছে এনে এজন লোকে যাৰ স্থান ভাৰতীয় মহান ঋষিৰ পৰ্যায়ত। কিন্তু মানুহ কেৱল স্বাধীন হ'লেই নহ'ব ঃ ৰাজনৈতিক স্বাধীনতাই মানুহৰ যথাসৰ্বস্ব নহয়। তাৰ লগত ভাৰতৰ মানুহ আধ্যাত্মিক, মানসিক আৰু শিল্পৰ দিশত ঐশ্বৰ্যশালী হ'ব লাগিব। ৰবীন্দ্ৰনাথে শান্তি নিকেতনত সেই শিক্ষা দিছে ঃ প্ৰকৃততে মহাত্মাৰ ৰাজনৈতিক আন্দোলন আৰু ৰবীন্দ্ৰনাথৰ মানসিক আন্দোলন ইটো সিটোৰ একান্ত পৰিপূৰক।"

জ্যোতিয়ে ক'লে, "বিজয়, মই ৰবীন্দ্ৰনাথৰ কথাত উদ্বুদ্ধ হৈছো। শিল্প, সাহিত্য-সংস্কৃতিৰ দিশত আমাৰ মানুহ চহকী নহ'লে কেৱল ৰাজনৈতিক স্বাধীনতাই এখন দেশৰ সত্তাৰ উত্তৰণ ঘটাব নোৱাৰে। বিশেষকৈ পাঁচ হাজাৰ বছৰীয়া সভ্যতা-সংস্কৃতি আৰু পৰম্পৰাৰ এখন দেশৰ। এই কথাটোৱে মোক বৰ মুগ্ধ কৰিছে।".....

সন্ধিয়াৰ আগে আগে বন্দীসকলৰ কোঠাটো জেল ৱাৰ্ডাৰে তলা লগাই বন্ধ কৰি দিয়ে। তেতিয়াৰ পৰা টোপনি নোযোৱালৈকে ৰাজনৈতিক বন্দীসকলৰ মাজত নানা বিষয়ে আলোচনা হয়। তেনে আলোচনাত প্ৰথম ভাগ লৈছিল জ্যোতি আৰু বিজয়ে। জ্যোতিয়ে বহুতো মৌলিক প্ৰশ্নৰ অৱতাৰণা কৰিছিল।

কাৰাগাৰৰ চাৰি প্ৰাচীৰৰ মাজত আবদ্ধ যদিও জ্যোতিৰ মনে বিচৰণ কৰে ভূমিৰ সীমা অতিক্ৰমি ভূম' ণ্ডলত। সি ৰাজনৈতিক বন্দী সত্য, কিন্তু শেষ সত্য নহয়। সি এজন কবি, সি এজন নাট্যকাৰ। জেলৰ চাৰিবেৰৰ মাজত আবদ্ধ হৈয়ো সেই পৰিচয় সি পাহৰি যাব নোৱাৰে। প্লেটোৰ সেই কথাষাৰ তাৰ মুখস্থ আছিল ঃ কবিয়ে দৈব্য প্ৰেৰণাৰে সন্মোহিত অৱস্থাত কবিতা উচ্চাৰণ কৰে। মেথ্যু আৰ্ণল্ডে শ্বেলীৰ যে সেই ব্যাখ্যা দিছিল, শ্বেলী এজন অপূৰ্ব সুন্দৰ দেৱদূতৰ দৰে, কিন্তু নিৰৰ্থক আৰু নিষ্ফল ঃ অন্তহীন শূন্যত তেওঁ নিজৰ জ্যোতিৰ্ময় আলোকিত পাখি স্পন্দিত হয়, বৃথায়, অকাৰণে ঃ সেই কথাই জ্যোতিক মুগ্ধ কৰে।

জ্যোতিয়ে সেই কথা ভাবি ৰোমাঞ্চিত হয়।

ৰাজনৈতিক বন্দীক লিখিবলৈ সুবিধা দিয়া নহৈছিল। পঢ়িবলৈ দিয়ে কেৱল চৈতন্য চৰিত, কৃত্তিবাসৰ ৰামায়ণ, কালীদাসৰ মহাভাৰত।

জ্যোতিয়ে লিখিবলৈ সুবিধা দিবৰ বাবে জেল কৰ্তৃপক্ষৰ অনুমতি বিচাৰিলে। সেই আবেদন প্ৰেৰণ কৰা হ'ল বৃটিছ ডেপুটী কমিশ্বনাৰলৈ। তেওঁ জানিবলৈ পালে, জ্যোতি এজন খ্যাতনামা নাট্যকাৰ আৰু কবি। সেই কথা বিবেচনা কৰি জ্যোতিক লিখিবলৈ দিয়া হ'ব, কিন্তু এটা চৰ্তত ঃ সি যিহকে লিখে তাকে জিলা কৰ্তৃপক্ষক দেখুৱাই অনুমোদিত কৰি ল'ব লাগিব।

জ্যোতি মুহূৰ্ততে অশান্তি হ'ল। সি কোনো ৰাজনৈতিক কথা নিলিখে, সি লিখিব এখন নাটক। তথাপি সি তাকে ৰচনা কৰি জেলৰ গবাক্ষীক দেখুৱাব নোৱাৰিব। জেল কৰ্তৃপক্ষৰ তাৰ ৰচনা চোৱাৰ ক্ষমতা নাই।

এনেতে এক ঘটনা ঘটিল।

জেলত অষ্টমী উৎসৱ উদ্‌যাপিত হ'ব। শ্ৰীকৃষ্ণৰ বিষয়ে জ্যোতিক ক'বলৈ অনুৰোধ কৰা হ'ল। সভাপতিৰ আসনত বঙালী চুপাৰিণটেন্‌ডেণ্ট।

জ্যোতিয়ে সভাত কৃষ্ণ-সংস্কৃতিৰ বিষয়ে এক উদাত্ত ভাষণ দিলে।

জ্যোতিয়ে পুৰাণৰ প্ৰথম খণ্ডৰ সেই প্ৰথমৰ কথাখিনি উল্লেখ কৰিলে। নাৰদৰ সম্মুখত ব্যাসে বিষাদ মনেৰে কোৱা সেই কথাখিনি। তেওঁ বেদ-বেদান্ত উপনিষদ-মহাভাৰত ৰচনা কৰিলে। কিন্তু সাধাৰণ ভাৰতবাসীৰ মানসিক দিগন্তৰ কোনো উত্তৰণ নঘটিল। ধৰ্মৰ কঠিন ব্যাখ্যা, জ্ঞানমাৰ্গ, কৰ্মমাৰ্গৰ কথা সাধাৰণ মানুহে উপলব্ধি কৰিব নোৱাৰিলে। সেয়েই তেওঁৰ দুখ। তেতিয়া নাৰদে এনে এক চৰিত্ৰ সৃষ্টি কৰিবলৈ ব্যাসক উপদেশ দিলে, যি অতি সৰ্বসাধাৰণ লোকৰ দৰে জন্ম লৈ, ডাঙৰ-দীঘল হৈ, নিজৰ আধ্যাত্মিক আৰু আত্মিক শক্তিৰ দ্বাৰা মহামানৱৰ পৰ্যায়লৈ উত্তৰণ কৰিব পাৰে।

"সেয়েই হ'ল শ্ৰীকৃষ্ণ। কৃষ্ণৰ জন্ম নিমজ্জিত অন্ধকাৰৰ শক্ৰৰ গোতাশালত। তেওঁৰ মাতৃ দৈত্যৰ ভগ্নী। বৰণত তেওঁ কৃষ্ণ। জন্ম-মুহূৰ্ততে মাতৃৰ বুকু সুদা কৰি পলায়ন কৰিবলগীয়া হৈছিল। ভাৰতৰ যিকোনো ল'ৰাৰ দৰে জন্ম লৈ নিজৰ অসাধাৰণ আধ্যাত্মিক, মনন শক্তিৰ অধিকাৰী হৈ কৃষ্ণ হ'ল ভাৰতীয় সংস্কৃতিৰ সৰ্বশ্ৰেষ্ঠ পুৰুষ।" . . .

চুপাৰিণটেনডেণ্ট মুগ্ধ হ'ল।

কৃষ্ণৰ জীৱনৰ এনে মহিমামণ্ডিত ব্যাখ্যা তেওঁ পূৰ্বতে কেতিয়াও শুনা নাছিল।

জ্যোতিয়ে বিনাচৰ্তে লিখিবৰ বাবে অনুমতি পালে।

জ্যোতিয়ে সিদ্ধান্ত কৰিলে, এই কাৰাগাৰত বন্দী অৱস্থাতে সি নিমাতী কন্যাক পৃথিৱীৰ সকলো দুষ্কৃতি-অসভ্যতাৰ পৰা মুক্ত কৰিব।

জ্যোতিৰ এই নাটকৰ সকলো চৰিত্ৰই কথা কয়, হাঁহে, গীত গায়। কিন্তু জ্যোতিৰ এই নাটকৰ মুখ্য চৰিত্ৰটোৱে কথা নকয়, নাহাঁহে, গীত নাগায়।

কি উপায়ে সেই কন্যাৰ মুখৰ মাত উলিয়াব পাৰি?

নিমাতী কন্যাৰ সখী ৰূপাৱলীয়ে তাইক ক'লে, জনমৰে পৰা সখী! নামাতি থাকিলা উকলিল সোতৰ বৰষ। . . .প্ৰাণৰ প্ৰাণত বাক, উঠা নাই নে হৰষি, যৌৱনৰ ৰঙা ফুলকলি পাহৰি সাৱটি লৈ বাসনা উৰ্বশী।. . .

ৰতনপুৰৰ ৰজা আৰু ৰাণী, সভাসদসকল, ৰতনপুৰৰ ৰাইজ সকলোৰে হৃদয় বিষাদেৰে পূৰ্ণ। কাৰণ, ৰাজকন্যাই কথা নকয়, নাহাঁহে, সখীৰ লগত গীত নাগায়।

এই নিমাতী কন্যাৰ কাহিনীটোৰে জ্যোতিয়ে এই বসুন্ধৰাৰ, এই মানৱ জাতিৰ

এক মহাসত্যক উদ্ঘাটিত কৰিবঃ সেইটো হ'ল ৰূপকোঁৱৰৰ, মনে সংস্কৃতিৰ স্পৰ্শ পালেহে নিমাতী কন্যাৰ মুখৰ মাত ওলাব। নিমাতী হ'ল কলালক্ষ্মীৰ এক বিমোহিত ৰূপ। "কলালক্ষ্মীয়ে সাধকৰ আমন্ত্ৰণ আৰু বোধনমন্ত্ৰত উদ্বোধিত হৈহে জগতত হাঁহে। কলালক্ষ্মীৰ হাঁহিয়েই হৈছে আনন্দ আৰু তেওঁৰ গানেই হৈছে বিশ্বশান্তি। মানৱ জাতিৰ সকলো কলা-সাধনাই পৃথিৱীত আনন্দ আৰু শান্তিৰ প্ৰতিষ্ঠাৰ বাবে।" . . .

জ্যোতিৰ বাবে এই নাটক কেৱল এখন নাটক নহয়, কেৱল এক ৰচনা নহয়, নহয় কিছুমান শব্দৰ সমষ্টি। এই নাটক হ'ল তাৰ সম্পূৰ্ণ জীৱনেই। তাৰ সকলো দৰ্শন আৰু চৰিত্ৰ, তাৰ জীৱনৰ সকলো গীত আৰু ছন্দ এই নাটকৰ মাজত পুঞ্জিত হৈ আছে।

নিমাতী কন্যাৰ মুখৰ পৰা মাত উলিয়াবৰ বাবে সি শ্বাসৰুদ্ধ গতিৰে নাটক লিখিবলৈ ধৰিলে।

সখীয়েকসকলৰ গীত আৰু নৃত্যই নিমাতীৰ মুখৰ মাত উলিয়াব নোৱাৰিলে। এজন ওজা আহিল কামৰূপৰ পৰাঃ জাৰি-ফুকি মন্ত্ৰ মাতি উলিয়াই দিবলৈ নিমাতীৰ মাত।

ওজা বেজ . . . পৃথিবীৰ সকলো বনৰ/ফুল মই আনিছো গোটাই/বৰ্ণ গন্ধ মন্ত্ৰৰ প্ৰভাৱে/নিমাতীৰ মাত দিব লাগে উলিয়াই।

নিমাতীৰ আমনি। নিমাতীৰ ইচাটি-বিচাটি। সখী ৰত্নাৱলীয়ে ওজাক জনালেঃ নিমাতীয়ে আমনিহে পায়, আপোনাৰ মন্ত্ৰই গুণ ধৰা নাই। . . .

সখী নিদ্ৰাৱলীয়ে স্বপ্নত সন্ধান পালে ভুৱন ভুলোৱা ৰূপৱান সৌন্দৰ্যৰ লোকালোক জিনি অহা সৌন্দৰ্য বিজয়ী এক নবীন ডেকা জোৱানৰ। যাৰ হাতত আছিল অপূৰ্ব দৰ্শন বীণ . . . যি গানে মুহিব পাৰে, যি গানে জগাব পাৰে জনতাৰ প্ৰাণ . . . .। তাৰ পিছত, তপ্ত সুবৰ্ণৰ সম নিৰূপম দেহ লৈ সেই জোৱান পোহৰত মিলি গ'লঃ মাথো জাগি ৰ'ল নিদ্ৰাৱলীৰ প্ৰাণৰ প্ৰাণত সেই কোঁৱৰৰ গান।. . . . ।

সখীসবে আনন্দত গাবলৈ ধৰিলেঃ দীপলিপ কুঁৱৰী/কাকে আছা সুঁৱৰি/মাতো মাতো চকুযোৰে কাকেইবা চায়/সোণৰ জাপি পিন্ধি/ফুলাম ছৈৰ নাৱতে/আহি ৰূপকোঁৱৰে/হাঁহিটি মাৰিবহি/বীণধ্বনি বাই! . . .

জ্যোতি ক্লান্তিহীন।

. . . ৰতনপুৰৰ ৰাজসভা। উদ্বিগ্ন ৰজা সবিতাপ্ৰিয়। তেওঁৰ কন্যাৰ মুখৰ মাত ফুটাব নোৱাৰিলে কোনেও। দেশ-বিদেশৰ অচিন অজান প্ৰদেশৰ কত নানা লোক আহিল আৰু ব্যৰ্থ হৈ কৰিলে প্ৰত্যাৱৰ্তন। কিয় বাৰু নামাতিলে নিমাতী কন্যাই?

তথাপিও আশাজীৱী মই

শুনিম্ এদিন বুলি
কণ্ঠৰ কাকলি
আজন্ম নীৰৱ তনয়াৰ।
কণ্ঠহীন, ভাষাহীন
নিস্পন্দ, নিৰ্বাক . . .

পৃথিৱীৰ অনেক দেশৰ পৰা আন লোক আহিল বিচিত্ৰ বেশে। চাৰিজন বাদ্যবিশাৰদ গন্ধৰ্বই নৰ্তকীৰ সৈতে আহিল। নৃত্যকুশলা গন্ধৰ্বকুমাৰী, যাৰ লীলায়িত লয়লাসে ত্ৰিভুৱন মুহি আছে। বাদ্য বাজে। নৃত্যৰ উল্লাসত ৰোমাঞ্চৰ সৃষ্টি হয়। নিমাতী কন্যাক মন্ত্ৰীয়ে আগবঢ়াই সভালৈ লৈ আহে। ছন্দ ব্যৰ্থ হয়। নিমাতী আসনৰ পৰা উঠি নিৰ্বাকভাৱে ওলাই গ'ল।

তাৰ পিছত জ্যোতিয়ে কল্পনা কৰিলে এখন জ্যোতি দেশৰ। "নীলা সাগৰৰ দৰে এখন পাৰ নেদেখা সৰোবৰ। তাত সোণ-ৰূপৰ নানা বৰণৰ পদুম মাজে মাজে ফুলি আছে। সোণোৱালী ৰঙৰ পাকখোৱা পোহৰ ডাৱৰৰ দৰে উৰি ফুৰিছে। সিপাৰে বিণিকি বিনিকি ঘনীভূত পোহৰৰ মাজত জিলিকি আছে বিশ্ব স্থাপত্যৰ আদৰ্শৰে গঢ়া এটা ধৱলকান্তি প্ৰাসাদ। নানা অদ্ভুত আৰু বিচিত্ৰ সঙ্গীতৰ সুৰ আহিব লাগিছে মৃদুভাৱে। ইয়াৰ মাজৰ পৰাই গুৰুগম্ভীৰ কণ্ঠেৰে এটা গীত ফুটি উঠে. . . .

চিৰ সুন্দৰ! হে চিৰসুন্দৰ! মোৰ ৰাগ কৰবীৰে গন্তা। লবি পূজা তোৰে সুৰেৰে মই ৰচিলো ক'তনা গান বুজা-নুবুজা লবি পূজা। মোৰ য'ত অন্তিনৰ গান বিকশিত কমলৰ গন্ধ সমান . . . সুৰৰ শতেক ফুলে চকুৰ লোতক জ্বলে নবজোৱা সুৰেৰে বাঁহীটি বজা।

জ্যোতিয়ে ধীৰে ধীৰে এইবাৰ নাটকৰ ছন্দ চূড়ান্ত পৰ্যায়লৈ নিলে। জ্যোতিয়ে বিচাৰিছে এখন বিনন্দীয়া পৃথিৱী, য'ত ৰূপকোঁৱৰৰ গীতৰ সুৰ শুনিবলৈ নাপালে আৰু ৰূপকোঁৱৰৰ হাতৰ স্পৰ্শ নাপালে নিমাতীৰ মুখত কথা নুফুটে, নিমাতীয়ে নাহাঁহে।

জ্যোতিৰ লক্ষ্য: 'পৃথিৱীৰ শক্তিৰ বাঘজৰী থাকিব লাগে কবি-দাৰ্শনিকৰ হাতত। যিদিনাই এই আটিষ্ট ফিল'ছ'ফাৰ ৰূপকোঁৱৰৰ হাতত পৃথিৱীৰ শাসন-ক্ষমতাৰ বাঘজৰী উঠিবগৈ তেতিয়াৰ পৰাহে পৃথিৱীয়ে আচল শান্তিৰ মুখ দেখিবগৈ, তাৰ আগতে কেতিয়াও নহয়। চিৰ সুন্দৰৰ একান্ত সেৱক ৰূপকোঁৱৰসকলৰ হাতত পৃথিৱীৰ ভাৰ পৰিলেহে তেওঁলোকে এই পৃথিৱীত সুন্দৰৰ ৰাজ্য স্থাপন কৰিবলৈ তৎপৰ হৈ পৃথিৱীৰ সকলো মানুহৰ জীৱনকে মহামহত্বৰ বাটলৈ নি মহামানৱলৈ ৰূপান্তৰ কৰিব পাৰিব।' . . .

কিছুদিনৰ আগতে জ্যোতিয়ে জাৰ্মান দাৰ্শনিক নিৎচেৰ 'ডাছ স্পেক জৰথুস্ত্ৰ' নামৰ গ্ৰন্থখনি পঢ়িছিল। নিৎচেৰ মূল কথা হ'ল, মানুহে পৃথিৱীত ইতিমধ্যে

নিজৰ কাম সম্পূর্ণ কৰিলে, মানুহৰ এতিয়া পূৰ্বতকৈ মহত্তৰ কোনো কামৰ বাবে প্রতিভা নাই, মানুহে ইতিমধ্যে তাৰ নিজৰ প্রতিভা নিঃশেষ কৰিলে। এতিয়া যদি মানুহে নিজৰ উত্তৰণ ঘটাই নিজক অতিমানৱত পৰিণত কৰিব নোৱাৰে, তেন্তে আমি আমাৰ পূৰ্বপুৰুষ বান্দৰবোৰক ইঁহাৰ দৰে, আমাৰ উত্তৰপুৰুষেও আমাৰ অকৰ্মণ্যতাৰ বাবে আমাক হাঁহিব।

জ্যোতিয়ে সেই অতিমানৱ, উত্তৰণ ঘটা মানুহৰ, চিন্তা কৰিয়েই এই ৰূপকোঁৱৰ আৰু নিমাতীৰ কাহিনী উপস্থাপন কৰিছে। জ্যোতিৰ দৃষ্টিত অতিমানৱৰ ভাৱনাটোৱেই হ'ল, এই বসুন্ধৰাৰ শক্তিৰ বাঘজৰী থাকিব লাগিব কবি-দার্শনিকৰ হাতত। সেই কল্পনা হ'লঃ চিৰ সুন্দৰৰ একান্ত সেৱকসকলৰ হাতত বসুন্ধৰাৰ ভাৰ পৰিলেহে এক সুন্দৰ পৃথিৱী প্রতিষ্ঠিত হ'ব পাৰিব। পৃথিৱীত চিৰ সুন্দৰৰ ৰাজ্য প্রতিষ্ঠা হওকঃ এই ঐশ্বর্যমণ্ডিত বেদীত জ্যোতিয়ে 'নিমাতি কন্যা' নাটক উছৰ্গা কৰিব। . . .

বৰাগী ভাট আহিল নিমাতীৰ মাত উলিয়াবলৈঃ জোনাকী কাৰেঙত কোনে বীণ বায়?/ পোহৰে পোহৰে হাঁহি বিলায়। . . .

খেতিয়ক ছোৱালীয়ে গীত গায়ঃ . . . .সেউজী সেউজী সেউজী অ', সেউজী পৃথিৱী ধুনীয়া! সোণোৱালী শইচৰ পথাৰ কোলাত শোভে ৰ'দালিৰ ফুল ফল সেন্দুৰীয়া। আমাৰ চকুলোৰ পানীদি জীয়ালো মানিকী-মাধুৰী ধান, তোমালৈ আনিছো জগতৰে শইচ এৰা নিমাতী মান।. . .

কিন্তু নিমাতীয়ে মান নেৰিলে। তাই হৈ থাকিল নিৰ্বাক, নিস্পন্দ।

এইবাৰ শিপিনীসকলৰ গীত উত্তাল হয়ঃ সাত সাগৰৰ দেশ-বিদেশৰ তেৰ নদীৰ পাৰে-- আমাৰ দেশৰ নানা বৰণৰ নানান নিচান উৰে।. . . তাকে তোমালৈ মাত পাবলৈ আনিছো সকলোটি মাতা অ' নিমাতী মাতা . . .।

নিমাতীয়ে নামাতে।

গীত গাই জাপান, চীন, আৰব, পাৰস্য, য়ুৰোপ, আমেৰিকা, মিছৰ, জুলু, বেদুইন আদি পৃথিৱীৰ বহুত দেশৰ শিপিনী স্বজাতীয় সাজপাৰ কৰি, নানান শিল্পজাত দ্রব্য হাতত লৈ গীত গাই গাই সোমাই আহি নিমাতীৰ আগত আঁঠু লয়।

নিমাতীয়ে এবাৰ চাইছিল সিইঁতৰ ফালে। পিছ মুহূৰ্ততে তাই আগৰ দৰে বাহিৰলৈ চাই থাকে।

এজন কোঁৱৰ আহেঃ 'শঙ্খৰ ধৱল কান্তি কোঁৱৰৰ ৰূপৰ সম্ভাৰ শ্বেতদ্বীপবাসী/সন্তোষক সূৰ্যকান্তি নবীন জোৱানে ৰাজতনয়াক. . . চিত্রাৱলীয়ে কোঁৱৰক সোঁৱৰাই দিয়েঃ কোঁৱৰ সুন্দৰ আৰু মিছাতেই নকৰিবা শ্রমঃ নিমাতী সখীয়ে মাত নিদিয়ে তোমাক।

দ্রাবিড় কুমাৰ আহেঃ আহি আছো অতিক্রমি বহু নদ-নদী পৰ্বত-প্ৰান্তৰ পাবলৈ সন্নিধান।

নিমাতীৰ কোনো সমিধান নাই।

পাৰস্যৰ বুঢ়া ৰজাৰ প্ৰৱেশ। হ'ল বিফল।

এক আচাৰ্য পণ্ডিতৰ প্ৰৱেশ। তৰ্কেৰে কৰিব পাৰে ওলট-পালটঃ বিদ্যাৰ বলেৰে জানে য'ত তন্ত্ৰ-মন্ত্ৰ/সাহিত্য প্ৰস্তুত কৰা এওঁ মহাযন্ত্ৰ।

নিমাতী তাৰ পৰা চাট কৰে উঠি যায়।

জ্যোতিৰ নাটকৰ এইবাৰ ক্লাইমেক্স।

ৰজা সাৰিতাপ্ৰিয় যেতিয়া ক্লান্ত আৰু অৱশ, আচাৰ্যই ঘোষণা কৰিলে, নিমাতী ৰজাৰ জন্মমূক তনয়া।

হঠাতে এক অভূতপূৰ্ব, পৰমাশ্চৰ্য ঘটনা ঘটিল। গুৰুগম্ভীৰ সুৰেৰে এক গীত ভাহি আহিলঃ

জাগা -- জাগা
নক্ষত্ৰৰ প্ৰভাতে প্ৰভাতে
হাঁহা -- সকলো সন্ধিয়াতে
ভুৱনে ভুৱনে বিয়পি--
তোমাৰ হাঁহিয়ে
কোটি জগতৰ
আকাশ কৰিছে মায়াপী।
তোমাৰ স্বৰৰ লহৰে
অনন্তৰ অন্ত বিচাৰি
তোমাতেই অন্ত পায়।
তোমাৰ কণ্ঠেৰে
কণ্ঠৱতী
কোনে মতা নাই?
কোনে মতা নাই?

সৰিতাসুন্দৰ হৃদয়ত ৰোমাঞ্চিত হ'ল। তেওঁ যেন ঝিলিকি ঝিলিকি যমুনা দেখিবলৈ পালে। কাৰ এই কণ্ঠস্বৰ? অপাৰ্থিৱ অলৌকিক/ৰহস্যময়/স্বৰ্গ আৰু মৰতৰ/বেজাৰ-আনন্দৰ/কিবা যেন/প্ৰণৱ ওঙ্কাৰ/কিনো ইনো/অজাগতিক/স্বৰৰ ঝঙ্কাৰ?

. . .তোমাৰ কণ্ঠেৰে কণ্ঠৱতী, কোনে মতা নাই? মতা নাই কোনে?

দুৱৰীয়ে সংবাদ দিলেঃ ভিকহু কঙাল এক অপয়া অসুৰে তিনিদিন ধৰি বাটে বাটে গীত গায়। সুধিলে মানুহে কয় কোনে মতা নাই? কোনে মতা নাই!·

. . . . মোৰ নাম শ্ৰীৰূপকোঁৱৰ।

সভাৰ সকলোৱে হাঁহে।

বীন-ব'বাগীৰ উত্তৰঃ তেওঁৰ সীমা দিগন্তই দিগন্তই, সীমা মাথো সুন্দৰ

ৰাজ্যৰ। মানৱৰ কল্পনাৰ সীমান্ত ভেদি, যি ৰাজ্য শেষ অনন্তত, সেয়ে তেওঁৰ ৰাজ্য ঃ নাম তাৰ জ্যোতি দেশ। . . . সৌন্দৰ্যৰ উপাসক যতমানে সৌন্দৰ্যসাধক, সেয়ে তেওঁৰ প্ৰজা। মানুহৰ কল্পনা বিশ্বৰ সুন্দৰ দেশৰ সৌন্দৰ্যৰ উপাসক সবে কৰি আছে পূজা সৌন্দৰ্যৰ। ৰূপ আৰু অৰূপৰ অগনি জ্বলি, অনন্ত তৃষ্ণাৰ হবি --- নবীন কোঁৱৰ তেওঁ, নাম শ্ৰীৰূপকোঁৱৰ। . . .

. . . . কোটি সুন্দৰ জিনি/মই সৌন্দৰ্যৰ স্পৰ্শমণি/ অসুন্দৰ মোৰ পৰশতে/হয়গৈ সৌন্দৰ্যৰ খনি।/সৃষ্টিৰ আদিৰে পৰা/অনন্ত কাললৈ'/আঁকা মোৰ/আয়ুসৰ ৰেখা লগে লগে ফুৰে চিত্ৰলেখা।/ য'ত য'ত জগতৰ/য'ত য'ত সৃষ্টিপট/মোৰ স্বৰ্ণতুলিকাৰে লিখা।/কোটি সবিতাজিনি/অনিৰ্বাপী মই/অম্লান জ্যোতিৰেখা। . . .

জ্যোতিৰ ভাৱত প্লাৱন নামিল। সি দুৰন্ত গতিৰে নাটকত সমাপ্তিৰ দিশত লৈ গ'ল।

. . .জানো জানো জানো
বিফলে নাযায় মোৰো গান।
মোৰ য'ত অশ্ৰুজল
তীৰ্থজলেৰে মিলি
উজলিব পৃথিৱীৰ
কোঁৱায় কোঁৱায়. . .
জাগা অভিনৱ ছন্দে
মৌন মূগ্ধ যত শব্দ কলম দল
কণ্ঠে কণ্ঠে অৰ্বুদল বৃন্দে
জাগা অমৃত সুৰবাণী পৰমানন্দে . . .

## ॥ তিয়াল্লিশ ॥

জ্যোতি থকা জেলৰ বি ডিভিজনৰ কোঠাৰ দেৱালৰ বহু ওপৰত আছে এখন খিড়িকী। লোহাৰ ৰডেৰে বেৰা দিয়া। তাৰে আকাশ নেদেখি, কিন্তু দেখা যায় দিনৰ পোহৰ।

দুটা শালিকাৰ কোঢ়ালত সদায় ৰাতিপুৱা জ্যোতিৰ টোপনি ভাগে। জ্যোতিয়ে দেখে, শালিকা দুটাই খিড়িকীৰ ৰডত বহি প্ৰথমতে কেবাবাৰো ঠোঁটেৰে লোহাত খট খট শব্দ কৰে। তাৰ পিছতে এটাই জুমি জুমি কোঠাৰ ভিতৰলৈ চায়। ইটো শালিকাই হালধীয়া ঠেং এটা তুলি সেই খট খট শব্দ কৰাটোৰ ফালে ডিঙিটো সামান্য বেঁকা কৰি চাই থাকে। সিটো চৰায়ে বাৰে বাৰে খট খট কৰি কোঠাৰ ভিতৰলৈ চায়। এবাৰ সি ইটোৰ ডিঙিত দুটামান খোঁট মাৰে। কিছু সময় তেনেদৰে কোঢ়াল কৰাৰ পিছত ইটো শালিকাই হালধীয়া ঠেংটো নমাই ডিঙি বেঁকা কৰি কৰি জ্যোতিৰ কোঠালৈ কেবাবাৰো চোৱাৰ পিছত উৰা মাৰে। তাৰ পিছতে উৰা মাৰে ইটো শালিকাই।

জ্যোতিয়ে ধাৰণা কৰি ল'লে, শালিকা দুটাই নিজৰ বাহ সাজিবৰ বাবে প্ৰতি ৰাতিপুৱাই এই কাৰাগাৰৰ উচ্চ খিড়িকীৰ লোহাৰ ৰডত বহি জল্পনা-কল্পনা কৰে। সেই এটা হালধীয়া ৰঙৰ ঠেঙৰ ওপৰত থিয় হৈ ডিঙিটো সামান্য বেঁকা কৰি ইটোলৈ চাই থাকে শালিকাটো, সেইটো নিশ্চয় হ'ব লাগিব মাইকী। মতা শালিকাটোৱে ৰডত বাৰে বাৰে ঠোঁটেৰে শব্দ কৰি, কোঠাৰ ভিতৰলৈ জুমি জুমি চাই শালিকাজনীৰ দৃষ্টি বিমোহিত কৰে: এয়েই আমাৰ বাসৰ উপযুক্ত স্থান, ইয়াতে বাহ সাজিম আমি অতি উলাহেৰে, ইয়াতে জন্ম হ'ব আমাৰ পোৱালিৰ, সেই পোৱালিক খুৱাই-মেলি উৰিব পৰা কৰিলে পুনৰ আমি নতুন স্থানৰ সন্ধানত উৰা মাৰিম।

জ্যোতিয়ে প্ৰতি প্ৰত্যুষতে শালিকা দুটাৰ সেই কাণ্ড দেখি বিমুগ্ধ হয়। হয় আশ্চৰ্যান্বিত। কাৰাগাৰত মুক্ত বিহঙ্গই বাহ সজাৰ সপ্ন দেখে! কাৰণ, সিহঁতে

নাজানে সেই কাৰাগাৰৰ মৰ্মন্তুদ কাহিনী ঃ স্বাধীনতা অভিলাষী মানুহে কিঅন্তহীন দুৰ্দশাৰে কাৰাগাৰৰ মাজত আবদ্ধ হৈ থাকিবলগীয়া হৈছে, তাৰ কাহিনী নাজানে সেই পৱিত্ৰ নিৰ্বোধ চৰাই দুটাই। সিহঁতৰ বোধ থকা হ'লে, বন্দী ভাৰতীয়ৰ শেষহীন দুৰ্দশাৰ কথা জানিব পৰা হ'লে সিহঁতে, এই কাৰাগাৰৰ উচ্চ খিড়িকীত বহি স্বপ্ন দেখাটোতো সুদূৰেই, এই কাৰাগাৰৰ ওপৰেদিও উৰি নগ'লহেঁতেন সিহঁতে!

হঠাৎ প্ৰচণ্ড শব্দেৰে জ্যোতিয়ে দুৱাৰ খোলাৰ শব্দ শুনে। ৰাতিৰ পহৰাদাৰৰ শেষ দায়িত্ব।

জ্যোতি লগে লগে কোঠাৰ বাহিৰলৈ ওলাই আহে।

আহিয়েই সি শুনিবলৈ পালে জেলত প্ৰতিদিনে ৰাতিপুৱাই শুনা সেই হুইছেলৰ সুৰত গোৱা চৰাইৰ গীত।

ইউক্লিপটাছ গছৰ ডালত বহি বিচিত্ৰ ৰঙৰ সেই চৰায়ে ডিঙি ফুলাই ফুলাই হুইছেল-গীত গাইছে। পূবৰ পৰা পশ্চিমলৈ বতাহ বলিছে অবিৰাম। বতাহত হালিজালি থকা গছৰ ডালত বহি এই বিস্তীৰ্ণ কাৰাগাৰৰ হতভাগ্য বন্দীবোৰৰ দুখ-দুৰ্দশা সম্পূৰ্ণ অতিক্ৰমি চৰায়ে গীত গাইছে।

জ্যোতিয়ে চৰাইটোলৈ ৰ লাগি চাই থাকে।

জ্যোতিৰ ধাৰণা তীব্ৰ হ'ল ঃ শাৰীৰিকভাৱে সি যদিও এই কাৰাগাৰত বন্দী, বাহিৰা পৃথিৱীৰ সৈতে তাৰ সম্পৰ্ক বিচ্ছিন্ন, তথাপি তাৰ মন সেই চৰাইটোৰ দৰেই মুক্ত। তাৰ চিন্তাত, তাৰ কল্পনাত, স্বপ্নত দিব নোৱাৰে কোনেও সামান্যও বাধা।

নিজৰ বিছনাতে ৰাতিপুৱা বহি দুয়ো হাত প্ৰশস্ত আঁঠুৰ ওপৰত থৈ জ্যোতিয়ে প্ৰথমতে কঠ উপনিষদৰ শ্লোক আবৃত্তি কৰে ঃ উত্তিষ্ঠত জাগ্ৰত প্ৰাপ্য বৰাণ নিবোধিত। ক্ষুৰস্য ধাৰা নিশিতা দুৰত্যয়া। দুৰ্গং পথস্তৎ কবয়ো বদন্তি ॥

জ্যোতিৰ দৰে শাৰী পাতি সজোৱা নিজৰ বিছনাত বহি আন ৰাজনৈতিক বন্দীয়েও সেই শ্লোক আবৃতি কৰে।

সেই শ্লোকৰ প্ৰাঞ্জল ব্যাখ্যা কৰে নীতিশ বন্দোপাধ্যায়-নামৰ এজন বন্দীয়ে। জেললৈ অহাৰ পূৰ্বতে তেওঁ এখন সংস্কৃত টোলৰ পণ্ডিত আছিল। তেওঁ ব্যাখ্যা কৰে ঃ হে জীৱগণ, উত্তিষ্ঠিত অৰ্থাৎ জাগ্ৰত হোৱা, জাগ্ৰত হৈ আত্মজ্ঞানাভিমুখ হোৱা, তোমালোক মোহনিদ্ৰাৰ পৰা জাগ্ৰত হোৱা, শ্ৰেষ্ঠ আচাৰ্যসকলৰ ওচৰলৈ গমন কৰি আত্মাৰ সম্যক জ্ঞান লাভ কৰা। যিসকল বিবেকবান তেওঁলোকে কয় যে ক্ষুৰৰ তীক্ষ্ণ আগভাগ যেনেকৈ দুৰতিক্ৰমণীয়, তেনেকৈ আত্মজ্ঞান লাভৰ পথো অত্যন্ত দুৰ্গম।

জ্যোতিয়ে ক'লে, "এই শ্লোক আবৃত্তিৰ লগতে আমি পৰম পুৰুষ স্বামী বিবেকানন্দৰ কথা স্মৰণ কৰাটো একান্তই বাঞ্ছনীয়। তেওঁ প্ৰতিষ্ঠা কৰা 'উদ্বোধন'

নামৰ মাহেকীয়া কাকতৰ মতো আছিল ঃ উত্তিষ্ঠত জাগ্রত প্রাপ্য বৰাণ নিবোধিত। আমেৰিকাৰ চিকাগোত হোৱা বিশ্ব ধৰ্ম মহা সম্মিলনত বিবেকানন্দই সাত হেজাৰ দৰ্শক-শ্রোতাক সম্বোধন কৰিছিল, 'ব্রাডাৰ্ছ এণ্ড ছিষ্টাৰ্ছ অৱ আমেৰিকা' বুলি। তেওঁ সেই বিশাল সমাৰোহত যোগ দিয়াসকলক 'ই চিলড্রেন অব ইটাৰনিটি' বুলি সম্বোধন কৰিছিল ঃ কাৰণ, ভাৰতৰ প্রাচীন ঋষি-মুনিয়ে মানুহক অমৃতৰ মানে অবিনশ্বৰতা বা অমৰত্বৰ সন্তান বুলি সম্বোধন কৰিছিল। সেই প্রাচীন কালত যেতিয়া পৃথিৱীৰ অন্যবোৰ দেশে নিজৰ দেশৰ চাৰি সীমাতে নিজৰ দৃষ্টি নিবদ্ধ কৰি ৰাখিছিল, তেতিয়া ভাৰতীয় ঋষিয়ে সমগ্র মানৱজাতিক নিজৰ দৰ্শন আৰু চিন্তাৰ বিষয় কৰি লৈছিল।"

এইবাৰ আবৃত্তি গীতাৰঃ প্ৰজাহাতি যদা কামান সৰ্বান পাৰ্থ মনোগতান। আত্মন্যেবাত্মনা তুষ্ট স্থিত প্রজ্ঞস্তদোচ্যতে॥

নীতিশে ব্যাখ্যা কৰিলে ঃ শ্রীকৃষ্ণই অৰ্জুনক ক'লে, শুনা পাৰ্থ, যেতিয়া মানুহে মনোগতান মানে মনোগত অথবা সংস্কাৰস্থ, সৰ্বান কামান, মানে সকলো কামনা, প্ৰজাহাতি মানে ত্যাগ কৰে, আত্মনি এব অৰ্থাৎ নিজৰ আত্মাতেই সন্তুষ্ট হয়, তেতিয়া সেই পুৰুষক স্থিতপ্রজ্ঞ বোলা হয়।

পুনৰ ঃ বিহায় কামান যঃ সৰ্বান পুমাংশ্চৰতি নিস্পৃহঃ। নিৰ্মমো নিৰহঙ্কাৰঃ স শান্তিমধিগচ্ছতি॥

নীতিশ ঃ যি পুৰুষে সকলো কামনা ত্যাগ কৰে, তেওঁ একেবাৰে নিস্পৃহ হয়। সমস্ত জগতকে তেওঁ একে দেখে। তেওঁৰ মনত 'মই' 'মোৰ' এনে ভাৱ কদাপি উদয় হ'ব নোৱাৰে। সমস্ত জগতেই তেওঁৰ। এনে শান্তিময় অৱস্থাৰ পৰাই মোক্ষ হয়।

নীতিশ কামত আৰু চিন্তাত সম্পূৰ্ণভাৱে অহিংস। তেওঁৰ বিষয়ে এনে কথাও ওলায় যে তেওঁ পৰুৱা এটা মৰে বুলি তললৈ চাই খোজ কাঢ়ে। তেওঁ যেতিয়া শুনিলে যে জ্যোতিৰ অহিংসাৰ প্ৰতি শ্ৰদ্ধা ধীৰে ধীৰে কমি আহিছে, তেতিয়া তেওঁ অতিষ্ঠ হ'ল।

নীতিশে জ্যোতিক সুধিলে, "এই কথা কি সত্য, তুমি, মহাত্মা গান্ধীৰ পৰম শিষ্য বুলি যাক মই ভাবো, সেই তুমি নেকি হিংসাশ্রয়ী হ'বলৈ আৰম্ভ কৰিছা? সত্য নে অসত্য?"

নীতিশৰ মুখলৈ চাই জ্যোতি স্তম্ভিত হ'ল। তেওঁৰ সমগ্র মুখমণ্ডল দৃঢ়। কপালত কেবাডালো ৰেখা প্ৰকট হৈ পৰিছে। বিশালাকাৰৰ দুটা চকু মেলি তেওঁ জ্যোতিৰ মুখলৈ চাই আছে।

জ্যোতিয়ে ক'লে, "অহিংসাৰ যেনেকৈ এটা দিশ আছে, হিংসাৰো আছে। দুয়োটা দিশ ভালদৰে আলোচনা পৰ্যালোচনা কৰাত বাধা আছে বুলি আপুনি ভাবে নেকি? নিজৰ মনৰ ভাব প্ৰকাশ কৰাৰ অধিকাৰ সকলোৰে আছে।"

"আনৰ থাকিব পাৰে, যিবিলাকে অহিংস আন্দোলনত যোগ দিয়া নাই তেওঁলোকৰ থাকিব পাৰে। কিন্তু তোমাৰ থাকিব নোৱাৰে। তুমি সত্যাগ্ৰহী, সত্যত আগ্ৰহ আছে যেতিয়া তুমি কোনোপধ্যেই হিংস হ'ব নোৱাৰা। হিংস হ'বতো নোৱাৰাই, হিংসাৰ ভাবো তোমাৰ মনত উদয় হ'ব নোৱাৰিব। মহাত্মা গান্ধীৰ আইন অমান্য বা অসহযোগ আন্দোলনত সামান্যভাৱেও হিংসাৰ স্থান নাই। এই বিষয়ে তুমি মোক কি ক'ব খোজা?"

বিজয়চন্দ্ৰই অলপ দূৰৰ পৰা দুয়োৰো কথা শুনি আছে। নীতিশৰ দৃঢ় কথা শুনি বিজয়ে আনন্দ পালে। কাৰণ, সি অহিংসাৰ সম্পূৰ্ণ সমৰ্থক। কালি জ্যোতিৰ লগত হিংসা-অহিংসাৰ কথা ওলাওতে সি ইমান দৃঢ়ভাৱে জ্যোতিৰ কথাৰ প্ৰতিবাদ কৰিব নোৱাৰিলে। কাৰণ, সি জ্যোতিতকৈ সক, সি জ্যোতিক সন্মান কৰে। জ্যোতিয়ে তাক মৰমতে তাৰ ঘৰুৱা নাম কাবুল বুলি মাতে।

জ্যোতিয়ে নীতিশক ক'লে, "অহিংসা এটা দৰ্শন, এটা আদৰ্শ বা চৰিত্ৰ। কিন্তু বাস্তৱ ক্ষেত্ৰত আৰু সশস্ত্ৰ শত্ৰুৰ সন্মুখত অহিংসাৰ অসহায় অৱস্থাটো আমাৰ দৃষ্টিত নপৰাকৈ থাকিব নালাগে।"

"তোমাৰ কথাৰ অৰ্থ?"

"গীতাৰ কথাকে ধৰক। গীতাৰ সমস্ত মৰ্ম হিংসাৰ ওপৰত প্ৰতিষ্ঠিত বুলি মোৰ ধাৰণা। কৃষ্ণৰ বাণী শুনাৰ আগতে অৰ্জুন আছিল এক দৰ্শনবিহীন, উদ্দেশ্যহীন, অনিশ্চিত যুৱক। যুদ্ধত যোগ দিছে, কিন্তু ক্ষত্ৰিয়ৰ ধৰ্মানুসৰি শত্ৰুক বধ কৰিবলৈ অৰ্জুন নাৰাজ। 'বেপথুশ্চ শৰীৰে মে ৰোমহৰ্ষশ্চ জায়তে। গাণ্ডীবং স্ৰংসতে হস্তাং ত্বক্ চৈব পৰিদহ্যতে॥ .... ন কাঙ্খে বিজয়ং কৃষ্ণ ন চ ৰাজ্যং সুখানি চ॥' সেই অৰ্জুনক কৃষ্ণই এক দৰ্শন দান কৰিলে, কৰিলে এক চৰিত্ৰ দান। কিন্তু কিহৰ শক্তিৰে সেই চৰিত্ৰ দান কৰিলে কৃষ্ণই অৰ্জুনক? যুদ্ধৰ শক্তিৰে, হিংসাৰ আশ্ৰয় লৈ, নিজৰ আত্মীয়-স্বজনক হত্যা কৰিবলৈ। মোৰ দৃষ্টিৰে, সমস্ত গীতাৰ মূল বাণী হ'ল কৰ্মত লিপ্ত হোৱা আৰু অৰ্জুনৰ বাবে সেই কৰ্মই হ'ল ভীষ্ম পিতামহ গুৰু দ্ৰোণাচাৰ্য আৰু অন্যান্য ভাতৃসকলক হত্যা কৰা। দুৰ্যোধনে ৰাজসভাত দ্ৰৌপদীৰ বস্ত্ৰহৰণ নকৰা হ'লে, কৃষ্ণৰ আবেদন মতে দুৰ্যোধনে পাণ্ডৱক অন্ততঃ পাঁচখন গাঁও দান দিয়া হ'লে, গীতাৰ সৃষ্টি নহ'লহেঁতেন বুলি মোৰ ধাৰণা। আৰু গীতাৰ মূল সুৰটোৱেই হ'ল, অৰ্জুনক এখন সশস্ত্ৰ হিংস যুদ্ধৰ প্ৰতি প্ৰলোভিত কৰা। এই কথা কি সত্য নহয়?"

কিন্তু কৃষ্ণৰ জন্ম কেৱল অৰ্জুনক যুদ্ধৰ প্ৰতি প্ৰলোভিত কৰাৰ বাবেই নহয়। কৃষ্ণৰ অৱতাৰ হৈছিল পৃথিৱীত এখন শান্তিৰ ৰাজত্ব প্ৰতিষ্ঠাৰ বাবেঃ তেওঁ একেবাৰে নোৱাৰাতহে মহাভাৰতীয় যুদ্ধত অৱতীৰ্ণ হ'বলগীয়া হৈছিল। জ্যোতি, তুমি নাপাহৰিবা, কৃষ্ণই মহাভাৰতৰ যুদ্ধ নহ'বৰ বাবে কি ভীষণ কষ্ট কৰিবলগীয়া হৈছিল। তেওঁ তাৰ বাবে কুৰু ৰাজসভালৈ দূত হৈ গৈছিল। তুমি বিশ্বাস কৰিব

পাৰা, ভাৰতীয় সংস্কৃতিৰ সৰ্বশ্ৰেষ্ঠ পুৰুষজনে যুদ্ধ বন্ধ কৰিবৰ বাবে দুৰ্মতি দুৰ্মুখ দুৰ্যোধনৰ ওচৰলৈ দূতৰূপে যাব পাৰে? তেওঁ নিজেই অৰ্জুনক কৈছে, যেতিয়াই ধৰ্মৰ গ্লানি হয়, অধৰ্মৰ প্ৰাদুৰ্ভাৱ ঘটে, তেতিয়াই তেওঁ ধৰ্মসংস্থাপনাৰ্থে যুগে যুগে অৱতাৰ হয়। মানুহক মানুহৰ বিৰুদ্ধে যুদ্ধত লিপ্ত কৰিবৰ বাবে নহয়।"

সংস্কৃত পণ্ডিত নীতিশৰ বয়স বাৰষ্টি বছৰ। জ্যোতিৰ আঠাইশ। এই দুজন প্ৰৌঢ় আৰু তৰুণৰ তৰ্কালোচনা শুনিবৰ বাবে ভালেমান ৰাজনৈতিক বন্দী তাত গোট খালেহি।

জ্যোতিয়ে ক'লে, "মোৰ চিন্তাৰে, বৰ্তমান ভাৰতবৰ্ষত ধৰ্মৰ গ্লানি ঘটিছে, অধৰ্মৰ প্ৰাদুৰ্ভাৱ ঘটিছে। সাম্ৰাজ্যবাদীৰ শাসন আৰু অধৰ্ম সমাৰ্থক। পাঁচ হেজাৰ বছৰীয়া সভ্যতা-সংস্কৃতি-পৰম্পৰাৰ এখন দেশক বন্দী কৰি ৰখাবোৰেই হ'ল দুষ্কৃতিৰ বাহক। সেই দেশৰ ধৰ্মক পুনৰ্সংস্থাপনৰ বাবে এতিয়া আমাৰ দেশত এখন ধৰ্মযুদ্ধৰ প্ৰয়োজন হৈছে। শত্ৰু যেতিয়া বিদেশী আৰু সশস্ত্ৰ, তেতিয়া সেই শত্ৰুক পৰাভূত কৰিবৰ বাবে অহিংস আন্দোলনেই যথেষ্ট নহয় বুলি মোৰ ধাৰণা।"

নীতিশে ক'লে, "পৰম পৰাক্ৰমী অস্ত্ৰধাৰী বৃটিছৰ বিৰুদ্ধে পাৰিবা তুমি যুদ্ধ কৰিব অস্ত্ৰেৰে?"

"যুদ্ধ কৰিব পৰা আৰু যুদ্ধ কৰাটো বাঞ্ছনীয়, এই দুয়োটা সম্পূৰ্ণ বেলেগ কথা। অস্ত্ৰেৰে যুদ্ধ কৰিব নোৱাৰো বাবেই আমি অহিংস হৈ থাকিব লাগিব, সেইটো কেৱল এক অস্থায়ী কৌশল, দৰ্শন বা চৰিত্ৰ হ'ব নোৱাৰে।"

নীতিশে ক'লে, "মহাত্মা গান্ধীয়ে নিজৰ জীৱন-দৰ্শনৰ কৰ্ষতিশিলত পৰীক্ষা কৰি এই অহিংস আন্দোলনৰ সৃষ্টি কৰিছে। দক্ষিণ আফ্ৰিকাত সেই নীতিৰ সাৰ্থকতাই মহাত্মাক উদ্বুদ্ধ কৰিলে আৰু তাৰ স্বাভাৱিক পৰিণতিতে তেওঁ এই অসহযোগ আৰু আইন অমান্য আন্দোলনৰ নেতৃত্ব কৰিছে। গান্ধীজীৰ অহিংস নীতিত তোমাৰ যদি বিশ্বাস নাই, তেনেহ'লে তুমি এই আন্দোলনত যোগ দিলা কিয়?"

"কিয়? মোৰ কি দেশৰ স্বাধীনতাৰ বাবে আন্দোলন কৰাৰ অধিকাৰ নাই?"

"কিন্তু তুমি মহাত্মাৰ অহিংস নীতিত সম্পূৰ্ণ বিশ্বাস স্থাপন কৰিব নোৱাৰিলে, এই আন্দোলনত যোগ দিয়াৰ তোমাৰ কোনো নৈতিক অধিকাৰ থাকিব নোৱাৰে। তুমি জানানে নাজানা, বিশ্ব কবি ৰবীন্দ্ৰনাথো মহাত্মাৰ অহিংস আন্দোলনৰ সমৰ্থক?"

"কেনেকৈ? ৰবীন্দ্ৰনাথেতো স্পষ্টভাৱে কৈছে যে তেওঁ গান্ধীৰ আন্দোলনত সক্ৰিয়ভাৱে যোগ নিদিয়ে। কাৰণ তেওঁ সমগ্ৰ মানৱতাৰ দৃষ্টিৰ পৰা ভাৰতক প্ৰত্যক্ষ কৰে: তেওঁ একান্তভাৱে বিশ্বাস কৰে যে পৃথিৱীৰ সৰ্বমানৱৰ মুক্তি হ'লে ভাৰতবাসীৰ মুক্তি স্বতঃসিদ্ধ হ'ব।"

নীতিশে উদাত্তকণ্ঠে উত্তৰ দিলে, “ঋষি-কবি-মনীষীয়েতো প্ৰত্যক্ষভাৱে কোনো আন্দোলনত যোগ নিদিয়ে। তেওঁলোকে যোগ দিয়ে দৰ্শন, কাব্য আৰু ভাৱৰ দ্বাৰা, দিয়ে নিজৰ অসাধাৰণ ৰচনাৰ দ্বাৰা। তুমি কবিগুৰুৰ “ঘৰে বাইৰে” উপন্যাস পঢ়িলে দেখিবা তেওঁ সেই উনৈশ শ ছয় চনতে হিংসাৰ দুৰ্ঘোৰ প্ৰতিবাদ কৰি অহিংসাৰ দৰ্শন প্ৰতিষ্ঠা কৰিছিল। উপন্যাসখনত উগ্ৰপন্থী কিন্তু ভোগী আৰু নাৰীৰ প্ৰতি প্ৰলোভিত দেশপ্ৰেমিকৰ এক চৰিত্ৰ আছে। উপন্যাসৰ পৰিণতি মৃত্যুত, ধ্বংসত। তাৰ মাজেদি তেওঁ হিংসাৰ ভয়াৱহতা আৰু সাৰশূন্যতা প্ৰতিষ্ঠা কৰিছে।”

জ্যোতিয়ে একেই আগ্ৰহেৰে প্ৰশ্ন কৰিলে, “ভাৰত ইংৰাজৰ তলত নাথাকি আন কোনো ভয়ঙ্কৰ আক্ৰোশী আৰু প্ৰতিশোধপৰায়ণ শক্তিৰ তলত থকা হ'লে কি হ'লহেঁতেন? মহাত্মাক যদি জেলৰ ভিতৰতে গুলীয়াই হত্যা কৰিলেহেঁতেনঃ আমাক যদি জেললৈ নানি শাৰী পাতি গুলীয়াই হত্যা কৰাহেঁতেন? তেতিয়াও কি মহাত্মাই অহিংস আন্দোলনৰ নেতৃত্ব কৰিলেহেঁতেন? মোৰ কথা হৈছে, ঋষি-মুনিৰ বাবে, মহাত্মা গান্ধী আৰু ৰবীন্দ্ৰনাথৰ দৰে মহামানৱৰ বাবে অহিংস হ'ল এটা ধৰ্ম, এটা দৰ্শন, এক মানৱতাবোধ, এক মহান আদৰ্শ। কিন্তু সেই আদৰ্শ গ্ৰহণ কৰিবলৈ সাধাৰণ ভাৰতবাসী অসমৰ্থ। সমৰ্থ হোৱা হ'লে আমাৰ ইয়াতে সিদিনা এচামুচ চেনিৰ বাবে এজন ৰাজনৈতিক বন্দীয়ে আনজনক চৰ নামাৰিলেহেঁতেন। ৰাছিয়াৰ খেতিয়কে জাৰ্ৰ বিৰুদ্ধে কি অহিংস সংগ্ৰাম কৰাৰ কথা কল্পনা কৰিব পাৰি? ষোড়শ লুইৰ বিৰুদ্ধে ফ্ৰান্সৰ মানুহে? মই মহাত্মা গান্ধীৰ মিনছ্‌ জাষ্টিফাইজ দী এণ্ড কথাষাৰৰ সামান্য বিৰোধিতা কৰো। মই ভাবো যে এ'গুয়েহে মিনছ্‌ক জাষ্টিফাই কৰে। নহ'লে ৱাশ্বিংটন আৰু আব্ৰাহাম লিঙ্কনে আমেৰিকাৰ স্বাধীনতা আৰু অখণ্ডতা ৰক্ষা কৰিব নোৱাৰিলেহেঁতেন। ফৰাছীসকলেও নোৱাৰিলেহেঁতেন।”

এইবাৰ বিজয়চন্দ্ৰ আগবাঢ়ি আহিল। জ্যোতিৰ উত্তেজনা তাৰ দুৰ্বল স্বাস্থ্যৰ বাবে শুভ নহয় বুলি বিজয়ে জানে।

“দাদা, আজিলৈ ইমানতে শেষ। এনেবোৰ তাত্ত্বিক আলোচনাৰ শেষ নাই। অহিংসা আৰু হিংসাৰ ভিতৰত কোনটো শ্ৰেষ্ঠ সেইটো বৰ্তমান সমগ্ৰ বিশ্বৰে আলোচনা- পৰ্যালোচনাৰ বিষয়। এনে আলোচনা একে দিনাই শেষ নহয়।”

“মোৰ কি ধাৰণা হয়, জানা কাৰুল?”

“মোৰ ধাৰণা হৈছে, আমি যিটো আন্দোলন কৰিছো, সেইটো প্ৰকৃততে দেশৰ স্বাধীনতাৰ আন্দোলন নহয়। আমাৰ দৰে ইমান কম কষ্টৰে, লঘু চেষ্টাৰে, অলসভাৱে, সম্ভৱ পৃথিৱীৰ কোনো পৰাধীন দেশে বিদেশৰ কবলৰ পৰা নিজৰ স্বাধীনতা উদ্ধাৰ কৰা নাই। এদিন কোনো এখন ৰাজহুৱা সভাত বৃটিছ-বিৰোধী ধ্বনি কৰিলা, এটা সভাযাত্ৰাৰ নেতৃত্ব কৰিলা, তোমাক ধৰি আনি জেলত

ভবাই থ'লে। পৃথিৱীৰ ইতিহাসৰ কথা তুমিতো মোতকৈ বেছিকৈ জানা। কোৱাচোন কোন দেশে ইমান কম ত্যাগ আৰু কষ্টেৰে অলসভাৱে স্বাধীনতাৰ বাবে সংগ্ৰাম কৰিছিল? জেলত সোমাই থকাটোৱেই কি আমাৰ দেশপ্ৰেমৰ চূড়ান্ত নিদৰ্শন?"

"জ্যোতি দাদা, আপুনি অহিংসা নীতিৰ ওপৰত এনেদৰে বিশ্বাস হেৰুৱালে আপোনাৰ অনুগামীবোৰৰ কিন্তু আন্দোলনৰ প্ৰতি শ্ৰদ্ধা নোহোৱা হ'ব।"

"কোনে ক'লে মই বিশ্বাস হেৰুৱাইছো বুলি? বিশ্বাস দৃঢ় কৰিবৰ বাবেহে মই কিছুমান কথা আলোচনা কৰিব খোজো।"

দুপৰীয়াৰ আহাৰৰ ঘণ্টা পৰিল।

এজন সাধাৰণ কয়দীয়ে জ্যোতিক আথেবেথে চাহ আনি দিয়ে। তাৰ বিছনাখন সন্ধিয়াৰ আগে আগে ভালদৰে পাৰি থৈ যায়। নাম তাৰ বৈকুণ্ঠ।

কেতিয়াবা সি জ্যোতিৰ মুখলৈ ৰ লাগি চাই থাকে।

"তুমি মোৰ মুখলৈ এনেকৈ চাই থাকা কেলেই?" জ্যোতিয়ে সুধিলে।

সি ক'লে, "আপোনাক মই চিনি পাওঁ। তেজপুৰৰ বাণ থিয়েটাৰত আপোনাৰ নাটক 'শোণিত কুঁৱৰী' মই দুবাৰকৈ চাইছিলো। মোৰ ঘৰ তেজপুৰৰ পৰা আঠ মাইল দূৰত। আপোনাৰ নাটকৰ সেই গীতটো 'গছে গছে পাতি দিলে ফুলৰে শৰাই, বলিয়া ভোমোৰা গুঞ্জৰি আছে গোন্ধতে থিয়াই' মোৰ মুখস্থ আছে।"

জ্যোতি মুগ্ধ হ'ল।

এদিন জ্যোতিয়ে তাক সুধিলে, "বৈকুণ্ঠ, কোৱাচোন তুমি কি কাৰণে জেলৰ ভাত খাবলগীয়া হ'লা?"

বৈকুণ্ঠই জ্যোতিৰ সন্মুখত মজিয়াতে বহি ক'লে সেই কাহিনী। এক কৰুণ কাহিনী।

সি গাঁৱৰ আটাইতকৈ চহকী মানুহ ঘৰৰ হালোৱা আছিল। হাল বোৱাৰ উপৰিও গোটেই ঘৰখনৰ বহুত কাম সি কৰিবলগীয়া হৈছিল। জেওৰা দিয়া, মৰণা মৰা, খৰি ফলা। এদিন আহাৰৰ দুপৰীয়া প্ৰচণ্ড গৰমত সি পথাৰত হাল বাইছিল। হঠাতে তাত উপস্থিত ঘৰৰ মালিক। তেওঁ সুধিলে, "তই হাল জনা আজি পলম কৰিলি কিয়?"

বৈকুণ্ঠৰ মাকৰ সেইদিনা ৰাতিপুৱা অতিসাৰ জ্বৰ। ওচৰৰে এজন বেজৰ পৰা বন ঔষধ আনিবলৈ যাওঁতে তাৰ অলপ পলম হ'ল।

খঙত গৃহস্থৰ সমগ্ৰ শৰীৰৰ ৰক্ত যেন মুখমণ্ডলত গোট খালে। চকু দুটা হ'ল ভয়ঙ্কৰ। বৈকুণ্ঠৰ পৰা এডালবিডাল থাপ মাৰি আনি সি তাক মাৰিবলৈ ধৰিলে। মুখত অসভ্য মাত। মাৰিয়েই আছে। মাৰৰ প্ৰকোপত সি বোকাত বাগৰি পৰিছে। তেতিয়াও মাৰিয়ে আছে। ঘৰৰ ওচৰৰ বহুতে মানুহ আহি গোট খালেহি। কোনেও বৈকুণ্ঠক ৰক্ষা কৰিবলৈ আগ নাবাঢ়িলে।

এইবাৰ বৈকুণ্ঠৰ চকু দুটা ক্ৰোধ আৰু শৰীৰৰ ভয়ঙ্কৰ বিষত অগ্নিসম জ্বলি উঠিল। সি চকুৰ পচাৰতে কাষৰ মানুহটোৰ হাতৰ পৰা কোবখন কাঢ়ি আনি পূৰ্ণহুতীয়াকে গৃহস্থৰ মূৰত প্ৰহাৰ কৰিলে। ....

"তাৰ পিছত? শ্বাসৰুদ্ধভাৱে জ্যোতিয়ে সুধিলে।

"বিটো ভেওঁৰ কপালত আছিল সেইটোৱেই হ'ল।"

"মৰিল?"

"ও।"

বৈকুণ্ঠই তলমূৰ কৰিলে।

জ্যোতিয়ে নিৰ্বাক নিস্পন্দভাৱে ভালেমান সময় বৈকুণ্ঠলৈ চাই থাকিল।

"সেই কথা ভাবি কেতিয়াবা মনত দুখ পোৱানে?"

"আজি ছবছৰ জেলত আছো। মনৰ অতি অসহ্য অৱস্থাত মানুহজনক মাৰিলো বুলি বিচাৰকে মোক ফাঁচি নিদিলে। গৃহস্থৰ সেই ল'ৰাটোলৈ বৰকৈ মনত পৰে। মই হাল বাওতে সি দুপৰীয়া ঘৰৰ পৰা জলপান লৈ আহে। মোক বৈকুণ্ঠ ককাই বুলি মাতিছিল। ল'ৰাটো চাবৰ বৰ মন গৈছে।"

অলপ পিছতে বৈকুণ্ঠৰ চকুত জ্যোতিয়ে দেখিলে পানী।

"সেই ঘটনাৰ এমাহৰ পিছতে মোৰ বিয়াৰ দিন পৰিছিল। ঘৰৰ পৰা তিনি মাইল দূৰৰ ছোৱালী। তাইৰ মুখৰ বৰণটো আছিল সোণৰ দৰে।" . . .

"আজি এবছৰৰ আগতে...."

জ্যোতি নিস্তব্ধ।

"এবছৰৰ আগতে কি হ'ল?"

"তাইৰ বিয়া হ'ল।"

জ্যোতিয়ে নিজৰ গালত হাত দি গম পালে, তাৰো চকুৰ পৰা দুটোপাল পানী ওলাই আহিছে। . . . . .

তাৰ দুদিনৰ পিছত।

আবেলি অতি বেগেৰে বিজয়ৰ লগত খোজ কাঢ়োতে জ্যোতিৰ বুকুৰ বাওঁহাতৰ বিষটো অসহ্য হৈ আহিল।

## ॥ চৌচল্লিশ ॥

পুহৰ বাতিপুৱা।

কাৰাগাৰৰ বিছনাত শুই থাকোতে আগৰদৰেই জ্যোতিয়ে স্কাইউনড্'ৰ লোহাৰ ৰডত শালিকা দুটাৰ ঠোঁটৰ খটখট শব্দ শুনিবলৈ পালে। এটা শালিকাই হালধীয়া ৰঙৰ ঠেং এটা ওপৰলৈ তুলি কেৰাহিকৈ ইটোলৈ চালে। ইটোৱে জুমি জুমি চালে কোঠাৰ ভিতৰলৈ।

চৰাই দুটা উৰি যোৱাৰ পিছত কোঠাৰ বাহিৰত ফুৰিবলৈ ওলাওতেই জ্যোতিয়ে হঠাৎ কাহিবলৈ ধৰিলে। কহাৰ মাজতে মুখৰ পৰা সামান্য তেজ ওলাই তাৰ বগা চাদৰখনত পৰিল।

এক অদ্ভুত চাৱনিৰে জ্যোতিয়ে তেজখিনি চালে। চকুৰ ওচৰলৈ নি চালে।

সি দেখিলে, এই ৰক্তৰ বৰণ বেলেগঃ শৰীৰৰ যিকোনো অংশৰ তেজৰ ৰঙৰ বিপৰীতে এই তেজৰ বৰণ প্ৰগাঢ়। বুকুৰ পৰা ওলাই অহা ৰক্তৰ পৰিণাম কি, জ্যোতিয়ে নজনা নহয়।

ডাক্তৰ আহিল। জিলাৰ হেল্‌থ চুপাৰিণ্টেনডেণ্ট। জেলৰ ভিতৰৰে হাস্পতালত জ্যোতিক পৰীক্ষা কৰা হ'ল। ঔষধৰ হ'ল ব্যৱস্থা।

জ্যোতিৰ অসুখৰ কথা শুনি সকলো ৰাজনৈতিক বন্দী উদ্বিগ্ন হ'ল।

পিছদিনা জেল কৰ্তৃপক্ষই বাতৰি পঠিয়ালেঃ জেলৰ বাহিৰত, বিশেষকৈ কলিকতাত, জ্যোতিৰ চিকিৎসাৰ প্ৰয়োজন। জ্যোতিক চিকিৎসাৰ বাবে মুক্ত কৰা হ'ব, কিন্তু সি লিখি দি যাব লাগিব, বাহিৰত কোনো ধৰণৰ চৰকাৰবিৰোধী কামত সি অংশ ল'ব নোৱাৰিব। প্ৰতি তিনি দিনৰ অন্তৰে অন্তৰে সি ওচৰৰ পুলিচ থানাত ৰিপৰ্ট কৰিব লাগিব।

সেই কাগজখন পোৱাৰ মুহূৰ্ততে, কথাখিনি পঢ়ি প্ৰায় শেষ নৌ কৰোতেই, জ্যোতিয়ে সেই চৰ্ত প্ৰত্যাখ্যান কৰিলে।

সেই সময়ত জ্যোতিৰ সমস্ত শৰীৰৰ ৰক্ত যেন মুখমণ্ডলত পুঞ্জিত হৈছিল।

দেখা গৈছিল, তাৰ কপালৰ দুডালমান শিৰ প্ৰকট হৈ উঠিছে।

জ্যোতিয়ে বিজয়ক ক'লে, "কাবুল, মই জেলৰ ভিতৰতে মৃত্যুক আকোৱালি ল'ম, কিন্তু বিদেশী চৰকাৰৰ কাষত আত্মসমৰ্পণ নকৰো। মই কোনো দিন কেতিয়াও পৰাজিত হোৱা নাই। শৰীৰৰ ৰোগ এটা হ'ল বুলিয়েই মই যদি আণ্ডাৰটেকিং দি ওলাই যাও মোৰ দেশপ্ৰেম এক অৰ্থহীন ক্ষমাহীন বিড়ম্বনাত পৰিণত হ'ব। মই মৰি যাম কিন্তু ছাৰেণ্ডাৰ নকৰো।. . .

বিজয়ে জ্যোতিৰ অসুখৰ বাবে ভয় নাখায়। ভয় খায় জ্যোতি যেতিয়া উত্তেজিত হয়। আৰু এইটো এনে এটা অসুখ যিটো মনৰ উত্তেজনা বৃদ্ধিৰ লগে লগে বৃদ্ধি হয়।

বিজয়ে আন কথা উলিওৱাৰ চেষ্টা কৰে।

জ্যোতিয়ে ক'লে, "এই বৃটিছবোৰক মই সভ্য আৰু উদাৰ বুলি ভাবিছিল। বৃটেইনত থাকোতে মোৰ ঠিক তেনে এক ধাৰণাই হৈছিল। কিন্তু নিজৰ দেশ এৰি অহাৰ লগতে সেই মানুহবোৰৰ মনোভাব চৰিত্ৰ বিবেকৰ দুৰ্ঘোৰ পৰিৱৰ্তন ঘটে। এনে কিছুমান মানুহৰ শাসন বিলুপ্ত কৰিবৰ বাবে আমি সৰ্বস্ব পণ কৰিব লাগিব। জেলত, কাৰাগাৰৰ ভিতৰত এটা মাত্ৰ জ্যোতিপ্ৰসাদৰে বেমাৰ হোৱা নাই, কাবুল! সমগ্ৰ দেশৰ সংখ্যাহীন কাৰাগাৰত অগণিত দেশপ্ৰেমিকৰ বেমাব হৈছে। এই আটাইবোৰেই যদি চিকিৎসাৰ নামত আণ্ডাৰটেকিং দি ওলাই যায়, আমাৰ সন্মান থাকিল ক'ত? আমি যে দেশপ্ৰেমিক তাৰ প্ৰমাণ থাকিল কি? দেশপ্ৰেমিকৰ কোনো শাৰীৰিক ৰোগ থাকিব নোৱাৰে। দেশপ্ৰেমিকে শৰীৰৰ বেমাৰ, শৰীৰৰ ক্লান্তি স্বীকাৰ নকৰে।

"দেশপ্ৰেমিকৰ বাবে বেমাৰ মাত্ৰ এটাই ঃ বিদেশীৰ গ্ৰাসত বন্দী দেশ- মাতৃকা, সেইটো দেশপ্ৰেমিকৰ বাবে একমাত্ৰ ৰোগ ঃ দেশপ্ৰেমিকৰ একমাত্ৰ লক্ষ্য সেই বেমাৰ নিৰ্মূল কৰা।" . . .

জ্যোতিৰ ফোপনি উঠিছিল। ফোপনি মাৰ যোৱাৰ লগতে সি ক'লে, "মোৰ কথা তুমি শুনা, কাবুল, মই মোৰ শৰীৰক একেবাৰে তুচ্ছজ্ঞান কৰো। মই মহাপুৰুষ মাধৱদেৱৰ সেই বাণীক হৃদয়ত স্থাপনা কৰি লৈছো ঃ 'দুৰ্বাৰ দুঃসঙ্গ দুৰ্বাসনা দুষ্ট। অনাদি অবিদ্যা আপুনি ভৈলো মোহিত ॥ অনাত্মা দেহক আত্মা-বুদ্ধি কৰি। . . . তুমি পৰমাত্মা ঈশ্বৰে ভৈলো বঞ্চিত ॥' এই ক্ষণস্থায়ী, অত্যন্ত ভঙ্গুৰ শৰীৰটোক আমি আত্মা বুদ্ধি কৰাৰ বাবেই আমাৰ জীৱনৰ সকলো দুখ বিপত্তি আৰু হাঁহাকাৰ। মোৰ বাবে ঈশ্বৰ হ'ল দেশমাতৃ ঃ দেশমাতৃক উদ্ধাৰ কৰাটোৱেই হ'ল মোৰ জীৱনজোৰা ধৰ্ম।"

"বহুদিনৰ আগতে মোৰ মাতৃদেৱীয়ে মোক সুধিছিল, তোৰ এই দুৰ্বল শৰীৰটোত পুলিচৰ লাঠিৰ মাৰ সহ্য কৰিব পাৰিবি? আজি এই জেলৰ ভিতৰত সোমাই কি ভাবিছো, জানা? মই পুলিচৰ মাৰলৈতো ভয় নকৰোৱেই, পুলিচৰ

মাৰ বুলি কিবা কথা আছে বুলিও মই নাভাবো। এনে ঘটনাওতো হ'ব পাৰে। ধৰি লোৱা, চে'লত সুমুৱাই লৈ মোক পুলিচে প্ৰহাৰ কৰিছে। তেতিয়া মোৰ মনত কি ভাবৰ উদয় হ'ব ? তোমাক যদি স্পষ্টভাৱে কও শুনা, কাবুল। পুলিচে মোক যিমানে প্ৰহাৰ কৰিব, তেতিয়া মাধৱদেৱৰ সেই পদ অনাত্মা দেহক আত্মা-বুদ্ধি কৰি আওবাই মই সেই অত্যাচাৰ সহ্য কৰিম, সহ্য কৰিম নহয়, সেই পুলিচৰ অত্যাচাৰৰ কথা সম্পূৰ্ণ অস্বীকাৰ, প্ৰত্যাহাৰ কৰি মই মোৰ মনৰ আনন্দত নিজেই হাঁহিম, মনৰ আনন্দত মই এনে এক স্থানত উপবিষ্ট য'ত কেৱল আছে শান্তি আৰু যুক্তি, মানুহৰ মুক্তিৰ আনন্দত মই আত্মহাৰা হ'ম ঃ মই জেল চে'ল পুলিচৰ অত্যাচাৰ বৃটিছ শাসনৰ নিৰ্মমতা সকলো অতিক্ৰম কৰি এখন স্বাধীন পুৰীত বাস কৰিম। পাৰিম নে নোৱাৰিম, কোৱা কাবুল ?"

বিজয়ে জ্যোতিৰ কথা মুৰ তুলি কাণ থিয় কৰি শুনে, শুনি অভিভূত হয়, ৰোমাঞ্চিত হয় তাৰ হৃদয়, দেশপ্ৰেমেৰে হৃদয় হয় তাৰ উদ্বেলিত।

"পাৰিব আপুনি, জ্যোতি দা, আপুনি সেই শক্তিৰ সম্পূৰ্ণ অধিকাৰী। আপুনি আমাৰ গৌৰব, আপোনাৰ সংগত থাকি আমি ধন্য।"

জ্যোতিৰ চিকিৎসাৰ দায়িত্ব ল'লে ডাক্তৰে। কিন্তু পৰিচৰ্যাৰ দায়িত্ব ল'লে বিজয়ে। ঘড়ীৰ কাটা মিলাই বিজয়ে জ্যোতিক দৰব খাবলৈ দিয়ে। জেলৰ পৰা দিয়া গাখীৰ গৰম কৰি খাবলৈ দিয়া ঠিক নিৰ্দিষ্ট সময়ত।

দুদিনমানৰ ভিতৰতে জ্যোতিয়ে যথেষ্ট ভাল পালে।

জ্যোতিৰ অসুখৰ কথা জেলৰ বাহিৰত বিয়পি পৰিল। এদিন মাজুদেউতা চন্দ্ৰকুমাৰে তাক দেখা কৰিবলৈ আহিল। মাজুদেউতাকক দেখি জ্যোতিৰ হঠাতে চকুপানী ওলাই আহিবলৈ ধৰিছিল। জোৰ কৰি চকুপানী নোলোৱাকৈ ৰাখি সি এনে এটা হাঁহি মাৰি মাজুদেউতাকক সেৱা কৰিলে যে তাৰ স্বাস্থ্যৰ বাবে কৰা চন্দ্ৰকুমাৰৰ উদ্বেগ আঁতৰি গ'ল। মাজুদেউতাই তাক মূৰে-গালে ধৰি মৰম কৰিলে। ৰৰমাই কৰি পঠোৱা বিভিন্ন স্বাদৰ খাদ্য খাই সি তৃপ্ত হ'ল।

জ্যোতিয়ে মাতৃ কিৰণময়ীলৈ এখন চিঠি লিখিছিল। চিঠিখন জ্যোতিয়ে মাজুদেউতাৰ হাতত দিলে।

জ্যোতিয়ে চিঠিত লিখিলে ঃ মোৰ কথা ভাবি তুমি চিন্তা কৰিছা বুলি শুনি বৰ দুখ পালো। মোৰ অসুখৰ কথা বাহিৰত কোনে ইমানকৈ উলিয়াইছে মই ক'ব নোৱাৰো। মোৰ অসুখ সামান্য। দৰব খাই একেবাৰে ভাল পাইছো। মোৰ অসুখ কেৱল শৰীৰৰহে, মনৰ নহয়। মই তোমাক এদিন কৈছিলো, মোৰ যেতিয়ালৈকে মনৰ অসুখ নহয়, তেতিয়ালৈকে মোৰ একো অসুখেই নহয়। শৰীৰৰ অসুখক মই অসুখ বুলিয়েই নধৰো। কাৰণ সেই অসুখৰ ওপৰত মোৰ কোনো অধিকাৰ নাই। মনৰ ওপৰত মোৰ আছে সম্পূৰ্ণ অধিকাৰ। সেইকাৰণে মনৰ অসুখকহে মই আচল অসুখ গণ্য কৰো। মোৰ অসুখৰ কথাতকৈয়ো তুমি

মোৰ বিষয়ে চিন্তা কৰাৰ কথাইহে মোক অধিক উদ্বিগ্ন কৰে। তোমাৰ আশীৰ্বাদ মোৰ শিৰত আছে যেতিয়া মোৰ কোনো অঘতন নহয়, এইকথা তুমি নিশ্চয়কৈ ভাবি ল'বা।. . . তুমি স্নেহময়ী জননী, তোমাৰ স্নেহ তোমাৰ কৰুণা তোমাৰ আশীৰ্বাদেৰে মই ধন্য আৰু সম্পূৰ্ণ। জননীৰ স্নেহাশীৰ্বাদেৰে মই মোৰ দেশমাতৃৰ সেৱা কৰিবলৈ আহিছো। মোৰ ওপৰত যে তোমাৰ বিশ্বাস আৰু আস্থা গভীৰ, সেই কথা জানিব পাৰিলো যেতিয়া তুমি মোক আণ্ডাৰটেকিং দি জেলৰ পৰা ওলাই যাবলৈ নকলা বা নিৰ্দেশ নিদিলে। স্বাধীনতাৰ আন্দোলনত তুমি প্ৰত্যক্ষভাৱে মোক নিদিলেও তুমি প্ৰকৃত অৰ্থৰ দেশ মাতৃকা। কাৰণ তুমি তোমাৰ প্ৰথম সন্তানক দেশৰ সেৱাৰ বাবে উলিয়াই পঠিয়াইছা। প্ৰবল প্ৰতাপী বিদেশী শাসনৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ যাওতে এজন দেশপ্ৰেমিকে কি নিদাৰুণ যন্ত্ৰণা ভোগ কৰিবলগীয়া হয়, সেই কথা জানিও যি মাতৃয়ে নিজৰ সন্তানক সেই যাত্ৰাৰ যাত্ৰী হ'বৰ বাবে উলিয়াই পঠিয়ায়, তেওঁ এগৰাকী শ্ৰেষ্ঠ দেশপ্ৰেমিকা।. . .

মাজুদেউতাৰ হাতত মাতৃলৈ চিঠিখন দিয়াৰ ৰাতি ভালেমান পৰলৈ জ্যোতিৰ টোপনি নাহিল। কিৰণময়ীৰ সেই স্নেহময়ী ৰূপ তাৰ মনৰ চকুৰ আগত আবিৰ্ভাব হ'ল। কীৰ্তনৰ কোনো এক পদৰ দৰে পবিত্ৰ আৰু আলোকময়ী সেই মাতৃৰূপ। পৃথিৱীৰ সকলো সৌন্দৰ্য আনন্দ মিনতি বিশ্বাস যেন এই মূৰ্তিত বিকশিত হৈছেহি।

কিৰণময়ীৰ মূৰ্তিৰ ঠাইত আৱিৰ্ভাৱ হ'লহি এইবাৰ অন্য এগৰাকী নাৰী। দূৰ শূন্যত দৃষ্টি ৰাখি গুৰুগম্ভীৰ মুখাৱয়বৰে সেই নাৰী। জেৰেঙা পথাৰত নিদাৰুণ অত্যাচাৰ সহ্য কৰি স্বামীৰ বতৰা দিবলৈ অমান্তি হোৱা সেই মহিমাময়ী নাৰী।

সেই নাৰী জয়মতী। . . .

কিছুদিনৰ পূৰ্বতে জেলতে জ্যোতিয়ে কলিকতাৰ পৰা লক্ষ্মীনাথৰ এখন চিঠি পাইছিল।

প্ৰথমতে তেওঁ জ্যোতিৰ স্বাস্থ্যৰ কথা জানিবলৈ বিচাৰিলে। মাৰভাত আৰু ৰঙালাও-অমিতাৰ তৰকাৰি খাই জ্যোতিৰ স্বাস্থ্যৰ অৱনতি ঘটিব বুলি তেওঁ জানে। "মই কেইদিনমানৰ আগতে শিলচৰৰ ডেপুটি কমিশ্বনাৰলৈ এখন চিঠি লিখি তোমাৰ স্বাস্থ্যৰ খবৰ ল'বলৈ অনুৰোধ কৰিছো। তোমাক যদি তেওঁ কিবা বিশেষ আহাৰ খাবলৈ দিয়ে, তেন্তে অহঙ্কাৰ কৰি নোখোৱাকৈ নাথাকিবা। তোমাৰ বিষয়ে মাজুৰ (লক্ষ্মীনাথে চন্দ্ৰকুমাৰক মাজু বুলি মাতে) চিঠিও পাইছো। দেশৰ স্বাধীনতাৰ ৰণৰ পৰা আঁতৰি আহিবলৈ মই তোমাক কোৱা নাই। কিন্তু লিখক আৰু শিল্পীৰূপে তুমি প্ৰখ্যাত হ'বা, এই আশাহে মই কৰিলো। তোমাৰ মাজুদেউতা চন্দ্ৰকুমাৰে আইন অমান্য আন্দোলনত নমা নাই, কিন্তু তেওঁৰ দৰে অসমক ভালপোৱা মানুহ অসমত আছে কেইজন? ভাৰতৰ স্বাধীনতা অনিবাৰ্য। হাজাৰ হাজাৰ বছৰীয়া সভ্যতা-সংস্কৃতি আৰু পৰম্পৰাৰ এখন দেশৰ অন্তৰ্শক্তিৰ

মাজতে সেই দেশৰ স্বাধীনতাৰ মন্ত্ৰ নিহিত আছে। কিন্তু স্বাধীনতাৰ পিছতো যি জাতি সাহিত্য-সংস্কৃতি-শিল্পৰ দিশত অতি চহকী নহয়, সেই দেশৰ ভৱিষ্যৎ নিৰাপদ নহয়। ৰাজনৈতিক স্বাধীনতাই একমাত্ৰ স্বাধীনতা নহয়। . . .

"জ্যোতিপ্ৰসাদ, বিলাতৰ পৰা উভতি আহি আমাৰ ঘৰত যে কৈছিলা এষাৰি কথা, তোমাৰ মনত আছেনে বাৰু? তুমি জাৰ্মানীত কিহৰ বিষয়ে শিকিবলৈ গৈছিলা আৰু তুমি আমাক কৈছিলা অসমীয়া ভাষাত তুমি এখন কথাছবি কৰিবা আৰু কৰিবা মোৰ 'জয়মতী কুঁৱৰী' নাটকক লৈ। মই মোৰ জয়মতীক কেতিয়াকৈ তোমাৰ ছবিত দেখিবলৈ পাম, মনত ৰাখিবা, মই অতি বেগেৰে বুঢ়া হ'বলৈ ধৰিছো।" . . .

জ্যোতিয়ে মনৰ চকুৰ আগত দেখিবলৈ পালে জয়মতীক।

সতী জয়মতীক।

জ্যোতিৰ মানত, জয়মতী অসমৰ প্ৰথম সত্যাগ্ৰহী।

জয়মতীৰ কথা যে কোৱা হয়, কোৱা হয় স্বামীৰ বাবে জয়মতীয়ে দেহা ত্যাগ কৰিলে, সেই কথা সত্য নহয়। জ্যোতিয়ে ভাবিলে। লক্ষ্মীনাথে যি আদৰ্শৰে জয়মতীক প্ৰতিষ্ঠা কৰিছে, সেই কথাহে সত্য। অসমৰ গৌৰৱ ৰক্ষা কৰিবলৈ, জন্মভূমিৰ মৰ্যাদা ৰক্ষাৰ বাবে জয়মতীয়ে নিদাৰুণ শাস্তি মূৰপাতি লৈ অমৰত্বৰ অধিকাৰী হ'ব পাৰিলে।

জ্যোতিৰ কল্পনাত জয়মতী কথাছবিৰ সমস্ত ৰূপ বিকশিত হ'ল।

কাৰাগাৰৰ মাজত আবদ্ধ হৈ নিৰ্মম ৰাজ শাসকৰ গ্ৰাসৰ পৰা জয়মতীৰ আত্মাক মুক্ত কৰাৰ চিন্তাত সি উদ্বেলিত হ'ল।

জ্যোতিয়ে লক্ষ্মীনাথলৈ চিঠি লিখিলে: "আপোনাৰ আশীৰ্বাদ শিৰত লৈ মই জেলৰ পৰা ওলাই গৈয়ে মোৰ কথাছবিৰ কামত ব্যস্ত হ'ম। দুই-তিনি বছৰ ধৰি মই কেৱল আপোনাৰ সতী জয়মতীক কথাছবিৰ পৰ্দাত অমৰ কৰিবৰ বাবে মোৰ সৰ্বস্ব পণ কৰিম। মই জয়মতীক কেৱল অসমীয়া নাৰীৰে নহয়, সমগ্ৰ দেশৰ নাৰীৰ সৰ্বশ্ৰেষ্ঠ আদৰ্শ ৰূপে প্ৰতিষ্ঠা কৰিম। লুইতৰ পানী যিমান দিনলৈ বৈ থাকিব সিমান দিনলৈ সতী জয়মতীৰ সতীত্ব-কাহিনী প্ৰত্যেকজন অসমীয়াৰ হৃদয়ত অমৃত হৈ থাকিব। যি কাহিনী আপুনি ৰচনা কৰিছিল, সেই কাহিনী ৰূপালী পৰ্দাত জিলিকাবলৈ পাই মোৰ জীৱন ধন্য হ'ব।" . . .

জ্যোতিয়ে ভাবিলে: জয়মতী হ'ব শাসকৰ নিৰ্মম অত্যাচাৰৰ এক প্ৰতীক। এই প্ৰতীকৰ দ্বাৰা সি দেশৰ মানুহক অত্যাচাৰী বৃটিছ শাসনৰ বিৰুদ্ধে জাগ্ৰত কৰিব। গদাপাণিৰ অনিষ্ট হ'লে সমগ্ৰ অসম দেশৰ অনিষ্ট হ'ব। গদাপাণিক জীৱিত কৰি ৰাখিব লাগিব, কাৰণ সেই নৃশংস অত্যাচাৰী শাসনৰ নিৰ্মূল সাধন কৰিব পাৰিব একমাত্ৰ গদাপাণিয়ে: এই চিন্তাত জয়মতীয়ে নিদাৰুণ অত্যাচাৰ নীৰৱে সহ্য কৰি মৃত্যু বৰণ কৰিছিল। এই ত্যাগ, এই মহাত্যাগ অবহেলে যাব

নোৱাৰে। যুগে যুগে সেই ত্যাগৰ কাহিনীয়ে মানুহক মুক্তিৰ যুদ্ধত নিজক উছৰ্গা কৰিবলৈ অবিৰত আহ্বান জনাব।

জ্যোতিয়ে বিজয়ক ক'লে, "জয়মতীৰ কাহিনীয়ে আমাক কি শিক্ষা দিয়ে, জানা কাবুল? মহাত্মা গান্ধীয়ে দক্ষিণ আফ্ৰিকাত পুলিচক কোৱা সেই কথাকে জয়মতীৰ জীৱনত আমি দেখিবলৈ পাওঁ। কথাষাৰ আছিল, তুমি মোক শাৰীৰিকভাৱে অত্যাচাৰ কৰিব পাৰা, পাৰা প্ৰহাৰ কৰিব, কিন্তু তুমি মোক অপমান কৰিব নোৱাৰা। প্ৰহাৰ আৰু অপমান যে একে নহয়, সেয়েই হ'ল জয়মতীৰ জীৱনৰ বাণী। ময়ো সেই আদৰ্শকে মোৰ জীৱনৰ ব্ৰত বুলি ধৰি লৈছো। পুলিচে মোৰ শৰীৰৰ ওপৰত হাজাৰ অত্যাচাৰ কৰিব পাৰে, কিন্তু সেই অত্যাচাৰ সম্পূৰ্ণ বাতিল কৰি, অস্বীকাৰ কৰি মই মোৰ জন্মভূমিৰ বিমল চিন্তাত পৰম আনন্দেৰে মন উদ্ভাসিত কৰিব পাৰিম বুলি মোৰ অটল বিশ্বাস। . . .

"কাবুল, এটা ঘটনাৰ কথা মনত পৰিলে এতিয়াও মোৰ তেজ গৰম হয়। তেজপুৰৰ পদুমপুখুৰীৰ পাৰত এটা বুঢ়িছে এটা মানুহক এদিন বেতেৰে কোবাই কোবাই আধামৰা কৰি পেলাইছিল। তেতিয়াও সি হাঁহিছিল, কাৰণ সি বগা চাহাবৰ মাৰ খাবলৈ পালে। কি ভয়াৱহ ৰূপ গোলামৰ চৰিত্ৰৰ! মানুহ বিদেশীৰ গোলাম হ'লে মানুহৰ চৰিত্ৰ কি এনেদৰে নিকৃষ্ট হ'ব পাৰে?" . . .

এইবাৰ জ্যোতিয়ে কল্পনা কৰিলে: জয়মতীৰ চৰিত্ৰ ৰূপায়ণ কৰিব পৰা এগৰাকী নাৰীৰ সন্ধানত সি সমগ্ৰ অসমত ভ্ৰমণ কৰিছে। এনে এগৰাকী নাৰীৰ সন্ধানত, যাৰ মুখমণ্ডলত প্ৰতিবিম্বিত হৈছে তাৰ মাতৃ কিৰণময়ীৰ ৰূপ। মাতৃ কিৰণময়ীৰ বিনন্দীয়া মুখ সি ৰূপালী পৰ্দাত চিৰকালৰ বাবে অবিনশ্বৰ কৰি ৰাখিব।

নিজৰ মনৰ আনন্দত জ্যোতিৰ এপাক নাচিবৰ মন গ'ল। তাৰ নিজৰ গীতৰ সুৰতে সি উদ্বেলিত হ'ল।

খৰধৰকৈ জ্যোতিয়ে আবৃত্তি কৰিলে সেই গীত: ল'ৰা বুঢ়া কাক কয় ডালিমী নুবুজে তাক। . . . পৰ্বতে হাঁহে নৈয়ে নাচে উৰিছে পখিলা জাক। পৰ্বতৰ ঢেকীয়া জিহিৰিপতীয়া বতাহতে হালে জালে। ক'লা আকাশত বগে জাক পাতি উৰা মাৰে ক'ৰবালে। পখিলি উৰিলে উৰিব ডালিমী লগৰে লগৰী পাই। . . .

## প্ৰথম খণ্ড সমাপ্ত